# অসমীয়া সংস্কৃতি



সঙ্কলন আৰু সম্পাদনা

শ্ৰীহৰিপ্ৰসাদ নেওগ

শ্ৰীলীলা গগৈ

১৯৬৬

অসম সাহিত্য সভা

চন্দ্ৰকান্ত সন্দিকৈ ভৱন

যোৰহাট ঃ অসম

**ASAMIYA SANSKRITI,** a collection and compilation of essays written on different aspects of Assamese Culture, written by various writers, jointly compiled and edited by Prof. Hariprasad Neog, M. A. and Prof. Lila Gogoi, M. A., published by Asam Sahitya Sabha, Chandrakanta Handiqui Bhavan, Jorhat, Assam, 1966.

প্ৰকাশক :
শ্ৰীহৰিপ্ৰসাদ নেওগ,
প্ৰধান সম্পাদক,
অসম সাহিত্য সভা
চন্দ্ৰকান্ত সন্দিকৈ ভৱন,
যোৰহাট, অসম

প্ৰথম প্ৰকাশ :
ডিচেম্বৰ, ১৯৬৬

মূল্য : খনে বাৰ টকা

ছপাশাল :
শ্ৰীগুৰু প্ৰেছ,
গুৱাহাটী—১১, অসম

## ॥ সূচীপত্ৰ ॥

## ॥ পৰিশিষ্ট ॥



## ॥ নিবেদন ॥

অসমীয়া সংস্কৃতিৰ বিষয়ে অভিজ্ঞ লোকসকলে বিভিন্ন ধৰণে আলোচনা কৰিছে, কিন্তু আটাইবোৰ দিশ সামৰি লোৱাকৈ থাওকতে আলোচনা হোৱা নাই আৰু এই বিষয়ক পুথিৰো অভাৱ। এটি দানৰ মৌখিক প্ৰতিশ্ৰুতি পাই অসম সাহিত্য সভাৰ যোৰহাটত বহা কাৰ্য্যনিৰ্বাহক সভাই অধ্যাপক হৰিপ্ৰসাদ নেওগ আৰু অধ্যাপক লীলা গগৈক যুটীয়াভাৱে 'অসমীয়া সংস্কৃতি' শিতানৰ এখনি পুথি যুগুত কৰিবলৈ এখনি আঁচনি কৰিবলৈ ভাৰ দিয়ে। উক্ত আঁচনি তেজপুৰত বহা কাৰ্য্যনিৰ্বাহক সভাই অনু-মোদন কৰি কামত আগ বাঢ়িবলৈ নিৰ্দেশ দিয়ে। ইয়াৰ পাচত আমি অসমৰ লব্ধপ্ৰতিষ্ঠ সাহিত্যিক, গৱেষক আৰু চিন্তাশীল লোক ভালেমানলৈ একোটাকৈ বিষয়ৰ প্ৰবন্ধ বিচাৰি অনুৰোধ জনাওঁ। তাৰে ভালেমান কেইজনে প্ৰবন্ধ দি আমাক সহায় কৰে। কেইজনমানৰপৰা প্ৰতিশ্ৰুতি পাইছিলোঁ যদিও সময়মতে প্ৰবন্ধ নাপালোঁ আৰু কেইজনমানৰপৰা কোনো সঁহাৰি নাপালোঁ। আমি আঁচনিখন কৰোঁতে এনেকৈ কৰিছিলোঁ যাতে আটাইখিনি প্ৰবন্ধ গোট খালে অসমৰ এখন সম্পূৰ্ণাঙ্গ সাংস্কৃতিক বুৰঞ্জীৰ সৃষ্টি হয়, কিন্তু সেয়ে সন্তোষজনকভাৱে হৈ নুঠিল। আমি নিৰুপায় হৈ সাংস্কৃতিক পৰিক্ৰমাৰ বিশেষত্বপূৰ্ণ বিষয় কেইটা পূৰ কৰিবলৈ পাচত গোটাচেৰেক ইংৰাজী প্ৰবন্ধৰ অসমীয়া অনুবাদ সন্নিবিষ্ট কৰিবলৈ দিহা কৰোঁ। লিখকসকলৰ সহযোগিতা আৰু দাতাৰ আন্তৰিকতাৰ বাবে পুথিখনি প্ৰকাশ কৰা সম্ভৱ হৈছে। এই সঙ্কলনত খৰ-খেদা হোৱা বাবে যি দোষ-খুঁত ৰৈ গৈছে ভৱিষ্যত সংস্কৰণত দূৰ হ'ব আৰু সময়ত এখন অসমীয়া সংস্কৃতিৰ সম্পূৰ্ণাঙ্গ বুৰঞ্জী হৈ প্ৰকাশ পাব বুলি আশা কৰিলোঁ।

উল্লেখযোগ্য যে এই গ্ৰন্থ প্ৰকাশৰ বাবে অসম সাহিত্য সভাৰ যোৱা উত্তৰ লক্ষীমপুৰ সন্মিলনৰ অভ্যৰ্থনা সমিতিয়ে চাৰি হাজাৰ টকাৰ এটি বিশেষ পুঁজি দিছে। এই দানটিকে লৈ আমি আমাৰ প্ৰচেষ্টাৰ প্ৰথম খোজ পেলাইছোঁ আৰু আশা কৰিছোঁ ইয়াতে আৰম্ভ কৰি আমি ভৱিষ্যতৰ আঁচনিৰ কাৰ্য্যকৰী ৰূপ দিবলৈ সক্ষম হম।

চন্দ্ৰকান্ত সন্দিকৈ ভৱন,
যোৰহাট
১৫।১২।৬৬

**শ্ৰীহৰিপ্ৰসাদ নেওগ**
প্ৰধান সম্পাদক,
অসম সাহিত্য সভা

# ॥ উপক্ৰমণিকা ॥

অসমীয়া সংস্কৃতিৰ পটভূমি কিমান বিশাল আৰু কিমান উন্নত ইয়াৰ সাক্ষী বুৰঞ্জীয়ে নিশ্চয় দিব। সংস্কৃতিয়ে এটা জাতিৰ জাতীয় জীৱনৰ প্ৰকৃত মানদণ্ড নিৰুপণ কৰে। অসমীয়া জাতিৰ এক মহান সাংস্কৃতিক ঐতিহ্য আছে, এইখিনি পোহৰলৈ উলিওৱাটো নিতান্তই দৰ্কাৰ। আজি অসমৰ সংস্কৃতিৰ নামত বহুতো অনুষ্ঠান চৰকাৰী বা বে-চৰকাৰীভাৱে গঢ়ি উঠিছে, কিন্তু অসমীয়া সংস্কৃতিৰ প্ৰকৃত আলোচনা আৰু বিশ্লেষণ ভালদৰে হৈছে বুলি ক'ব নোৱাৰি। অসম সাহিত্য সভাই অসমৰ সাংস্কৃতিক দিশটোৰ ওপৰত বিশেষভাৱে গুৰুত্ব দিছে, কাৰণ পৰ্বত-ভৈয়াম জুৰি বিভিন্ন জাতি উপ-জাতিৰ আৱাসভূমি এইখন অসমৰ সম্প্ৰীতিৰ মাজেদি ঐক্য আৰু সংহতি স্থাপন কৰিবলৈ হ'লে সংস্কৃতি হ'ল উপযুক্ত মাধ্যম। 'অসমীয়া সংস্কৃতি' গ্ৰন্থ সঙ্কলন আৰু প্ৰকাশৰ দ্বাৰা সাহিত্য সভাৰ এই প্ৰচেষ্টাৰ শুভ-উদ্বোধন হৈছে। ৰাইজ আৰু চৰকাৰৰ সহায় সহযোগ পালে অচিৰে এই মহান উদ্দেশ্য ফলপ্ৰসূ হ'ব বুলি ভাবসা ৰাখিছোঁ।

চন্দ্ৰকান্ত সন্দিকৈ ভৱন,
যোৰহাট
১৫।১২।৬৬

শ্ৰীবিনন্দচন্দ্ৰ বৰুৱা
সভাপতি,
অসম সাহিত্য সভা

# ॥ কৃতজ্ঞতা স্বীকাৰ ॥

অসম সাহিত্য সভাৰ ৩৩শ উত্তৰ লক্ষীমপুৰ সন্মিলনৰ অভ্যৰ্থনা সমিতিয়ে 'অসমীয়া সংস্কৃতি'ৰ বিশেষ আঁচনিত এই গ্ৰন্থ প্ৰকাশৰ কাৰণে চাৰি হাজাৰ টকাৰ এটি পুঁজি দিছে ; সেইবাবে জয়ে জয়ে অভ্যৰ্থনা সমিতিৰ সভাপতি অধ্যক্ষ যোগানন্দ বৰগোহাঁই আৰু প্ৰধান সম্পাদক অধ্যাপক হৰেন্দ্ৰ দেৱ গোস্বামীৰ যোগে সমিতিৰ সদৌজন সদস্য তথা অসমীয়া সংস্কৃতিৰ পূজাৰী উত্তৰ লক্ষীমপুৰৰ ৰাইজলৈ কৃতজ্ঞতা জনাইছোঁ ।

অসম সাহিত্য সভাৰ এই প্ৰকাশনত যি সকল লিখকৰ ৰচনা সন্নি-বিষ্ট হৈছে সদৌটিলৈকে আমাৰ আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিছোঁ ।

ইংৰাজীৰপৰা অসমীয়ালৈ গোটাচেৰেক প্ৰবন্ধ অনুবাদ কৰি দিয়া বাবে অধ্যাপক ইমৰান শ্বাহ আৰু অধ্যাপক নগেন শইকীয়াৰ শলাগ লৈছোঁ ।

অতি তাকৰীয়া সময়ৰ ভিতৰতে পুথিখনি ছপাই উলিওৱাৰ বাবে ছপাশালৰ স্বত্বাধিকাৰী শ্ৰীমুনীন্দ্ৰনাৰায়ণ দত্তবৰুৱা আৰু শ্ৰীনিত্যানন্দ তামূলী আৰু জনাব জমিৰুদ্দিন আহমদৰ ওচৰতো কৃতজ্ঞ । অধ্যাপক নন্দ তালুদাৰে প্ৰকাশনটি সম্পৰ্কত নানান প্ৰকাৰে সহায় কৰিছে । এই সুযোগতে তেখেতৰো শলাগ লৈছোঁ ।

# ॥ ভূমিকা ॥

ভাৰতীয় সংস্কৃতি বহুতো বৈশিষ্ট্যসম্পন্ন জাতিৰ সমন্বয়ৰ মধুৰ পৰিণতি। নৃতাত্ত্বিকসকলৰ মতে ভাৰতবৰ্ষত কোনো মানৱৰ আদিম সৃষ্টি হোৱা নাই। বৰ্তমান ভাৰতবৰ্ষত বাস কৰা জাতিসমূহৰ আদিম পূৰ্ব-পুৰুষে এই দেশৰ মাটিত মানুহ ৰূপ ধাৰণ কৰা নাছিল। বিভিন্ন সময়ত বিভিন্ন জাতিৰ মানুহ বিভিন্ন দিশৰপৰা আহি ভাৰতবৰ্ষত সোমাই নিজৰ নিজৰ সংস্কৃতি লৈ বস-বাস কৰিছিল। কিন্তু সময়ৰ সোঁতত, অৱস্থাৰ পাকচক্রত জাতি আৰু সংস্কৃতিৰ মিশ্ৰণ হ'বলৈ আৰম্ভ কৰিলে আৰু এইদৰে সমন্বয় সাধিত হৈ ভাৰতীয় সংস্কৃতিয়ে আজিৰ ৰূপ পৰিগ্ৰহণ কৰিবলৈ পালে। বিভিন্ন যুগত মূলতঃ ছটা জাতিৰ নটা ঠাল ভাৰতবৰ্ষলৈ আহিছিল আৰু বৰ্তমান ভাৰতীয় জাতি আৰু ভাৰতীয় সংস্কৃতি এই ছটা জাতিৰ সংমিশ্ৰণ আৰু মানসিক উৎকৰ্ষৰেই পৰিণতি।

ভাৰতবৰ্ষত বাস কৰা মূল ছটা জাতি হ'লঃ (ক) নেগ্ৰিটো বা নিগ্ৰোবটু (খ) প্ৰটো-অষ্ট্ৰলইড্ বা দক্ষিণ জাতি (গ) ভূমধ্যসাগৰীয় জাতি (ঘ) পাশ্চাত্য হ্ৰস্ব কপালী জাতি (ঙ) নৰ্দীক বা উদীচ্য জাতি (চ) মঙ্গোলীয় জাতি। অতি পুৰণি কালৰেপৰাই এই জাতিবোৰে ভাৰতৰ জাতীয়তা গঠন সাংস্কৃতিক বিকাশৰ বাট কাটি গৈছে। ভাৰতীয় সংস্কৃতিত ঘাইকৈ প্ৰটো-অষ্ট্ৰলইড্, ভূমধ্যসাগৰীয় আৰু উদীচ্য জাতিৰ ত্ৰিবেণী সঙ্গম। ঘাইকৈ এই তিনিটা জাতিৰ সংস্কৃতিৰ সমন্বয়েই ভাৰতীয় সংস্কৃতি। ডঃ সুনীতিকুমাৰ চট্টোপধ্যায়ৰ মতে "ভাৰতৰ সভ্যতা—বাস্তৱ বা ভৌতিক সভ্যতা, মানসিক প্ৰকৃতি, আধ্যাত্মিক বোধ বা বিচাৰ—এই সকলোখিনি প্ৰটো-অষ্ট্ৰিক, দ্ৰাবিড় আৰু আৰ্য্যভাষীসকলৰ সম্মিলিত জীৱনৰ ফল।" উদীচ্য জাতিয়েই ভাৰতবৰ্ষলৈ বৈদিক সভ্যতা আৰু বৈদিক সাহিত্যৰ সঁচ লৈ আহে। আনপিনে ভূমধ্যসাগৰীয় দ্ৰাবিড় জাতিয়ে ভাৰতত নাগৰিক-সভ্যতা আৰু দাক্ষিণ জাতিয়ে গ্ৰাম্য-সভ্যতাৰ পাতনি তৰে। ভাৰতবৰ্ষলৈ অহাৰ পাচত এইবোৰ জাতিৰ সংস্কৃতিৰ আদান-প্ৰদান হোৱাৰ উপৰিও জাতিগত সংমিশ্ৰণো আৰম্ভ হয়। আৰ্য্যসকলে আদি দাক্ষিণ জাতিক নিষাদ বুলি নামাকৰণ কৰিছিল যেন লাগে। মনু-সংহিতাত ব্ৰাহ্মণ পিতৃ আৰু শূদ্ৰ মাতৃৰ গৰ্ভজাত সন্তানক নিষাদ বুলি উল্লেখ কৰিছে। নিষাদ জাতিৰ বৃত্তি মাছ-ধৰা। নিষাদ জাতিৰপৰাই জাতিগত সংমিশ্ৰণ সৃষ্টি হোৱাৰ আঁত ধৰিব পাৰি।

আদি-দাক্ষিণ বা নিষাদ জাতিৰপৰা ভাৰতত গাঁৱলীয়া সভ্যতাৰ ভেঁটি প্ৰতিষ্ঠিত হয়। কৃষি-সভ্যতা আৰু গ্ৰাম্য-পৰম্পৰা স্থষ্টিও এই জাতিৰ বৰঙনি অনস্বীকাৰ্য্য। আৰ্য্যসকল মূলতে অৰবী আছিল। পশুপালন আছিল জীৱিকা। সময়ৰ গতিত তেওঁবিলাকে পশুপালনৰ আনুষঙ্গিক হিচাবে বৃত্তি গম-যৱ আদিৰ খেতি আৰম্ভ কৰে। ভাৰতবৰ্ষত প্ৰৱেশ কৰাৰ সময়ত আৰ্য্যসকলৰ মাজত কৃষি-ব্যৱস্থা যথেষ্ট আঁগ বাঢ়িছিল কিন্তু দ-মাটিৰ ধান খেতি তেতিয়াও আৰ্য্যসকলৰ জনাজাত নাছিল। ঋক্-বেদৰ ধান্য শব্দই ধানৰ বাহিৰে আন আন শস্যকহে বুজাইছিল। অৰবী আৰ্য্যসকলে গ্ৰাম শব্দটো গোত্ৰ বা গোষ্ঠী অৰ্থতহে ব্যৱহাৰ কৰিছিল। প্ৰব্ৰজনৰ সময়ত শত্ৰুৰ লগত যুজিবলৈ 'গ্ৰাম'সমূহ একগোট হোৱাৰ পৰাই 'সংগ্ৰাম' শব্দৰ উৎপত্তি। আৰ্য্যভাষাৰ পুৰ বা পুৰী শব্দও মূলতে নগৰবাচক নহয়। নগৰ শব্দও মূলতে দ্ৰাবিড় শব্দ। অৰবী আৰ্য্যসকলে অনাৰ্য্য পুৰ আৰু নগৰ ভাঙি গঙ্গা উপত্যকাত বাস কৰিবলৈ লৈছিল আৰু দ্ৰাবিড় আৰু দাক্ষিণ বা নিষাদ জাতিৰ লগত সংস্কৃতিৰ লগত সংমিশ্ৰণ আৰম্ভ কৰিছিল। পুৱণি দ্ৰাবিড় আৰু নিষাদ জাতিৰ মাজত ইয়াৰ আগ-তেই সাংস্কৃতিক সংমিশ্ৰণ আৰম্ভ হৈছিল। এইদৰে ভাৰতবৰ্ষত দ্ৰাবিড়, আৰ্য্য আৰু নিষাদ সংস্কৃতিৰ ত্ৰিবেণী সঙ্গম স্থষ্টি হয়। মূল ভাৰতীয় সংস্কৃতিত অৱশ্যে মঙ্গোলীয় সংস্কৃতিৰ প্ৰভাৱ সিমান কোবাল নহয়। মঙ্গোলীয় সংস্কৃতি উত্তৰ-পূব ভাৰততে আবদ্ধ থাকিল।

অসমীয়া সংস্কৃতি অসমীয়া জাতিৰ জাতীয় জীৱনৰ গতি। ত্ৰয়োদশ শতিকাত ব্ৰহ্মপুত্ৰ উপত্যকাত চুকাফাই ৰাজ্য স্থাপন কৰাৰ পাচত ভৌগোলিক হিচাবে অসম স্থাপিত হয় আৰু অসমীয়া সংস্কৃতিৰ জন্ম হয়। অসমীয়া সংস্কৃতি আখ্যাৰে চিনাকি দিয়াৰ কেইবা হাজাৰো বছৰৰ আগৰপৰাই অসমীয়া সংস্কৃতিৰ ঘাই শিপা কেইডাল গজিবলৈ আৰম্ভ কৰিছিল। কালক্ৰমত এই ঘাই শিপা কেইডাল বৰগছত পৰিণত হৈ ডাল-পাত-ফল-ফুলেৰে ভৰপূৰ হৈ পৰে। মহাভাৰতীয় সংস্কৃতি যেনেকৈ উদীচ্য দ্ৰাবিড় আৰু দাক্ষিণ সংস্কৃতিৰ সংমিশ্ৰণ, অসমীয়া সংস্কৃতিও তেনেকৈ উদীচ্য, দাক্ষিণ আৰু মাঙ্গোলীয় সংস্কৃতিৰ মধুৰ সমন্বয়ত জন্ম হয়। দ্ৰাবিড় সংস্কৃতিৰ প্ৰভাৱ অৱশ্যে সিমান স্পষ্ট নহয়।

দাক্ষিণ বা নিষাদসকল ভাৰতবৰ্ষত উত্তৰ-পশ্চিম ফালৰপৰা সোমাই, সমগ্ৰ ভাৰতবৰ্ষত বিয়পি পৰিছিল। তাৰ পাচত ক্ৰমে দক্ষিণ-পূবলৈ প্ৰব্ৰজন আৰম্ভ কৰি পূব-ভাৰতীয় দ্বীপপুঞ্জ, আন কি অষ্ট্ৰেলিয়াতো বিয়পি পৰে। এই জাতিটোৱে ভাৰতবৰ্ষত বাস কৰোঁতেই বৈশিষ্ট্যসম্পন্ন সংস্কৃতিৰ অধিকাৰী হয়। কৃষিজীৱী এই জাতিটোৱে ভাৰতীয় সংস্কৃতিলৈ



বৰঙনি দি যোৱাৰ দৰেই অসমীয়া সংস্কৃতিলৈকো বৰঙনি আগবঢ়ায়। অসমত লোকসংখ্যাৰ দৃষ্টিকোণৰপৰা মঙ্গোলীয় লোকৰ সংখ্যা সবাতোকৈ সৰহ। সেইদৰে সাংস্কৃতিক বৰঙনিও বিশেষ উল্লেখযোগ্য। উদীচ্য বা আৰ্য্য জাতিৰ বৰঙনিও লেখত লবলগীয়া। এইদৰেই তিনিও বিধ সংস্কৃতিৰ সমন্বয়ত আৰু যুগৰ সোঁতত আজিৰ অসমীয়া সংস্কৃতিয়ে ৰূপ লৈছে।

অসমৰ সংস্কৃতিক বহুতো ক্ষেত্ৰত মিশ্ৰিত ( Mixture ) বুলি কোৱাতকৈ মিলিত বা যৌগিক ( Compound ) বুলি কোৱাহে উচিত। জাতিগত সংমিশ্ৰণ আৰু একেলগে বাস কৰাৰ ফলত স্থষ্টি হোৱা সহিষ্ণুতা আৰু গুণগ্ৰাহিতাই সংস্কৃতিৰ নতুন ৰূপ দিয়াত অধিক সহায়তা কৰে। নৃতাত্ত্বিক সূত্ৰ খটুৱাই নাইবা মুখ বা মূৰৰ গঢ় চাই আজি আৰু অসমৰ মানুহৰ জাতি নিৰ্ণয় কৰা সহজ নহয়। ভৌগোলিক, পাৰিপাৰ্শ্বিক আৰু জাতিগত সংমিশ্ৰণৰ ফলতেই এনে হৈছে। সেইদৰে সাংস্কৃতিক সম্পদৰ বাহ্যিক ৰূপ নতুবা ব্যৱহাৰ প্ৰণালী চায়েই তাৰ মূল নিৰ্ণয় কৰাটোও আজি সহজসাধ্য নহয়। অসমৰ অধিকাংশ মানুহেই অনাৰ্য্যমূলীয়, কিন্তু ইয়াৰ ভাষা অসমীয়া মূলতে আৰ্য্যমূলীয়। এইদৰেই আৰ্য্য-অনাৰ্য্যৰ জাতিগত মিলন আৰু সাংস্কৃতিক ভেঁটি সুদৃঢ় হয়।

সংস্কৃতি এটা জাতিৰ জীৱনৰ ধাৰা। এটা ক্ৰমোন্নতিশীল জাতিৰ জাতীয় সম্পদ হ'ল—ভাষা, সাহিত্য, ৰীতি-নীতি, ধৰ্ম, মানসিক উৎকৰ্ষ, সুকুমাৰ কলা, স্থাপত্য, ভাস্কৰ্য্য, লোকবিশ্বাস ইত্যাদি। মানুহৰ সৌন্দৰ্য্য-বোধ, স্থষ্টি-প্ৰতিভা আৰু মানসিক উৎকৰ্ষই সংস্কৃতিৰ উৎস। মানসিক উৎকৰ্ষৰ বলত মানুহে জীৱন-যাপনৰ প্ৰণালী উন্নত আৰু সূক্ষ্ম বা মিহি কৰিবলৈ যত্ন কৰে। তেতিয়াই সংস্কৃতিৰ জন্ম হয়। অসমীয়া জাতিয়ে যুগ যুগ ধৰি মানসিক উৎকৰ্ষ সাধন কৰি জাতীয় সম্পদ বৃদ্ধি আৰু সৌন্দৰ্য্যসম্পন্ন কৰিবলৈ চেষ্টা কৰি আহিছে। কিন্তু ৰাজনৈতিক শক্তিৰ উত্থান-পতনৰ লগে লগে জাতিৰ জীৱনৰ গতিৰো হীন-ডেঢ়ি ঘটে। সুস্থ শাসন, সুস্থিৰ নিৰাপত্তা আৰু ৰাজকীয় পৃষ্ঠপোষকতাই সাংস্কৃতিক সম্পদ বৃদ্ধিত আৰু বিকাশত সহায়তা কৰে। ৰাজনৈতিক বিপ্লৱ, অস্থিৰ নতুবা কু-শাসনৰ কবলত সংস্কৃতিৰ গতি ৰুদ্ধ হয়। তদুপৰি একো একোটা জাতিৰ প্ৰভাৱত একো একোটা বিশেষ সংস্কৃতিৰ ক্ৰমবিকাশ সাধন হয়। নতুবা একো একোজন প্ৰভাৱশালী ৰজা বা শাসনগোষ্ঠীৰ বিশেষ আদৰ্শৰ বলতো সংস্কৃতিৰ একো একোটা সুঁতি কোবাল হৈ বৰলৈ ধৰে। তদুপৰি ধৰ্মীয় নেতৃত্বৰ অধিকাৰী মনীষাসম্পন্ন ব্যক্তিয়েও সংস্কৃতিক চহকী কৰাত বা নতুন ৰূপ দিয়াত ইন্ধন যোগায়। অসমৰ ক্ষেত্ৰত আহোম ৰাজত্ব আৰু শঙ্কৰদেৱৰ গাতেই এই কথা খাটে।

অসমৰ সংস্কৃতিত কেইবাটিও স্তৰ আৰু সুঁতি আছে। বিভিন্ন স্তৰত এই সুঁতিবোৰৰ মিলন হয়। অসমৰ সংস্কৃতিৰ বুৰঞ্জী পৰ্য্যবেক্ষণ কৰোঁতে সেয়েহে আমি প্ৰাগৈতিহাসিক, পৌৰাণিক, মধ্য আৰু বৰ্তমান এই চাৰিটা স্তৰ বা ভাগত ভাগ কৰিব পাৰোঁ। আনপিনে জাতিগত দৃষ্টিৰপৰা অষ্ট্ৰিক, মঙ্গোলীয়, আৰ্য্য, দ্ৰাবিড় আদি জাতিৰ স্বকীয়া-স্বকীয়া বৰঙণিৰ কথাও আলোচনা কৰিব পাৰোঁ।

অসমৰ সংস্কৃতিত লোকসংস্কৃতিৰ প্ৰভাৱ অতি স্পষ্ট। ইয়াৰ কাৰণ, জনজাতিৰ সংখ্যাধিক্য। মঙ্গোলীয় জাতিৰ ভিতৰতে আঠেকুৰিমান জনজাতিয়ে নিজৰ ৰীতি-নীতি, পৰম্পৰা, ধৰ্মবিশ্বাস লৈ বসবাস কৰি আহিছে। তদুপৰি অসমৰ ভৈয়াম অঞ্চলতো শঙ্কৰদেৱৰ আগৰছোৱাত বিভিন্ন লোকধৰ্মৰ প্ৰাদুৰ্ভাৱ আছিল। আনকি শঙ্কৰদেৱৰ নামধৰ্মৰ কাষে কাষে ৰাতি-খোৱা ৰীতিৰ লোকধৰ্ম আৰু ধৰ্মমূলক লোকবিশ্বাস চলি থাকিল। সেইবাবে অসমৰ সংস্কৃতিত লোকসংস্কৃতিৰ ছাঁ পৰাটো স্বাভাৱিক।

ভাৰতীয় সংস্কৃতিক কোনো কোনোৱে একক সংস্কৃতি বুলি কৈ আৰ্য্য, দ্ৰাবিড়, অষ্ট্ৰিক বা উপজাতীয় সংস্কৃতিক ভাৰতীয় সংস্কৃতিৰ শাখা হিচাবে থিয় কৰাব খোজে। কোনো কোনোৱে ভাৰতীয় সংস্কৃতিক মিশ্ৰিত বা যৌগিক সংস্কৃতি বুলি কৈ, ক'ব খোজে যে বিভিন্ন সংস্কৃতিৰ সমন্বয়ত ভাৰতীয় সংস্কৃতিৰ সৃষ্টি হৈছে। পিচৰটোহে আমি শুদ্ধ বুলি ক'ব খোজোঁ। আৰ্য্য সংস্কৃতি ভাৰতত প্ৰৱেশ কৰাৰ আগতেই অষ্ট্ৰিক আৰু দ্ৰাবিড় সংস্কৃতি সুপ্ৰতিষ্ঠিত। স্বকীয় সত্তাসম্পন্ন বিভিন্ন সংস্কৃতিৰ উপাদান লগ খাই যি যৌগিক সংস্কৃতিৰ জন্ম হৈছে, সিয়েই ভাৰতীয় সংস্কৃতি। অসমীয়া সংস্কৃতিৰ ক্ষেত্ৰতো এই কথাই প্ৰযোজ্য। বিভিন্ন যুগত অসমলৈ বিভিন্ন জাতিৰ মানুহে নিজৰ নিজৰ সংস্কৃতি লৈ অসমলৈ আহিছিল আৰু নিজৰ নিজৰ সাংস্কৃতিক বৰঙণি দি লুইতপৰীয়া সংস্কৃতিৰ নতুন ৰাবে-বৰণীয়া ৰূপ দিয়াত সহায়তা কৰিছিল। এইদৰেই অসমীয়া সংস্কৃতি বিভিন্ন জাতিৰ উপাদানত সমৃদ্ধ হৈ উঠিছিল। ক্ৰমবিৱৰ্তনশীল সমাজৰ জীৱনৰ গতি হিচাবে সংস্কৃতিৰ গতিও দিনক দিনে কোবাল হৈ গৈছে আৰু অসমীয়া সংস্কৃতি সু-সমৃদ্ধ হৈ উঠিছে।

**অসম সাহিত্য সভা**
চন্দ্ৰকান্ত সন্দিকৈ ভৱন
যোৰহাট, অসম
১৫ ডিচেম্বৰ, ১৯৬৬

**শ্ৰীহৰিপ্ৰসাদ নেওগ**
**শ্ৰীলীলা গগৈ**



# অসমৰ লোক-সংস্কৃতি

## সাধাৰণ আলোচনা

ড: বিৰিঞ্চিকুমাৰ বৰুৱা

জাতিৰ লোক-সংস্কৃতিৰ স্বৰূপ লোক-সাহিত্যত আৰু লোক-বিশ্বাসসমূহত প্ৰকাশ পায়। অসমীয়া লোক-সংস্কৃতিৰ বিষয়ে চৰ্চা কৰিবলৈ সেই কাৰণে প্ৰথমে অসমৰ এই অলিখিত অমূল্য সাহিত্যৰাজিৰ সংগ্ৰহ আৰু বিশ্লেষণ প্ৰয়োজন। জাতিৰ আদিম অৱস্থাৰপৰা সভ্য স্তৰলৈকে আঁত নিছিগাকৈ চলি অহা জনশ্ৰুতিয়েই হ'ল লোক-সাহিত্য। ই গদ্য আৰু গীত দুয়ো ৰূপতেই যুগ যুগ ধৰি সমাজৰ মুখে মুখে সৃষ্ট আৰু সংৰক্ষিত। ধৰ্ম-অনুষ্ঠান, পূজা-পাতল, লোক-বিশ্বাস, নিয়ম-কানুন, সাধু-উপাখ্যান, পুৰা-কাহিনী, প্ৰকৃতিৰ ব্যাখ্যা, নৃত্য-নাট, অভিনয়, ক্ৰীড়া-কৌতুক—এই সকলোৰে সমাহাৰত লোক-সংস্কৃতি সম্পূৰ্ণ। লোক-সাহিত্য আৰু লোক-বিশ্বাস জন-সাধাৰণ সম্পৰ্কীয় বিজ্ঞান নহয়; ই পৰম্পৰাগতভাৱে চলি অহা লোক-বিজ্ঞানহে। মানৱ জাতিয়ে যুগ যুগ ধৰি যি অভিজ্ঞতা লাভ কৰিলে, যি যি কথা শিকিলে, যি সমূহ বিষয় চৰ্চা কৰিলে—সেই সকলোৰে সঞ্চয়-ভাণ্ডাৰ হ'ল লোক-সাহিত্য আৰু লোক-বিশ্বাস। লোক-সাহিত্য আৰু লোক-বিশ্বাসৰ মাজতেই জাতিৰ মনোজগত আৰু জীৱন-যাপন আদৰ্শৰ পৰিচয় ওলায়। জাতিৰ ধাৰ্মিক, সামাজিক, মনস্তাত্ত্বিক বিষয়সমূহৰ উপ-লব্ধিত লোক-সাহিত্যই মূল উপাদান। জাতীয় চৰিত্ৰ বিশ্লেষণ কৰিবলৈ সেই কাৰণেই লোক-কথাবিদ্‌সকলে জাতিৰ এই অলিখিত সাংস্কৃতিক তথ্যসমূহ সংগ্ৰহ কৰে।

লোক-সংস্কৃতি আৰু লোক-বিশ্বাস অনুসন্ধানকাৰীসকলক বৰ্তমান তিনি শ্ৰেণীত ভাগ কৰা হয়। প্ৰথম হৈছে, ভাৰতীয় শ্ৰেণী; এওঁ-লোকৰ ভিতৰত ম'ৰিচ ব্লুমফিল্ডৰ স্থান প্ৰধান। ম'ৰিচ ব্লুমফিল্ডৰ প্ৰণালীমতে চৰ্চা কৰা সকলে সংস্কৃত আৰু সেই গোষ্ঠীৰ ভাষাসহ

(গ্ৰীক, জাৰ্মান) অধ্যয়ন কৰি যাইকৈ ভাষাৰ দৃষ্টিৰপৰা ভাৰতৰ আৰু ইউৰোপৰ লোক-সংস্কৃতিৰ গৱেষণা আৰম্ভ কৰে। তেওঁলোকে ভাষা-উপভাষাৰ জন্ম, পৰিবৰ্তন, বিকৃতিৰ বিষয়ে আলোচনা চলাইছে; শব্দ বাক্যাংশৰ অৰ্থৰ মূল আৰু পৰিণতিৰ কাৰণ নিৰ্ণয় কৰিছে; মানুহৰ মুখে মুখে প্ৰচলিত শব্দৰাজি আৰু ধ্বনি সংগ্ৰহ কৰিছে। ভাষা আৰু সাহিত্যৰ বুৰঞ্জীও এওঁলোকৰ আলোচনাৰ সহায়ক। ভাষাৰ লগত সেই ভাষা কোৱা মানুহৰ অঙ্গাঙ্গী সম্বন্ধ; গতিকে ভাষা-উপভাষাৰ চৰ্চাৰ লগত এই শ্ৰেণীৰ পণ্ডিতসকলে জাতীয় জীৱন আৰু ইতিহাসৰো প্ৰাসঙ্গিক চৰ্চা কৰে।

দ্বিতীয় শ্ৰেণীৰ সৰহভাগ হ'ল নৃতত্ত্ববিদ্ আৰু সমাজ-বিজ্ঞানী; ইয়াৰে ভিতৰত প্ৰধান হ'ল ফ্ৰেঞ্চ বোৱাচ। এওঁলোকে যাইকৈ আমেৰিকাৰ প্ৰাচীন জাতিসমূহৰ লোক-সংস্কৃতিৰ বিষয়ে গৱেষণা কৰিছে। ভাৰতীয় শ্ৰেণীটোৰ দৰে তেওঁলোকেও ভাষা-উপভাষা অধ্যয়ন কৰিছে। কিন্তু ভাৰতীয় শ্ৰেণীটোৱে প্ৰধানতে লিখিত ভাষাৰ আলমত (অৰ্থাৎ সংস্কৃত আদিত ৰচিত প্ৰাচীন গ্ৰন্থ) লোক-সংস্কৃতিৰ বিচাৰ কৰিছে। আমেৰিকাৰ পণ্ডিতসকলৰ অৱশ্যে এই সুবিধা নাই; তেওঁলোকে অলিখিত ভাষা আৰু সাহিত্যৰ ওপৰতে যাইকৈ নিৰ্ভৰ কৰিব লগা হৈছে। এই বিষয়ে তেওঁলোকে নতুন নতুন পদ্ধতিও উলিয়াইছে। পৃথিৱীৰ বহু পণ্ডিতে তেওঁলোকৰ পদ্ধতি অনুসৰণ কৰি বিভিন্ন জাতিৰ অলিখিত সাহিত্য বিশ্লেষণ কৰি নতুন তথ্যত উপনীত হৈছে।

তৃতীয় শ্ৰেণীৰ গৱেষকসকলৰ অগ্ৰণী হ'ল আৰ্নে আৰু থমচন। আৰ্নে ফিনলেণ্ডৰ জনকথাবিদ আৰু ষ্টিথ থমচন যুক্তৰাজ্যৰ ইণ্ডিয়ানা বিশ্ব-বিদ্যালয়ৰ অধ্যাপক। জনকথা গৱেষক এই দলটোৰ আন দুটা দলৰ লগত পাৰ্থক্য মন কৰিবলগীয়া। প্ৰধানতঃ ইউৰোপীয় সাধু কথা অধ্যয়ন কৰি এই শ্ৰেণীৰ পণ্ডিতসকলে স্বকীয়া এটা পদ্ধতি উলিয়াইছে। ইয়াৰ কৰ্মপন্থা মানৱতাবাদী। এওঁলোকৰ পদ্ধতি মুখে মুখে চলি অহা ঐতিহ্যৰ দ্বাৰা প্ৰভাৱান্বিত। এই শ্ৰেণীৰ গৱেষকসকলে জনকথাৰ মূল সংগ্ৰহ কৰি তাৰ শ্ৰেণী বিভাগ কৰাত অধিক প্ৰাধান্য দিছে। একেটা সাধুকে বিভিন্ন অঞ্চলৰ লোকে ভিন ভিন প্ৰকাৰে কয়। এওঁলোকে সেই ভিন ভিন ৰূপৰ সাধুকথা সংগ্ৰহ কৰাত গুৰুত্ব আৰোপ কৰিছে। আমেৰিকা যুক্তৰাজ্য আৰু ইউৰোপ উভয়তে এওঁলোকৰ প্ৰভাৱ লক্ষ্য কৰিব পাৰি। সম্প্ৰতি ভাৰতবৰ্ষতো এই পদ্ধতিত জনকথাৰ গৱেষণা হৈছে।

অসমত লোক-সংস্কৃতি এতিয়াও প্ৰাণময় আৰু জীৱন্ত হৈ আছে।



প্ৰাচীন সামাজিক প্ৰথা, বিশ্বাস আৰু পূজা-পাতল, ক্ৰিয়া-কলাপৰ অজস্ৰ তথ্যপাতি অসমত আজিও আছে। অষ্ট্ৰিক, তিব্বত-বৰ্মী আৰু আৰ্য্য আদি বিভিন্ন ভাষাভাষী মানুহৰ সংমিশ্ৰণৰ ফলত ই অধিক জটিল আৰু ৰহস্যময় হৈ পৰিছে।

## ধৰ্ম সম্বন্ধীয় লোক-বিশ্বাস

সাধাৰণভাৱে অসমীয়া লোক-সংস্কৃতিৰ ভাৰতীয় লোক-সংস্কৃতিৰ লগত মিল দেখা যায়। কিন্তু আগতেই কৈ অহা হৈছে যে, অসমীয়া জাতিটো বিভিন্ন সংস্কৃতি আৰু বহু জাতি-উপজাতিৰ সংমিশ্ৰণত গঠিত হৈছে। বৰ্তমান অধিবাসীসকলৰ উপৰিপুৰুষসকলে এৰি থৈ যোৱা পৃথক দানৰ ইয়াত মধুৰ সমন্বয় ঘটিছে। কিন্তু অসমৰ লোক-সাহিত্য আৰু সংস্কৃতিৰ ওপৰত সকলো প্ৰভাৱৰ প্ৰধান হ'ল চীনীয় বা তিব্বত-বৰ্মীয় প্ৰভাৱ। কিয়নো খ্ৰীষ্টীয় বহু শতাব্দীৰ পূৰ্বেই চীনৰ দক্ষিণাঞ্চলৰ দেশ আৰু দেশ-বাসীৰ লগত অসমৰ সম্বন্ধ ঘটিছিল। চীন, তিব্বত, ভোটান আৰু ব্ৰহ্ম-দেশৰ লগত অসমৰ এতিয়াও ঘনিষ্ঠ যাতায়াত আছে।

অসমীয়া লোক-সংস্কৃতিৰ প্ৰধান উপাদানসমূহৰ বিশ্লেষণত পোন প্ৰথমে বিচাৰ কৰিব লাগিব জনসাধাৰণৰ ধৰ্ম সম্বন্ধীয় বিশ্বাস আৰু পূজা-পাতল অনুষ্ঠানসমূহ। এইবোৰৰ মূল হ'ল ভূত-প্ৰেত, যখ-যখিনী, পিশাচ, বুঢ়াডাঙৰীয়া, প্ৰেতাত্মা আদিৰ বিশ্বাস। গছ, পাহাৰ-পৰ্বত, নদ-নদীৰ পূজা এতিয়াও বহু সম্প্ৰদায়ৰ মাজত প্ৰচলিত।

জনসাধাৰণৰ ধৰ্মৰ লগত পশু-পূজাও জড়িত আৰু পশুক কেন্দ্ৰ কৰিয়েই বহুতো বিশ্বাস আৰু সামাজিক প্ৰথাৰ উৎপত্তি হৈছে। এই ক্ষেত্ৰত গো-সেৱা হ'ল প্ৰথম। সমাজত যেতিয়া পশু-পালনৰ প্ৰাধান্য আছিল, গো-সেৱাৰ উদ্ভৱ সেই যুগতেই। অতীত কালত ইজিপ্ত আৰু ভাৰতৰ সকলোতে গৰুক সন্মান জনোৱা হৈছিল। মহেনজোদাৰোত ষাঁড়ৰ চিত্ৰ পোৱা গৈছে। শিৱৰ অন্য নাম হ'ল পশুপতি; ষাঁড় তেওঁৰ বাহন। জীৱিকাৰ কাৰণে যি দেশত মানুহে গৰুৰ ওপৰত নিৰ্ভৰ কৰিছে ত'তেই গৰু-পশুৰ স্বাস্থ্য আৰু শক্তি বৃদ্ধিৰ অৰ্থে নানা পূজা-পদ্ধতিৰ প্ৰচলন আছে। অসমীয়া সমাজত বিশেষকৈ বিহুত গৰুৰ শুশ্ৰূষা কৰা হয়; তাৰ লগত নানা সামাজিক আচাৰ-আচৰণো পালন কৰা হয়। অসমৰ জনজাতীয় লোকসকলৰ ধৰ্মমূলক আৰু সামাজিক অনুষ্ঠান উভয় ক্ষেত্ৰত মেঠোন বলি দিয়া অতি প্ৰয়োজনীয় প্ৰথা। গৰুৰ গোবৰ আৰু মূত

যে ঔষধতেই ব্যৱহাৰ কৰা হয় এনে নহয়—ইয়াৰ ভূত-পিশাচ খেদিব পৰা শক্তি থকা বুলিও ভবা হয়। চোতালত শুকান গোবৰৰ জুই ধৰাৰ উদ্দেশ্যও আচলতে এয়েই। পঞ্চগব্য হিন্দুৰ পৱিত্ৰ।

সাপ পূজা অসমত প্ৰায় সকলো সম্প্ৰদায়ৰ মাজতে আছে। সাপক কেন্দ্ৰ কৰি বহু প্ৰাচীন উপাখ্যান-উপকথাৰো সৃষ্টি হৈছে। সাপৰ বিষ আৰু মোট আদি গাঁৱলীয়া ঔষধ-পাতিত আজিও ব্যৱহাৰ হয়। জেঠীক অদ্ভুত ৰহস্যময় জীৱ হিচাবে ধৰা হয়। জেঠীয়ে মঙ্গল অমঙ্গল সূচায় আৰু ভৱিষ্যত সতৰ্ক কৰি দিয়ে। বুঢ়াক নৱযৌৱন দিবলৈ জেঠী বা জেঠীৰ গাৰ কোনো অংশ দৰবত প্ৰয়োগ কৰি মন্ত্ৰ সাধন কৰা হয়। সাপৰ দৰে জেঠীও সন্তৱ মোট সলাই নতুন হয়। এই মোটটো মোহিনী মন্ত্ৰ, বেমাৰ ভাল কৰিবলৈ কৰা মন্ত্ৰ আৰু সৌভাগ্য লাভৰ কাৰণে কৰা মন্ত্ৰত ব্যৱহাৰ কৰা হয়। পুত্ৰ সন্তান হ'লে জেঠীয়ে ভূতক খবৰ দিয়াটো আৰু ফলত সেই নকৈ ওপজা কেঁচুৱাটিক নি ভূতে মাৰি পেলায় বুলি চেমা নগাসকলৰ মাজত এটা বিশ্বাস আছে। সেই কাৰণেই মুনিহ মানুহে জেঠী দেখিলেই মাৰি পেলায়। কিন্তু তিৰোতাসকলে কোনো হানি-বিঘিনি নকৰাকৈ তাক এৰি দিয়ে; ছোৱালী উপজিলে ই লুকাই থাকে, গাঁতৰ পৰা নোলায়।

## জীৱ-জন্তু সম্বন্ধীয় লোক-বিশ্বাস

ধৰ্ম সম্বন্ধীয় বহুতো উৎসৱ পালনত কুকুৰা আৰু মাছৰ প্ৰয়োজন আছে, লোক-কলা আৰু লোক-সংস্কৃতিত এই দুয়োটাৰে প্ৰাধান্য অধিক। পশুৰ ভিতৰত বান্দৰপূজা বহু সম্প্ৰদায়ে কৰে। বান্দৰ বধ কৰা পাপ বুলি বহুতৰ বিশ্বাস। কেতিয়াবা কেতিয়াবা ক'লা মেকুৰীক ভূত-প্ৰেতৰ লগত সম্বন্ধ থকা বুলি ধৰা হয়। কোনো কোনো সময়ত ঘৰত মেকুৰীয়ে মেও-মেওকৈ ঘূৰি ফুৰা অমঙ্গলৰ চিন। কোনো কোনো নগাই শত্ৰুৰ ৰোগ বঢ়াবলৈ ক'লা মেকুৰী বলি দিয়ে। দুই শত্ৰুৰ মাজত মিলা-প্ৰীতিৰ কাৰণে মেকুৰী বলি দিয়ে। চোৰৰ মৃত্যু বাঞ্ছা কৰিলেও মেকুৰী মাৰে। নগা-সকলৰ মাজত মেকুৰী সম্বন্ধীয় আৰু এটা বিশ্বাস আছে। কোনো এটা মেকুৰীৰ দাম-দৰ কৰি যদি বন্দোৱস্ত মতে দাম দিয়া নহয়, তেন্তে সেই মানুহজনৰ খেৰা-ধান নষ্ট হয় আৰু তেওঁৰ মাতটো মেকুৰীৰ দৰে হুঁটা হয়। মেকুৰী হাবিলৈ পলাই গুচি যাব পাৰে; সেইটো যাতে নঘটে তাৰ কাৰণে মেকুৰী কিনোতাজনে এটা ভোজ দিয়ে।



বাঘ সম্বন্ধে বহুতো বিশ্বাস প্ৰচলিত। বিশেষকৈ নগাসকলৰ মাজত ই বেচি বদ্ধমূল। চেমা নগাসকলে বাঘক 'টোটেম' (জাতীয় প্ৰতীক) বুলি স্বীকাৰ কৰে। বাঘ তেওঁলোকৰ উপৰি পুৰুষ। একেজনী মাকৰে তিনিটা সন্তানৰ এটা ভূত, এটা বাঘ আৰু এটা মানুহ। সেই বিশ্বাস মতে এওঁলোকৰ সতি-সন্ততিসকলেই আজিও পৃথিৱীত বাস কৰি আছে। বহুতো নগাৰ গাত পশু লম্ভে। তেওঁলোকে তেতিয়া নিজকে কুকুৰ-নেচিয়া বা টেঁকীয়াপতীয়া বাঘ বুলি জ্ঞান কৰে। গাত পশু লম্ভাৰ ক্ষেত্ৰত শিয়ালৰো ভূমিকা আছে। অসমীয়া সাধুকথাত শিয়ালৰ বিষয়ে অলেখ কাহিনী পোৱা যায়। এনে কাহিনী ভাৰতীয় ভাষাসমূহতো আছে। পুৰণি অসমীয়া সাহিত্যৰ 'শিয়াল গোসাঁই' কাব্য মনোৰম। নিচুকনি গীতত শিয়াল সম্বন্ধে অনেক উল্লেখ আছে। শিয়ালৰ ধূৰ্তালি, শিয়ালৰ সখি পতা আদি অসমীয়া ভাষাত থকা সাধুকথাবোৰ আমোদজনক। হাতীক সদায়ে মঙ্গলৰ চিন বুলি ভবা হয়। হাতীৰ ওপৰত পৃথিৱীখন ৰৈ থকা বিশ্বাস নানা আদিম মানুহৰ মাজতো আছে। হাতী সম্বন্ধে বহু সাধু-কথাও আছে। 'বগাহাতী' প্ৰবাদবচনত পৰিণত হৈছে। সিদ্ধিদাতা আৰু বিঘ্নেশ্বৰ গণেশ হাতীৰে ৰূপান্তৰ। শিলত কটা গণেশৰ মূৰ্তি অসম দেশৰ সৰ্বত্ৰ সিঁচৰিত হৈ আছে।

গাহৰি আৰু কুকুৰ পোহনীয়া জন্তু হিচাবে ঘৰে ঘৰে। বড়ো ভাষাভাষী লোকসকলৰ সাংস্কৃতিক জীৱনৰ লগত গাহৰি নিবিড়ভাৱে জড়িত। এওঁলোকৰ ধৰ্মমূলক আৰু সামাজিক প্ৰায়বিলাক উৎসৱতেই গাহৰি বলি দিব লাগে।

চৰাইৰ ভিতৰত বহুতো বিশ্বাসৰ উৎপত্তি কাউৰীৰপৰাই হৈছে। কাউৰীৰ মাতৰ বহুত ধৰণৰ অৰ্থ কৰা হয়। ই অমঙ্গলৰ আগ জাননী, আলহী অহাৰ বাতৰিও দিয়ে। এঠাইলৈ যাত্ৰা কৰিলে কাউৰীয়ে মাতিলে অমঙ্গলৰ চিন। ফেঁচা লক্ষ্মীৰ বাহন বুলি এসময়ত মাঙ্গলিক চৰাই স্বৰূপে গণ্য কৰা হৈছিল। কিন্তু সাধাৰণতে ইয়াক কুলক্ষণীয়া চৰাই বুলিহে ধৰা হয়। ফেঁচাই নিউ-নিউ কৰিলে মৃত্যু হয় বুলি ধাৰণা। ঘৰত ফেঁচা সোমালে পৰিয়ালৰ অমঙ্গল। ফেঁচাৰ মঙহ আৰু পাখি কামো-দ্দীপক ঔষধ। ম'ৰা চৰাইক শ্ৰদ্ধা কৰা হয়। ইয়াৰ পাখিক যে কেৱল ধুনীয়া বুলিয়ে ভবা হয় এনে নহয়, পৱিত্ৰ বুলিও গণ্য কৰা হয়। হিন্দু-সকলৰ মতে ই কাৰ্তিকৰ বাহন। ইয়াৰ পাখি কৃষ্ণই মূৰত পিন্ধিছিল। ম'ৰাপাখীৰ বিচনী উৎসৱ অনুষ্ঠানৰ সময়ত ব্যৱহাৰ কৰা হয়। ধুমুহা বৰষুণৰপৰা হাত সাৰিবলৈ ঘৰৰ মূধত ম'ৰা চৰাইৰ প্ৰতিকৃতি থোৱা হয়।

পখিলাৰ দৰে ধুনীয়া প্ৰাণী যে জন-কথা আৰু লোক-বিশ্বাসৰ কেন্দ্ৰ হ'ব তাত আচৰিত হ'বলগীয়া একো নাই। গাত পখিলা পৰিলে বিবাহ আগন্তক। পখিলা মৃতকৰ আত্মা বুলি নগাসকলৰ বিশ্বাস। পখিলা মৰাটো নগাসকলৰ মাজত নিষিদ্ধ।

মৌমাখি সম্বন্ধে কোনো কোনো ঠাইত এতিয়াও নানা লোক-বিশ্বাস আছে। আপোনা-আপুনি মৌমাখি এবাহ ঘৰ সোমোৱাহি সৌভাগ্যৰ লক্ষণ। পোহনীয়া মৌবাহে ঘৰ এৰিলে দুৰ্ভাগ্যই দেখা দিয়াৰ সম্ভাৱনা।

## শিলপূজা

শিল সম্বন্ধে বহুতো পুৰণি উপাখ্যান আৰু কিম্বদন্তী প্ৰচলিত। শিল দেৱতা আৰু অপদেৱতাৰ বাসস্থান বুলিও ভবা হয়। অপসৰী আৰু মানুহ গোট মাৰি শিল হোৱা অনেক কাহিনী পুৰণি সাহিত্যত পোৱা যায়। এই কাহিনীবোৰৰ ভিতৰত বিখ্যাত কাহিনী হ'ল গৌতমৰ পত্নী অহল্যাৰ সম্বন্ধে। শ্ৰীশৈলধৰ ৰাজখোৱাই তেখেতৰ মনোৰম কবিতা এটিত ফুলৰা আৰু চতলা দুজনী গাভৰু দুটি সৰু সৰু পাহাৰত পৰিণত হোৱাৰ কাহিনী বৰ্ণাইছে। মৃতকৰ পোতা ঠাইৰ ওপৰত জনজাতীয় লোকসকলে থিয় শিল পোতে। অসমীয়া বিবাহ, মৃত্যু আৰু শপত খোৱা অনুষ্ঠানত শিলৰ ব্যৱহাৰ আছে। অসমৰ শিলপূজা বিষয়ক ধৰ্ম সম্বন্ধীয় আৰু সামাজিক ভালেমান তথ্য-পাতি উদ্ধাৰ হ'বলৈ বাট চাই আছে।

## বৃক্ষপূজা

জন লাব্বক, টেইলৰ, ফাৰ্গুচন আৰু মনিয়ৰ উইলিয়াম্‌চৰ গ্ৰন্থৰপৰা গছ আৰু উদ্ভিদৰ পূজা গোটেই পৃথিৱীতে যে কৰা হয় আৰু ই যে এক প্ৰাচীন প্ৰথা, সেই কথা বঢ়িয়াকৈ জানিব পাৰি। গছপূজা একালত গ্ৰীচ, ফ্ৰান্স আৰু এচিৰিয়াত চলিছিল আৰু এতিয়াও আফ্ৰিকা, পলিনেচিয়া, আমেৰিকা আৰু ভাৰতৰ বিভিন্ন সমাজৰ মানুহৰ মাজত প্ৰচলিত। আদিম যুগত গছক স্বয়ং দেৱতাজ্ঞান কৰিয়েই পূজা কৰা হৈছিল। কিন্তু সময়ৰ লগে লগে গছবোৰত ভূত-প্ৰেতহে থাকে বুলি বিশ্বাস কৰিবলৈ ধৰা হয়।

ভাৰতবৰ্ষত প্ৰচলিত গছপূজাৰ চিন পোৱা যায় মহেনজোদাৰো আৰু হৰপ্পাত। সিন্ধু উপত্যকাত বহুতো প্ৰাচীন মোহৰ আৱিষ্কৃত



হৈছে। তাত বৃক্ষ দেৱ-দেৱী অঙ্কিত আছে আৰু এওঁলোকৰ সন্মুখত প্ৰাৰ্থনা কৰি থকা চিত্ৰ আছে। এটা চীল-মোহৰত দুটা ডালেৰে এজোপা আঁহত গছক বুজোৱা হৈছে আৰু এই ডাল দুটাৰ মাজত এগৰাকী দেৱী আছে। তেওঁ বিবস্ত্ৰা, চুলিকোছা বৈ পৰা; তিনিটা শিং আৰু হাতত বাজু। গতিকে গছপূজা যে আৰ্য্যসকলৰ পূৰ্বৰ আৰু ভাৰতবৰ্ষত ই অতি প্ৰাচীন সি প্ৰমাণসিদ্ধ। আজিৰ হিন্দুসকলেও বৰগছ, আঁহতগছ, কদমগছ, বেলগছ আৰু তুলসীগছৰ পূজা কৰে। বৌদ্ধসকলে বোধিদ্ৰুমক অতি শ্ৰদ্ধাৰে পূজা কৰে। শিলিখাগছ অসমৰ বৈষ্ণৱসকলৰ পৰম শ্ৰদ্ধাৰ বস্তু। এই শিলিখাগছৰ ছাঁতে শঙ্কৰদেৱে জিৰণি লৈছিল। পঞ্চপল্লৱ বহুতো ধৰ্ম অনুষ্ঠানাত প্ৰয়োজন। তামিলসকলৰ মন্দিৰৰ কাষত নিমগছ ৰুই পূজা কৰা হয়। দক্ষিণ ভাৰতৰ প্ৰায়বিলাক কালী-মন্দিৰৰ চৌহদৰ ভিতৰত নিমগছ থাকেই। কালী গোসাঁনীৰ সেৱকসকলে হাতত নিমগছৰ ডাল লৈ ফুৰে। অসমত নিমগছৰ পাত ভূত খেদোৱাৰ দৰৱ। বিশেষকৈ আই ওলালে ইয়াক ব্যৱহাৰ কৰা হয়। বসন্ত ৰোগ সাধাৰণতে গোসাঁনীৰ অভিসম্পাত বুলি বিশ্বাস কৰা হয়। বড়ো-কছাৰীসকলৰ কাৰণে সিজুগছ বিশেষ অৰ্থপূৰ্ণ। তেওঁলোকে সিজুগছ চোতালত ৰুই তাৰ পূজা কৰে। অসমীয়া হিন্দুসকলে জুই, বৰষুণ আৰু ধুমুহাৰপৰা ৰক্ষা পাবৰ আশাৰে ঘৰৰ মূধতে এজাতি সিজু (চাল কুঁৱৰী) গছ ৰুই থয়। পথাৰৰ চাৰি সীমাত যি সিজুগছ ৰোৱা হয় তাৰ উদ্দেশ্য কেৱল গৰু-ম'হৰ অত্যাচাৰৰপৰা পথাৰ-বাৰী ৰক্ষা কৰাই নহয়—ভূত-পিশাচৰপৰা ৰক্ষা পৰাও। অসমীয়া বিশ্বাসমতে প্ৰসূতিৰ ঘৰৰ দুৱাৰমুখত সিজু ৰুব লাগে। ডাকৰ ভণিতাত আছে—

সূতিকা নিকটে ৰাখিবা অস্ত্ৰ ॥
গৃহ চাৰি চুকে দ্বাৰ মুখত।
বচ সিজু আনি ৰুইব শকত ॥

নগাসকলৰ মাজত সিজুগছেৰে বেৰা দিয়া বৰ ভয় লগা কথা। সিজুগছে ধুমুহা আনে বুলি তেওঁলোকৰ বিশ্বাস।[১]

---

[১] সিজু-জাতীয় গছৰ আদি বাসস্থান মেক্সিকো দেশত। সেই দেশত এই গছক কি দৰে সন্মান কৰা হয়, সেই কথা তলৰ উদ্ধৃতিৰপৰা জানি :—

The plants are considered as demi-gods and must be treated with reverence, only priests may touch them and then only after washing their

অসমীয়া খাদ্যতালিকাত কচু, ঢেঁকীয়া প্ৰধান। বিহলঙনি জৰা-ফুকাত লাগে। বিহলঙনিৰে জাৰিলে ভূত-পিশাচ ভয় খাই পলায় আৰু গাৰ বিষ ভাল হয়। এনে বিশ্বাস মধ্য ইউৰোপতো আছে। বহুতো ৰোগত ইয়াক দৰৱৰূপে ব্যৱহাৰ কৰা হয়। সৰিয়হ আৰু সৰিয়হৰ তেল অন্যান্য কামত প্ৰয়োগ কৰাৰ উপৰিও দৰৱ আদিত ব্যৱহৃত হয়। জুইত সৰিয়হ দি মুখলগা ভঙা আৰু ভূত-প্ৰেত খেদোৱা হয়। সৰিয়হ প্ৰয়োগ কৰি ভূত খেদোৱা ভূতৰ গল্প অলেখ আছে। কামশাস্ত্ৰত সৰিয়হৰ গুণাৱলীৰ প্ৰশংসা পোৱা যায়। ছোৱালী ফুচুলাই আনিবলৈ বা স্ত্ৰীসংসৰ্গ উপভোগ কৰিবলৈ সৰিয়হ ব্যৱহাৰ কৰিবৰ কাৰণে পুৰণি অসমীয়া মন্ত্ৰত দিহা দিয়া আছে। তামোল-পাণে যাদুৰ কাম কৰে। অসমীয়া ধৰ্মমূলক আৰু সামাজিক জীৱনত তামোলৰ গুৰুত্বপূৰ্ণ স্থান। ভাৰতবৰ্ষত বাঁহ হ'ল পৱিত্ৰ; অগ্নিৰ প্ৰতীক। কাৰণ মানুহে বিশ্বাস কৰে যে বাঁহে বাঁহে ঘঁহনি খাই হাবিত জুই লাগে। এই প্ৰসঙ্গত পুৰাণৰ মুৰলাৰ কাহিনী মন কৰিবলগীয়া। মুৰলা আছিল ব্ৰাহ্মণৰ ছোৱালী। মুৰলাক তাই নজনাকৈয়ে এজন শূদ্ৰত বিয়া দিয়া হৈছিল। এই প্ৰৱঞ্চনা ধৰা পৰাত মুৰলা মৰিবলৈ ওলাল। বিষ্ণুক প্ৰাৰ্থনা কৰি তেওঁ চিতাত উঠিল। মুৰলাৰ ছাইৰপৰাই জন্মিল বাঁহগছ। বাঁহগছত ভূত-পিশাচ থাকে বুলি বিশ্বাস কৰা হয়। অমাৱস্যা, একাদশী আৰু শনিবাৰে বাঁহ কাটিব নাপায় বুলি নিষেধ বচন আছে।

## কৃষি সম্বন্ধীয় লোক-বিশ্বাস

শস্য যাতে লহপহকৈ বাঢ়ে তাৰ বাবেও বহুতো আচাৰ অনুষ্ঠান পালন কৰা হয়। কাতি বিহুত পথাৰত বন্তি দিয়া হয়। নগাসকলৰ বিশ্বাসমতে মানুহ এটা মাৰি তাৰ মূহ খেতিৰ পথাৰত থলে খেতি নদন-বদন হয়।

hands, and often sticks are used instead of fingers. Hikuli ( a kind of cactus ) is thought to give protection ; if a man carries hikuli in his belt, the bear cannot harm him and the deer becomes tamed so that it can be easily killed........

The Christian natives make sign of the cross when comming into presence of the plant, and it is always saluted if it were a man, and is supposed to reply......Other cacti are also used in religious ceremonies, especially Epithelantha Micromeris, which is thought to make the eyes clear to see sorcerers.—

The Study of Cactus by Vera Higgins, p. 63-54



চাউল মানুহৰ কেৱল প্ৰধান খাদ্যই নহয়, ইয়াক মন্ত্ৰতো ব্যৱহাৰ কৰা হয়। অসমীয়াৰ বিয়াত দৰা যেতিয়া কন্যাঘৰলৈ আহে তেতিয়া দৰাক মুহিবলৈ অথবা তেওঁৰপৰা অপদেৱতা দূৰ কৰিবলৈ চাউল ছটিওৱাৰ বা চোবোৱাৰ প্ৰথা আছে। জনজাতীয় লোকসকলেও যাদুত আৰু দেও উঠি ভৱিষ্যদ্বাণী কৰা সময়ত চাউল ব্যৱহাৰ কৰে।

ভঁৰালত শস্য সঞ্চয় কৰা সম্বন্ধেও অনেক বিশ্বাস আছে। কোনো কোনো মাহত আৰু দিনত ভঁৰালৰপৰা ধান উলিয়াব নাপায়। লঘোন লগা সময়ত তিৰোতা মানুহক ভঁৰালৰ কাষলৈকে যাবলৈ দিয়া নহয়। ভঁৰালক পূজাও কৰা হয়। কাতি বিহুত ভঁৰালৰ সন্মুখত বন্তি জ্বলোৱা হয়।

প্ৰধানতঃ খেতিৰ ওপৰত নিৰ্ভৰ কৰা সমাজে পানীৰ কাৰণে প্ৰাকৃতিক শক্তিসমূহক প্ৰাৰ্থনা জনায়। এই শক্তিসমূহক যাদু আৰু ধৰ্মমূলক আচাৰ অনুষ্ঠানেৰে তুষ্ট কৰে। বৰষুণ নমাবলৈ আৰু বন্ধ কৰিবলৈ অসমীয়াৰ মাজত বহুতো আচাৰ অনুষ্ঠান আৰু মন্ত্ৰৰ প্ৰচলন মন কৰিবলগীয়া। পানী বিচাৰি নাইবা মাজে মাজে হোৱা বানপানী যাতে বন্ধ হয় তাৰ কাৰণে নিজৰা বা নদীক পূজা কৰে। এই ধৰণৰ সামাজিক প্ৰথা জন-জাতীয়লোকৰ মাজতো আছে। নগাসকলৰ বৰষুণ অনোৱা উৎসৱত ডেকা আৰু ল'ৰাহঁতে বৰষুণ আহিলে ল'ৰা-ছোৱালীয়ে ধেমালি কৰাদি বাহিৰলৈ ওলাই গৈ নাচে আৰু গীত গায়।

খেতি চপাই আনি প্ৰথম প্ৰথম এমুঠি চাউল খাইজক লগোৱাটো এনেবোৰ বিশ্বাসৰ লগত জড়িত। ধান দোৱা শেষ হোৱাৰ ঠিক পাচতেই অসমীয়াই ন-খোৱা ভোজ পাতে। এই আনুষ্ঠানিক ভোজ হৈ যোৱাৰ পাচতহে ন-খেতিৰ চাউল নিজে খাব পাৰে। মাঘ বিহু হ'ল খেতি চপোৱা উৎসৱ। ই আচলতে প্ৰথম শস্য গ্ৰহণৰ উৎসৱ। এই উৎসৱত তিল, চাউল, সৰিয়হ আদি ন-শস্য উচৰ্গা কৰি অগ্নিদেৱতাক তুষ্ট কৰা হয়। সেইদৰেই গছত প্ৰথম ফল ধৰিলে তাৰে এটা ফল দেৱতালৈ উচৰ্গা কৰা হয়। আকৌ নতুনকৈ পোৱালি জগা গাইৰ গাখীৰ খীৰায়েই খেতৰ-খেতৰণীলৈ উচৰ্গা কৰা হয়। খেতৰ-খেতৰণী খেতিৰ পথাৰৰ অধিষ্ঠাত্ৰী দেৱ-দেৱী। এই সম্পৰ্কত ন-চাউলৰ পিঠা তৈয়াৰ কৰাৰ লগত জড়িত সামাজিক প্ৰথাসমূহ সংগ্ৰহ কৰা উচিত। ন-শস্যৰ পিঠা কৰোঁতে দেৱতা-তুষ্টিৰ কাৰণে কিছুমান নিয়ম পালন কৰা হয়। প্ৰথম পিঠাখন জুইত দিয়া হয়, বিহু-উৎসৱত আত্মীয় স্বজনক পিঠা খুওৱাও এই শ্ৰেণীৰেই এটি মাঙ্গ-লিক অনুষ্ঠান। ভিখাৰীকো পিঠা দান কৰা হয় অমঙ্গল দূৰ কৰিবলৈ।

ভঁৰাল যাতে অগ্নি, বৰষুণ আৰু নিগনিৰপৰা নিৰাপদে থাকে আৰু পথাৰত খেতি যাতে ভালদৰে হয় তাৰ কাৰণে এই সকলোবোৰ অনুষ্ঠান পালন কৰা হয়। মাঘ বিহুত আনকি গৰুকো পিঠা খুওৱা হয়।

কৃষিৰ সা-সঁজুলি, বিশেষকৈ লোহাৰ আহিলা-পাতিৰ লগত বহু বিশ্বাস জড়িত। লোহাত ঐন্দ্ৰজালিক গুণ আছে বুলি মানুহৰ ধাৰণা। গতিকে কটাৰী, দা, বেজী আৰু কৃষিকৰ্ম, মাছ মৰা আহিলা, তাঁতশাল আদিত ব্যৱহৃত অন্যান্য লোৰ চোকা আহিলা-পাতিৰ লগত মানুহৰ কিছুমান ধাৰণা আৰু অভ্যাস জড়িত আছে। পৰিয়ালৰ কোনো লোকৰ মৃত্যু হ'লে মৃতকৰ সৎকাৰ আৰু শ্ৰাদ্ধাদি যিজন লোকে কৰে—তেওঁ হাতত এখন লোহাৰ কটাৰী বা অন্য তেনে কোনো লোহাৰ চোকা সঁজুলি অশৌচৰ দিন কেইটাত লগত ৰাখিব লাগে ; নহ'লে মৃতকৰ আত্মাই তেওঁৰ অপকাৰ কৰিব পাৰে। সন্তান জন্মৰ পাচত, প্ৰসূতিৰ পাটীৰ তলত এখন কটাৰী থৈ দিয়া হয়।

অসমীয়া বিবাহোৎসৱৰ দিনবোৰত দৰা-কন্যাই একোখন কটাৰী সদায় লগত ৰাখিব লাগে। বিধি-কৰ্ম শেষ হৈ যোৱাৰ পাচত দৰা-কন্যাই 'টেমী-কটাৰী সলোৱা' কৌতুক-আচাৰ পালিব লাগে।

ভূত-প্ৰেতৰপৰা ৰক্ষা পাবলৈ সাধাৰণতে নিশা গাঁৱলীয়া মানুহে লগত কটাৰী লৈ ফুৰে। গাভৰুক কটাৰী উপহাৰ দিয়া প্ৰণয়ৰ চিন। বিহুগীতত ইয়াৰ উল্লেখ আছে।

দা সম্পৰ্কেও অনেক বিশ্বাস আছে। পূজাৰ বলি কটা দা মন্ত্ৰ মাতি পূজা কৰা হয় ; কালিকা পুৰাণত এনে মন্ত্ৰৰ উল্লেখ আছে। গাৰো-সকলে খেতি-বাতিৰ আৰম্ভৰ আগতে দা-কটাৰী নৃত্য-গীতেৰে পূজা কৰে।

## প্ৰকৃতিপূজা

প্ৰকৃতিৰ বিভিন্ন ৰূপৰ সৌন্দৰ্য্য আৰু আশ্চৰ্য্য ক্ৰিয়া-কলাপত অভিভূত আৰু মুগ্ধ হৈ আদিম অৱস্থাৰপৰা মানুহে এইবোৰক পূজা কৰি আহিছে। ঋগ্বেদৰ প্ৰায়বোৰ মন্ত্ৰই প্ৰকৃতিৰ স্তৱ। চন্দ্ৰ, সূৰ্য্য, গ্ৰহ, নক্ষত্ৰ, তৰা (পপীয়া তৰা), আকাশ, মেঘ, ৰামধনু, বতাহ, ধুমুহা (বৰদৈ-চিলা), ভূমিকম্প, অতিবৃষ্টি, অনাবৃষ্টিৰ লগত অজস্ৰ পূজা-পাতল, ক্ৰিয়া-কৰ্ম, বিশ্বাস-আখ্যান জড়িত আছে। প্ৰকৃতিৰ বিচিত্ৰ ৰূপৰ অলেখ বন্দনা গীতেৰে আমাৰ লোক-সাহিত্য সমৃদ্ধ। ওপৰত উল্লেখ কৰা প্ৰকৃতি-পূজাৰ ভিতৰত অগ্নিপূজা প্ৰধান। মানুহৰ সভ্যতা বিকাশৰ লগত অগ্নি



ওতঃপ্ৰোতভাৱে সংযুক্ত। অগ্নি কূটৈষাই (Fire Complex) অসমৰ পাহাৰ-ভৈয়ামৰ সকলো মানুহৰ মাজত অসীম প্ৰভাৱ বিস্তাৰ কৰি আছে। ধৰ্ম আৰু সামাজিক অনুষ্ঠানত, সাধাৰণ বিশ্বাসত (দেও-ভূত দূৰ কৰা, অমঙ্গল আঁতৰোৱা, সতীত্ব আৰু সততাৰ পৰীক্ষাত, শাওপাতত, ৰোগ নিৰাময়ত), কৃষি কৰ্মত (যেনে পথাৰত বন্তি জ্বলোৱা), উৎসৱ আৰু খেল-ধেমালিত অগ্নিৰ বিশেষ ব্যৱহাৰ আছে। এই পিনৰপৰা চাবলৈ গ'লে মাঘ বিহু প্ৰকৃততে অগ্নিপূজাহে। পৰ্বত-ভৈয়ামৰ মানুহৰ মাজত থকা অগ্নি সম্বন্ধীয় জনশ্ৰুতি এতিয়াও উদ্ধাৰ হোৱা নাই। এইবোৰ সংগ্ৰহ হ'লে অসমত অগ্নিপূজাৰ প্ৰাচীনত্বৰ বিষয়ে আলোচনা কৰিবলৈ সুচল হ'ব।

## ভৱিষ্যত গণনা

লোক-জীৱনৰ ভূত-ভৱিষ্যত চিন্তাৰ লগত ভৱিষ্যত গণনা ওতপ্ৰোতভাৱে জড়িত। ভৱিষ্যতে ঘটিবলগীয়া বা কোনো দূৰণিত ঘটা ঘটনা আমাৰ অজ্ঞাত। সেই বিষয়ে জনা, বা কি হ'ব আগতে কৈ দিয়া কামটো আজিও অসমৰ পৰ্বতে-ভৈয়ামে থকা জনসাধাৰণৰ মাজত এক ব্যাপক অনুষ্ঠানৰ যোগেদি সমাধা কৰা হয়। জ্যোতিষ সম্বন্ধে সংস্কৃত আৰু অসমীয়া ভাষাতে অৱশ্যে অজস্ৰ কিতাপ আছে। কিন্তু মুখে মুখে চলি থকা যিবোৰ কথা আছে—লিখিত পুথিতকৈ তাৰ পৰিমাণ বহুত বেচি। জনজাতিসকলৰ মাজতো এই বিষয়ে বিবিধ প্ৰথা আছে। কোনোৱে মাটিত চিত্ৰ আঁকি মঙল চায়, কোনোৱে কড়ি মাৰে, কোনোৱে ধান, তামোল আৰু কণী প্ৰয়োগ কৰে আৰু কেতবোৰে কুকুৰাৰে মঙল চায়। ভৱিষ্যত গণনা সম্বন্ধে আমাৰ দেশত প্ৰচলিত ভিন ভিন প্ৰথাৰ সংগ্ৰহ মনোৰম অধ্যয়ন হ'ব। বেমাৰ হ'লে, এঠাইলৈ যাত্ৰা কৰিলে, নতুনকৈ ঘৰ-দুৱাৰ সাজিলে, নাও সাজিলে, গৰু কিনিলে আৰু বিয়া-বাৰুৰ দিন ঠিক কৰিলে মানুহে এতিয়াও কাৰ্য্যৰ শুভাশুভৰ গণনা কৰে।

মঙল চোৱাৰ লগত গাঁঠিৰ বিশেষ সম্বন্ধ। প্ৰতীকৰ ক্ষেত্ৰত ধৰ্ম-অনুষ্ঠানত (শাঁত নহ'লে কিহৰ গাণ্ঠি) ঐন্দ্ৰজালিক বিদ্যাত বেজৰ দৰৱত, গাঁঠিৰ আজিও প্ৰাধান্য। গাঁঠি বান্ধ দিয়া অৰ্থ হ'ল কোনো কাৰ্য্য দৃঢ় বা চিৰস্থায়ী কৰা, ধৰি ৰখা, গাঁঠি দিয়া মানে বাধা দিয়া আৰু গতি ৰুদ্ধ কৰাও। গাঁঠি মেলা মানে কোনো কোনো বন্ধনৰপৰা মুকলি কৰা

ইত্যাদি। গতিকে গাঁঠিয়ে মিলন ঘটায়, বান্ধিও পেলায়। প্ৰণয় আৰু পৰিণয়ক ই সুদৃঢ় কৰে। ই পাপক দূৰ কৰে আৰু পাপীক বান্ধি কোঙা কৰে। বিয়াত দৰা-কন্যাৰ চাদৰত গাঁঠি বন্ধা হয়, কুশবনৰ আঙঠি দৰা-কন্যাৰ আঙুলিত পিন্ধোৱা আদিৰ এয়ে সাঙ্কেতিক অৰ্থ। প্ৰাচীন অসমীয়া মন্ত্ৰৰ পুথিত অনেক ভূত-জৰা মন্ত্ৰ আছে। সেই মন্ত্ৰবোৰত ভূতক বান্ধিবলৈ গাঁঠি দিয়াৰ আৰু মেলি দিবলৈ গাঁঠি খোলাৰ মন্ত্ৰ আছে। পুৰুষ বা স্ত্ৰীক পাবলৈ মোহিনী মন্ত্ৰৰ লগতো গাঁঠিৰ সম্বন্ধ আছে। এই পীৰিতি-গাঁঠি দিয়াৰ নিৰ্দিষ্ট দিন আৰু সময় আছে।

বছৰৰ কেতবোৰ দিন গাঁৱলীয়া মানুহে মঙ্গলজনক আৰু কিছুমানক অমঙ্গলীয়া বা আপদীয়া বুলি ভাবে। সচৰাচৰ কোৱা হয়:

> অমাবস্যা প্ৰতিপদ পূৰ্ণিমা তিথি,
> মাকৰ ঘৰলৈ নাযায় যুৱতী।

পঞ্জিকাত এনে কিছু শুভ-অশুভ দিনৰ উল্লেখ আছে। কিন্তু জ্যোতিষৰ বিচাৰমতে বিচাৰ কৰি সিদ্ধান্ত কৰা দিনবোৰৰ লগত কোনো সম্পৰ্ক নথকা কিছুমান কাম কৰাৰপৰা বিৰত থাকিব লাগে। শনি আৰু মঙ্গলবাৰ অমঙ্গলীয়া দিন। এই দুদিন বাঁহ কাটিব নাপায়। আনকি গালি পাৰোঁতেও মানুহে 'শনিবাৰে হোৱা' বুলি কয়। মাছ মৰা, মাটি চহোৱা, লখিমীৰ আগ অনা, লখিমী চপোৱা, ছিৰা কড়াই ভজা-খুন্দা আদি কাম কৰাৰ ক্ষেত্ৰতো কিছুমান দিন অমঙ্গলীয়া বুলি জনসাধাৰণৰ ধাৰণা। শুভ দিনতকৈ অমঙ্গলীয়া দিনবোৰ সম্বন্ধে মানুহৰ সাৱধানতা অধিক।

জনসাধাৰণৰ ধাৰ্মিক সংস্কৃতিৰ লগত শাও-শপতৰ বিশেষ সম্বন্ধ। শাও-শপতে মন্ত্ৰৰ দৰে ক্ৰিয়া কৰে বুলি লোক-বিশ্বাস। এই বিষয়ে বহু বাক্য আৰু ৰীতি প্ৰচলিত আছে। সাধাৰণতে ঈশ্বৰক প্ৰকৃতিৰ পদাৰ্থক (চন্দ্ৰ, সূৰ্য্য, অগ্নি, শিল, নদী) সাক্ষী কৰি অথবা পৱিত্ৰ, মহান লোক আৰু গুৰু-গোসাঁইলৈ চাই শপত খোৱা হয়। ইয়াকে কৰোঁতে 'দান্তে তৃণ, হাতত পানী, মুখত গোবৰ বা মাটি লোৱা' বিবিধ নিয়ম আজিও অসমীয়া আৰু জনজাতিৰ মাজত প্ৰচলিত। হিন্দু সমাজত প্ৰচলিত এনে ধৰণৰ কিছুমান নিয়ম-অনুষ্ঠান জনজাতিসমূহৰপৰা আহিছে বুলি সমাজতাত্ত্বিকসকলে অনুমান কৰে। এইবোৰৰ সংগ্ৰহ আৰু তুলনামূলক আলোচনাৰপৰাও জাতিৰ চিন্তাধাৰাৰ পৰিচয় ওলায়।



## ভিন ভিন সংস্কাৰ

দেহৰ এক অৱস্থাৰপৰা আন অৱস্থালৈ ৰূপান্তৰিত হওঁতে পালন কৰা সংস্কাৰ অনুষ্ঠানসমূহ নানাভাৱে অৰ্থপূৰ্ণ। কেতবোৰ সাধাৰণ বিশ্বাসৰ ওপৰত প্ৰতিষ্ঠিত; অন্যবোৰ সামাজিক উৎসৱৰ লগত জড়িত। এনে উৎসৱ অনুষ্ঠানে মানুহক ভাবাবেগৰ অশান্তি আৰু কষ্টৰপৰা সকাহ দিয়ে; আৰু সংশ্লিষ্ট ব্যক্তিৰ মনত সামাজিক নিৰাপত্তাৰ ভাব জগায়। আন আন দেশৰ দৰে অসমতো জন্ম, প্ৰেম, বিবাহ আৰু মৃত্যু সম্বন্ধীয় নানা বিশ্বাস আছে; এইবোৰত বিভিন্ন ধৰণৰ অনুষ্ঠান পালন কৰা হয়। উদাহৰণস্বৰূপে, গৰ্ভৱতী তিৰোতা, বিশেষকৈ প্ৰথম সন্তান জন্ম হ'বৰ সময়ত মাকৰ ঘৰলৈ যোৱাটো অসমৰ এটা সামাজিক প্ৰথা। ভাৰতবৰ্ষতো অতীত কালত এই প্ৰথা আছিল। মাকৰ ঘৰলৈ যাওঁতে বাটতে প্ৰসৱ-বেদনা হোৱাত লুম্বিনী গাঁৱত কেনেকৈ গৌতম বুদ্ধৰ জন্ম হৈছিল, সেই কথা ইতিহাসপ্ৰসিদ্ধ। সাধাৰণতে অসমত সন্তান জন্ম হোৱাৰ দিনাৰপৰা এমাহলৈকে মাকক অশুচি বুলি ধৰা হয় আৰু ঘৰৰ বস্তু-বেহানি একোকে তেওঁক চুব-মেলিবলৈ দিয়া নহয়। মাকৰ ওচৰত তুঁহজুই আৰু গোবৰ-খুটিৰ জুই একেৰাহে জ্বলাই থোৱা হয়। ডাকৰ বচনত এই বিষয়ে দীঘলীয়া নিৰ্দেশ আছে। ইয়াৰ উদ্দেশ্য ভূতক ভয় খুৱাই খেদোৱা। বিছনাৰ কাষত কটাৰী এখনো থৈ দিয়া হয়। জুইত সৰিয়হ দিয়া আৰু মাক আৰু সন্তান উভয়ৰে গাত নহৰু বাটি সানি দিয়া হয়। সন্তানৰ কাৰণে মাছ আৰু কুকুৰা উচৰ্গা কৰাটো জনজাতীয়সকলৰ সামাজিক প্ৰথা। সন্তানৰ নামাকৰণ, চূড়াকৰণ আৰু অন্নপ্ৰাসনৰ সময়ত ব্ৰাহ্মণসকলে শাস্ত্ৰীয় সংস্কাৰসমূহ যথাৰ্থবিহিতৰূপে পালন কৰে। এই শাস্ত্ৰীয় বিধিসমূহৰ লগত ভালেমান লৌকিক সংস্কাৰো পালন কৰা হয় আৰু প্ৰত্যেক শাস্ত্ৰীয় অনুষ্ঠানৰ লগত লগুন দিয়াৰ গীত আদি বিবিধ ধৰণৰ গীত গোৱা হয়। এই গীতবোৰৰ মাজত লৌকিক আচাৰৰ উল্লেখ আছে; তাৰেপৰা হিন্দু সংস্কাৰৰ লগত অসমীয়া লোকাচাৰৰ ক'ত মিল-অমিল ধৰিব পাৰি। সংস্কৃতিৰ তুলনামূলক অধ্যয়নৰ কাৰণে এই গীতবোৰৰ সঙ্কলন অতি প্ৰয়োজনীয়।

মিতিৰ-কুটুম সম্বন্ধেও নানা বিশ্বাস প্ৰচলিত আছে। উদাহৰণস্বৰূপে, মোমাই-ভাগিন সম্বন্ধটো অসমীয়াৰ কাৰণে বৰ আদৰৰ সম্বন্ধ। কোনো সম্প্ৰদায়ৰ মাজত থকা কিছুমান সামাজিক প্ৰথামতে বিশেষ এক ধৰণৰ সম্বন্ধীয় মানুহ দেখা কৰা, সি সকলৰ লগত কথা-বতৰা পতা বা আন

কোনো কাম কৰা নিষিদ্ধ। এই বিশেষ সম্বন্ধৰ মানুহ হ'ল শাহু-বোৱাৰী আদি (জোঁৱায়েকে শাহুৱেকৰ মুখ চাব নোৱাৰে ; ভাই-বোৱাৰী জেঠালৰ আগত ওলাব নোৱাৰে)।

আন এটা গুৰুত্বপূৰ্ণ সম্বন্ধ হ'ল সখিৰ সম্বন্ধ। সমনীয়াই লগলাগি সখিপতা এটা জনপ্ৰিয় সামাজিক প্ৰথা। কিছুমান উৎসৱত ডেকা ল'ৰা আৰু গাভৰু ছোৱালী বন্ধু হিচাবে লগ খাৱহি। এই ধৰণৰ আনুষ্ঠানিক বন্ধুত্বৰ প্ৰথা জনজাতীয় বাইজৰ মাজতো প্ৰচলিত। তেওঁলোকে বন্ধুত্বৰ উৎসৱ পাতি ভোজ-ভাত খায়। নগাসকল এই উদ্দেশ্যে সামাজিকভাৱে এঠাইত সন্মিলিত হৈ নৃত্য-গীত কৰে। অসমীয়া বিয়া অনুষ্ঠানত সখিবো স্থান আছে আৰু সখি-সখিয়নীয়েও দৰা-কন্যাৰ দৰে বিবাহৰ সাজ-পোচাক পিন্ধে। অপদেৱতাক প্ৰতাৰণা কৰিবলৈকে এই নকল দৰা-কন্যাৰ ব্যৱস্থা। অপদেৱতাই ভুল কৰি আচল দৰা-কন্যাৰ গাত নলম্ভি কিজানিবা সখি-সখিয়নীৰ গাত লম্ভে! দৰা-কন্যাক অপায়-অমঙ্গল অথবা অপদেৱতাৰপৰা ৰক্ষা কৰিবলৈ বিবাহৰ কেইদিন শুচি-সংযমত থৈ তেওঁলোকক দেৱতা জ্ঞান কৰা হয়। সেইহে বিয়া নামত দৰা-কন্যাক হৰ-পাৰ্বতী, বিষ্ণু-লক্ষ্মী, ৰাম-সীতা, কৃষ্ণ-ৰাধা আদি আখ্যা দিয়া হয়।

জন্মৰ পাচতেই দেহৰ প্ৰধান ৰূপান্তৰ যৌৱন। একালত ছোৱালী পুষ্পিতা হ'লে আনুষ্ঠানিকভাৱে নোৱাই-তোলনি বিবাহ পতা হৈছিল আৰু ৰং-ধেমালি কৰা হৈছিল। বিয়াত সচৰাচৰ পালন কৰা কিছুমান আনুষ্ঠানিক ক্ৰিয়া-কলাপ ছোৱালীৰ যৌৱন হওঁতেই পালন কৰা হৈছিল। পুষ্পিতা হোৱাৰ কালছোৱাত ছোৱালীজনীক নিলগকৈ ৰখাটো আনকি আজিও সমাজত চলি আছে। ছোৱালীৰ গাভৰু কালত কৰা আন আন অনুষ্ঠান হ'ল কাণ বিন্ধোঁৱা, নাক ফুটোৱা আদি। এইবোৰ কথা আজিলৈকে লিপিবদ্ধ হোৱা নাই।

এই প্ৰসঙ্গতে নামৰ মাহাত্ম্যৰ বিষয়েও উল্লেখ কৰিব পাৰি। সাধাৰণ মানুহে নামৰ যাদুকৰী শক্তিত বিশ্বাস কৰে। অসমীয়া মানুহৰ নাম দুটা। এটা গোপন বা ৰাশিচক্ৰ চাই নিৰ্ণয় কৰা নাম ; আনটো প্ৰকাশ্য নাম। প্ৰকাশ্য নামটোৱেই বন্ধু-বান্ধৱৰ মাজত আৰু সমাজত পৰিচিত। গোপন নামটো আচল নাম। ইয়াক কেৱল যিজনৰ নাম তেওঁ আৰু তেওঁৰ পিতৃ-মাতৃয়েহে জানে। আচল নামটো প্ৰকাশ কৰাৰ বিৰুদ্ধে থকা বাধা-নিষেধবোৰৰ কাৰণ আছে। সাধাৰণৰ বিশ্বাস যে আচল নামটো নিজৰ সত্তাৰ অত্যন্ত প্ৰয়োজনীয় অঙ্গ, আনে ইয়াক জানিলে বিপদৰ সম্ভাৱনা। আচল নামটো শত্ৰুৰ আগত প্ৰকাশ হ'লে সেই নামৰ ওপৰত মন্ত্ৰ মাতি



শত্ৰুৱে অপকাৰ কৰিব পাৰে বুলি বিশ্বাস কৰি তাক গোপনে ৰক্ষা কৰা হয়। ল'ৰা-ছোৱালীৰ নামাকৰণ, প্ৰথম অশৌচীয়া চুলি কটা, অন্নপ্ৰাসন কাৰ্যাদি অনুষ্ঠান উৎসৱৰ যোগেদি পালন কৰা হয়। পোন প্ৰথম কেঁচুৱাৰ অশৌচীয়া চুলি কাটোঁতে নাপিতক সন্মান কৰি পাত্ৰ-বস্ত্ৰ দান কৰা হয়। অন্নপ্ৰাসনত ল'ৰা-ছোৱালীৰ মুখত প্ৰথম ভাত মোমাইদেৱেকে দিয়াটো সামাজিক প্ৰথা।

ল'ৰা-ছোৱালীৰ নাম প্ৰায়েই কোনো দেৱ-দেৱী বা সাধু-সন্তৰ নামেৰে দিয়া হয়। যি দেৱ-দেৱীৰ নামেৰে নাম থোৱা হয় তেওঁ যাতে সততে বিপদ-আপদৰপৰা সন্তানক ৰক্ষা কৰে, সেয়ে উদ্দেশ্য। দেৱ-দেৱী বা সাধু-সন্তৰ সজ গুণসমূহ ল'ৰা বা ছোৱালীয়েও যাতে পায় সিও আন এটা উদ্দেশ্য। বৈষ্ণৱে সন্তানৰ নাম স্বভাৱতেই কৃষ্ণ, ৰাম, বিষ্ণু, হৰি ইত্যাদি ৰাখে। কাৰণ সন্তানৰ নাম কাঢ়োঁতে নিজৰ ইষ্ট-দেৱতাৰো নাম উচ্চাৰণ কৰা হয় (অজামিল উপাখ্যান এটা উদাহৰণ)। পৰিয়ালত কোনো সন্তানৰ মৃত্যু হ'লে পিচৰ সন্তানৰ নাম কোনো কোনোৱে আকৰ্ষণীয় কৰি নিদিয়ে—যেনে তেনে নাম এটা দি থয়। কুৰূচ নামৰ প্ৰতি অপদেৱতাৰ আকৰ্ষণ নাথাকে বুলি মানুহৰ বিশ্বাস।

স্বামী, বৰজনা, বয়োজ্যেষ্ঠলোক আৰু মৃত উপৰিপুৰুষৰ নাম কাঢ়িব নাপায়। মৃতকৰ নাম লিখোঁতে অপদেৱতাৰ দৃষ্টিৰপৰা হাত সাৰিবলৈ মৃতকৰ নামৰ আগত ৺(ঈশ্বৰ) বহুওৱা হয়। ভয়লগা প্ৰাণীৰ নাম উচ্চাৰণ কৰা ক্ষেত্ৰতো বাধা নিষেধ আছে। ৰাতি সাপৰ নাম উচ্চাৰণ কৰিবলগীয়া হ'লে মানুহে সাপ বুলি নকৈ দীঘল-ঠেঙীয়া বুলি কয়। নামৰ এনে প্ৰতীকবোৰৰ সম্বন্ধে আলোচনা বৰ কৌতূহলোদ্দীপক।

সকলো সংস্কাৰৰ ভিতৰত বিবাহ প্ৰধান। শাস্ত্ৰীয় নিয়মানুসাৰে বিবাহক ব্ৰাহ্মণ, দৈৱ, আৰ্য্য, প্ৰাজাপত্য, আসুৰ, গান্ধৰ্ব, ৰাক্ষস আৰু পৈশাচ—এই আঠ প্ৰকাৰত ভাগ কৰা হৈছে। ইয়াৰে কেইটামান আৰ্য্যৰ আৰু বাকী আৰ্য্যকৰণৰ ফলত জন্ম। অসমৰ বিভিন্ন সমাজত পলুৱাই অনা, চপনীয়া বা ঘৰজোঁৱাই চপা, ধন দি কিনা, চকলং আদি বেলেগ বেলেগ ধৰণৰ বিবাহ আদি এতিয়াও প্ৰচলিত। এইবোৰৰ লগত ভালেমান লোকাচাৰ আৰু স্ত্ৰীআচাৰ ওতপ্ৰোতভাৱে জড়িত আছে ; অঞ্চল আৰু সমাজভেদে এই বিবাহৰ আচাৰসমূহ বিভিন্ন। স্বৰ্গীয় হেমচন্দ্ৰ বৰুৱাৰ Assamese Marriage System নামৰ পুথি, ডক্টৰ প্ৰফুল্লদত্ত গোস্বামীৰ এই বিষয়ৰে ইংৰাজী প্ৰবন্ধ আৰু বিজয়চন্দ্ৰ অধিকাৰীৰ 'আসামে বিবাহ-পদ্ধতি' গ্ৰন্থৰ বাহিৰে এই সম্বন্ধে বহল আলোচনা হোৱা নাই।

অসমীয়া আৰু জনজাতীয় বিবাহ-পদ্ধতিৰ তুলনামূলক আলোচনাও প্ৰয়োজন।

মৃতকৰ সংকাৰ পৰিয়ালৰ কাৰণে গুৰুত্বপূৰ্ণ কাম। অন্তিম পৰত মৃতকক বেলেগ পাটীত শুৱাই বাহিৰলৈ উলিওৱা হয়। মৃতকক নতুন সাজ পিন্ধাই তেল-হালধি আদিৰে গা ধুওৱা হয়। মৰিশালিলৈ নিয়াৰ আগতে মৃতকক খোৱা ঠাই ডোখৰত বগৰীৰ জেং এঠাল থোৱা হয়। ভালেমান দিনলৈকে পৰিয়ালৰ লোকসকল শোকত থাকে আৰু কিছুমান বস্তু তেওঁলোকক খাবলৈ দিয়া নহয়। বহুতো আচাৰ-অনুষ্ঠান নৈষ্ঠিক হিন্দু প্ৰধানতে কৰা হয়। যিজন লোকে মৃতকৰ শেষ সংকাৰ কৰে, তেওঁ চুৰা নেখেদালৈকে লগত এখন কটাৰী লৈ ফুৰিব লাগে। শৱ-সংকাৰ কৰি অহাৰ পাচত মানুহবিলাকে এটুকুৰা শিলৰ ওপৰত ভৰি থৈ জুইত হাত কেইটা সেকিহে ঘৰৰ ভিতৰত সোমাব পাৰে। যদি খৰি দি উভতি আহোঁতে ৰাতি হয়, তেন্তে ৰাতি নুপুৱালৈকে খৰি দিয়া লোকসকল ঘৰৰ ভিতৰত সোমাব নোৱাৰে। দহা-কাজ নোযোৱালৈকে মৃতকৰ আত্মা গাঁৱৰপৰা আঁতৰ নহয় বুলি মানুহৰ বিশ্বাস।

জন্ম, বিবাহ, মৃত্যু আৰু অন্যান্য ধৰ্মমূলক আৰু ধৰ্ম-নিৰপেক্ষ উৎসৱ অনুষ্ঠান আদিৰ লগত ৰাজহুৱাভাৱে আহাৰ কৰা প্ৰথা সাঙোৰ খাই আছে। এনে দিনবোৰত একোটা ভোজ পতা হয়। কেতিয়াবা ভোজৰ আগতে লঘোন দিয়া হয় আৰু কিছুমান বিধি-বিহিত আচাৰ-অনুষ্ঠান পালন কৰা হয়। বেলেগ বেলেগ উপলক্ষে পতা উৎসৱৰ আহাৰো বেলেগ বেলেগ। ৰাজহুৱাকৈ খোৱা-মেলা কৰাৰ লগত কি কি বিশ্বাস জড়িত আছে আৰু এনে ভোজত কি কি বস্তু খোৱা হয় সেইবোৰ কোনোৱে সংগ্ৰহ কৰিব পাৰে। সমাজভেদে আহাৰ আৰু খোৱাৰ প্ৰথাও বেলেগ বেলেগ।

## লোক-উৎসৱ আৰু লোক-নৃত্য

জাতিৰ সামাজিক জীৱন আৰু অৱসৰ বিনোদনৰ বিভিন্ন পদ্ধতি অধ্যয়ন নকৰিলে সেই জাতিৰ লোক-সংস্কৃতিৰ আলোচনা পূৰ্ণাঙ্গ হ'ব নোৱাৰে। পঞ্জিকাত গাঁৱৰ ৰাইজৰ কাৰণে বহুতো অৱসৰ উপভোগৰ ধৰা-বন্ধা দিন আছে। ইয়াৰ বাহিৰেও অন্যান্য উৎসৱ আছে; যেনে, তিনি বিহুৰ উৎসৱ। প্ৰত্যেকটো বিহুৱেই আনন্দৰ উৎসৱ; ইয়াৰ লগত নৃত্য-গীতৰ সমাৰোহ। বহাগ বিহুত সমূহীয়া লোক-নৃত্যই বিশেষত্ব।



ডেকা-গাভৰুৱে জুম পাতি কৰা বিহু-নৃত্য এফালৰপৰা প্ৰেমৰ নৃত্য আৰু আন ফালৰপৰা প্ৰজনন নৃত্যও। কাৰণ ইয়াৰ যোগেদি পথাৰত লহ্-পহকৈ শস্য গজি উঠিবৰ কাৰণে আৰু ধ্বংসকাৰী কু-শক্তিবোৰক হুৰাই দিবৰ কাৰণে আই বসুমতীক প্ৰাৰ্থনা জনোৱা হয়।

বিহুৰপৰা আমি আমাৰ প্ৰাচীনতম গীতবোৰ পাওঁ। বিহুগীত বহু ধৰণৰ। আখ্যান, কিম্বদন্তী, অতীতৰ সঙ্কেতপূৰ্ণ কাব্যিক গীতৰপৰা আৰম্ভ কৰি পোনপটীয়া, কামোদ্দীপক আৰু হাঁহি-বিদ্ৰূপমূলক গীতলৈকে অনেক ধৰণৰ বিহুগীত আছে। প্ৰেম নিবেদন কৰাৰ ক্ষেত্ৰত এই বিহু-গীতবোৰৰ গুৰুত্বপূৰ্ণ অংশ আছে আৰু ইবোৰৰ যোগেদি হাঁহি-ধেমালিৰ মাজেদি ডেকা-গাভৰুৱে প্ৰেম নিবেদন কৰে আৰু ৰং-ৰহইচ কৰে। আমাৰ কানন-কবিতাত থকা মধুৰতম সুৰৰ ভিতৰত বিহুগীতৰ সুৰদি সুৰ অন্যতম।

অসমীয়া গাঁৱত প্ৰচলিত অন্যান্য গীত-নৃত্যসমূহৰ ভিতৰত এটা হ'ল দেওধনি। এই নৃত্য সাধাৰণতে তিৰোতাৰ আৰু ইয়াত নাচি নাচি মানুহগৰাকী অলৌকিকভাৱে সমাধিস্থ হয়। ইয়াৰ উদ্দেশ্য প্ৰধানকৈ হ'ল ঐন্দ্ৰজালিক শক্তি লাভ কৰা। তাৰ পাচত আহে ওজাপালি নৃত্য আৰু মনসাপূজাৰ লগত জড়িত নৃত্য। জনজাতিসকলৰ নিজা নিজা ধৰণৰ নাচ আছে। নগাসকলৰ চিকাৰী নৃত্য, মণিপুৰীৰ লোও-হাৰোৱা নৃত্য, লুচাইৰ বাঁহ নৃত্য আৰু বড়োসকলৰ খেৰাই নৃত্য উল্লেখযোগ্য।

অসমৰ বিভিন্ন জাতি-উপজাতিৰ মাজত প্ৰচলিত আনুষ্ঠানিক সমদলীয় অথবা এজনীয়া নাচসমূহৰ প্ৰধানকৈ এইদৰে শ্ৰেণীবিভাগ কৰিব পাৰি। (১) পূজা-পাতল আৰু ধৰ্ম অনুষ্ঠানৰ লগত জড়িত নাচ; (২) প্ৰকৃতিৰ সন্তুষ্টিৰ অৰ্থে কৰা নাচ; (৩) অলৌকিক শক্তি লাভৰ নাচ; (৪) প্ৰেম নিবেদন, বিবাহ, উৎসৱৰ লগত সমন্ধ থকা নাচ; (৫) মৃত্যু, শোক, বিৰহ আৰু অমঙ্গল দূৰ কৰিবলৈ নচা নাচ (যেনে মাৰি-মৰকৰ সময়ত কৰা নগৰ সঙ্কীৰ্তনৰ নাচ), (৬) কৃষি আৰু ঋতু উৎসৱৰ লগত জড়িত নাচ; (৭) চিকাৰ, মাছমৰা আদি খাদ্য সংগ্ৰহৰ নাচ; (৮) যুদ্ধ যাত্ৰা, যুদ্ধ জয়, শত্ৰু নিধন, শক্তি পৰীক্ষা আদি হৰ্ষ-উল্লাসৰ নাচ।

ইয়াৰ উপৰিও ৰোৱা, দোৱা, বনা আৰু আনকি নৈলৈ পানী আনিবলৈ যোৱা বিষয়ৰ যিবোৰ দৈনন্দিন কাম আছে তাৰ লগত জড়িত কিছুমান শ্ৰম-নৃত্য আছে। এই কামবোৰ কৰাৰ লগত অঙ্গ-পত্যঙ্গৰ যি ছন্দময় ভঙ্গী আছে সি গীতৰ লগত লগ লাগি মধুৰিমাময় হৈ পৰে। এই গীত-সমূহৰ যোগেদি কামৰ চেৱে চেৱে তাল ৰাখি, কামৰ গতি নিৰৱচ্ছিন্নভাৱে

অব্যাহত ৰাখি আৰু কৰি থকা সময়ত লগা আমনি আঁতৰাই কামৰ দক্ষতা বঢ়োৱা হয়। ধান বানোতে গোৱা ঢেঁকীৰ গীত, সূতা কাটোঁতে গোৱা যঁতৰৰ গীত, গৰখীয়া গীত, নাৱৰীয়া গীত, মাছমৰীয়া গীত আৰু টোকাৰী গীত আদি বহু বিষয়ৰ গীত আছে। যি কাম কৰা হয় সেই কামৰ লগত ৰজিতা খাই গীত আৰু নৃত্যই এক নতুন ৰূপ গ্ৰহণ কৰে।

এই নৃত্য-গীতবোৰৰ লগতে অন্য এবিধ সৰু গীতবো উল্লেখ কৰিব পাৰি। লোক-সাহিত্যৰ অঙ্গ হিচাবে ই বৰ সৰবৰহী। এই কবিতাবোৰ আওৰাওঁতে জিভাখন খুব দ্ৰুত গতিত ঘূৰাব লাগে। ইয়াৰ প্ৰত্যেক শব্দৰ ধ্বনি একে। এই কবিতাবোৰ এফাঁকিও হ'ব পাৰে, নাইবা এশাৰীও হ'ব পাৰে। কিন্তু ডাঙৰ ডাঙৰকৈ কেইবাবাৰো আওৰাবলৈ এইবিধ কবিতা বৰ টান (যেনে—লাই পুলি লৰাই ৰুলোঁ)। একেটা ব্যঞ্জন বৰ্ণ একেলেঠাৰিয়ে আওৰাব লগা হ'লে জিভাখন ঘূৰোৱা-পকোৱা টান। জনবিশ্বাস মতে এনেকৈ জিভা ঘূৰাই শব্দ উচ্চাৰণ কৰি থাকিলে চুটি জিভা দীঘল হয়। ই কেৱল ল'ৰা-ছোৱালীৰ ধেমালিৰ বস্তুৱেই নহয়; ল'ৰা-ছোৱালীৰ উচ্চাৰণো ইয়াৰ ফলত স্পষ্ট হয়। এইবোৰ বহু পুৰুষ ধৰি মুখে মুখে চলি আহিছে। এতিয়া এইবোৰৰ সংগ্ৰহ প্ৰয়োজন।

## খেল-ধেমালি

খেল-ধেমালিও আমোদপূৰ্ণ সামাজিক ব্যৱস্থা; কিয়নো খেলিবলৈ হ'লে এজনতকৈ বেচি লোকৰ প্ৰয়োজন। খেল-ধেমালি ক্ৰীড়া হিচাবে জনসাধাৰণৰ জীৱনৰ এক অবিচ্ছেদ্য অঙ্গ। খেল-ধেমালিৰ ওপৰত আজি কালি যি ধৰণৰ গুৰুত্ব আৰোপ কৰা হৈছে সেই পিনৰপৰা বিচাৰ কৰিলে খেলেই আধুনিক জীৱন আৰু তাৰ সংস্কৃতিৰ এক বিশিষ্ট ৰূপৰ গঢ় দিয়ে। মূলতঃ খেল এখন নাটক। খেলুৱৈবোৰ ইয়াৰ ভাৱৰীয়া, ছন্দময় গতি ইয়াৰ নৃত্য। কিছুমান খেলত গীতো থাকে। খেলৰ ভিতৰত আৰু গোটাদিয়েক বিশিষ্ট লক্ষণ আছে। প্ৰত্যেক খেলৰে কিছুমান নিয়ম আছে। এই নিয়মবিলাকৰ সৰহভাগেই জনসাধাৰণৰ বিশ্বাসৰ ওপৰত প্ৰতিষ্ঠিত। খেল-ধেমালিৰ সম্বন্ধেও কিছুমান পুৰণি বিশ্বাস আছে; খেলবিলাক সকলো সময়তে স্ত্ৰী-পুৰুষ নিৰ্বিশেষে সকলোৰে সকলো ঠাইতে আৰু সকলো বয়সৰ মুনিহ-তিৰোতাই খেলিব নোৱাৰে। অসমত কড়ি সচৰাচৰ বহাগ বিহুৰ সময়তহে খেলা হয়; কাৰণ উৰ্বৰতাৰ লগত কড়িৰ সম্বন্ধ। বহু সমাজত খেল-ধেমালি পূজাৰ অঙ্গবিশেষ। কালিকা পুৰাণৰ মতে চণ্ডিকা



পূজা, পঞ্চালিকা বিহাৰ আৰু শিশু-কৌতুকেৰে সম্পন্ন কৰিব লাগে। কেতিয়াবা ভৱিষ্যত গণনা কৰিবলৈ কড়ি আৰু পাশা খেলা হয়। কিছুমান খেল কেৱল ল'ৰা-ছোৱালীয়েই খেলিব পাৰে। সাধাৰণতে গীত গাই গাই কৰা খেলবোৰ ল'ৰা-ছোৱালীয়ে খেলে। জাতীয় খেলবিলাকৰ বিষয়ে আৰু তথ্য-পাতি সংগ্ৰহ কৰিব পাৰি। বিশ্বাস, সাধুকথা, লোক-গীতি, বিহুগীত বা লোক-কথাৰ আন যি কোনো বিষয়ৰ দৰে খেলৰো অনেক বিচিত্ৰ ধৰণ আছে আৰু এই বিষয়ে যথেষ্ট গৱেষণা কৰাৰ থল আছে। অসমৰ পূব আৰু পশ্চিম অঞ্চলত কিছুমান খেলৰ নিয়ম একে নহয়। ইয়াৰ কাৰণ আমি ফঁহিয়াই চাব লাগিব। আমি আৰু চাব লাগিব এটা খেল এঠাইৰপৰা আন এঠাইলৈ আৰু এটা শতিকাৰপৰা আন এটা শতিকালৈ কেনেকৈ বাগৰে আৰু এনেকৈ বাগৰোঁতে ই কিয় ৰূপ সলায়। খেলৰ উৎপত্তিৰ উৎস জাতিগত নে তাৰ মূল ভৌগোলিক—এইবোৰেই খেল-ধেমালি সম্বন্ধে কৰিব লগা আলোচনা। খেল-ধেমালিৰ ধৰণ-কৰণৰপৰা জাতিৰ শক্তি, সাহস, বীৰত্ব, কৰ্মশক্তি আৰু আমোদ-প্ৰমোদৰ বিষয়ে জানিব পাৰি।

# অসমৰ প্ৰাগৈতিহাসিক সংস্কৃতি

কনকলাল বৰুৱা

লিখিত বুৰঞ্জীয়ে ঢুকি নোপোৱা কালছোৱাই প্ৰাগৈতিহাসিক কাল। এই-খিনিতে এটা কথা মনত ৰখা উচিত: লিখিত বুৰঞ্জী বোলোঁতে আমি কেৱল মানেথো, বেৰচচচ বা হিৰোডটাচৰ দৰে ৰজা-মহাৰজা বা ৰাজফৈদৰ ইতিবৃত্তকে বুজিব নালাগে। শিলাখণ্ড, ধাতুৰ পাত, পাত্ৰ, স্তম্ভ, সাঁচিপাত, জন্তুৰ চাল আদিত থকা যি কোনো লিপি, লাগে সি চিত্ৰপ্ৰধানেই হওক বা প্ৰতীকধৰ্মীয়েই হওক, যদি তাৰ অৰ্থ কুনেইফৰ্মৰ দৰে বোধগম্য হয় বা হিয়েৰোগ্লিফৰ ছবি বা প্ৰতীকসমূহৰ দৰে শুদ্ধকৈ ব্যাখ্যা কৰিব পৰা বিধৰ হয় তেনেহ'লে তাতো বুৰঞ্জী সোমাই থাকিব পাৰে। আকৌ পোন্‌পটীয়াকৈ নহ'লেও পুৰুষ-পৰম্পৰাই মুখে মুখে চলি অহা প্ৰাৰ্থনা সঙ্গীত, ধৰ্মানুষ্ঠানৰ মন্ত্ৰাদিৰ মাজতো বুৰঞ্জীৰ সমল থাকিব পাৰে। সমগ্ৰ ভাৰতৰে বিচাৰত বুৰঞ্জীৰ এই সীমাৰেখা ঋক্‌বেদৰ সম্ভাব্য জন্মকাল খৃঃ পূঃ ২০০০ চন বুলি ঠাৱৰাব পাৰি; কিন্তু মহেঞ্জোদাৰো-লিপিসমূহৰ অৰ্থ উদঘাটন কৰা হ'লে এই সীমাৰেখা হয়তো আৰু এহাজাৰ বছৰ হোঁহকাই নিব পৰা যাব। ভাৰতৰ ক্ষেত্ৰত বুৰঞ্জীৰ এই সীমাৰেখাৰ আগৰ কালছোৱাকে প্ৰাগৈতিহাসিক বুলিব লাগিব।

অষ্ট্ৰ-এচিয়াটিক মনখ্‌মেৰ ভাষাভাষী খাচীয়া আৰু চিন্‌টেংসকলেই অসমত বাস কৰা প্ৰাচীনতম বাসিন্দাসকলৰ প্ৰতিনিধি বুলি ধৰা হয়। অন্ততঃ ভাষাতত্ত্ব আৰু সংস্কৃতিৰ বিচাৰত তেওঁলোকৰ লগত, সম্প্ৰতি কিছু শিলৰ পাত্ৰাদি আৱিষ্কাৰ হোৱা ছোটনাগপুৰৰ মুণ্ডাসকলৰ অনেকখিনি মিল আছে। অনেক যুগৰ আগতে নোহোৱা হৈ কোনোৱা আদিম মানুহৰ লগত এই ধ্বংসাৱশেষসমূহৰ কিবা সম্বন্ধ আছে বুলি প্ৰমাণিত নোহোৱা পৰ্য্যন্ত আমি এইবোৰ হো আৰু মুণ্ডাসকলৰে পূৰ্বপুৰুষসকলৰ স্মৃতিচিহ্ন বুলি ধৰি লব লাগিব। গতিকেই এসময়ত এই অষ্ট্ৰ-এচিয়াটিক ভাষাভাষীসকলৰ সংস্কৃতিও আদি প্ৰস্তৰ যুগৰ শেষ স্তৰ পৰ্য্যন্ত আগবঢ়া



আছিল বুলি অনুমান কৰিব পাৰি। হ'লেও অসমত বাস কৰা প্ৰাচীন বাসিন্দাসকলৰ হাতেৰে কৰা কিবা নিৰ্দশনৰ ধ্বংসাৱশেষ আৱিষ্কৃত নহয় মানে আমি ব্ৰহ্মদেশ বা ছোটনাগপুৰৰ দৰে অসমো প্ৰত্ন-প্ৰস্তৰ যুগ কিয় নব্য-প্ৰস্তৰ যুগৰ আদি ভাগৰ মানুহৰো বাসস্থান আছিল বুলি যুক্তিসম্মত ভাৱে দাবী কৰিব নোৱাৰোঁ। অসমৰ পাহাৰ আৰু মালভূমি অঞ্চলত অসংখ্য স্বাভাৱিক গুহা আছে। অসম উপত্যকাৰ থলুৱা মানুহে সিবোৰক যোপা বা খোৱোং বুলি কয়। ইয়াৰে কিছুমান আদিমবাসীসকলৰ বাসস্থান আছিল বুলি জনা যায়। কিন্তু মই যিমান দূৰ জানো ইয়াৰ এটাও বৈজ্ঞানিক পদ্ধতিৰে যোগ্য লোকৰ দ্বাৰা পৰীক্ষা কৰি চোৱা নাই। কিন্তু চেৰাপুঞ্জীৰ ওচৰত থকা এটা গুহাৰ দৰে কিছুমান গুহালৈ যে প্ৰাচীন কালত মানুহৰ আহ-যাহ আছিল তাত সন্দেহ নাই। এনে গুহাৰ বেৰ আৰু চালৰপৰা 'চিলিকা' জাতীয় শিলৰ টুকুৰা সংগ্ৰহ কৰি তাৰে তেওঁ-লোকে কেতিয়াবা মিহি আৰু কেতিয়াবা খহটাকৈয়ে শিলৰ পাত্ৰ আদি তৈয়াৰ কৰি লৈছিল।

যি কি নহওক, ইতিমধ্যে উল্লেখ কৰা মতেই, অসম বিভিন্ন নব্য-প্ৰস্তৰ যুগৰ মানুহৰ জাতি-উপজাতিৰ বিচৰণ ক্ষেত্ৰ আছিল। অধ্যাপক এইচ. চি. দাসগুপ্তই[১] প্ৰস্তুত কৰা সুন্দৰ পুথি 'Bibliography of pre-historic Indian Antiquities'ত বিভিন্ন পণ্ডিতে লক্ষ্য কৰা প্ৰায় একুৰি পাঁচোটা প্ৰাচীনতম অসমীয়া বস্তুৰ নিৰ্দশনৰ কথা উল্লেখ কৰা হৈছে আৰু এই সকলোবোৰেই পৰৱৰ্তী নব্য-প্ৰস্তৰ যুগৰ নিৰ্দশন। ইয়াৰ ভিতৰত শিলৰ অস্ত্ৰ, দা, কুঠাৰ, ফুটা থকা শিলৰ হাঁতুৰী, নাল লগাব পৰা কোৰ আৰু জবকা, ক'লা শিল বা চিলিকা খটোৱা কাঠৰ অস্ত্ৰ, শিল জাপি কৰা 'কেয়াৰ্ণ', 'ডলমেন', 'মেনহিৰ' আদিৰ দৰে সমাধি-স্তম্ভ আৰু এটা শিলৰ ভিতৰ ভাগ খালী হোৱা অথবা নোহোৱা, স্তম্ভ ইত্যাদিয়ে প্ৰধান। কিন্তু এতিয়া, কেতিয়াবা কিবা কাৰণত অসমৰ পাহাৰ অৰণ্য আদিত ভ্ৰমণ কৰিব লগা হোৱা কোনো লোকে হঠাৎ পাই যোৱা আৰু সংগ্ৰহ কৰা অনেক শিলৰ পাত্ৰ আদিৰ কথা প্ৰাচীন তত্ত্ব সম্পৰ্কীয় কোনো পত্ৰিকা আদিত লিপিবদ্ধ কৰা হোৱা নাই। এনেদৰে পোৱা আৰু স্থান বিশেষত যথানিয়মে বৰ্ণিত হোৱা দুই এটা বস্তুৰ কথা এই-খিনিতে প্ৰসঙ্গক্ৰমে উল্লেখ কৰা বোধহয় সঙ্গতিহীন নহ'ব।

স্বাভাৱিকভাৱেই প্ৰকাণ্ড প্ৰকাণ্ড শিলৰপৰা কাটি উলিওৱা প্ৰাচীন

১ J.A.R.S.B., Vol. XXVII (1931) pp. 1-96

কীৰ্তি-চিনসমূহে নৃতত্ত্ববিদসকলৰ দৃষ্টি বিশেষভাৱে আকৰ্ষণ কৰিছে। প্ৰকৃততে সেইবোৰে একোটা উল্লেখনীয় আকৰ্ষণীয় সাংস্কৃতিক স্তৰৰ স্বৰূপো দাঙি ধৰিব পাৰে। ১৮৪৪ চনতেই য়ুলে বঙ্গদেশৰ এচিয়াটিক চোচাইটিৰ মুখপাত্ৰত 'Notes on the Khasi Hills and People' নামে এটি প্ৰবন্ধ লিখিছিল। তাত খাচীসকলৰ শিলেৰে কৰা বিভিন্ন প্ৰকাৰৰ স্তম্ভ আদিৰ বহল বৰ্ণনা আছে। ১৮৫৪ চনত চাৰ জে. ডি. হুকাৰে তেওঁৰ 'হিমালয়ান জৰ্ণেল'ত খাচীয়া পাহাৰৰ শিলেৰে নিৰ্মাণ কৰা সমাধি-স্তম্ভৰ বিষয়ে আলোচনা কৰিছে। এই কীৰ্তি-চিহ্নসমূহৰে কথা আকৌ ১৮৭৪ চনত চি. বি. ক্লাৰ্ক আৰু ক্ৰমে ১৮৭১, ১৮৭৪ আৰু ১৮৭৬ চনত গড্‌উইন অষ্টিনে বেলেগ বেলেগকৈ আলোচনা কৰিছে। এই স্তম্ভসমূহ দুভাগত বিভক্ত। এবিধ 'ওৎ পোন মাও-শ্নিন্‌ৰং অৰ্থাৎ মতা শিলেৰে কৰা আৰু আনবিধ চেপেটা পথালি মাও-কীন্‌ঠাই অৰ্থাৎ মাইকী শিলৰ। ১৯২৯ চনত ডঃ হটন আৰু মিঃ মিলচে যুটীয়াকৈ বেঙ্গল-এচিয়াটিক চোচাইটিৰ আলোচনীলৈ 'Ancient Monoliths of North Cachar' নামেৰে এটি প্ৰবন্ধ আগ বঢ়াইছিল। তাত এটা শিলৰপৰা কাটি উলিওৱা গোটা আৰু ফোপোলা বিভিন্ন স্তম্ভৰ কথা ছবিৰে সৈতে বুজাই আলোচনা কৰা হৈছে; ভালেমান শিলৰ অস্ত্ৰ-শস্ত্ৰ, কুঠাৰ, বটালি, যাঠিৰ আগ আদিৰ সচিত্ৰ বৰ্ণনা দিয়া হৈছে আৰু তেওঁলোকৰ জ্ঞান বিশ্বাস অনুযায়ী শ্ৰদ্ধা-ভক্তি আকৰ্ষণ কৰা টোটেমিষ্টিক আহিঁৰ মাছ ভেঁকুলি আদিৰ দৰে দেখিবলৈ হোৱা প্ৰাকৃতিক শিল আদিৰ ফটো আৰু শিলৰ খোদাই কৰা মানুহ আৰু মিথুনৰ সচিত্ৰ-বিবৃতি দাঙি ধৰা হৈছে।

১৮৬৭ চনত লুবকে উজনি অসমত পোৱা এবিধ ক'লা শিলেৰে (Jade) কৰা নব্য-প্ৰস্তৰ যুগৰ পাত্ৰৰ কথা উল্লেখ কৰিছে। এইবিধ পাত্ৰ আকাশৰপৰা পতন হোৱা আৰু সেইবোৰৰ গাত মন্ত্ৰপুত শক্তি থকা বুলি বিশ্বাস কৰা হৈছিল। ১৮৭০ চনত ই. এইচ. ষ্টিলে নামচাঙৰ নগা গাঁৱত আৰু কিছুমান ক'লা-শিলৰ নব্য-প্ৰস্তৰ যুগৰ চিহ্ন পোৱাৰ কথা উল্লেখ কৰিছে। ১৮৭২ চনত লেফ্‌টেনাণ্ট বেৰণে এনথ্ৰপ'লজিকেল ইন্‌ষ্টিটিউটৰ মুখপত্ৰত নগা পাহাৰত ভালেমান নব্য-প্ৰস্তৰ যুগৰ বস্তু পোৱাৰ কথা হৈছে। এইবোৰ নগাসকলে আকাশৰপৰা পৰা বুলি বিশ্বাস কৰিছিল। একে বছৰতে উজনি অসমৰ এটা চাহ বাগিচাৰ কলঘৰৰ ভেঁটি খান্দোতে এখন শিলৰ অস্ত্ৰ পোৱাৰ কথা এচ.ই.পিলে জনাইছিল। ১৮৭৫ চনত মেড্‌লিকটেও ডিব্ৰুগড়ৰ ওচৰৰ এখন চাহ বাগিচাত এখন শিলৰ কুঠাৰ পোৱাৰ কথা জনাইছিল। ১৯১৪ চনত জে. চি. ব্ৰাউনে



J.A.S.B.ত নাল লগোৱা এবিধ অত্যন্ত দুষ্প্ৰাপ্য গাঁত কৰা শিলৰ হাঁতুৰীৰ বৰ্ণনা দিছে। সাধাৰণতে প্ৰাচীন লোকসকলে কাঠ বা হাড়ৰ নাল খুৱা-বৰ বাবে শিলত ফুটা কৰিব নাজানিছিল। সেইবাবে তেওঁলোকে সংশ্লিষ্ট শিল ডোখৰ ঘঁহাই ঘঁহাই এটা গাঁত কৰিছিল আৰু তাতে এডাল নাল বান্ধি লৈছিল। পূব-এচিয়া আৰু উত্তৰ আমেৰিকাৰ বিভিন্ন ঠাইত আবিষ্কৃত হোৱা সা-সঁজুলিৰ ইবোৰৰ লগত সাদৃশ্য দেখি মিঃ ব্ৰাউনে আমেৰিকাই এইবোৰৰ নিৰ্মাণ পদ্ধতি এচিয়াৰপৰা ধাৰ কৰিছিল বুলি অনুমান কৰিছে। ইণ্ডিয়ান আৰ্কিওলজিকেল ডিপাৰ্টমেণ্টৰ স্বৰ্গীয় মিঃ আৰ. ডি. বানাৰ্জিয়ে উক্ত বিভাগৰ ১৯২২-২৩ চনৰ বাৰ্ষিক প্ৰতিবেদনত আবৰসকলৰ মাজত এখন শিলৰ অস্ত্ৰ পোৱা কথা উল্লেখ কৰিছে। আবৰসকলে এই অস্ত্ৰ ঈশ্বৰে দান কৰা বুলি বিশ্বাস কৰিছিল। ডঃ হটনে তেওঁৰ আঙ্গামী নগা আৰু চেমা নগা সম্পৰ্কে লিখা বিশেষ পুথিত আৰু 'Man' (১৯২৪), J.A.S.B. (১৯২৮), J.R.A.I. (১৯২৬) আদি পত্ৰিকাত লিখা প্ৰবন্ধত নগা পাহাৰত পোৱা বিভিন্ন নব্য-প্ৰস্তৰ যুগৰ সা-সঁজুলি আৰু স্তম্ভৰ কথা উল্লেখ কৰিছে। আঙ্গামী আৰু চেমাসকলে এই প্ৰস্তৰ খণ্ডবোৰ বজ্ৰপাত পৰি হোৱা বুলি ভাবে আৰু সিবোৰৰ অন্ততঃ দুই এটা যে চিলিকাত পৰিণত হোৱা কাঠৰপৰা নিৰ্মিত তাত সন্দেহ নাই।

এই সকলো প্ৰাচীন নিদৰ্শনৰ ভিতৰত সাংস্কৃতিক দৃষ্টিৰপৰা প্ৰকাণ্ড শিলৰপৰা কৰা নিদৰ্শনসমূহেই যে সকলোতকৈ তাৎপৰ্য্যপূৰ্ণ তাত সন্দেহ নাই। অৱশ্যে এইবোৰৰ উদ্ভৱ আৰু বৈশিষ্ট্য সম্পৰ্কে পণ্ডিতসকল একে মত নহয়। অনেকে ইয়াৰ মাজত মাথোন পূৰ্বপুৰুষসকলৰ বিশ্বাসৰ নমুনাৰ বাহিৰে একো নাই বুলি ভাবে। অষ্টিনৰ মতে ইয়াৰ কিছুমান পূৰ্বপুৰুষসকলৰ আত্মাৰ প্ৰতি সন্মান জনাই আশীৰ্বাদ লাভ কৰাত ব্যৱহাৰ কৰিছিল। খাচীয়া পণ্ডিত মিঃ ডেভিড ৰয়ে খাচীয়াসকলৰ সাংস্কৃতিক আলোচনী কা-ছিনখং-জিংটিপত এই বিষয়ে আলোচনা কৰি কৈছে যে খাচীয়াসকলে তেওঁলোকৰ মৃতসকললৈ ভয় নকৰে। তেওঁলোকে মৃত লোকৰ শৱ দাহ কৰে। দাহ কৰাৰ পাচত পোৱা অস্থি পৰিয়ালৰ নিজা সমাধিস্থলত শিলৰ সাঁফৰ লগোৱা শিলৰ পেৰাত ভৰাই পুতি থয়। ইয়াৰ দ্বাৰাই তেওঁলোকে তেওঁলোকৰ মৃত আপোনজনক নিজৰ কাষলৈ আনি ধৰ্মানুষ্ঠানৰ যোগে আগবঢ়োৱা আহাৰ আদি খুৱাই ৰাখে বুলি তেওঁ দাবী কৰিছে। আনহাতে ডঃ হটন আৰু মিঃ মিল্‌চৰ মতে—"The upright menhirs and the sitting stones must be interpreted in the light of Khasi, Synteng and Naga monoliths and dolmens as providing

phallic memorials though which the soul-matter of the living, as of the dead, assists the fertilization of nature, the upright stones representing the male and the flate ones the female principles." তেওঁলোকে গাত কৰা গুটীয়া শিলবোৰকো এই সূত্ৰৰ পৰিপ্ৰেক্ষিতত বিচাৰ কৰিব খোজে। কিন্তু এইবোৰৰ যিমান যত্ন লোৱা আৰু পৰিশ্ৰম কৰাৰ চিন আছে তালৈ চাই তেওঁলোকে আপেক্ষিকভাৱে এটা সিদ্ধান্তত উপনীত হৈছে যে উত্তৰ কাছাৰত থকা এনে শিলবোৰ মৃত ব্যক্তিৰ ভস্ম ৰাখিবৰ বাবে ব্যৱহৃত হৈছিল আৰু এইবোৰ হয় মিকিৰ, নহয় খাচীয়া চিন্‌টেং জনজাতিৰ বস্তু। গতিকে তেওঁলোকৰ মতে এই গাত থকা গুটীয়া শিল-বোৰ "অসমৰ অতি প্ৰাচীন পূৰ্বপুৰুষৰ সংস্কৃতিৰ নিদৰ্শন যাৰ প্ৰভাৱ সমগ্ৰ দক্ষিণ-পূব এচিয়াৰ উপৰিও প্ৰশান্ত মহাসাগৰীয় অঞ্চল আৰু মাডা-গাস্কাৰ পৰ্য্যন্ত ব্যাপি আছিল।" বিশেষকৈ নগা পাহাৰ এলেকাৰ ক্ষেত্ৰত ডঃ হটন আৰু মিঃ মিল্‌চৰ জ্ঞান যথেষ্ট গভীৰ। তেওঁলোকৰ মতে বিৰাট বিৰাট শিলৰ ব্যৱহাৰৰ লগত "এটা উৰ্বৰ কৃষ্টি জড়িত য'ত মৃত ব্যক্তিৰ আত্মা মাটিৰ লগত মিলাই মানুহৰ অধিক শস্য, ফল-মূল আদি বৃদ্ধিৰ বাবে মাটিৰ উৰ্বৰতা বৃদ্ধি কৰা হয়" বুলি বিশ্বাস কৰা হয়। ডাঙৰ ডাঙৰ শিলৰ এই প্ৰাচীন নিদৰ্শনসমূহ যে কেৱল খাচীয়া পাহাৰ, উত্তৰ-কাছাৰ পাহাৰ আৰু নগা পাহাৰতহে মাথোন পোৱা যায় এনে নহয়; অসম উপত্যকাৰ বুকুৰ প্ৰায় মাজভাগত অৱস্থিত ডিমাপুৰ আৰু কাছমাৰী অঞ্চলতো উল্লেখযোগ্য খোদাই কৰা শিলৰ নিদৰ্শন পোৱা গৈছে। এইবোৰ বড়ো-কছাৰীসকলৰ বস্তু বুলি ভবাৰ কোনো কাৰণ নাই। বুৰঞ্জীয়ে সাক্ষী কোৱা কালত এইবোৰ ঠাইত বাস কৰা বড়ো-কছাৰীসকলৰ সংস্কৃতি "megalithic" ধৰণৰ সংস্কৃতি নাছিল। এই স্মৃতিসমূহ দূৰ অতীতত মিকিৰসকলৰ সম্পত্তি আছিল বুলি অনুমান কৰাৰ থল আছে; যদিও তেওঁলোকৰ জাতিগত সম্পৰ্কৰ কথা এতিয়াও সন্তোষজনকভাৱে নিৰ্ণয় কৰা হোৱা নাই। মুঠৰ ওপৰত এটা কথা নিশ্চিত যে অসমৰ প্ৰস্তৰ যুগৰ সংস্কৃতি অষ্ট্ৰ-এচিয়াটিক ভাষাভাষীসকলৰেই অৱদান। তেওঁলোকে বানপানীয়ে ছুব নোৱাৰা পাহাৰ, মালভূমি আৰু ওখ সমভূমি অঞ্চলত বাস কৰিছিল। পাচত তিব্বত-বৰ্মী বড়োসকলৰ দৰে বিভিন্ন আক্ৰমণকাৰীৰ হেঁচাত তেওঁলোক নিজৰ ঠাই এৰি গুচি যাব লগা হয়। ইয়াৰ ফলত খাচীয়া চিন্‌টেংসকল গৈ তেওঁলোকৰ বৰ্তমানৰ নিৰাপদ ঠাইত আশ্ৰয় লয়গৈ যাৰ ফলত আনৰপৰা আঁতৰি থাকি তেওঁলোকে অনেক পৰিমাণে তেওঁলোকৰ নিজা সংস্কৃতি বাহিৰা প্ৰভাৱৰপৰা মুক্ত ৰখাত সমৰ্থ হয়।



কিন্তু তেওঁলোকৰ লগৰে আন জনজাতিসকলে বহিৰাগতসকলৰ প্ৰভাৱত নিজ নিজ সংস্কৃতি হেৰুৱাই কালক্ৰমত বিভিন্ন জনজাতীয় নামত মাথোন ৰতি থাকিল। মিকিৰ, মণিপুৰী, কাছা নগা আদি লোকসকলৰ মাজত পণ্ডিতসকলে যি খাচীয়া সংস্কৃতিৰ চিন দেখিবলৈ পায় তাৰ কাৰণ এই সংস্কৃতি অতি প্ৰাচীন কালত বহুলভাৱে বিয়পি পৰিছিল। উদাহৰণ-স্বৰূপে খাচীয়া চিন্‌টেংসকলৰ মাজত প্ৰচলিত মাতৃপ্ৰধান ৰীতি একালত সমগ্ৰ অসমত প্ৰচলিত আছিল বুলি জনা যায়। আনকি বুৰঞ্জীয়ে চুকি পোৱা কালৰ ভিতৰতে যথাক্ৰমে ব্ৰহ্মপুত্ৰ আৰু সুৰমা উপত্যকাৰ কদলী আৰু জয়ন্তীয়া ৰাজ্য নাৰী-ৰাজ্যৰূপে জনাজাত আছিল।

১৮৬৯ চনতে লুইচে ( Lewis ) "বৃহৎ প্ৰস্তৰ খণ্ডৰ কীৰ্তিচিন ভাৰতবৰ্ষৰপৰা অবিচ্ছিন্নভাৱে পাৰস্য আৰু মধ্য এচিয়া হৈ ভূমধ্য সাগৰৰ উপকূল, ফ্ৰান্স, বৃটেইন আৰু স্কেণ্ডিনেভিয়া পৰ্য্যন্ত বিয়পি থকা"ৰ কথা আঙুলিয়াই দেখুৱাইছিল। তেওঁৰ মতে এইটো এটা মাত্ৰ ঘটনাক্ৰমে মিলি যোৱা কথা নহয়। প্ৰস্তৰ খণ্ডৰ এই নিৰ্মাণ পদ্ধতিৰ সাদৃশ্যই সংস্কৃতিৰ এটা বিশেষ স্তৰ সূচাইছে। পিটৰ দৰে পণ্ডিতৰ মতে এই সাংস্কৃতিক স্তৰৰ উৎস কোনো এডোখৰ বিশেষ ঠাই আৰু অধ্যাপক এলিয়ট স্মিথৰ মতে এই স্থান ইজিপ্ত। ইজিপ্তৰ পিৰামিডসমূহ বিশ্বৰ সৰ্ববৃহৎ ডাঙৰ শিলেৰে নিৰ্মিত স্মৃতিস্তম্ভ যে তাত সন্দেহ নাই। লংহাৰ্ষ্টৰ মতে মানুহৰ মৃত্যুৰ পিচৰ জীৱন সম্পৰ্কে ইজিপ্তৰ দৰে ভাৰতৰ এই বৃহৎ স্তম্ভ নিৰ্মাতা-সকলৰ বিশ্বাস নিশ্চয় একে আছিল। "ইজিপ্তৰ লোকসকলে পুনৰ-জন্মত বিশ্বাস কৰাৰপৰাই মানুহ মৰিলে শটো সংৰক্ষণ কৰাটো এটা ধৰ্মীয় নিয়মত পৰিণত হৈছে। মৃত্যুৰ অনেক বছৰৰ পাচত মানৱাত্মা পুনৰ সংসাৰলৈ উভতি আহি আগৰ শৰীৰটোত প্ৰৱেশ কৰি আকৌ জন্ম গ্ৰহণ কৰে বুলি তেওঁলোকে বিশ্বাস কৰে। এই বিশ্বাস স্বাভাৱিক পৰিণতি হিচাবেই মৰাশত ঔষধ ঘঁহি নষ্ট নোহোৱা কৰি সুদৃঢ় সমাধিত সংৰক্ষিত কৰি ৰখা পদ্ধতিৰ উদ্ভৱ হৈছে।...সমাধিৰ একাষৰ এটা শিলত অতি যত্নেৰে এটা ঘূৰণীয়া ফুটা কৰি ৰখা কথাই দেখুৱায় যে মানৱাত্মা এদিন উভতি আহি সেই ফুটাইদি সমাধিত প্ৰৱেশ কৰিব আৰু হয়তো আগৰ শৰীৰতো প্ৰৱেশ কৰিব।" অধ্যাপক পঞ্চানন মিত্ৰই এই ধৰণৰ শিলৰ স্মৃতিচিন নিৰ্মাণ পদ্ধতিৰ মূল ঠাই ইজিপ্ত বোলা কথাষাৰ বিনা তৰ্কে মানি লোৱা কথাটো অৱশ্যে আশ্চৰ্য্যজনক। তেওঁ লক্ষ্য কৰিছিল যে দাক্ষিণাত্যত পোৱা কিছুমান ডাঙৰ শিলৰ পাত্ৰত পোৱা মালিকী স্বত্বৰ চিনৰ লগত ইজিপ্তৰ কোনো আদি অথবা পৰৱৰ্তী মানৱ গোষ্ঠীৰ চিনৰ

মিল আছে। সেয়ে তেওঁ মন্তব্য কৰে যে "এসময়ত এটা ইন্দো-ইৰিথ্ৰিয়ী সংস্কৃতি গঢ় লৈ উঠিছিল যাৰ ফলত আমি দাক্ষিণাত্য আৰু ইজিপ্তত অসংখ্য ডাঙৰ ডাঙৰ সমাধি দেখিবলৈ পাইছোঁ। বিবিধ আৰু অসংখ্য ডাঙৰ শিলৰ কীৰ্তি ভাৰতৰ দক্ষিণ উপকূলৰ ওচৰত দেখিবলৈ পোৱা যায়। অথচ উত্তৰ-পশ্চিম ভাৰতত সেইবোৰ নাই আৰু উত্তৰ-পূব ভাৰতত তাৰ দুৰ্বল সৰু সৰু অনুকৰণ মাত্ৰ দেখা যায়। এই কথাই ইয়াকে সূচায় যে এটা প্ৰবল সংস্কৃতিৰ সোঁত সাগৰৰ পাৰে পাৰে আহি উত্তৰ-পূব সীমাইদি পাৰ হৈ গৈছিল।" ( Pre-historic India p. 339 )

এই সূত্ৰ সকলোৱে মানি লবলৈ টান পাব। তাৰ প্ৰথম কাৰণ পাত্ৰ আদিত মালিকৰ কিবা চিন দিয়া কথাটো প্ৰাচীন ৰীতি হিচাবে সমগ্ৰ বিশ্বতে প্ৰচলিত আছিল আৰু এতিয়াও আছে। মৌৰ্য্যসকলৰ দিনৰ কিছুমান পোৰামাটিৰ ভাস্কৰ্য্যৰ বাচন-বৰ্তনত মৌৰ্য্যৰজাৰ ৰাজ-অঙ্কৰ ছাব আছিল বুলি মিঃ দুৰ্গা প্ৰসাদ[২] আৰু স্বৰ্গীয় জয়চন্দ্ৰলাল[৩] দুয়োৱে প্ৰমাণ কৰি গৈছে। কৌটিল্যৰ অৰ্থশাস্ত্ৰটো ৰজাঘৰীয়া পাত্ৰ আদিৰ ওপৰত ৰাজকীয় চাব-মোহৰ মৰাৰ ৰীতিৰ কথা উল্লেখ কৰা হৈছে। দ্বিতীয়তে ইজিপ্তত মৰা-শত ঔষধ সানি শিলৰ বাকচত সংৰক্ষিত কৰা হৈছিল। কিন্তু ভাৰতবৰ্ষত মৰা-শ পুৰি তাৰ অস্থি-ভস্ম বিশেষ ধৰণৰ পাত্ৰত ভৰাই কবৰত পুতি তাৰ ওপৰত স্তূপ, চৈত্য আদি বিভিন্ন ধৰণৰ সমাধি-স্তম্ভ নিৰ্মাণ কৰা হৈছিল।[৪] এই দুয়োটা প্ৰথাৰ মাজত কোনো বাস্তৱ সাদৃশ্য আবিষ্কাৰ কৰা টান। বৰ্তমান প্ৰত্নতাত্ত্বিকসকলে অনেক খনন কাৰ্য্যৰ দ্বাৰা প্ৰমাণ কৰিছে যে আনকি বৈদিক আৰ্য্যসকলৰ মাজতো মৃতদেহ দাহ কৰাৰ পাচত ডাঙৰ ডাঙৰ শিলৰ সমাধিত পোতাৰ প্ৰথা প্ৰচলিত আছিল। প্ৰায় ডেৰকুৰি বছৰমানৰ আগতে ডঃ থিওড'ৰ ব্লকে বিহাৰৰ লওৰিয়া নন্দনগড় নামৰ গাঁৱৰ কিছুমান শিলৰ টিলা পৰীক্ষা কৰি সেইবোৰ বৈদিক সাহিত্যত বৰ্ণিত মৃতকৰ মৈদাম বুলি মন্তব্য কৰিছে।

[২] J.R.A.S.B., Vol. III, 1937, No. 2, Nomismatic Number, page 67.

[৩] J.R.A.S., 1936, pages 437-441.

[৪] কথিত আছে যে পুত্ৰ ভৰত আহি নোপোৱা পৰ্য্যন্ত অযোধ্যাৰ ৰজা দশৰথৰ মৃতদেহ তেলত ডুবাই সংৰক্ষণ কৰা হৈছিল। কিছু দিনৰ আগতে এজন খাচীয়া চিয়েমৰ মৃতদেহ এটা পবিত্ৰ দিন আহিবৰ বাবে আৰু সেইদিনা দাহ কৰিবৰ বাবে কুৰি বছৰ কাল মৌত ডুবাই সংৰক্ষিত কৰা হৈছিল। এই উদাহৰণবোৰৰ লগত ইজিপ্তৰ মৰা-শত ঔষধ সানি থোৱা বা মামীত পৰিণত কৰা প্ৰথাৰ কোনো মিল নাই।



১৯৩৫-৩৬ চনত খ্যাতনামা এন. জি. মজুমদাৰে এই টিলাবোৰ তন্ন তন্নকৈ পৰীক্ষা কৰি ডঃ ব্লকৰ মন্তব্য নিৰ্ভুল বুলি মত প্ৰকাশ কৰিছে।[৫] এনে এটা মৈদাম খান্দি তেওঁ তলত এটা স্তূপ পাইছিল আৰু তাৰ ভিতৰত এটা পাত্ৰত ছাই, এঙাৰ আৰু অৰ্ধ-জীৰ্ণাশ্মত পৰিণত হোৱা হাড় আৰু লাও-খোলাৰ কিছুমান টুকুৰা দেখিবলৈ পাইছিল। ইয়াৰপৰাই এইবোৰৰ প্ৰাচীনত্ব সাব্যস্ত হয়। তদুপৰি খান্দোতে তাত এটা ফুটা থকা মুদ্ৰা পোৱা গৈছিল। মুদ্ৰা বিষয়ক বিশেষজ্ঞ খ্যাতনামা দুৰ্গাপ্ৰসাদে এই ধৰণৰ মুদ্ৰা ভাৰতত গৌতম বুদ্ধৰো অনেক কাল আগত প্ৰচলিত আছিল বুলি কৰা মন্তব্যই মজুমদাৰৰ মতকে সমৰ্থন কৰিছে।[৬] ডঃ ব্লকে ১৯০৫ চনত যথাক্ৰমে 'এম' আৰু 'এন' দুটা মৈদাম খান্দিছিল। তাত তেওঁ অনুৰূপ মানৱ শৰীৰৰ অৱশিষ্ট পোৱাৰ উপৰিও সৰু একোখন সোণৰ পাতত কাণত ঘূৰণীয়া কৰ্ণাভৰণ আৰু কঁকালত কৰধনি পিন্ধা সমুখৰ ফালৰ পৰা অঙ্কিত উলঙ্গ নাৰীৰ প্ৰতিকৃতি দেখিবলৈ পাইছিল। 'এন' মৈদাম-টোৰ মজিয়াত পোনকৈ পোতা এটা কাঠৰ খুটাৰ তলৰ ছোৱা পোৱা গৈছিল। ঋক্‌বেদৰ দশম মণ্ডলত এটা শ্লোকত শৱ-দাহ অনুষ্ঠানত পুণ্যাত্মা-সকলক স্তম্ভ পোনাই ধৰিবলৈ আহ্বান কৰা আৰু মাটি ওখকৈ তোলাৰ কথাৰ উল্লেখৰ প্ৰতি এই প্ৰসঙ্গত মজুমদাৰে দৃষ্টি আকৰ্ষণ কৰিছে। মৃত ব্যক্তিৰ আত্মাৰ সদগতিৰ বাবেই এনে কৰা হয়। পিপ্ৰৱা আৰু ভট্ট-প্ৰলুৰ দৰে আন আন স্তূপত কাঠৰ খুটাৰ নিয়মিত পকা খুটা আৰু খাচীয়া চিনটেংসকলে ডাঙৰ শিলৰ স্তম্ভ পোতাৰ কথা মজুমদাৰে উল্লেখ কৰিছে। ঋকবেদৰ আন এটা শ্লোকত পৃথিৱী তথা ধৰিত্ৰীদেৱীক মৃত ব্যক্তিৰ ধ্বংসৰপৰা ৰক্ষা কৰিবৰ বাবে অন্ত্যেষ্টি ক্ৰিয়াৰ সময়ত আবেদন জনোৱাৰ কথা আছে। ব্লকৰ মতে এই শ্লোকটোৰপৰা সোণৰ পাতত অঙ্কিত নাৰীমূৰ্তি ধৰিত্ৰীদেৱীৰ বুলি ধৰিব পৰা যায়।[৭] মহা পৰিনিৰ্বাণ সূত্ৰত আছে, বুদ্ধই তেওঁৰ মৃত্যুৰ পাচত মৃতদেহ চিতাত দাহ কৰি অৱশিষ্ট সংগ্ৰহ কৰি কোনো এখন বিখ্যাত ৰজাৰ দৰে এটা স্তূপত পুতিবলৈ শিষ্য আনন্দক নিৰ্দেশ দিয়াৰ কথা কোৱা হৈছে। ইয়াৰপৰা খৃঃ পূঃ ষষ্ঠ শতিকাতো মৃতদেহ দাহৰ পাচত সমাধিস্থ কৰা হৈছিল বুলি বুজিব পাৰি।

[৫] Annual Report of the Archaeological Survey of India, 1935-36, pages 55-56;

[৬] J.R.A.S.B., 1937, Numismatic Number.

[৭] Annual Report of the Archaeological Survey of India, 1935-36, pages 55-56.

ভাৰতত প্ৰস্তৰ যুগৰ সংস্কৃতিৰ বহুল প্ৰচাৰ আৰু ইয়াৰ প্ৰাচীনত্বৰ বিষয়ে জানিবলৈ সম্ভৱতঃ এয়ে যথেষ্ট। ইয়াৰপৰা অনুমান কৰিব পাৰি যে মৃতদেহ সম্পূৰ্ণৰূপে সমাধিস্থ কৰাৰপৰা আংশিকভাৱে সমাধিস্থ কৰা ৰীতিলৈ বিৱৰ্তিত হৈছিল আৰু এই ৰীতিয়েই বৰ্তমান সম্পূৰ্ণৰূপে দাহ কৰাৰ ৰীতিত পৰিণত হৈছে; অৱশ্যে এতিয়াও অস্থি সংগ্ৰহ কৰাৰ ৰীতি চলি আছে।

গতিকে আমি দেখিলোঁ, বৈদিক আৰ্য্যসকলৰ এই প্ৰস্তৰ সংস্কৃতি লিখিত বুৰঞ্জীৰ আৰম্ভণি পৰ্য্যন্ত চলি আহিছিল। আৰ্য্য বা আলপাইন–সকলে এই সংস্কৃতি ভাৰতলৈ বহন কৰি আনিছিল নে ভূমধ্য সাগৰ পাৰৰ বাসিন্দা অথবা অষ্ট্ৰ-এচিয়াটিকসকলৰ পূৰ্বপুৰুষৰপৰা ইয়াক গ্ৰহণ কৰিছিল সেই প্ৰশ্ন বিতৰ্কমূলক।[৮] এই সংস্কৃতি হয়তো নব্য-প্ৰস্তৰ স্তৰতে আৰম্ভ হৈছিল, কিন্তু পিচলৈ লো আৰু তামো ইয়াৰ লগত যোগ হয়। অনেকে বিশ্বাস কৰে যে প্ৰস্তৰ সংস্কৃতিসম্পন্ন লোকেই লোৰ আৱিষ্কাৰ কৰে। বুৰঞ্জীয়ে চুকি পোৱা সময়ৰ আগৰপৰাই খাচীয়াসকলে লো তৈয়াৰ কৰাৰ পদ্ধতি জানিছিল বুলি জনা যায়। প্ৰত্ন-প্ৰস্তৰ স্তৰৰ দৰেই নব্য-প্ৰস্তৰ স্তৰৰ সংস্কৃতিৰ এটা বিশেষ নমুনা নাল লগোৱা জবকা খাচীয়া-সকলৰ মাজতো আছে, আকৌ পূবৰ ইৰাৱতী উপত্যকা, ইন্দো-চীন আৰু মালয় ব-দ্বীপ আৰু দক্ষিণ-পশ্চিমৰ ছোটনাগপুৰ আৰু মাদ্ৰাজ অঞ্চলতো আছে।

ডঃ হটনে তেওঁৰ কোনো কোনো বক্তৃতা আৰু প্ৰবন্ধত অসম আৰু প্ৰশান্ত মহাসাগৰীয় দ্বীপ অঞ্চলৰ মাজত ভালেমান সাংস্কৃতিক সাদৃশ্যৰ কথা উল্লেখ কৰিছে। অতীতত অষ্ট্ৰেলিয়া আৰু আন ওচৰা-উচৰি দ্বীপ-সমূহৰ লগত দক্ষিণ এচিয়া স্থলভাগৰ দ্বাৰা সংলগ্ন থকা অৱস্থাত প্ৰশান্ত মহাসাগৰীয় দ্বীপসমূহৰপৰা মানুহৰ নহ'লেও সংস্কৃতিৰ প্ৰব্ৰজনৰ ফলতে এনে কথা সম্ভৱ হৈছে বুলি আগতে ভবা হৈছিল। ইয়াৰ ফলতে অষ্ট্ৰ-লয়ড্, অষ্ট্ৰ-এচিয়াটিক, অষ্ট্ৰিক আদি শব্দৰ উদ্ভৱ হৈছিল। আৰু ভাৰত-বৰ্ষৰ বিভিন্ন অংশত বাস কৰা, মুণ্ডা, মনখ্‌মেৰ বা তেনে ভাষাভাষী

[৮] শ্ৰীৰামচন্দ্ৰ দীক্ষিতৰে (I. H. Q. Vol. XIV, p. 450-51) দেখুৱাইছে যে চৈত্যৰ পালি অপভ্ৰংশ চেতিয়া আৰু তামিল ৰূপ হ'ল চেতিয়ান। তেওঁৰ মতে এই শব্দৰ উৎস দ্ৰাবিড়ভাষা, সংস্কৃত নহয়। এই কথাষাৰে স্বাভাৱিকতে ভাৰতৰ প্ৰাক্-আৰ্য্য এক প্ৰস্তৰ সংস্কৃতিৰ প্ৰচলন সূচায়। অৱশ্যে ইয়াৰপৰা ভূমধ্য পাৰৰ বাসিন্দাৰ ঠাইত অষ্ট্ৰিকসকলেই এই সংস্কৃতিৰ প্ৰবৰ্তক বুলি ধৰি লব নোৱাৰি।



প্ৰাক্-ভূমধ্য সাগৰীয় লোকসকলৰ প্ৰতি গোষ্ঠীগত বা ভাষাতাত্ত্বিক কাৰণত অথবা দুয়োটা কাৰণতে প্ৰয়োগ কৰা হৈছিল। বৰ্তমান প্ৰবন্ধত মই প্ৰত্ন-প্ৰস্তৰ সমাধি, নব্য-প্ৰস্তৰ যুগৰ নাল লগোৱা অস্ত্ৰাদি, ওখ ঠাইত ধান খেতি কৰা, লো লগোৱা, মাতৃপ্ৰধান সমাজ ব্যৱস্থা আদি ভালেকেইটা প্ৰগতিশীল সভ্যতা-সংস্কৃতিৰ বৈশিষ্ট্য মনখ্‌মেৰ ভাষাভাষীৰ গাত আৰোপ কৰিছোঁ। কিন্তু 'Man in India'ৰ সম্পাদক শ্ৰীএচ. চি. ৰয়ে এটা বেলেগ মত পোষণ কৰে। ভূমধ্য সাগৰীয় বা তেওঁৰ ভাষাত আদি দ্ৰাবিড়সকলেই প্ৰথম ভাৰতবৰ্ষত প্ৰত্ন-প্ৰস্তৰ সংস্কৃতি, লোৰ ব্যৱহাৰ আৰু সৰ্পপূজাৰ প্ৰচলন কৰে। এই ভূমধ্য সাগৰীয় লোকসকলৰে এটা ঠাল উত্তৰ আৰু পূব ভাৰতৰ নদী উপত্যকাসমূহত প্ৰটোঅষ্ট্ৰলয়ডসকলৰ লগত মিলি গৈ অসম আৰু ব্ৰহ্মদেশৰ মাজেৰে গৈ ইণ্ডোনেচিয়াত অনেক দিন আগতে লুপ্ত হোৱা তথাকথিত নেচিয়ট্ জাতিৰ সৃষ্টি কৰিছিল। আৰু এই আদি দ্ৰাবিড় অথবা ভূমধ্য সাগৰীয়সকলৰ একাংশ অসুৰ নামেৰে জনাজাত হৈ একালত অসম আৰু ছোটনাগপুৰত বসবাস কৰিছিল। কিন্তু এই সকলো জল্পনা-কল্পনাৰ বিখ্যাত সিন্ধু উপত্যকাৰ সভ্যতাৰ ধ্বংসাৱশেষৰ আৱিষ্কাৰৰ ফলতেই জন্ম হোৱা বুলি অনুমান হয়। আজি প্ৰায় একুৰি পাঁচ বছৰৰ আগতে যেতিয়া সিন্ধু আৰু পঞ্জাৱত কোনো প্ৰকাৰৰ উদঘাটন কাৰ্য্য হোৱা নাছিল তেতিয়া বৈদিক আৰ্য্যসকল ভাৰতলৈ আহোঁতে ইয়াৰ খিলঞ্জীয়া লোকসকল কৃষ্ণকায় খৰ্বনকা কুখ্যাতনামা নৰখাদক আছিল বুলি কোৱাটো যেনেকৈ এটা ৰীতি আছিল তেনেকৈ এতিয়াও হৰপ্পা-মহেঞ্জোদাৰোত খৃঃ পূঃ ৩০০০ চনত বাস কৰা বুলি অনুমান কৰা ভূমধ্য সাগৰীয় লোকসকলৰপৰা ভাৰতত সভ্যতা-সংস্কৃতিৰ উদ্ভৱ হৈছে বুলি কোৱাটো এটা ৰীতি হৈ পৰিছে যেন লাগে।

এনে ধৰণৰ অবাস্তৱ কল্পনাক প্ৰথম আঘাত কৰা হয় হিৱেচীয়ে মুণ্ডা ভাষাটো ইউৰোপীয় ফিন্নো-উগ্ৰীয় মূলৰপৰা ওলাইছে বুলি আৱি-ষ্কাৰ কৰা কাৰ্য্যৰ দ্বাৰা। অধ্যাপক ভেলিডি, ফ্লোৰ আৰু স্ক্ৰেডাৰৰ দৰে পণ্ডিতেও মুণ্ডা আৰু ফিন্নো-উগ্ৰীয় ভাষাৰ এই সম্বন্ধ স্বীকাৰ কৰি লৈছে। এই সূত্ৰৰ শেষ উৎসাহী সমৰ্থক হ'ল ডঃ বানাৰ্জী। তেওঁ ফিন্নো-উগ্ৰীয় ভাষাতত্ত্ব অধ্যয়ন কৰিবৰ বাবে হাঙ্গেৰীৰ বুডাপেষ্টলৈকে গৈছিল।[৯] ডঃ হটনে অৱশ্যে হিৱেচীৰ এই মুণ্ডা আৰু মনখ্‌মেৰৰ মাজত কোনো সম্বন্ধ নাই বুলি কোৱা কথা এই দুই জাতিৰ মাজৰ সাংস্কৃতিক

[৯] Indian Culture, Vol. IV, pp. 621-632

ঐক্যৰ যিবোৰ নিদৰ্শন পোৱা গৈছে তাৰ পৰিপ্ৰেক্ষিতত গ্ৰহণযোগ্য নহয় বুলি ভাৱে। তেওঁ কয় যে "যদি হিৱেচীৰ ফিন্নো-উগ্ৰীয় আৰু মুণ্ডা সম্পৰ্কীয় অভিমত সত্য হয় তেন্তে আগৰ ভাষাবিদসকলৰ মনখ্‌মেৰৰ লগত মুণ্ডা ভাষাৰ মিল থকা কথাও সত্য হ'ব লাগিব।"[১০] হিৱেচীৰ মতে দ্ৰাবিড় (ভূমধ্য সাগৰীয়) সকলৰ ভাৰতত বাস কৰা কাল মুণ্ডাসকলতকৈ আগ। কিন্তু ডঃ হটনে এই মত সমৰ্থন নকৰে। উচিতভাৱেই তেওঁ মত প্ৰকাশ কৰিছে যে "পূৰ্ব্বৱৰ্ত্তী মুণ্ডাসকলক পৰৱৰ্ত্তী দ্ৰাবিড়সকলে স্থানচ্যুত কৰা কথা বৰ্তমান এই দুই ভাষাৰ ভাৰতত ভৌগোলিক অৱস্থানেই যে কেৱল সূচায় এনে নহয়, উত্তৰ আৰু পশ্চিমৰ ভাৰতৰ আৰ্য্যভাষাৰ ওপৰত দ্ৰাবিড়ভাষাৰ আপাত প্ৰভাৱৰ পৰাও এই কথা সাব্যস্ত হয়।"

ডঃ বানাৰ্জীয়ে আঙুলিয়াই দেখুৱাইছে যে ফিন্নো-উগ্ৰীয় আৰু মুণ্ডা আৰু মনখ্‌মেৰসকলৰ মাজত আনকি সাংস্কৃতিক সম্বন্ধও আবিষ্কাৰ কৰা অসম্ভৱ নহয়। উদাহৰণস্বৰূপে সৰ্পপূজা (Ophilatory) মুণ্ডা আৰু ফিন্নো-উগ্ৰীয় দুয়ো শ্ৰেণীৰ লোকৰ মাজতে প্ৰচলিত আছিল বুলি জনা যায়। অৱশ্যে মনখ্‌মেৰ খাচীয়াসকলৰ মাজত এই প্ৰথা অত্যন্ত প্ৰবল। তেওঁলোক বৰ্তমান দলে দলে খৃষ্টধৰ্মত দীক্ষিত হোৱা সত্ত্বেও এতিয়াও খাচীয়া পাহাৰৰ চুকে-কোণে সৰ্পপূজা প্ৰচলিত আছে। এসময়ত অৱশ্যে সমগ্ৰ ভাৰততে, বিশেষকৈ দক্ষিণ ভাৰত আৰু বিহাৰ, বঙ্গ, অসমক লৈ পূব ভাৰতত সৰ্পপূজাৰ প্ৰভূত প্ৰচলন আছিল।[১১] এই সংস্কৃতিৰ চিন হৰপ্পাতো পোৱা যায়। কিন্তু ডঃ হটনে আঙুলিয়াই দেখুৱাইছে যে যিহেতু অষ্ট্ৰ-এচিয়াটিক ফিন্নো-উগ্ৰীয়সকল ভাৰতত ভূমধ্য সাগৰীয় সকলতকৈ আগতে বাস কৰিছিল, গতিকে সৰ্পপূজাক প্ৰথম শ্ৰেণীৰ লোকসকলৰ বিশেষ সাংস্কৃতিক অৱদান বুলি গ্ৰহণ কৰা উচিত। তদুপৰি, ভ'গলসকলৰ (এটা ফিন্নো-উগ্ৰীয় গোষ্ঠী) পুৰাণ মতে মানৱ জাতিৰ উদ্ভৱ

১০ Dr. Hutton's address on "Mon and Munda in India and beyond."

১১ অধুনা খনন কাৰ্য্যৰ দ্বাৰা মগধৰ ৰাজধানী মহাভাৰতত সৰ্পদেৱীৰ দ্বাৰা সুৰক্ষিত বুলি উল্লেখ থকা ৰাজগৃহত (বিহাৰত অৱস্থিত) প্ৰাচীন মণিনাগৰ মন্দিৰ উদ্ঘাটন কৰা হৈছে। একেই খনন কাৰ্য্যই ভালেমান ফেঁট তোলা নাগৰ শিলৰ মূৰ্তি উদ্ধাৰ সম্ভৱ কৰিছে। খৃষ্টাব্দ ২০০ৰ বৈশিষ্ট্যপূৰ্ণ লিপিসহ ভালেমান নাগিনীৰ স্ত্ৰীমূৰ্তিও পোৱা গৈছে। তাত লিখা আছে—ভগিনী চুমাগধী। সম্ভৱতঃ এই নাম সংৰক্ষণকাৰিণী সৰ্পদেৱীৰ আছিল। প্ৰায় বৰ্তমানলৈকে চলি অহা বঙ্গ আৰু চিলেটৰ মনসাপূজা আৰু অসমৰ মাৰৈ পূজাই এইবোৰ ঠাইত একালত সাপপূজাৰ প্ৰচলন বুজায়।—কনকলাল বৰুৱা



হৈছে ৰাজহংসৰ পৰা। ডঃ বানাৰ্জীয়েও দেখুৱাইছে যে মুণ্ডাসকলৰ বিশ্বাস মতেও মানুহৰ উদ্ভৱ ৰাজহংসৰ কণীৰ পৰা হৈছে। এই সন্দৰ্ভত ক'ব পাৰি যে উৰিষ্যাৰ কিছুমান তাম্ৰলিপিত ভঞ্জকুলক 'অণ্ডজবংশ প্ৰভাৱ' (কণীৰ পৰা জন্মা) বুলি কোৱা হৈছে।[১২] ছোটনাগপুৰ আৰু উৰিষ্যাৰ এই লোকসকলৰ মাজত থকা ভৌগোলিক, জাতিগত, সাংস্কৃতিক আৰু ভাষাতাত্ত্বিক সাদৃশ্যৰ কথা মই ইয়াত উল্লেখ কৰা নিষ্প্ৰয়োজন। মুঠৰ ওপৰত বোধহয়, খোৱতে কৈ থবৰ হ'লে, একেটা ভাষাগোষ্ঠীৰ বিভিন্ন লোকসকল—লাগে তাক আমি অষ্ট্ৰ-এচিয়াটিক বোলো বা ফিন্নো-উগ্ৰীয়ই বোলো অথবা ডঃ হটনে কৰৰ দৰে 'ফিন্নো-উগ্ৰীয় অষ্ট্ৰ-এচিয়াটিকেই' বোলো—যাৰ মাজত প্ৰস্তৰ (Megalithic) সংস্কৃতি আৰু প্ৰকৃতি (Totemic) ধৰ্মৰ প্ৰচলন আছিল, তেওঁলোকে এসময়ত বিশ্বৰ এক বিৰাট ভূমিখণ্ডত বসবাস কৰিছিল। ভাৰতবৰ্ষ সেই ভূমিখণ্ডৰ এটা ক্ষুদ্ৰ অংশ মাত্ৰ।

ভাৰতৰ অন্যান্য ঠাইত হয়তো ফিন্নো-উগ্ৰীয় অষ্ট্ৰ-এচিয়াটিকসকলে দ্ৰাবিড় ভাষাভাষী ভূমধ্য সাগৰীয়সকলক স্থানচ্যুত কৰিছিল। কিন্তু অসমত হ'লে মঙ্গোলীয় তিব্বত-বৰ্মীসকলেহে মনখ্‌মেৰ ভাষাভাষীসকলক আঁতৰাই পঠিয়ায়। এই সকলো অপসাৰণ কাৰ্য্য প্ৰাগৈতিহাসিক কালত সংঘটিত হৈছিল। ক্ৰম অনুসাৰে আমি বোধহয় নিৰ্বিঘ্নে তিব্বত-বৰ্মীসকলক খাচীয়া চিন্‌টেং আৰু সম্ভৱতঃ মিকিৰ আদিৰ দৰে আন জনজাতিসকলৰ প্ৰথম উত্তৰাধিকাৰী বুলি গ্ৰহণ কৰিব পাৰোঁ। হটনৰ মতে নগা পাহাৰত কেৱল মনখ্‌মেৰ সংস্কৃতিৰ চিনেই যে পোৱা যায় এনে নহয়, শাৰীৰিক গঠনতো খাচীয়া আৰু নগাসকলৰ প্ৰতিবেশী মণিপুৰীসকল প্ৰায় একে; আকৌ কাছা-নগা আৰু খাচীয়াসকলৰ অনেক ৰীতি-নীতি প্ৰায় একেই। গতিকেই অনুমান হয় যে তিব্বত-বৰ্মী বিভিন্ন গোষ্ঠীৰ আগমনৰ আগতে অসমত ইতিমধ্যেই এটা জাতি-উপজাতি, ভাষা আৰু সংস্কৃতিৰ সমন্বয় ঘটিছিল। ভৈয়ামত বাস কৰা বড়োসকলে লাহে লাহে তেওঁলোকৰ এটা নিজস্ব সংস্কৃতি গঢ়ি তুলিছিল। সিন্ধু উপত্যকাৰ বাসিন্দাসকলৰ দৰে তাম্ৰযুগৰ সভ্যতাৰ লোক উত্তৰ আৰু মধ্য বঙ্গৰ বাসিন্দা ভূমধ্য সাগৰীয় পুণ্ড্ৰসকলৰ সংস্পৰ্শলৈ যিমান দূৰ সম্ভৱ এওঁলোক আহিছিল। সাংস্কৃতিক সমন্বয়ৰ চিন পোৱা যায় কপিলী উপত্যকাৰ প্ৰাচীন বড়ো ৰজাসকলৰ চৈধ্যজন দেৱতাৰ

১২ Indian Historical Quarterly, Vol. XIII (1937), pp. 418-431.

প্ৰধান বুঢ়া-দেৱতাৰ পূজা কৰা প্ৰথাৰ মাজত। এই বুঢ়া-দেৱতাৰ মহেঞ্জোদাৰোৰ চিল-মোহৰত থকাৰ দৰে শিং আছিল। মহেঞ্জোদাৰোৰ এই মূৰ্তি শিৱ পশুপতিৰ আদি সংস্কৰণ বুলি চাৰ জন মাৰ্চেলে দাবী কৰে। বড়োসকল প্ৰথমতে ভূমধ্য সাগৰীয়সকলৰ সভ্যতাৰ প্ৰভাৱত পৰে; তাৰ পাচত আলপাইন আৰু শেষত বৈদিক আৰ্য্যসকলৰ দ্বাৰা প্ৰভাৱান্বিত হয়। কিন্তু ইতিমধ্যেই তেওঁলোকে প্ৰাগৈতিহাসিক স্তৰ অতিক্ৰম কৰি আহিছিল। কাৰণ তেওঁলোকৰ উত্তৰ বঙ্গ আৰু অসম উপত্যকাত থকা বিভিন্ন ৰজা আৰু ৰাজ্যৰ এবাধৰা বিৱৰণ পুৰাণসমূহ আৰু মহাভাৰতত সিঁচৰিত হৈ থকা পোৱা যায়। সমগ্ৰ অসম উপত্যকাতে এতিয়াও বড়ো জনজাতিৰ সংখ্যা যথেষ্ট বেচি। আৰু তেওঁলোক ইয়াত আলপাইন আৰু আৰ্য্যসকলৰো আগৰেপৰা থকাৰ প্ৰমাণ অনেক স্থানৰ বড়ো নাম আৰু দিহঙৰপৰা কৰতোয়ালৈকে ব্ৰহ্মপুত্ৰৰ প্ৰায় সকলো প্ৰধান উপনৈৰ নামৰপৰা ধৰিব পাৰি।

গতিকেই, অসম উপত্যকা আৰু উত্তৰ বঙ্গত বাস কৰা আৰু ক্ৰমাৎ ভূমধ্য সাগৰীয়, আলপাইন আৰু উত্তৰ-পূব ভাৰতৰ বৈদিক আৰ্য্য উপনিৱেশকাৰীৰ দ্বাৰা প্ৰভাৱান্বিত হোৱা বড়োসকলৰ বিভিন্ন সাংস্কৃতিক বৈশিষ্ট্যৰ নিৰ্ণয় সহজ নহয়। অনুমান হয়, আগে নহ'লেও অন্ততঃ খৃঃ পঃ ১০০০ত যেতিয়া তেওঁলোকে আৰ্য্যসকলক লগ পায় তেতিয়া তেওঁলোক নিগাজী খেতিয়ক। সিঁচা আৰু উঘালি নি ৰোৱা দুয়ো নিয়মেৰেই তেওঁলোকে ধান খেতি কৰে। ডোঙৰ ব্যৱহাৰ কৰি কৰা জলসিঞ্চন পদ্ধতিও তেওঁলোকে জানিছিল। তদুপৰি ধাঁহ আদিৰ আঁহৰপৰাই নহয়, কপাহৰ খেতি কৰিও কাপোৰ বৈ উলিয়াইছিল। ঘৰত কৰি লোৱা আৰু স্বাভাৱিকভাৱে পোৱা দুয়ো শ্ৰেণীৰ ৰেচমৰ ব্যৱহাৰো তেওঁলোকে জানিছিল। উত্তৰ-পূব ভাৰতলৈ বৈদিক আৰ্য্যসকল অহাৰ অনেক শতিকা আগতেই বড়োসকলৰ পূৰ্বপুৰুষসকলে এই অঞ্চলত মুগা-পোহাৰ প্ৰচলন কৰা বুলি অনুমান কৰা একেবাৰে ভুল হ'ব নোৱাৰে। চাৰ জৰ্জ ৱাটৰ মতে পাটপলু উত্তৰ-পশ্চিম ভাৰত, ঘাইকৈ কাশ্মীৰত সম্ভৱতঃ খোটানৰ ফালৰপৰা আৰু অসম আৰু বঙ্গত চীনা সীমান্তইদি প্ৰৱেশ কৰে। এই কাৰণেই প্ৰাচীন ইন্দো-আৰ্য্য সাহিত্যত পাটৰ কাপোৰ চীনা পট্ট, চীনাংশুক, চীনা-ভূমিজা আদি নামেৰে অভিহিত কৰা হৈছিল। ৰায় বাহাদুৰ যোগেশচন্দ্ৰ ৰায় বিদ্যানিধি এম-এৰ মতে ৰেচমৰ কাপোৰ বুজোৱা কোনো শব্দ বৈদিক সাহিত্যত নাই। অৱশ্যে কৌটিল্যৰ অৰ্থশাস্ত্ৰৰপৰা জনা যায় যে খৃঃ পঃ ৪০০ত অসম উপত্যকা পাটৰ কাপোৰৰ বাবে নহয় বনজ



অথবা অৰ্ধবনজ মুগা এৰীৰ দৰে কাপোৰৰ বাবেহে বিখ্যাত আছিল। এই দুবিধ বস্ত্ৰ কৌটিল্যৰ আগমনৰ কেইবা শতিকাৰ আগৰপৰাই নিশ্চয় অসমত উৎপাদিত হৈছিল। নহ'লে তেওঁৰ সময়ত তেতিয়াৰ ব্যৱসায়ৰ স্নায়ুকেন্দ্ৰ সুবৰ্ণকুণ্ডত এতিয়া সন্দুদিহা নামে জনাজাত ঠাইৰপৰা পঠোৱা এই দুবিধ বস্ত্ৰৰ উৎপত্তিৰ ঠাই অসম উত্তৰ ভাৰতত ইমান প্ৰখ্যাত হৈ নুঠিলহেঁতেন। ৰামায়ণৰ কিষ্কিন্ধ্যা কাণ্ডত কোৱা হৈছে যে কোনোবা পূবলৈ যাব খুজিলে তেওঁ ক্ৰমে মগধ (দক্ষিণ বিহাৰ), অঙ্গ (ভাগলপুৰ), পুণ্ড্ৰ (উত্তৰ বঙ্গ) আৰু শেষত কোষ-কাৰাঙ্গম (পাট-পলু উৎপন্ন কৰা লোকৰ দেশ) অতিক্ৰম কৰি যাব লাগিব। পুণ্ড্ৰৰ পূবে প্ৰাগজ্যোতিষত একালত পলু খেতি ইমান ব্যাপকভাৱে কৰা হৈছিল যে দেশখনেই সেই নামে জনাজাত হৈ পৰিছিল। আনকি এতিয়াও অসম উপত্যকাৰ বড়োসকলৰ বাবে এৰী পলু পোহা, এৰী সূতা কটা আৰু এৰী কাপোৰ বোৱাটো এটা বৰ আদৰৰ ব্যৱসায়। অৰ্থশাস্ত্ৰত কৌপ্ৰ আৰু ৱিৰণ (সম্ভৱতঃ বিৰিণা) নামৰ ঘাঁহৰপৰা বস্ত্ৰ তৈয়াৰ কৰাৰ কথাৰ উল্লেখ আছে। তাতেই অসমত এক প্ৰকাৰ উত্তেজনা সৃষ্টিকাৰী পানীয় দ্ৰব্যৰ উৎপাদন কৰাৰ কথাও কোৱা হৈছে। এই বিধ পানীয়ৰ নাম আছিল 'প্ৰসন্ন' আৰু ইয়াক তৈয়াৰ কৰিবলৈ 'পুত্ৰক' গছৰ ছাল আৰু ফল ব্যৱহাৰ কৰা হৈছিল। এই শিল্পও বড়োসকলৰে আছিল বুলি আমি ক'ব পাৰোঁ; কাৰণ ইতিমধ্যে ভূমধ্য সাগৰীয় আৰু আলপাইনসকলৰ সংমিশ্ৰণত তেওঁলোকৰ সংস্কৃতি যথেষ্ট আগ বাঢ়িছিল।

গতিকেই আমি চমুকৈ ক'ব পাৰোঁ—এতিয়ালৈ জনাৰপৰা ক'ব পাৰি যে অসমৰ প্ৰাগৈতিহাসিক সংস্কৃতি প্ৰত্ন-প্ৰস্তৰ নহয়, নব্য-প্ৰস্তৰ স্তৰৰ আছিল। সমগ্ৰ উপত্যকাত সিঁচৰিত হৈ থকা বিভিন্ন নব্য-প্ৰস্তৰ স্তৰৰ চিহ্নৰপৰা এই কথা সাব্যস্ত হয়। এই সংস্কৃতিৰ জন্মদাতা কোন আছিল আমি নাজানো। সম্ভৱতঃ অনেক যুগৰ পাচত সাংস্কৃতিক উন্নত কোনো জাতি আহি ইয়াত নাল লগোৱা সা-সঁজুলি, ওখ মাটিত কৃষি পদ্ধতি, শিলৰ সমাধি নিৰ্মাণ, সৰ্পপূজা, মাতৃ-প্ৰধান সমাজ আদিৰ প্ৰচলন কৰে। প্ৰথমতে তেওঁলোক নব্য-প্ৰস্তৰ স্তৰৰ আছিল কিন্তু পিচলৈ লোৰ ব্যৱহাৰ শিকে। এই শিল্প তেওঁলোকে নিজেই উদ্ভাৱন কৰিছিল নে কাৰোবাৰপৰা ধাৰ কৰিছিল আমি নাজানো। তেওঁলোকে যি ভাষা কৈছিল সেই ভাষা বিশ্বৃত বিয়পি থকা এটা বিশেষ ভাষা-গোষ্ঠীৰ অন্তৰ্ভুক্ত। কালক্ৰমত তেওঁলোক অপসাৰিত আৰু অনেক ঠাইত প্ৰায় লুপ্ত হৈ যায়;

কাৰণ তিব্বত, ব্ৰহ্ম, ইউনান আদিৰপৰা অহা নৰাগতসকলে তেওঁলোকক ঠেলি পঠিয়ায়। উত্তৰৰ পৰ্বতমালাৰপৰা নামি অহা অৱস্থাত এই নৰাগতসকল হয়তো সাংস্কৃতিক ক্ষেত্ৰত মনখ্মেৰসকলতকৈ নিম্ন স্তৰৰ লোক আছিল। কিন্তু অসম উপত্যকা আৰু উত্তৰ বঙ্গৰ সমতলৰ বাসিন্দা হৈ পৰাৰ পাচত ক্ৰমে তেওঁলোকৰ ওপৰত প্ৰথমে বঙ্গৰ ভূমধ্য সাগৰীয় পুণ্ড্ৰসকলৰ, তাৰ পাচত আলপাইনসকলৰ আৰু শেষত আৰ্য্যসকলৰ সংস্কৃতিৰ প্ৰভাৱ পৰিব ধৰে ; আৰু ইতিমধ্যে ঐতিহাসিক যুগৰ আৰম্ভ হৈ যায়।*

* মূল ইংৰাজীৰপৰা অনূদিত।

# অসমীয়া স্থপতিবিদ্যাৰ পটভূমি

**ৰাজমোহন নাথ**

## আদিম পদ্ধতি

মহান মহাকাব্য মহাভাৰত আৰু কালিকা পুৰাণৰ মতে ব্ৰহ্মপুত্ৰ উপত্যকাত আধিপত্য বিস্তাৰ কৰা সকলো জাতিৰ ভিতৰত কিৰাটসকলেই সৰ্বপ্ৰাচীন। তেওঁলোকৰ নিজস্ব বৈশিষ্ট্য আৰু সুসংগঠিত শাসন-যন্ত্ৰ আছিল। কিৰাটসকলক যদিও শুক্ল যজুৰ্বেদত (৩০-১৬) গুহাবাসী আৰু অথৰ্ববেদত (১০-৪.১৪) যোগীস্বৰূপে বৰ্ণনা কৰা হৈছে তথাপি মহাকাব্যৰ অভ্যুত্থান কালত তেওঁলোকক বিৰাট পৰিবৰ্তিত ৰূপত আমি দেখিবলৈ পাওঁ। এতিয়া তেওঁলোক তুখাৰাৰ উত্তৰ অঞ্চল আৰু চীন দেশৰপৰা লোহিত উপত্যকা তথা হিমালয় পৰ্বতমালাৰ দাঁতি-কাষৰৰ নানান ৰাজ্যৰপৰা বেলুচিস্তানৰ পশ্চিম উপকূল পৰ্য্যন্ত এচিয়া মহাদেশৰ নানান অঞ্চলৰ বাসিন্দা আৰু শাসনকৰ্তা। (বন-পৰ্ব—অধ্যায় ১৭৬, সভা—অধ্যায় ২৫,২৯,৩১)।

অসমৰ বিভিন্ন জনজাতিসকলৰ ভিতৰত কছাৰীসকলেই দূৰ বিস্মৃত কালৰপৰা উনবিংশ শতিকাৰ মাজভাগলৈকে অসমৰ বিভিন্ন অঞ্চলত শাসন কৰিছিল। এই কছাৰীসকলেই পৰম্পৰাগতভাৱে কিৰাট নামে জনাজাত। বিবিধ ভাস্কৰ্য্য আৰু স্থপতিবিদ্যাৰ ধ্বংসাৱশেষ থকা কিৰাট শাসিত কেইবাখনো মহানগৰী ইতিমধ্যে আবিষ্কৃত হৈছে আৰু তেওঁলোকৰ আদিম কৃষ্টি সম্বন্ধে এইবোৰৰপৰা এটা থূলমূল ধাৰণা কৰিব পৰা যায়।

অথৰ্ববেদৰ মতে সাধাৰণ থকা ঘৰবোৰ বাঁহৰ খুটা আৰু বাঁহেৰে ছোৱা। বাঁহৰ চালৰ আছিল—"স্থূনামধিৰোহ বংশোগ্ৰ বিৰাজন × × × তৃণং বশানা" (অ-বে, ৩—১২,৫,৬) ; আকৌ চালৰ সংখ্যা আছিল হয় দুখন নহয় চাৰিখন—"চতুষ্পক্ষ ওছড়িহ্" (অ-বে, ৩—৭,৩)। ঋকবেদৰ মতে

সাধাৰণ দুখীয়া লোকসকল মাটিৰ ঘৰত বাস কৰিছিল—"মৃন্ময়ম্ গৃহম্" (৭—৮৯,১), কিন্তু ধনী শ্ৰেণীৰ স্থায়ীভাৱে লগোৱা চালৰ ভাল ভাল ঘৰ আছিল—"ধ্ৰুৱম্ ছৰ্দ্দিঃ" (৭—৭৪,৫)। এই ঘৰবোৰ যথেষ্ট আহল-বহল হাজাৰখন পৰ্য্যন্ত দুৱাৰ থকা আছিল—"বৃহন্তম্ মানম্ সহস্ৰ-দ্বাৰম্ গৃহম্" (৭—৮৮,৫)। একো একোটা ঘৰ ইমান ওখ আছিল যে পূৱত উদয় হোৱা সূৰ্য্যৰ প্ৰথম কিৰণে সিহঁতৰ চূড়া কথমপিহে চুব পাৰিছিল—"প্ৰচতিচ্যাগাদধি হৰ্ম্যেভ্যাঃ" (৭—৭৬,২)।

অসমৰ দৰে স্বাভাৱিকতে বেচি বৰষুণ হোৱা ঠাইত সাধাৰণ মানুহৰ এই দুচলীয়া বা চাৰিচলীয়া ঘৰবোৰৰ চালবোৰ নিশ্চয় হয় এচলীয়া নহয় ধনুভিৰীয়া আছিল। এইখিনিতে প্ৰসঙ্গক্ৰমে উল্লেখ কৰিব পাৰি, ভগৱান বুদ্ধই তেওঁৰ শিষ্যবৰ্গৰ বাবে পাঁচবিধৰ ঘৰ অনুমোদন কৰিছিল: বিহাৰ, অৰ্দ্ধ-যোগ, প্ৰাসাদ, হৰ্ম্য আৰু গুহা। ইয়াৰে অৰ্দ্ধ-যোগ বোলা বিধৰ ঘৰবোৰ দুখন চাল দোচালা ঘৰ বুজাইছে। বুদ্ধদেৱৰ মতে এই বিধৰ ঘৰক "সুবৰ্ণ বঙ্গ-গৃহ"ও বোলা হয়।

উত্তৰ কাছাৰ পাৰ্বত্য জিলাৰ মাহুৰ নদীৰ পাৰৰ মাইবং নামে ঠাইত ষোড়শ শতিকাৰ কোনো কছাৰী ৰজাৰ দ্বাৰা নিৰ্মিত শিল কাটি উলিওৱা এটা মন্দিৰৰ নিদৰ্শন পোৱা গৈছে। এটা প্ৰকাণ্ড ক'লা বালি-চঁহীয়া শিল কাটি উলিওৱা এই মন্দিৰটোৰ চাৰিচুকীয়া নিম্নাংশ যথেষ্ট আহল-বহল। কছাৰী ৰজাসকলৰ ৰক্ষাকাৰী, যুদ্ধৰ অধিষ্ঠাত্ৰী দেৱী ৰণচণ্ডী বা মহামায়াৰ প্ৰতিষ্ঠানৰ বাবে এই মন্দিৰ নিৰ্মাণ কৰা হৈছিল।

পাচত যেতিয়া কছাৰী ৰজাৰ ৰাজধানী শিলচৰৰ ওচৰৰ সমভূমি অঞ্চল কাছাৰ জিলাৰ বৰাক উপত্যকাৰ খাচ্‌পুৰলৈ তুলি নিয়া হয় তেতিয়া এই একে জনা দেৱীক ডাঠ ইটাৰে বেৰ আৰু চাৰিখন ধনুভিৰীয়া চাল থকা এটা অট্টালিকাত প্ৰতিষ্ঠা কৰা হৈছিল। এই চালবোৰৰ আকৃতি আৰু গঠন প্ৰণালী বিশেষ কৌশলপূৰ্ণ আছিল। এফলীয়া বাঁহৰ ভিতৰৰ গাঁঠিবোৰ চাঁচি একৰাই পেলালে যেনে হয় সেই আকৃতিৰ তিনিৰপৰা পাঁচফুট পৰ্য্যন্ত দীঘল মাটিৰ তাও দি খাপৰি তৈয়াৰ কৰা হৈছিল। কাঠৰ চ'তি-ৰুৱাৰ ওপৰত এচলীয়াকৈ গাত গা লগাই ওপৰ মুৱাকৈ এই খাপৰি-বোৰ লগোৱা হৈছিল। দুচলা খাপৰিৰ জোৰাটোও তলমুৱা কৰি আৰু এচলাকৈ খাপৰি বহুৱাই দিয়া হৈছিল। চূণ আৰু চুৰ্কি মিহলাই জোৰাবোৰ মুখি দিয়া হৈছিল। ফলত ভিতৰলৈ উৰুখি পানী পৰাৰ কোনো ভয় আৰু নাছিল। তথাপিও অধিক নিৰাপদ হ'বৰ বাবে ওপৰৰ পৰা লাহে লাহে ছাটিয়াই গোটেই চালখন চূণ আৰু চুৰ্কিৰ এটা ডাঠ



চামনিৰে আকৌ এবাৰ ঢাকি দিয়া হৈছিল। পানী পৰাৰ সকলো সম্ভাৱনা দূৰ হৈ পৰিছিল। পৰ্বতবোৰত বাঁহ প্ৰচুৰ পৰিমাণে হয়। পৰ্বতত বাস কৰা দুখীয়া কছাৰীসকলে এতিয়াও ফলাবাঁহৰ গাঁঠিবোৰ গুচাই খাপৰি সাজি তেওঁলোকৰ থকা ঘৰ ছাই লয়।

ৰণচণ্ডীৰ মূৰ্তি প্ৰতিষ্ঠা কৰা এই শৈল-মন্দিৰৰ চালৰ নমুনাত কৰা ধনুভিৰীয়া চালৰ চাৰিকোণীয়া কোঠাত এতিয়াও নামনি অসমৰ বৈষ্ণৱ-সকলৰ আৰাধ্য দেৱতাৰ প্ৰতিকৃতি প্ৰতিষ্ঠা কৰা হয়। মাইবঙৰ সেই মন্দিৰৰ আহিৰ এই মঠবোৰক ভাঁজঘৰ বোলা হয়।

বুদ্ধঘোষে কোৱা ৱঙ্গগৃহ বা বঙ্গগৃহ, য'ৰপৰা ইংৰাজী 'বাংলা' শব্দৰ উদ্ভৱ হৈছে যেন বোধ হয়, মূলতে বঙ্গৰপৰাই ওলাইছে বুলি অনেক পণ্ডিতে ভাবে। বঙ্গদেশৰ সাধাৰণ মানুহে বাস কৰা ঘৰবোৰ এনেকুৱা ধনুভিৰীয়া চালৰ। কিন্তু দেখ দেখকৈ এই শব্দটো ভাঁজঘৰৰপৰা লোৱা। 'ভাঁজ' শব্দৰ অৰ্থ বেঁকা, যি অৰ্থত গছৰপৰা কাটি লোৱা এটা ডাল বেঁকা হ'ব পাৰে অথবা মাল-বস্তু কঢ়িয়াবলৈ ব্যৱহাৰ কৰা কানমাৰি 'ভাঙ্গ' যি অৰ্থত ধনুভিৰীয়া। এই অনুমানৰ সপক্ষে উপযুক্ত যুক্তি হিচাবে অসমীয়া মানুহৰ মাজত ভাঁজঘৰ শব্দৰ এতিয়াও সুপ্ৰচলন থকা কথা আৰু বৈষ্ণৱ সত্ৰসমূহৰ দেৱমূৰ্তি প্ৰতিষ্ঠা কৰা ঘৰবোৰলৈ আঙুলিয়াব পাৰি। নতুনকৈ সচৰাচৰ ব্যৱহৃত উলু-খেৰেৰে ছোৱা ভাঁজ-ঘৰবোৰ দেখাত সোণ-বৰণীয়া হয়। এইবিধ খেৰৰ স্বাভাৱিক ৰং সোণবৰণীয়া। আৰু এই কাৰণেই যে বুদ্ধঘোষে তেওঁৰ বৌদ্ধ-ভিক্ষুসকলে বাস কৰিবলৈ পৰামৰ্শ দিয়া অৰ্দ্ধযোগ গৃহৰ বৰ্ণনা দিওঁতে 'সুবৰ্ণ-বঙ্গ-গৃহ' কথা প্ৰয়োগ কৰিছিল সেই কথা ন-দি কোৱাৰ সকাম নাই।

## মধ্য যুগ

প্ৰাচীন কামৰূপৰ বুৰঞ্জীৰ ক্লাছিকেল যুগৰ আৰম্ভ হয় খৃষ্টীয় চতুৰ্থ শতিকাৰ মাজভাগৰপৰা, বৰ্মণ বংশৰ অভ্যুত্থানৰ লগে লগে (৩৫০-৬৫৪)। ভাস্কৰ বৰ্মণৰ (৫৯৩-৬৫০) দিনৰ কেইখনমান তাম্ৰলিপিৰ বাহিৰে গুৱাহাটীৰ ওচৰত থকা উমাচলৰ শিলত থকা সুৰেন্দ্ৰ বৰ্মা (ওৰফে মহেন্দ্ৰ বৰ্মা—৪৮০-৫০০)ৰ কিছু শিলালিপি আৰু মিকিৰ পাহাৰৰ বৰগঙ্গাত থকা মহাভূতি বৰ্মণ (৫২০-৫৬০)ৰ দিনৰ এটা মন্দিৰৰ ভগ্নাৱশেষ আৰু শিলালিপিৰ বাহিৰে এই কালছোৱাৰ স্থাপত্যৰ দৃষ্টিৰপৰা মূল্য থকা আন কোনো

নির্ভৰযোগ্য চিহ্ন পোৱা নাযায়। কাৰিকৰী কৌশলৰ সূক্ষ্ম পৰশবোৰ ধ্বংসপ্ৰাপ্ত হ'লেও এই মন্দিৰটোৰ ঘাই আকৃতিটো এতিয়াও অবিকৃত আছে। কিছুমান এতিয়াও ভালে থকা মূৰ্তিৰ গাতো ওখ খাপৰ কলাকৃতিৰ পৰিচয় পোৱা যায়। বৰ্মণসকলৰ পিচত শালস্তম্ভ বংশই (এওঁলোক ম্লেচ্ছ বংশ নামেও জনাজাত) ৬৫৫-৯৮৫ খৃঃলৈ অসমত ৰাজত্ব কৰিছিল। কীৰ্তি-স্তম্ভৰ নিৰ্মাতা হিচাবে এই বংশ বিখ্যাত। এওঁলোকে সজোৱা প্ৰায় সকলো প্ৰাসাদাদি এতিয়া ধ্বংসস্তূপত পৰিণত হৈছে। তেওঁলোকৰ পিচৰ ৰাজবংশ হ'ল ভৌম-পাল (৯৮৫-১১৩০)। গৃহাদি নিৰ্মাণত এওঁলোকো পূৰ্ববৰ্তীসকলতকৈ কম নাছিল। কামৰূপৰ জিলাৰ গুৱালকুচিৰ সিদ্ধেশ্বৰী টিলাত এতিয়াও থিয় দি থকা এটা মন্দিৰৰ বাহিৰে এওঁলোকৰো বাকী সকলো কীৰ্তিচিন এতিয়া ধ্বংসপ্ৰাপ্ত হৈছে।

## নিৰ্মাণ-ৰীতি—নিম্নাংশ

ধ্বংসপ্ৰাপ্ত হোৱা অথবা এতিয়াও দেখিবলৈ পোৱা প্ৰাচীন মন্দিৰসমূহৰ-পৰা কামৰূপী স্থাপত্য ৰীতি সম্পৰ্কে থূলমূলকৈ কিছু কথা অনুমান কৰিব পৰা যায়। পাচৰ যুগত নিৰ্মিত অনেক মন্দিৰো আগৰ কোনো মন্দিৰৰ ভেঁটিৰ ওপৰত পুনৰ্নিৰ্মাণ কৰা বুলি অনুমান কৰাৰ থল আছে। যি কি নহওক কামৰূপী পদ্ধতিত নিৰ্মিত মন্দিৰৰ ক্ষেত্ৰত এই কেইটা কথা বিশেষকৈ চকুত পৰে :—

(১) প্ৰধান মন্দিৰলৈ সোমাই যোৱা বাটত মন্দিৰৰপৰা কিছুদূৰত তোৰণ থাকে; (২) মণ্ডপ বা নাট-মন্দিৰ, (৩) গো-পুৰম অৰ্থাৎ প্ৰৱেশ চ'ৰা, (৪) গৰ্ভ-গৃহ অৰ্থাৎ য'ত পৱিত্ৰ বিগ্ৰহ প্ৰতিষ্ঠা কৰা হয়।

কিছুমান সৰু সৰু মন্দিৰ মাত্ৰ সমুখত এফালি সৰু আৰৱা চোতাল আৰু গৰ্ভ-গৃহ মাথোন সম্বলিত কৰি সজোৱা হৈছিল। আৰু তাত এগৰাকী দেৱী অথবা দেৱতা প্ৰতিষ্ঠিত হৈছিল। কিন্তু বাকী সকলোতে পঞ্চ-বিগ্ৰহৰ প্ৰতিষ্ঠাৰ ৰীতি অনুসৰি মূল বিগ্ৰহৰ উপৰিও আৰু চাৰিটি বিগ্ৰহ প্ৰতিষ্ঠাৰ বাবে আয়োজন কৰা হৈছিল। মূল বিগ্ৰহ মূল গৰ্ভ-গৃহত প্ৰতিষ্ঠা কৰা হৈছিল। বাকী বিগ্ৰহসমূহ মূল মন্দিৰৰ চাৰিকোণে চাৰিটি সৰু শাখা-মন্দিৰ নিৰ্মাণ কৰি প্ৰতিষ্ঠা কৰা হৈছিল। হোজাইৰ ৰাজবাৰী, যোগীজান বা নগাঁৱৰ ডবকাৰ ওচৰৰ মিকিৰ আটিৰ দৰে কোনো কোনো ক্ষেত্ৰত শাখা-মন্দিৰ কেইটা মূল মন্দিৰৰ গাত লগাই নাসাজি মূল মন্দিৰৰ



চৌহদৰ ভিতৰতে চাৰিকোণে চাৰিটি পৃথক মন্দিৰ সাজি লগৰীয়া বিগ্ৰহসমূহ সুকীয়াকৈ প্ৰতিষ্ঠা কৰা হৈছিল।

গৰ্ভ-গৃহই আছিল মন্দিৰৰ গৰ্ভ অৰ্থাৎ মূল কেন্দ্ৰ। মন্দিৰৰ একেবাৰে অভ্যন্তৰৰ চাৰিকোণীয়া বেদীত (চতুৰাশ্ৰ) বিভিন্ন নমুনাৰ শিখৰবে সৈতে আকাশ-চুম্বী ৰথ বিমানৰ প্ৰতিষ্ঠা কৰা হৈছিল। এই চাৰিকোণীয়া ভেঁটিৰ নমুনা শক্তি-উপসনাৰ সৃষ্টি-চক্ৰ অথবা শ্ৰীচক্ৰৰ আহিৰপৰা গ্ৰহণ কৰা যেন লাগে। ইয়াত নটা ত্ৰিভুজ থাকে। চাৰিটা ওপৰমুৱা আৰু পাঁচোটা তলমুৱাকৈ থাকে। নওটা ত্ৰিভুজৰ ভৰকেন্দ্ৰ একেটাই হয়। এই শ্ৰীচক্ৰৰপৰাই চুক-কোণবোৰ কাটি উলিওৱা হয়। এইখিনিতে প্ৰসঙ্গক্ৰমে উল্লেখ কৰিব পাৰি যে আনকি ষোড়শ শতিকাতো দাক্ষিণাত্যৰ সমগ্ৰ বিজয়নগৰ নামৰ মহানগৰীখনেই এই শ্ৰীচক্ৰৰ নমুনাৰ ওপৰত গঢ়ি তোলা হৈছিল।

## ওপৰ অংশ

দেৱ-বিগ্ৰহ প্ৰতিষ্ঠা কৰা মূল গৰ্ভাংশৰ ওপৰতে সাধাৰণতে বিমান অংশ গঢ়ি তোলা হৈছিল। এই অংশটোক মানৱ দেহৰ হৃৎপিণ্ডৰ গুহা, য'ত 'চিতি' অৰ্থাৎ চৈতন্য অথবা প্ৰাণ অৰ্থাৎ জীৱদেহৰ সজীৱতা আৰু জীৱনী-শক্তিৰ মূল সোমাই থাকে, তাৰ লগত তুলনা কৰা হয়। এই চিতিৰ অৱস্থানৰ ধাৰণাটোক বুজাবৰ বাবে বৌদ্ধসকলে গৰ্ভাংশক 'চৈতন্য' আখ্যা দিছিল। গতিকেই এই 'বিমান'ক এখন ৰথ বুলি ধৰা হৈছিল, য'ত আত্মাই আছিল গৰাকী, দেহা আছিল ৰথখন, বুদ্ধি আছিল চালক আৰু মন আছিল লেকাম—

> "আত্মানম্ ৰথিনম্ বিদ্ধি শৰীৰম্ ৰথম্ এৱে তু,
> বুদ্ধিম্ তু সাৰথিম্ বিদ্ধি মনঃ প্ৰগ্ৰহমেৱ চ"
>
> (কথা উপনিষদ ১—৩, ৩)

গতিকেই মানৱ-দেহৰ প্ৰতিকৃতি হোৱা বাবে বিমানৰ মানৱ-দেহৰ দৰে পাদ (ভৰি), জঙ্ঘা (কঁকাল-উৰু), কন্ধ (ডিঙি) আৰু শিখৰ (মূৰ) আছে। শিখৰকে কেন্দ্ৰ কৰি স্থপিতসকলে তেওঁলোকৰ নিজস্ব কল্পনা আৰু খলুৱা বৈশিষ্ট্যৰ সমন্বয়ত একোটি স্থাপত্য-কীৰ্তি গঢ়ি তুলিছিল। আৰু সেইবোৰেই বেলেগ বেলেগ মন্দিৰৰ গঠন ৰীতি অনুসৰি বেলেগ বেলেগ স্থাপত্য-নাম থকা দেখা যায়।

বিভিন্ন প্ৰকাৰৰ মন্দিৰৰ ভিতৰত তিনিবিধৰ নাম বিশেষ উল্লেখ-যোগ্য :— (১) নাগৰ—দাক্ষিণাত্যৰ আদৰ্শত গঢ়া, ভেঁটিটো চাৰিচুকীয়া ; শুক-নাশা (চৰাই-ডিঙীয়া) ; শিখৰ ক্ৰমান্বয়ে এচলীয়া হৈ এটা শীৰ্ষবিন্দুত মিলি যায়, শীৰ্ষবিন্দুটো য'ত মিলে তাত এটা আমলোক (এবিধ জনাজাত ফল) থাকে আৰু তাৰ ওপৰত এটা কলহ প্ৰতিষ্ঠা কৰা হয়। কলহটোৰ ওপৰত ত্ৰিশূল বা চক্ৰৰ দৰে কোনো এক বিশেষ দেৱতা বা দেৱীৰ ধাতুৰ প্ৰতীক-চিহ্ন লগোৱা হয়।

(২) বেশৰ—দক্ষিণ বিন্ধ্যৰ আহিত গঢ়া, দাক্ষিণাত্যত আৰু বিন্ধ্যৰপৰা কৃষ্ণা নৈৰ পাৰলৈকে এনে মন্দিৰ প্ৰচুৰ ; ইয়াৰ ভেঁটি ঘূৰণীয়া, কঙ্কাকৃতি, ডিম্বাকৃতি অথবা চাৰিকোণীয়া হয় ; ওপৰত পূৰ্বোক্ত বিধৰ দৰেই শিখৰ থাকে। বেশৰ শব্দই আচলতে জোনৰ আকৃতিৰ ১" পৰিসীমাৰ এক-প্ৰকাৰ নাকৰ গহনা বুজায়।

(৩) দ্ৰাবিড়—দক্ষিণভাৰতীয় ৰীতি ; ছচুকীয়া, আঠচুকীয়া, কেতিয়াবা কেউপিনে সমান, কেতিয়াবা দীঘলীয়া, কেতিয়াবা ভেঁটি চাৰি-চুকীয়া ; কিন্তু শিখৰ সাধাৰণতে আঠসিৰীয়া, কেতিয়াবা ছসিৰীয়া, কেতিয়াবা শিখৰ পিৰামিডৰ দৰে হয়। ইখলপাৰ ওপৰত সিখলপা ক্ৰমাৎ সৰুকৈ গাঁঠি নিয়া হয়। প্ৰতি খলপাতে ভিতৰৰ পবিত্ৰ গৰ্ভস্থানীৰ প্ৰতিকৃতি থাকে। নাগৰ বা বেশৰৰ দৰে শীৰ্ষাংশ বিন্দুত শেষ কৰি এটা আমলোক প্ৰতিষ্ঠা নকৰি ঘূৰণীয়াকৈ মুকলি কৰি ৰখা হয়। পাণ্ডুৰিৰ দৰে দেখিবলৈ হোৱা এই অংশটোক স্তূপিকা, স্তূপী বা টোপী বোলা হয়।

ওপৰত উল্লেখ কৰা মতে পাল যুগৰ এটা মন্দিৰৰ বাহিৰে অসমত মধ্যযুগৰ কোনো মন্দিৰৰে ওপৰ অংশ অবিকৃত থকা দেখিবলৈ পোৱা নাযায়। গতিকে কামৰূপী স্থপতিসকলে ঠিক কেনেকুৱা পদ্ধতি অনুসৰণ কৰিছিল মন্তব্য দিয়া টান। এই ক্ষেত্ৰত আমি কোনো কোনো মন্দিৰৰ নিম্নাংশত বা প্ৰৱেশ-দ্বাৰ আদিত খোদাই কৰা মন্দিৰৰ প্ৰতিকৃতি চায়ে সিদ্ধান্ত গ্ৰহণ কৰিব লগা হয়।

বৰ্তমান তেজপুৰৰ হাৰূপেশ্বৰত ৰাজধানী থকা শালস্তম্ভ বংশৰ ৰজাসকল প্ৰখ্যাত নিৰ্মাতা আছিল বুলি আগতে কৈ অহা হৈছে। তেজপুৰৰ ওচৰৰ ঘৰপুৰা-চাপৰিত থকা এটা মন্দিৰৰ গাত এনে তিনিটা শিখৰৰ প্ৰতিকৃতি উজ্জ্বলকৈ শিলৰ গাত কটা আছে।

ৰজা হৰ্ষদেৱে (৭৩০-৭৫০) নিজৰ জীয়েকক বিয়া দি নেপালৰ ৰজাৰ লগত মিত্ৰতা স্থাপন কৰিছিল। তেওঁৰ পিচৰ ৰজা বলবৰ্মাই জীয়েক অমৃতপ্ৰভাক কাশ্মীৰৰ ৰজালৈ বিয়া দিবলৈ আগবঢ়াইছিল।



কাশ্মীৰৰ ৰজাই তেওঁৰ তিব্বত সীমান্তৰ ওচৰত থকা প্ৰজাবৰ্গৰ বৌদ্ধ ধৰ্ম-শিক্ষা দিবৰ বাবে কামৰূপ-ৰাজধানীৰপৰা স্তৌন-পা নামৰ এজন বৌদ্ধ সন্ন্যাসী মতাই নিছিল। সেই সময়ত নিশ্চয় তেজপুৰৰ আশে-পাশে কেনিবা কোনো বৌদ্ধ-বিহাৰ মন্দিৰ আদি আছিল।

বৰ্তমান তেজপুৰৰ একুৰি সাত মাইল পশ্চিমে আৰু আসাম ট্ৰাঙ্ক-ৰোডৰ ছমাইল দক্ষিণে নিজ-বৰচলা নামে গাঁৱত এখন প্ৰাচীন নগৰৰ ধ্বংসাৱশেষ দেখিবলৈ পোৱা যায়। তাৰ এঠাইত এচলা প্ৰকাণ্ড শিলত নেপালী মন্দিৰৰ আহিৰ তিনিটি বৌদ্ধ চৈত্য, তিনিজোপা বোধি আৰু দুজোপা ন্যগ্ৰোধ গছৰ ছবি সুন্দৰভাৱে খোদাই কৰা আছে। এই বোধি বৃক্ষ কেইজোপা ভৰহুত পদ্ধতিৰ।

এইখিনিতে এটা কথা উল্লেখ কৰিব পাৰি। গৌতম বুদ্ধই পৰম জ্যোতি লাভ কৰিছিল বট বা বো-গছৰ তলত। তেওঁৰ পূৰ্বপুৰুষ বুদ্ধ কাশ্যপে এই জ্যোতি এজোপা ন্যগ্ৰোধৰ তলত পাইছিল। এই ন্যগ্ৰোধ অথবা নীচ-শাখা গছ (ইয়াৰ ডালৰপৰা শিপা তললৈ নামি মাটিত সোমাই আকৌ ওলাই মূল গছৰ দৰে গছ হয় বাবে এই নাম) একালত 'নৈচা-শাখা' নামে এটা জাতিৰ মানত পবিত্ৰ বৃক্ষৰূপে গণিত হৈছিল। এই জাতিটো আদি বৈদিক যুগত বৈদিক অনুষ্ঠান আদিৰ পৰিপন্থী আছিল। কিকট অথবা মগধ আছিল তেওঁলোকৰ বিচৰণ ক্ষেত্ৰ। (ঋক্‌বেদ, ৩-৫৩, ১৪)

ইয়াৰ পাচত প্ৰাচীন কামৰূপত ভৌম-পাল বংশই (১০০০-১১৩০খৃঃ) ৰাজত্ব কৰে। এই বংশৰ প্ৰখ্যাত ৰজা ৰত্নপালে তেওঁৰ পুতেক পুৰন্দৰ পাললৈ দাক্ষিণাত্যৰ বিদৰ্ভৰাজ্যৰ ভোজ বংশৰ ৰাজকুমাৰী দুৰ্লভাক বিয়া কৰাই আনিছিল। দাক্ষিণাত্যৰপৰা এই পালসকলে অনেক স্থপতি আৰু ভাস্কৰ নিজ দেশলৈ লৈ আহিছিল আৰু অগণন আকাশ-চুম্বী মন্দিৰ আৰু দেৱভোগ্য মিচিকিৰে বোলোৱা গাভৰু মুখৰ চূড়াৰ প্ৰাসাদেৰে দেশখন প্ৰায় পুতি পেলাইছিল—

"সমদ সুন্দৰীস্নিগ্ধা সুধা-ধৱলিত সৌধ-শিখৰ সহস্ৰান্"

(ৰত্নপালৰ বৰগাঁও তামৰ ফলি, ১৬ ছেদ)

ব্ৰহ্মপুত্ৰৰ উত্তৰপাৰে গুৱাহাটীৰপৰা প্ৰায় ওঠৰ মাইল পশ্চিমত গুৱাল-কুচি গাঁৱৰ সীমান্তৱৰ্তী এটা যথেষ্ট ওখ টিলাত সিদ্ধেশ্বৰী মন্দিৰ অৱস্থিত। ইয়াৰপৰা চাৰিওফালৰ বহু নিলগলৈ সমভূমি অঞ্চল আৰু তাৰ মাজেৰে বৈ যোৱা মহাবাহু ব্ৰহ্মপুত্ৰ স্পষ্টকৈ দেখা যায়। মূল মন্দিৰটো পুৰণি

ধৰণৰ ইটাৰে গঁথা, মাজে মাজে শিলাখণ্ডৰ ভাস্কৰ্য্য। সময় আৰু ভূমিকম্পৰ অজস্ৰ আক্ৰমণ সহ্য কৰি অৱহেলিত বননিৰে ঢকা অৱস্থাত প্ৰাচীন স্থাপত্যৰ সৌন্দৰ্য্য প্ৰকাশ কৰি মন্দিৰটো কিবা প্ৰকাৰে এতিয়াও নভগাকৈ থিয় দি আছে।

ইয়াৰ শিখৰটো বেশৰ আহিৰ এটা গম্বুজ। ওপৰত আমলোক নাই, কিন্তু চূড়াটো দ্ৰাবিড় আহিৰ ক্ষুদ্ৰাকৃতি স্তূপীৰ দৰে। মূল তোৰণত থকা আচল ঠাইৰপৰা আঁতৰাই অনা মূৰ্তি দুটাৰ এটা ঘূৰণীয়া শিলাখণ্ডত কটা মহিষ মৰ্দিনীৰ, আনটো স্পষ্টভাৱে দক্ষিণ ভাৰতীয় ভাস্কৰ্য্যৰ আহিৰ জোঙামূৰীয়া শিলত কটা সূৰ্য্য দেৱতাৰ। সূৰ্য্যৰ পত্নী ছায়া আৰু সংজ্ঞাৰ মূৰৰ খোপা দুটা নিসন্দেহে দ্ৰাবিড় আহিৰ।

পালসকলৰ ৰাজধানী দুৰ্জয় নগৰ খুব সম্ভৱ নগাঁও জিলাৰ হোজাইৰ যোগীজানৰ ওচৰৰ ৰাজবাৰীত আছিল। ইয়াত থকা চাৰিটা লগৰীয়া মন্দিৰেৰে সৈতে এটা বিৰাট মন্দিৰ আৰু যোগীজান হ্ৰদৰ পাৰৰ বিশাল তোৰণ-গৃহৰ ধ্বংসাৱশেষে একালৰ ইয়াৰ গৌৰৱৰ কথা সোঁৱৰায়। মূল মন্দিৰটোৰ মূল কলচীটো শিলৰ কটা ফুলৰ নমুনাৰে এতিয়াও ভগা অৱস্থাত পৰি আছে।

আগতে উল্লেখ কৰা মতে কপিলী আৰু যমুনা নৈৰ উপত্যকাত অগণন মন্দিৰেৰে ভৰপূৰ হৈ আছিল। অসংখ্য ধ্বংসাৱশেষ এতিয়াও কেউপিনে পৰি থকা দেখা যায়। যমুনা নৈৰ দক্ষিণপাৰত কাৰৈমাৰী গাঁৱৰ মন্দিৰৰ ধ্বংসাৱশেষৰ মাজত পোৱা দুখণ্ড শিলত ছুটা শিখৰৰ প্ৰতিকৃতি আছে। তাত নাগৰ পদ্ধতিৰ বাঁহীবাদকৰ মুখাকৃতি থকা দেখা যায়। একেদৰে কপিলীৰ উত্তৰপাৰে ধৰমতুলৰ ওচৰৰ মহাদেউশালত নাগৰ শিখৰ থকা পাঁচোটা মন্দিৰৰ প্ৰতিকৃতি দেখা গৈছে। যমুনাৰ উত্তৰপাৰে পাৰখোৱাৰ ওচৰৰ আকাশী-গঙ্গাত একে ধৰণৰ দুটা মন্দিৰৰ প্ৰতিকৃতি থকা শিলাখণ্ড পোৱা গৈছে।

## কোচ যুগ

গুৱাহাটীৰপৰা প্ৰায় ২ মাইল পশ্চিমে ব্ৰহ্মপুত্ৰৰ দক্ষিণ কূলত অৱস্থিত নীলাচৰ টিলাৰ ওপৰত মাতৃদেৱী কামাখ্যাৰ মন্দিৰ প্ৰাচীন সংস্কৃতিত অতিশয় চহকী। মধ্য যুগৰ তামৰ ফলিত এই গৰাকী দেৱীক মহাগৌৰী বুলি উল্লেখ কৰা হৈছে। ওপৰত উল্লেখ কৰা, নীলাচল পাহাৰৰ পূব ফালৰ নামনিত উমাচল আশ্ৰমত পোৱা পঞ্চম শতিকাৰ ৰজা সুৰেন্দ্ৰ



বৰ্মাৰ শিল লিপিৰ বাহিৰে এই কালৰ কোনো স্থাপত্য নিদৰ্শন আৰু পোৱা নাযায়। মাত্ৰ বৰ্তমানৰ এই মন্দিৰৰ গাত বহুৱাই দিয়া কিছুমান পাৰ্শ্ব-দেৱতাৰ শিলত কটা মূৰ্তি কোনো প্ৰাচীন ধ্বংসপ্ৰাপ্ত মন্দিৰ আদিৰপৰা অনা বুলি অনুমান হয়। কাৰণ এইবোৰৰ লগত একে মূৰ্তি আন প্ৰাচীন মন্দিৰত পোৱা গৈছে। মন্দিৰৰ ভিতৰত থকা এখন লিপিমতে কোচ ৰজা নৰনাৰায়ণৰ ভায়েক আৰু সেনাধ্যক্ষ শুক্লধ্বজৰ মন্দিৰৰপৰা এইবোৰ ১৫৬৫ খৃঃত অনা। (শুক্লধ্বজ: ১৫৪০-১৫৮৭)

এই মন্দিৰৰ মূল গঠন ৰীতিটো প্ৰাচীন কামৰূপী পদ্ধতিৰ। আঁচনিখন শ্ৰী-চক্ৰৰ দৰে। বাহিৰৰপৰা ক্ৰমে নাট-মন্দিৰ বা মণ্ডপ, গোপুৰম্ আৰু গৰ্ভগৃহ প্ৰতিষ্ঠা কৰা হৈছে। প্ৰত্যেকটোৰে ওপৰত একোটাকৈ শিখৰ আছে।

মন্দিৰটোৰ সন্মুখৰ গোলাকাৰ গুহাৰে সৈতে এচলীয়া চালখন পিচৰ। ইয়াৰপৰা এখন কাষৰীয়া দুৱাৰেৰে গোপুৰমলৈ যাব পাৰি।

মন্দিৰৰ গৰ্ভগৃহৰ ওপৰৰ শিখৰ, শিখৰৰ নিম্নাংশৰ বিভিন্ন শৃঙ্গ আৰু প্ৰাসাদৰ বেৰৰ ওপৰ অংশবোৰ বিশেষত্বপূৰ্ণ। এই ক্ষুদ্ৰাকৃতিৰ শিখৰবোৰক তিলক বোলা হয়।

প্ৰশ্ন হয় কামাখ্যা মন্দিৰৰ শিখৰ কোন পদ্ধতিৰ ? ই নাগৰো নহয় বেশৰো নহয়, বৰং দুয়ো বিধৰে সংমিশ্ৰণ বিশেষ। ওপৰত কৈ অহা পাল-যুগৰ সিদ্ধেশ্বৰী মন্দিৰেই ইয়াৰ আদৰ্শ, মাত্ৰ উচ্চতাৰ ক্ষেত্ৰত থলুৱা ভাব পৰিছে। নামাকৰণ যদি কৰিবই লাগে তেন্তে এই পদ্ধতিক নীলাচল পদ্ধতি বোলাই উচিত হ'ব।

একেটা পাহাৰতে কামাখ্যা মন্দিৰৰপৰা কেইশমান গজ আঁতৰতে তাৰাদেৱীৰ মন্দিৰ। ইয়াৰ নিৰ্মাণ পদ্ধতিও একেই। সোমোৱা বাটত মাত্ৰ এখন প্ৰকাণ্ড তোৰণ আছে।

কামাখ্যাৰ পূবে ব্ৰহ্মপুত্ৰৰ বুকুৰ ময়ূৰ দ্বীপৰ উমানন্দ মন্দিৰ শিৱ-মন্দিৰ; মহা গৌৰীৰ স্বামী শিৱৰ এই মন্দিৰ কামাখ্যা মন্দিৰৰ পৰিপূৰক স্বৰূপ। এই মন্দিৰৰ শিখৰৰ গঠন ৰীতি অৱশ্যে পৃথক। ভূমিকম্পত খহি পৰাৰ পাচত আহোমৰ দিনৰ শেষৰ পিনে ১৬৯৪ খৃঃত কোনো এজন আহোম ৰজাই এই মন্দিৰ নকৈ সজায় বুলি জনা যায়।

শুক্লধ্বজৰ পুত্ৰ ৰঘুৰায়ে পিতাকৰ মৃত্যুৰ পাচত দদায়েকৰপৰা আঁতৰি আহি এখন স্বকীয়া ৰাজ্য প্ৰতিষ্ঠা কৰে আৰু ব্ৰহ্মপুত্ৰৰ উত্তৰপাৰে গুৱা-হাটীৰ প্ৰায় যোল মাইল পশ্চিমে হাজোৰ এটা টিলাত হয়গ্ৰীৱ মাধৱ মন্দিৰ

নির্মাণ কৰে। অসমৰ অন্যান্য ঠাইত থকা কিছু ভাস্কৰ্য্যৰ লগত ইয়াৰ মিলৰপৰা এটা কথা প্ৰমাণিত হয়, অতি পুৰণি কালত বৰ্তমান মন্দিৰ থকা ঠাইৰ দাঁতি কাষৰত কেবাটাও উল্লেখযোগ্য মন্দিৰ আছিল। বধূ-ৰায়ৰ স্থপতিসকলে মন্দিৰটো সাধাৰণ চলিত ৰীতি অনুসৰি গাঁঠিছে। কিন্তু ইয়াৰ শিখৰটো একেবাৰে বেলেগ। ক্ৰমে জোঙা হৈ এটা শীৰ্ষ বিন্দুত মিলিছেগৈ।

## আহোম যুগ

কোচসকলৰ পাচত প্ৰাচীন কামৰূপৰ পূব অঞ্চলত আহোমসকলৰ ৰাজত্ব স্থাপন হয়। অসমত এওঁলোকেই নিৰ্মাতাস্বৰূপে সৰ্বশ্ৰেষ্ঠ। আহোমসকল আগৰ শান দেশৰ লোক। তেওঁলোকৰ স্বকীয়া সংস্কৃতি আছিল। হ'লেও পিচলৈ তেওঁলোকে হিন্দুধৰ্মৰ শাক্তপন্থ গ্ৰহণ কৰিছিল আৰু এই ধৰ্মৰ প্ৰতি গঢ়ি উঠা প্ৰবল অনুৰাগৰ ফলত শিৱ আৰু দুৰ্গাৰ নানান মন্দিৰ গঢ়াৰ বাবেই ৰাজহৰ এক বিপুলাংশ ধন ভগন কৰিছিল।

বিখ্যাত শিৱসাগৰ পুখুৰীৰ পাৰত থকা গোপুৰম্, মণ্ডপ আৰু তোৰণেৰে সম্পূৰ্ণ বিখ্যাত শিৱ-দৌল আছে। শিখৰ নাগৰৰেই প্ৰকাৰ বিশেষ। শুকনাসাত কিছুমান পোন সিৰ আছে। শিখৰত চাৰিওফালে আধা আৰু চাৰিভাগৰ তিনিভাগ অংশত গাত লগা কিছুমান মূল শিখৰৰ অনুৰূপ শিখৰে বেঢ়ি আছে। এনে ধৰণৰ শিখৰক উৰমঞ্জৰী (উৰ—অঙ্ক, বক্ষ; মঞ্জৰী—ফুলৰ থোপা, তুলসীৰ দৰে) বোলে, এইটো উত্তৰ ভাৰত বঙ্গদেশৰ মন্দিৰৰ বিশেষত্ব।

শিৱসাগৰ জিলাৰ গৌৰীসাগৰৰ দেৱীদ'লত তিলক আৰু ৰঙ্গগৃহৰ ইটাৰ চালেৰে গোপুৰমৰ সুন্দৰ নিদৰ্শন দেখা যায়।

এই মন্দিৰবোৰত অৱশ্যে সাধাৰণতে থাকিব লগা আমলোক দেখা নাযায়। তাৰ সলনি ইটাৰে ঘূৰণীয়া বাচনৰ ওপৰ স্বৰ্ণখচিত একোটা কলচী দেখা যায়।

জয়সাগৰৰ পাৰৰ দেৱীদ'লো শিৱদ'লৰে একে। আহোমসকলৰ কিছুমান ইটাৰে নিৰ্মিত প্ৰাসাদ আৰু বিচাৰ গৃহ এতিয়াও ভালে থকা দেখা যায়। ইয়াৰ প্ৰতিটোৰ নিজা বৈশিষ্ট্য আছে। এইবোৰ স্থপতি-ৰীতি অসমীয়াৰ নিজা।

তলাতলিৰ ঘৰ নামে জনাজাত ৰংপুৰৰ মাটিৰ তলৰ প্ৰাসাদটো শিৱসাগৰ নগৰৰপৰা তিনিমাইল দূৰত অৱস্থিত।



এনে আন এটা প্ৰাসাদ আছে গড়গাঁৱত। নাজিৰাৰ ওচৰত শিৱ-সাগৰৰপৰা প্ৰায় ন-মাইল দক্ষিণে থকা এই চাৰিমহলীয়া প্ৰাসাদ কাৰেং-ঘৰ নামে জনাজাত।

ৰংপুৰৰ খেল-পথাৰৰ 'পেভিলিয়ন' দুমহলীয়া ৰংঘৰটোও চাবলগীয়া। এই সকলোবোৰ গৃহ ১৭০০ৰ পৰা ১৭৫০ৰ ভিতৰত নিৰ্মিত।

এই সময়ত খাচপুৰৰ কছাৰী ৰজাই আহোমসকলৰ লগত বন্ধুত্বৰ সম্বন্ধ প্ৰতিষ্ঠা কৰি তেওঁৰ ৰাজধানীৰ গৃহসমূহৰো প্ৰভূত উন্নতি সাধন কৰে। যিমান দূৰ সম্ভৱ তেওঁ ৰাজপুতনাৰ শিল্পীৰ সহায়ত আইহলা পদ্ধতিৰ বেশৰ চূড়া আৰু চাৰিও শয্যা অৰ্থাৎ কানিছ দিয়া দেৱীৰ স্নান-মন্দিৰ নিৰ্মাণ কৰায়।

১৫৭৪ পৰা ১৬৫৪ চনলৈ মুছলমানসকলে পশ্চিম অসমত আধিপত্য বিস্তাৰ কৰিছিল। আহোমসকলৰ লগত সদায় যুঁজ-বাগৰত লিপ্ত থাকিব আৰু অনেকবাৰ পৰাজিত হ'ব লগা হ'লেও তেওঁলোকে ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে গোৱালপাৰা জিলাৰ ধুবুৰী মহকুমাৰ ৰঙামাটিত এটা মছজিদ আৰু এখন নগৰ নিৰ্মাণ কৰিছিল।

১৫৭৪ খৃঃত হুচেন শ্বাহে সজোৱা এই মছজিদৰ দৃশ্য বিশেষত্বপূৰ্ণ।

## সত্ৰীয়া ৰীতি

'সত্ৰ' এই বৈদিক শব্দৰ অৰ্থ চিৰস্থায়ী শিক্ষা-মন্দিৰ য'ত ধৰ্ম-শিক্ষা দিয়া হয়। প্ৰায় ১৬ শতিকাৰপৰা এনে সত্ৰত বৈষ্ণৱ ধৰ্ম-শিক্ষা দান কৰি অহা হৈছে। বৈষ্ণৱ গুৰুসকল থকা ঠাইক সত্ৰ বোলা হৈছিল। দেশৰ ওপৰেদি নানান ৰাজনৈতিক দুৰ্য্যোগ পাৰ হৈ যোৱা সত্ত্বেও এই সত্ৰবোৰে তেওঁলোকৰ ঐতিহ্যমণ্ডিত সংস্কৃতি ৰক্ষা কৰাত সমৰ্থ হৈছিল। ইতিমধ্যে দেশৰপৰা ভাস্কৰ্য্য-শিল্প ক্ৰমাগত অন্তৰ্হিত হৈ পৰাত এতিয়া সত্ৰৰ শিল্পীসকলে তেওঁলোকৰ ভাস্কৰ্য্য আৰু স্থপতিবিদ্যাৰ প্ৰতি থকা ধাউতি পূৰণ কৰিবৰ বাবে স্বভাৱজাত বাঁহ-কাঠ-খেৰ আদিৰ সহায় লবলৈ ধৰিলে।

মূল মন্দিৰটোক ভাঁজঘৰ বোলা হৈছিল বুলি আগতেই কৈ অহা হৈছে। ইয়াকে মণিকূটো বোলে। দুখন ধনুভিৰীয়া চাল বা চাৰিখন চেপেটা চালৰ এই মণিকূট এটা স্বকীয়া ঘৰ হিচাবে সজোৱা হয়। ইয়াৰ আগত এটা ডাঙৰ মণ্ডপ থাকে; এই মণ্ডপক কীৰ্তনঘৰ বোলা হয়। ৫০ৰ পৰা ১০০ ফুটলৈ বহল আৰু ১০০ৰ পৰা ২০০ ফুটলৈ

দীঘল, দুয়ো কাষে বহল বাৰাণ্ডাৰে এই কীৰ্তনঘৰ একোটা বিৰাট ঘৰ। এই ঘৰৰ চালবোৰ বাঁহ-খেৰৰ। তলৰ জঁকাটো সুন্দৰ শিল্পকৰ্মমণ্ডিত কাঠৰ। ভিতৰৰ কাঠৰ খুটাবোৰ পৰিধিত একো একোটা ন-ফুটৰ পৰা বাৰ ফুটলৈকে দেখা যায়।

দুখন চালৰ ঘৰবোৰ দোচলা পদ্ধতিৰ। কিন্তু কামাখ্যা মন্দিৰৰ গোপুৰমত থকাৰ দৰে সমুখ ভাগত এখন এচলীয়া গোলাকৃতিৰ চাল থাকে। এই কীৰ্তনঘৰ আৰু মণিকূট অথবা ভাঁজঘৰৰ ওপৰত একোটা স্তূপী বা টুপী থাকে। ইয়াৰপৰাই সত্ৰৰ ওপৰত দ্ৰাবিড় প্ৰভাৱ অনুমান কৰিব পাৰি। কীৰ্তনঘৰ আৰু তালৈ সোমাই যোৱা বাটৰ কেইশ ফুটমান আঁতৰত এটা বাটচ'ৰা থাকে। বাটচ'ৰাৰ চাল দুখন আৰু তাত বেৰ নাথাকে।*

* মূল ইংৰাজীপৰা অনূদিত।

# প্ৰাক্ আহোম যুগৰ অসমীয়া সমাজ

ডঃ প্ৰতাপচন্দ্ৰ চৌধুৰী

## অৱতৰণিকা

মানৱ সংস্কৃতি বহুধা বিভক্ত বিষয়ৰ সমন্বয় আৰু সংমিশ্ৰণৰ ফল। কোনো এটা বিশেষ দৃষ্টিকোণৰপৰা ইয়াৰ বিচাৰ সম্পূৰ্ণকৈ কৰিব নোৱাৰি। একোটা জাতিৰ সংস্কৃতি সেই জাতিৰ সামাজিক, অৰ্থনৈতিক, শিক্ষা-দীক্ষা, ধৰ্ম-বিশ্বাস, শিল্প-কলা, আনকি দৈনন্দিন জীৱনৰ সৰু-সুৰা সকলো কথা মিলি গঢ় দি তোলে। মানৱ জীৱনৰ এই বিভিন্ন দিশসমূহৰ লগত জড়িত নানান পুৰণিকলীয়া অসংস্কৃত আৰু যুগৰ লগত খোজ মিলাই আগবঢ়া প্ৰগতিশীল বিষয়ৰ সমষ্টিয়েই অসমীয়া সংস্কৃতি। আমাৰ বৰ্তমানৰ সংস্কৃতি গঠনৰ পিনৰপৰা যথেষ্ট জটিল। দেখাত ই প্ৰায় স্বয়ংসম্পূৰ্ণও। সেই বুলি প্ৰাগৈতিহাসিক যুগৰ মাজেদি সৰকি অহা কোনো কোনো আদিম বিষয়ৰ এই সংস্কৃতিলৈ একো অৱদান নাই বুলি ভবাটো ভুল। সমগ্ৰ ভাৰতীয় সংস্কৃতিয়েই বুৰঞ্জীৰ উন্মেষ-কালৰপৰা অথালি-পথালিকৈ অহা বিভিন্ন ধৰণৰ স্ৰোতৰ সন্মুখীন হ'ব লগা হৈছে। অসমীয়া সভ্যতাৰ বুনিয়াদ গঠনত অৰিহণা যোগাই যোৱা প্ৰাগৈতিহাসিক আৰু আদিম লোকসকলৰ সংস্কৃতিৰ উৎস আৰু তাৰ ৰূপ আমি আমাৰ সংস্কৃতিৰ স্বৰূপ বুজিবৰ হ'লে প্ৰথমতে বিচাৰ কৰি চাব লাগিব। কিন্তু এই ক্ষেত্ৰত আমাৰ বিচাৰ তেওঁলোকৰ কেনেবাকৈ ৰৈ যোৱা স্মৃতিচিহ্নৰ ওপৰতে সম্পূৰ্ণভাৱে নিৰ্ভৰশীল। মানৱ সংস্কৃতি সদায় বিৱৰ্তনশীল আৰু প্ৰগতিশীল। এই বিৱৰ্তন সম্পৰ্কে জানিবলৈ হ'লে প্ৰাগৈতি-হাসিক আৰু আদিম লোকসকলক মূলসূত্ৰ স্বৰূপে লৈ গৱেষণা কৰা আৱশ্যক। সংস্কৃতিহীনতাৰ সংস্কৃতিয়েই প্ৰকৃততে "মানৱ সমাজৰ বুনিয়াদ স্বৰূপ" আৰু "এনে কোনো মানৱীয় ভাব-অনুভূতি নাই যি আমাৰ ভাবৰ ওপৰত কোনো প্ৰভাৱ বিস্তাৰ কৰিব নোৱাৰাকৈ আদিম হ'ব পাৰে বা

আমাৰ আধুনিক জীৱনৰ লগত কোনো সম্বন্ধ থাকিব নোৱাৰাকৈ প্ৰাচীন হ'ব পাৰে।'' অৰ্থাৎ প্ৰাচীন অসমীয়া সংস্কৃতিৰ যৌগিক ৰূপটো বুজিবৰ হ'লে আমি ইয়াৰ উৎস বিচাৰি উলিয়াই তাৰ প্ৰধান বৈশিষ্ট্যসমূহৰ ক্ৰম-বিকাশ অধ্যয়ন কৰিব লাগিব। আৰ্য্যপূৰ্ব আৰু আৰ্য্য, বিশেষকৈ আৰ্য্য-পূৰ্বসকলৰ এই ক্ষেত্ৰত অৱদান বেচি আৰু আমি সেইবোৰ বিচাৰ কৰি চাব লাগিব।

এতিয়াও পাবলৈ বাকী থকা আদিযুগৰ নিদৰ্শনসমূহৰপৰা এটা কথা স্পষ্টকৈ জানিব পাৰি, প্ৰত্ন-প্ৰস্তৰ যুগৰ লোকসকল বন্য মৃগয়াজীৱী আছিল আৰু তেওঁলোকে গুহা-গহ্বৰত বাস কৰিছিল। সম্ভৱতঃ দাক্ষিণাত্যৰ দৰেই অসমৰো অনেক গুহালৈ প্ৰাগৈতিহাসিক লোকসকলৰ আহ-যাহ আছিল। চিকাৰ কৰিয়েই জীৱন নিৰ্বাহ কৰা এই লোকসকলে কৃষি আৰু তেনে আন কোনো ব্যৱহাৰিক শিল্পৰ বিষয়ে একো কথা নাজানিছিল। সেয়ে হ'লেও সেই কালতো দাক্ষিণাত্যত জুইৰ ব্যৱহাৰ থকাৰ প্ৰমাণ পোৱা বুলি বি. ফুটে উল্লেখ কৰিছে। এতিয়াও অসমৰ কোনো কোনো জনজাতিৰ লোকে কৰাৰ দৰেই তেওঁলোকেও সম্ভৱতঃ শিল, বাঁহ বা কাঠৰ কাঠীৰে জুই উৎপন্ন কৰিছিল। পিচলৈ লাহে লাহে হয়তো তেওঁলোকে টিঙিৰি আৱিষ্কাৰ কৰিছিল। তাৰো পাচত, সেই যুগৰ অন্ত পৰাত ক্ৰমে ক্ৰমে তেওঁলোকে ভ্ৰাম্যমান জীৱন ত্যাগ কৰিছিল। ফলত, প্ৰধানকৈ হিংস্ৰ জন্তুৰ আক্ৰমণৰপৰা আত্মৰক্ষা কৰিবৰ বাবে সৰু সৰু দল হৈ একেলগে বাস কৰিবলৈ আৰম্ভ কৰিছিল। নিজৰ খেলৰ ছোৱালী বিয়া নকৰাই আন খেলৰ গাভৰু বিয়া কৰা প্ৰথাৰ প্ৰাৰম্ভিক অৱস্থা ( Crude exogamy ), গোটেই দলটোৱে কিবা এটা প্ৰাকৃতিক বস্তুক শ্ৰদ্ধা-ভক্তি কৰি মানি চলা ৰীতি ( Totemism ), নৰ আৰু ম'হ বলি দিয়া প্ৰথা, বিভিন্ন ইন্দ্ৰজাল বিদ্যা আৰু মাতৃপ্ৰধান সমাজৰ আৰম্ভণিৰ কালেই বোধহয় এই ছোৱা। মৃতদেহ মুকলিকৈ উলিয়াই থোৱা প্ৰথাও এওঁলোকৰ দিনৰে বুলি কোৱা হয়। মধ্য আৰু দক্ষিণ ভাৰতৰ দৰে অসমতো এওঁলোকৰ হাতৰ গুহা-ভাস্কৰ্য্যৰ চিন পোৱা গৈছে।

কৃষি-বিদ্যা, বিভিন্ন ধৰণৰ হস্তশিল্প, বাণিজ্য, জন্তুপালন, গ্ৰাম্য অৰ্থনীতি আৰু তীক্ষ্ণধাৰ শিলৰ অস্ত্ৰ-শস্ত্ৰাদি নৱ্য-প্ৰস্তৰ যুগৰ মানুহৰ দান। সেই কালত জনজাতীয় পিতৃপ্ৰধান যুগ্ম পৰিয়ালৰ অৱস্থিতিৰ কথাও অনেকে অনুমান কৰে। আৰ্য্য হিন্দুসকলৰ জাতি বা শ্ৰেণী বিভাগৰ দৰে একাধিক দলৰ মানুহ গোট খাই একোটা জাতিত সম্ভৱতঃ পৰিণত হ'ল আৰু মানুহ ভেদে বিভিন্ন বৃত্তি গ্ৰহণ কৰা আদৰ্শই প্ৰথম



ৰংঘৰ



কামাখ্যা মন্দিৰ



হাজোৰ হয়গ্ৰীৱ-মাধৱ দেৱালয়



ভাস্কৰবৰ্ম্মাৰ ডুবি তামৰ ফলি



আহোম যুগৰ মুদ্ৰা



ৰূপ ললে। তেওঁলোকৰ অস্ত্ৰ-শস্ত্ৰ আৰু গুহাৰ শিল্পৰ দৰেই তেওঁলোকৰ ৰঙীন পাত্ৰাদিও যথেষ্ট উন্নত বিধৰ। অসমত পোৱা এই বিধ বস্তুৰ নিদৰ্শনসমূহৰপৰা তেওঁলোকৰ সংস্কৃতিৰ স্বৰূপ আৰু প্ৰসাৰতাৰ বিষয়ে অনুমান কৰিব পাৰি। খাদ্য আৰু অন্যান্য যাৱতীয় সামগ্ৰী দি মৃতদেহ পোতা প্ৰথা আৰু সমাধিৰ ওপৰত শিলাস্তম্ভ প্ৰতিষ্ঠা কৰা প্ৰথা তেওঁলোকৰ মাজত সুপ্ৰচলিত আছিল। এতিয়াও অসমৰ প্ৰায় সকলো জনজাতীয় লোকেই এই দুয়োটা প্ৰথাই পালন কৰে।

ক্ৰমে ক্ৰমে সমাজ ধাতুৰ যুগলৈ আগবাঢ়ি আহিল। ফলত মানুহৰ অৰ্থনৈতিক জীৱনে প্ৰগতি লাভ কৰিলে আৰু ইয়েই প্ৰধানকৈ তেওঁলোকৰ সংস্কৃতিক আদি অৱস্থাৰ সংস্কৃতিৰপৰা আমূল পৰিবৰ্তিত কৰি পেলালে। আৰ্য্যসকলৰ সভ্যতাৰ বিকাশ ঘটাৰ আগতেই প্ৰায় সকলো ক্ষেত্ৰতে বিপুল উন্নতি সাধিত হৈছিল। আনকি বৈদিক ঋষিসকলেও অনাৰ্য্যসকলৰ অৰ্থনৈতিক সমৃদ্ধি আৰু প্ৰাচুৰ্য্যৰ কথা কৈ গৈছে। কেৱাটাও ভৌগোলিক কাৰণৰ উপৰিও, অনাৰ্য্যসকলৰ এই সামাজিক-অৰ্থনৈতিক প্ৰগতিত আৰ্য্যসকলৰ সংস্পৰ্শই প্ৰভূত সহায় কৰিছিল। বেদত উল্লেখ থকাৰ দৰে এওঁলোকৰ জনসাধাৰণ সামাজিক অৰ্থনৈতিক ভেঁটিত বিভক্ত হৈ যোৱাৰ ফলত তেওঁলোক বিভিন্ন বৃত্তিয়াল সম্প্ৰদায়ত পৰিণত হয়। জীৱিকাৰ অনুসৰণৰ ক্ষেত্ৰত উত্তৰাধিকাৰিত্ব সূত্ৰৰ প্ৰভাৱৰ ফলত সমাজৰ গঠনে এটা বিশেষ ৰূপ ধাৰণ কৰিলে। পিচলৈ আমি দেখিবলৈ পোৱা সম্প্ৰদায় বা জাতি বিভাগ আৰু বিভিন্ন উপজাতিৰ এয়েই সূত্ৰপাত বুলিব পাৰি। গতিকে দেখা যায়, প্ৰস্তৰ যুগৰপৰা ধাতু যুগলৈ অহাৰ লগে লগে জনজীৱনৰ অৰ্থনীতিৰ ক্ষেত্ৰত বিপুল উন্নতি আৰু পৰিবৰ্তন সাধিত হৈছিল। প্ৰাচীন অসমত ধাতুৰ ব্যৱহাৰৰ কথা নানান সূত্ৰৰপৰা জানিব পাৰি। অনেক কাল ধৰি অসমত নৈৰপৰা সোণ কমোৱা হৈছিল। বিশেষকৈ খাচীয়া পাহাৰত খনিজাত শিলৰপৰা লো উলিওৱা হৈছিল। এই দুয়োটা প্ৰক্ৰিয়াৰ কৌশল মূলতে অনাৰ্য্যসকলৰ দান। আৰ্য্যসকল অহাৰ আগতেই বস্তু সলনি কৰি লোৱা বিনিময় প্ৰথাৰ সমান্তৰালভাৱে কিনা-বেচা কৰাৰ এটা মাধ্যম থকাৰ প্ৰমাণো পোৱা গৈছে। এই ক্ষেত্ৰত জন্তুৰ ছাল বিনিময়ৰ মাধ্যম 'একক' ৰূপে পৰিগণিত হৈছিল। কিন্তু পিচলৈ একোটা জন্তুৱেই এক প্ৰকাৰ মুদ্ৰাত পৰিণত হৈছিল আৰু কৃষিৰ যুগ আহি পৰাৰ পাচত সাজ-পাৰ, ছাগলীৰ ছাল, কড়ি আদি বিভিন্ন বস্তু মুদ্ৰা হিচাবে ব্যৱহৃত হৈছিল। অসমত কিছুদিনৰ আগলৈকে

বিশেষকৈ জনজাতিসকলৰ মাজত যি কোনো বস্তুৰ মূল্য জন্তুৰ সংখ্যা, যাঠীৰ সংখ্যা, ধাতুৰ পাত্ৰ বা তেনে কিবা ধাতৰ উপাদানৰ মানদণ্ডেৰে নিৰূপণ কৰা হৈছিল। অৰ্থৰ মাধ্যমত কিনা-বেচা কৰাৰ লগে লগে বিনিময় বা সলাই লোৱা প্ৰথা এতিয়াও অসমৰ পৰ্বত-ভৈয়াম উভয় বাইজৰ মাজত চলি আছে।

কেৱল সামাজিক অৰ্থনীতি কিয়, তাতোকৈয়ো ডাঙৰ কথা ধৰ্ম-বিশ্বাসৰ ক্ষেত্ৰত নহয়, তাতোকৈয়ো বেচি সৰ্বভাৰতীয় সংস্কৃতিৰ ক্ষেত্ৰতহে অনাৰ্য্যসকলৰ অৱদান অপৰিসীম। ক'বলৈ গ'লে তেওঁলোকেই আধুনিক হিন্দুধৰ্মৰ আধাৰ প্ৰতিষ্ঠা কৰিলে। অসমতে হওক বা ভাৰততে হওক অসংখ্য অনাৰ্য্য ৰীতি-নীতিৰ স্মৃতিচিহ্ন এতিয়াও বিচাৰি উলিয়াব পৰা যায়। বৰ্তমান অৱস্থাত অৱশ্যে আমাৰ সংস্কৃতিলৈ কোনে কি অৱদান আগ বঢ়াইছে থিতাতে কৈ দিয়া টান। কোনো কোনো লিখকে কৰাৰ দৰে ভাৰতীয় সভ্যতা মূলগতভাৱে দ্ৰাবিড়সকলৰ ওচৰত ঋণী বা তাৰপৰাই ইয়াৰ উদ্ভৱ হৈছে বুলি দাবী কৰাও উচিত নহয়। কেন্দ্ৰেৱেলে বৰং অতি পুৰণি কালৰেপৰা দ্ৰাবিড়সকলৰ ওপৰত আৰ্য্য প্ৰভাৱ পৰা কথাৰ প্ৰতি আঙুলিয়াই দেখুৱাইছে। আনকি নেগ্ৰিটোসকলৰ মাজতো ডিমৰু গছৰ পূজা, অসংস্কৃত এক প্ৰচলন সম্বন্ধীয় কৃষ্টি, ধনুৰ আবিষ্কাৰ, মৃতকৰ আত্মা সম্বন্ধে ধাৰণা, মৃত্যুৰ পিচত মৃতকৰ স্বৰ্গ গমন সম্বন্ধে থকা বিশ্বাস, ইত্যাদি কথাৰ প্ৰচলন থকা দেখা যায়। এই সকলো-বোৰ বিশ্বাস তথা প্ৰথা অসমৰ জনজাতিবিলাকৰ মাজতো আছে। দাক্ষিণাত্যত পাত্ৰৰ ব্যৱহাৰ আৰু হিলৈ আদিৰ প্ৰচলন কৰোঁতা প্ৰট'অষ্ট্ৰলইডসকলৰ দৰে পিচত নকৈ আহোঁতাসকলে এই প্ৰথাসমূহৰ অনেক পৰিবৰ্তন যে সাধন কৰিছিল তাত সন্দেহ নাই। কিঞ্চিৎ বিকৃত ৰূপত পিচত উল্লেখ কৰা প্ৰথাটো অসমতো থকা দেখা যায়। লগতে 'টোটেমিজম্'ৰ প্ৰচলন আছিল। হটনৰ মতে সৰ্পপূজা আৰু মাতৃদেৱীৰ পূজা এই দেশলৈ সম্ভৱতঃ ভূমধ্য সাগৰীয় অঞ্চলৰ লোক বা আৰ্মেনইড্ জাতিৰ প্ৰথম আক্ৰমণকাৰীসকলে বহন কৰি আনে। এওঁলোকে দ্ৰাবিড় ভাষা কৈছিল। এওঁলোকৰ ধৰ্মৰ লগত প্ৰজনন সম্পৰ্কীয় বিশ্বাস, লিঙ্গ-পূজা, দেৱদাসী প্ৰথা, সম্ভৱ নৰবলি-প্ৰথা, আত্মাৰ ধাৰণা, সৌৰ আৰু চন্দ্ৰ সম্পৰ্কীয় বিশ্বাস, মৃতকক কেন্দ্ৰ কৰি গঢ় লোৱা নানা বিশ্বাস, পূৰ্ব-পুৰুষৰ পূজা ইত্যাদি জড়িত আছিল। আনকি, 'কৰ্ম' আৰু আত্মাৰ পুনৰ্জন্মৰ ধাৰণা, যোগ-বিশ্বাস, বিষ্ণু, শিৱ আৰু দেৱীক কেন্দ্ৰ কৰি গঢ়ি উঠা নানান আদৰ্শ, হোম-যজ্ঞ আদিৰপৰা সম্পূৰ্ণ পৃথক বিভিন্ন পূজা



অনুষ্ঠান আৰু হিন্দুসকলৰ নানান বিবাহ-পদ্ধতি, পুৰাণ-কথা ইত্যাদিও প্ৰাক্-আৰ্য্যসকলৰ অৱদান বুলি অনুমান কৰা হয়। অৱশ্যে সংস্কৃতিৰ কোনো এটা বিশেষ বিষয় অমুক বা তমুক সংস্কৃতিৰপৰা পোৱা হৈছে বুলি ন-দি কোৱা টান কথা। কিন্তু ভাৰতীয় সংস্কৃতি তথা আধুনিক হিন্দু ধৰ্মৰ মূল ভেঁটিটোৱেই যে অনাৰ্য্য তাত কোনো সন্দেহ নাই। অনেক গৱেষণা কৰি হটনে মন্তব্য কৰিছে যে নেগ্ৰিটোসকলৰ উপৰিও প্ৰট'অষ্ট্ৰলইডসকলেও প্ৰাকৃতিক কোনো প্ৰপঞ্চৰ অন্তৰালত ঐশীশক্তি নিহিত থকা 'টোটেমিক' বিশ্বাসৰ প্ৰতি অৱদান আগবঢ়াইছিল আৰু লিঙ্গপূজা, প্ৰস্তৰ সংস্কৃতি, আত্মাৰ ধাৰণা, জন্মান্তৰবাদ, মাতৃদেৱী পূজা ইত্যাদি ভূমধ্য সাগৰীয় ইৰাণী কোলেৰীয়সকলৰ সৃষ্টি। পিচত অহা সকলে আগৰ প্ৰজনন আৰু আত্মাৰ ধাৰণা আঁতৰাই তাৰ ঠাইত নিৰ্দিষ্ট দেৱ-দেৱীৰপূজা প্ৰচলন কৰিলে। এওঁলোকেই লিঙ্গপূজা, দেৱদাসী-প্ৰথা, দেৱ-দেৱীত বিশ্বাস আৰু পুৰোহিত অনুষ্ঠানসমূহৰ প্ৰতিষ্ঠা কৰে। আধুনিক হিন্দুধৰ্ম যেনে ৰূপত পোৱা গৈছে ইয়াৰ মূলতে আছে আদি হিন্দুধৰ্মৰ আধ্যাত্মিক দৃষ্টিভঙ্গীৰ লগত হোৱা ইৰাণীয় আৰ্য্যসকলৰ আদৰ্শৰ সংঘাত। সামাজিক ক্ষেত্ৰত এওঁলোকে ইৰাণীয় আৰ্য্যসকলৰ অনেক কথাত আত্মসমৰ্পণ কৰিব লগা হৈছিল যাৰ ফলস্বৰূপে ভাৰতত পুৰোহিত শ্ৰেণীক বৰ্তমানৰ সামাজিক-আধ্যাত্মিক আসনত প্ৰতিষ্ঠিত হোৱা আমি দেখিবলৈ পাইছোঁ।

## অসমীয়া সংস্কৃতিৰ স্বৰূপ : অনাৰ্য্য আৰু প্ৰাক্-আৰ্য্য অৱদান

ওপৰত উল্লেখ কৰা আটাই কেইটা উপাদান আৰু তাৰ লগতে বিশিষ্ট ভাষা বৈচিত্ৰ্যৰে অষ্ট্ৰ-এচিয়াটিক উপাদান আৰু এক বৈচিত্ৰ্যময় সামাজিক-আধ্যাত্মিক মিশ্ৰণ গঢ়ি উঠাত সহায় কৰা আলপাইন-আৰ্য্য-তিব্বত-বৰ্মী উপাদান, এই সকলো মিলি সম্ভৱতঃ অসমীয়া সংস্কৃতিৰ বুনিয়াদ ৰচনা কৰিছে। পূব-ভাৰতীয় সংস্কৃতি গঢ়ি তোলাত আলপাইনসকলৰে পোনপটীয়া অৱদান আছে আৰু তেওঁলোকৰ ৰীতি-নীতি আদিয়ে অন্যান্য সকলৰ লগত মিলি গৈ জনসাধাৰণৰ জীৱনৰ সকলো দিশতে প্ৰভাৱ বিস্তাৰ কৰিছিল বুলি আমি বিশ্বাস কৰাৰ যথেষ্ট কাৰণ আছে। অসমৰ সমগ্ৰ সামাজিক-আধ্যাত্মিক সংস্কৃতিৰ অৱয়বটোৰ মাজত এতিয়াও অসংস্কৃত ইন্দ্ৰজালৰ দৰে বিষয়ৰপৰা উন্নত ধৰ্মনৈতিক আদৰ্শলৈকে নানান আলপাইন সংস্কৃতিৰ অৱশিষ্ট দেখিবলৈ পোৱা যায়। জনজাতীয় লোকসকলৰ সংস্কৃতি

মূলতে নেথিটো, অষ্ট্ৰ-এচিয়াটিক আৰু তিব্বত-বৰ্মী আদিৰ দৰে পূৰ্ববৰ্তী-সকলৰ ওচৰত ধৰুৱা, যদিও, উপত্যকাৰ সভ্যতা-সংস্কৃতিৰ মূল ভেঁটিটো আলপাইন আৰ্য্য অৱদানৰ ওপৰত প্ৰতিষ্ঠিত। সমগ্ৰ অসমত থকা বিভিন্ন নৈ, ঠাই আৰু আন আন প্ৰাকৃতিক বস্তুৰ নামৰ ক্ষেত্ৰত অষ্ট্ৰিক আৰু তীব্বত-বৰ্মী সংস্কৃতিৰ প্ৰভাৱ পৰিলক্ষিত হয়। আনকি অসম, কামৰূপ, কামাখ্যা, প্ৰাগজ্যোতিষ, লৌহিত্য, কৰতোয়া আদি নামৰ মূলো অষ্ট্ৰিক অথবা বড়ো আৰু ইয়াৰপৰা দূৰ অতীতত আৰ্য্য আৰু অনাৰ্য্য সংস্কৃতিৰ সমন্বয় অনুমান কৰিব পাৰি।

ধনশিৰীৰ দৰে নৈৰ নাম হয়তো অষ্ট্ৰিক শিবো-শোবো শব্দৰপৰা উদ্ভৱ হৈছে। শিবো-শোবো শব্দৰ অৰ্থ এঠাইৰপৰা এঠাইলৈ বৈ যোৱা। বড়ো ভাষাত দি-শোব শব্দৰ অৰ্থ বৈ যোৱা আৰু শোব শব্দৰ অৰ্থ বগুৱা বাই যোৱা। সোৱাৰ শব্দৰ মূলো অষ্ট্ৰিক; খাচী সোম (গা-ধোৱা); অষ্ট্ৰিক চেমিৰ (ঘোলাপানী; মুণ্ডা-সন্ত-খাচ্ উম (পানী) শব্দৰপৰা সোৱাৰ শব্দৰ উদ্ভৱ হৈছে। হয়গ্ৰীৱ শব্দৰ মূলো অষ্ট্ৰিক। হয় অৰ্থ বগা, খাচী ভাষাত হৈম্-হৈম্ অৰ্থ অতি বগা। সেইবাবে হয়গ্ৰীৱ মানে যাৰ ডিঙি বগা। হৰ্জৰ নামৰ ৰজাৰ নামটোও অষ্ট্ৰিকৰপৰা আহিছে। হৰ শব্দৰ অৰ্থ পাহাৰ। এই উৎসৰপৰাই হয়তো হাৰুপেশ্বৰ বোলা নগৰখনৰ নামটোৰ উদ্ভৱ হৈছে। আধুনিক তেজপুৰৰ নামটোও অষ্ট্ৰিক হ'ব পাৰে। তিজো শব্দৰ অৰ্থ সাপ। বৰ্তমানৰ দৰং জিলাৰ নামটোও অষ্ট্ৰিক মূলীয়। দৰ্ শব্দৰ অৰ্থ দলং আৰু হং বা অং শব্দৰ অৰ্থ পানী। দিজ্জিনা বোলা ঠাইৰ নামটোও মূল বড়োৰপৰা আহিছে। দিজো (জ') শব্দৰ অৰ্থ গলি যোৱা, জিনিৰ অৰ্থ মলিয়ন। হেংচিৰা (বলবৰ্মণৰ তামৰ ফলি) শব্দৰ মূলো বড়ো। হৈং (সম্বন্ধ) আৰু চেবৈ (ভগা)ৰ দৰে শব্দ-ৰূপৰপৰা কৰা হৈছে। কলঙ্গা (ৰত্নপালৰ তামৰ ফলি) শব্দ অষ্ট্ৰিক ক্লং (শব্দ: গণ্ডগোল) শব্দৰপৰা ওলাইছে। হাপ্যম (ইন্দ্ৰপালৰ দান) শব্দ বড়ো হপ (ফুটোৱা) আৰু য়ও (হাত) শব্দৰপৰা উদ্ভৱ হৈছে। মণ্ডি (ইন্দ্ৰপালৰ দান) বড়ো মণ্ডু (খেতিৰ পথাৰৰ পঁজা) শব্দৰপৰা ওলোৱা। দিগডোল (ধৰ্মপালৰ দান) অষ্ট্ৰিকৰপৰা আহিছে,—দিক (ঘৰ), ডোল (ঠাই)। হাজো শব্দ একেই বড়ো শব্দৰপৰা গ্ৰহণ কৰা যাৰ অৰ্থ পাহাৰ। দিহং, দিবং আদিৰ দৰে নৈৰ নামবোৰ অষ্ট্ৰিক আৰু বড়ো দুয়োটা মূলৰ পৰা লোৱা হৈছে; অষ্ট্ৰিক হং বা অং শব্দৰ অৰ্থ পানী; বড়ো দি বা তি শব্দৰ অৰ্থও পানী। অসমীয়া সংস্কৃতিৰ মিশ্ৰিত ৰূপটো বুজাবলৈ এনে অসংখ্য অনাৰ্য্য সংস্কৃতিৰ অৱশিষ্টৰ নিদৰ্শন দাঙি ধৰিব পাৰি।



পিচলৈ হিন্দুধৰ্ম গ্ৰহণ কৰাই হওক বা নকৰাই হওক সকলো জন-জাতিয়েই, ঘাইকৈ অষ্ট্ৰ-এচিয়াটিক আৰু তিব্বত-বৰ্মী মূলৰ জনজাতিবিলাকে এই যৌগিক অসমীয়া সংস্কৃতিৰ বিভিন্ন দিশলৈ নানান অৱদান আগ-বঢ়াইছে। ভৈয়ামৰ আৰ্য্য আৰু আৰ্য্য ৰীতি-নীতি গ্ৰহণ কৰা হিন্দু-সকলৰ সমাজ-পদ্ধতি বিয়া-বাৰু আদি সকলো প্ৰথা কম-বেচি পৰিমাণে আগৰ একেই খেলত বিয়া নকৰা ( Exogamy ), প্ৰকৃতি-উপাসনা ( Totemism ) আদি প্ৰথা উদ্ভাৱন কৰোঁতাসকলৰ প্ৰথাৰ ভেঁটিতে গঢ় লৈ উঠিছে। অৰ্থনৈতিক জীৱন আৰু কুটীৰ শিল্পৰ ক্ষেত্ৰত বিশেষকৈ বড়োসকলৰ অৱদানৰ নিদৰ্শনৰ কোনো অভাৱ নাই। জড়বাদ ( Feti-shism ), জীৱবাদ ( Animism ), লিঙ্গপূজা, প্ৰজনন সম্বন্ধীয় বিশ্বাস ইত্যাদি নানান ধৰ্ম-বিশ্বাসৰ বিবৰ্তনৰ আলোচনাত ক'ব পাৰি যে অসমত অনাৰ্য্যসকলেই শক্তিধৰ্ম আৰু তান্ত্ৰিক বিশ্বাসৰ প্ৰতিষ্ঠা কৰে। পিচলৈ আলপাইন আৰ্য্য প্ৰথাৰ লগত মিলি সেইবোৰে অনেক দূৰ হিন্দুধৰ্মৰ শাৰীলৈ উঠিল যদিও মূলগতভাৱে সেইবোৰ ঐন্দ্ৰজালিক অসংস্কৃত অনু-ষ্ঠানৰ ভেটিতে প্ৰতিষ্ঠিত। অসমীয়াৰ কৃষি উৎসৱসমূহৰ আৰ্য্য বা হিন্দু-ধৰ্মৰ প্ৰতি প্ৰৱণতা থাকিলেও তাৰ ওপৰত জনজাতিৰসকলৰ প্ৰভূত প্ৰভাৱ যে আছে তাত সন্দেহ নাই। অসমৰ শিল্প-কলা, স্থাপত্য আৰু সংস্কৃতিৰ অন্যান্য বিভিন্ন দিশৰ ওপৰতো এই জনজাতীয় প্ৰভাৱ সহজেই চিনাক্ত কৰিব পাৰি। এনেদৰে এই বিভিন্ন উপাদানসমূহৰ সংমিশ্ৰণ আৰু পাৰম্পৰিক ফলতেই অসমীয়া সংস্কৃতি মূলতে সৰ্বভাৰতীয় সংস্কৃতিৰে একে হ'লেও থলুৱা বৈশিষ্ট্যৰে এটা স্বকীয়া সাংস্কৃতিক ধাৰা ৰূপ প্ৰবহ-মান হৈ আছে। অসমীয়া সংস্কৃতিৰ এই সমন্বয়ৰ ৰূপটোৰ বিভিন্ন দিশ সূক্ষ্মভাৱে পৰ্য্যালোচনা কৰি চালে ইয়াৰ প্ৰকৃত চৰিত্ৰ ব্যাখ্যা সম্ভৱ হ'ব আৰু বিভিন্ন শ্ৰেণীৰ মানুহৰ ওপৰত ইয়াৰ প্ৰভাৱ বা তেওঁলোকৰ জীৱনত ইয়াৰ স্থান নিৰ্ণয় কৰিব পৰা যাব।

## সামাজিক বিভাজন—বৰ্ণাশ্ৰম

প্ৰাচীন ভাৰতবাসীৰ সামাজিক জীৱন যি দুটা মূল ভেঁটিত প্ৰতিষ্ঠিত সিহঁত হ'ল বৰ্ণাশ্ৰম আৰু ধৰ্ম। অসমীয়া মানুহৰ জীৱনো এই সূত্ৰৰ বহিৰ্ভুত নহয়। বৰ্ণৰ উদ্ভৱ ক'ৰপৰা হ'ল তাৰ বিচাৰ আমি ইয়াত কৰাৰ কোনো প্ৰয়োজন নাই। আমি মাত্ৰ ইমানেই জানিলে যথেষ্ট, ভাৰতবৰ্ষত বৰ্ণ আৰু শ্ৰেণী বিভাজন প্ৰথাৰ প্ৰৱৰ্তনত আৰ্য্য আৰু অনাৰ্য্য দুয়োদল

লোকৰেই অৱদান আছে আৰু এই বৰ্ণ বিভাজন প্ৰথাৰ মূলতে আছে প্ৰকৃতি-পূজা, অসবৰ্ণ-বিবাহ-পদ্ধতি, ইত্যাদি। সময়ত গৈ পুৰুষ-পৰম্পৰা, বৈবাহিক-সম্বন্ধ, অৰ্থনৈতিক-বৃত্তি, ধৰ্ম, ভৌগোলিক অৱস্থান আদি নানানটা কাৰণেও দেশত অগণন গোষ্ঠী উপগোষ্ঠী উদ্ভৱৰ অবিহণা যোগায়। কিন্তু এই অবিহণা যোগাওঁতাসকলৰ ভিতৰত বিশেষকৈ উচ্চ শ্ৰেণীৰ লোকসকলে নিজকে আনতকৈ শ্ৰেষ্ঠ জ্ঞান কৰা মনোভাবেইহে শ্ৰেণী বিভাজনত মুখ্য ভূমিকা গ্ৰহণ কৰিছিল। ৰং বুজোৱা বৰ্ণ শব্দৰ লগত আদিতে সম্প্ৰদায় শব্দৰ কিবা সম্বন্ধ আছিল নে নাই সি সন্দেহজনক। কিন্তু পিচলৈ এই দুয়োটা শব্দৰ অৰ্থ ওচৰ চাপি আহিছিল আৰু সমাৰ্থক হৈ পৰিছিল। জাতিভেদ প্ৰথাৰ উদ্ভৱ যেনেকৈয়ে নহওক, ক্ৰমবিকাশৰ কোনো সময়তেই ই আহাৰ-বিহাৰ, বৃত্তি আনকি বিয়া-বাৰুৰ দৃষ্টিকোণৰ পৰাও বৰ বেচি দৃঢ়বন্ধী নাছিল। আৰু সেই বাবেই কালক্ৰমত গোৰা হিন্দুসকলৰ স্বীকৃতিপ্ৰাপ্ত কেইবাটাও উপজাতি গঢ় লৈ উঠিব পাৰিছিল।

আমি ইয়াত শ্ৰেণী বা সম্প্ৰদায় বিভাজন প্ৰথাৰ দোষ-গুণ বহলভাৱে বিচাৰ কৰি চোৱাৰ প্ৰয়োজন নাই। কিন্তু আমি আমাৰ থলুৱা বিভিন্ন ধৰণৰ লিপি ( Epigraph ) আৰু অন্যান্য সূত্ৰৰ সহায়ত দেখুৱাব পাৰিম যে আদি চাৰিবৰ্ণ—যথাক্ৰমে ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য আৰু শূদ্ৰ,— এই চাৰিবৰ্ণই সিহঁতৰ ঐতিহ্য সময়ৰ সোঁতত ৰক্ষা কৰি যাব পৰা নাছিল। আনকি ব্ৰাহ্মণেও নিম্ন শ্ৰেণীত বিয়া-বাৰু কৰাইছিল, সৰু সৰু বিভিন্ন থূল বা গোষ্ঠীৰ মানুহৰ মাজত যথেষ্ট বুজাবুজি আছিল। সকলোৰে কল্যাণৰ বাবে সকলোৰেই চেষ্টা কৰিছিল। কাৰণ সকলোটি একেখন গাঁৱতে মিলি-জুলি বাস কৰিব লাগিছিল। এই পদ্ধতিটো সুচাৰুভাৱে চলি যোৱাৰ মূলতে আছিল সকলো কথাতে বিভিন্ন দলৰ লোকে পৰস্পৰৰ ওপৰত নিৰ্ভৰ কৰিব লগা হোৱা অৱস্থাটো। হিন্দুসমাজ বাস্তৱিক পক্ষেই স্বধৰ্মৰ আদৰ্শত প্ৰতিষ্ঠিত আছিল। এই স্বধৰ্ম এহাতে যেনেকৈ আধ্যাত্মিক আনহাতে তেনেকৈ ব্যৱহাৰিক আছিল। ইয়াক এটা পূৰ্ণাঙ্গ অনুষ্ঠানৰূপে কল্পনা কৰা হৈছিল। জন-বিভাজন মূলতে গুণ বিশেষৰ ওপৰত ভিত্তি কৰি গঢ় লৈ উঠিছিল। এই কথা এক ব্ৰহ্মাৰপৰা চাৰি বৰ্ণৰ উদ্ভৱ হোৱা কথাৰ পৰম্পৰাগত বিশ্বাসৰপৰা ধৰিব পৰা যায়। বৰ্ণাশ্ৰম-সমূহৰ বিশিষ্ট কৰ্ম আৰু কৰ্তব্যৰ কথা শাস্ত্ৰত ব্যাখ্যা কৰি বুজাই দিয়া হৈছে।

ব্ৰাহ্মণ : বিভিন্ন লিপিৰ ( Epigraphy ) পৰা একেই বৰ্ণাশ্ৰম ধৰ্মৰ অনুকৰণতে অসমীয়া হিন্দু সমাজো গঢ়ি উঠা কথা প্ৰমাণিত হয়।



শাস্ত্ৰৰ বৰ্ণনা মতে এই দুটা কথাই আমাক এক বিশেষ স্বৰ্গীয় সামাজিক পদ্ধতিৰ অনুসৰণত গঢ় লোৱা এখন আদৰ্শ সমাজৰ চিত্ৰ আমাৰ আগত দাঙি ধৰে। ইয়াত যি কোনো শাসক এই সমাজ পদ্ধতিৰ ৰক্ষণাবেক্ষণৰ বাবে ধৰাতলত অৱতীৰ্ণ হয় বুলি কোৱা হৈছে। এই সকলো বিভাগৰ নেতা আছিল ভগদত্ত : (বৰ্ণাশ্ৰমানাম্ গুৰুৰ একবীৰহ্)। এই বিভাগ-সমূহ খেলি-মেলি হৈ পৰাত তাক সুন্দৰভাৱে আকৌ বেহা লগাই তুলিবলৈ ভাস্কৰক সৃষ্টি কৰা হৈছিল : (অৱকীৰ্ণ বৰ্ণাশ্ৰম ধৰ্ম প্ৰবিভাগায় নিমিত্তো)। বনমালে সকলো শ্ৰেণী আৰু স্তৰৰ প্ৰজাৰ ক্ষুধা নিবাৰণ কৰিছিল। ইন্দ্ৰপালৰ ৰাজত্ব কালতো এই চাৰিটা শ্ৰেণী আৰু স্তৰৰ সকলোবিলাক ৰীতি আখৰে-আখৰে পালিত হৈছিল। অসমত কেতিয়া আৰু কেনেকৈ জাতি-প্ৰথাৰ অৱতাৰণা হ'ল কোৱা টান। কিন্তু আৰ্য্যসকলেই যে ইয়াৰ অৱতাৰণা কৰিলে তাত সন্দেহ নাই। অৱশ্যে তাৰ ভেঁটি অনাৰ্য্যসকলে হয়তো আগতেই প্ৰতিষ্ঠা কৰি গৈছিল। লিপি আৰু সাহিত্য দুয়োটাৰ সহায়ত আমি অসমত ব্ৰাহ্মণ্য সংস্কৃতিৰ অৱতাৰণাৰ কথা স্থান বিশেষত আলোচনা কৰিছোঁ। আৰু প্ৰায় ষষ্ঠ শতিকাৰ (খৃ:) পৰা আৰম্ভ কৰি শাসক শ্ৰেণীৰ ব্ৰাহ্মণৰ বাবে অগ্ৰহাৰৰ সৃষ্টি কৰাৰ পৰিকল্পিত নীতি থকাৰ প্ৰতিও আঙুলিয়াই দেখুৱাইছোঁ।

লিপিসমূহৰপৰা জানিব পৰা যায় ব্ৰাহ্মণ সমাজ তেওঁলোকৰ বেদ-শাখা, গোত্ৰ আৰু প্ৰৱৰৰ ওপৰত প্ৰতিষ্ঠিত আছিল। এইবোৰেই তেওঁলোকৰ অসবৰ্ণ বৈবাহিক সম্বন্ধ নিৰূপণ কৰি দিছিল। বেদৰ বিভিন্ন আধ্যাত উল্লেখ থকা ব্ৰাহ্মণৰ বিভিন্ন শাখাসমূহ বেদশাখাৰ অন্তৰ্ভুক্ত। গোত্ৰবোৰ প্ৰথমতে সাতজন আঠজন ঋষিৰ লগত জড়িত আছিল। পিচলৈ এই সংখ্যা শ-শলৈ বৰ্দ্ধিত হয়। গোত্ৰৰ লগত প্ৰৱৰৰ নিচেই ওচৰ সম্বন্ধ আছে। ব্ৰাহ্মণৰ ঋষি পূৰ্বপুৰুষৰ যি যজ্ঞৰ জুই পৱিত্ৰ কৰিব পাৰে তেওঁৰ নামত অগ্নিক আৰাধনা কৰা হয়। যিটো গোত্ৰৰ প্ৰৱৰৰ লগত যি কেইগৰাকী পুৰোহিত বা ঋষিৰ নাম জড়িত থাকে সেই সেই পুৰোহিত বা ঋষিৰপৰাই একোটা প্ৰৱৰ উদ্ভৱ হয়। নিধানপুৰ দান-পত্ৰত কেইগৰাকীমান উচৰ্গা লাভ কৰা ব্ৰাহ্মণৰ তেখেতসকলৰ বেদশাখা প্ৰৱৰ আৰু গোত্ৰৰ সৈতে উল্লেখ থকা দেখা যায়।* তেজপুৰ লিপিত যজুৰ্বেদৰ শাণ্ডিল্য গোত্ৰৰ এজন ব্ৰাহ্মণৰ কথা উল্লেখ কৰা হৈছে। নৰ্গাঁও দানপত্ৰৰ লিপিত কপিল গোত্ৰৰ কাণ্বশাখাৰ কথা কোৱা হৈছে। বৰগাঁও দানলিপিতো পৰাশৰ গোত্ৰৰ একেই শাখা আৰু শোৱালকুছি দানপত্ৰত ভাৰদ্বাজ গোত্ৰৰ উল্লেখ আছে। ইন্দ্ৰপালৰ দানপত্ৰত

কাশ্যপ গোত্ৰৰ ব্ৰাহ্মণ আৰু ধৰ্মপালৰ দানপত্ৰত কৌথুম শাখা, শুদ্ধ মৌদ্গল্য, কাৰ্ষ্ণায়স গোত্ৰ আৰু আঙ্গিৰস প্ৰৱৰৰ উল্লেখ থকা দেখা যায়।

লিপিসমূহৰপৰা জানিব পৰা যায় যে অনেক ব্ৰাহ্মণে যজন, যাজন, অধ্যয়ন, অধ্যাপনা, দান আৰু প্ৰতিগ্ৰহৰ লগত জড়িত প্ৰাচীন গোৰা নীতি-নিয়ম মানি চলিছিল আৰু নিৰ্দিষ্ট কৰ্তব্য পালন কৰিছিল। তেওঁলোকে স্নান, জপ, সন্ধ্যা আৰু অন্যান্য অনেক বলিদান আদিৰ নিয়মো পালন কৰিছিল। গতিকেই অনুমান হয় অতীত অসমত ব্ৰাহ্মণ্য-সংস্কৃতিৰ প্ৰভূত প্ৰগতি সাধিত হৈছিল। ৰাজসভাত তেওঁলোকে সন্মানৰ আসন লাভ কৰিছিল আৰু একোজন উচ্চ-পদস্থ বিষয়াৰ সামৰ্থ্যৰে ৰাজ্যৰ সেৱা কৰিছিল। তেওঁলোকে যে অকল জ্ঞান বিতৰণৰ কামতে ব্যাপ্ত আছিল এনে নহয়, অন্যান্য বৃত্তিও তেওঁলোকে গ্ৰহণ কৰিছিল।

নিধানপুৰৰ দানপ্ৰাপ্ত ব্ৰাহ্মণসকলৰ উপনাম কিছুমান অধ্যয়ন কৰি আমি স্থান বিশেষত তেওঁলোকৰ আলপাইনসকলৰ লগত সংমিশ্ৰণ হ'ব পৰা আৰু তেওঁলোকৰ নাগৰ ব্ৰাহ্মণ আৰু কায়স্থসকলৰ লগত নিকট সম্বন্ধ থকাৰ সম্ভাৱনা প্ৰতিপন্ন কৰিবলৈ যত্ন কৰিছোঁ। প্ৰকৃততেই অসম আৰু বঙ্গদেশৰ প্ৰায় সকলো ব্ৰাহ্মণৰ গাতেই অতি পুৰণি কালত আলপাইন ৰক্ত মিশ্ৰিত হৈছিল। অসম আৰু বঙ্গদেশৰ বাহিৰে ভাৰতৰ আন ক'তো যিমান দূৰ সম্ভৱ নথকা নিধানপুৰৰ দানপত্ৰত থকা কিছুমান উপনাম এনে ধৰণৰ —দত্ত, ঘোষ, কৰ, কুণ্ড, মিত্ৰ, দেৱ, ভট্ট, সেন, নাগৰ নন্দী, সোম, ইত্যাদি। এইখিনিতে উল্লেখ কৰিব পাৰি যে এই উপনাম বা উপাধিসমূহ বঙ্গদেশৰ বাহিৰে বৰ্তমানৰ অসমীয়া ব্ৰাহ্মণসকলৰ মাজত প্ৰচলিত দেখিবলৈ পোৱা নাযায়। সি যি কি নওহক, যিমান দূৰ সম্ভৱ আলপাইন পুৰোহিতসকলেৰে মিশ্ৰিত হোৱা বাবেই অসমীয়া ব্ৰাহ্মণসকল আচাৰ-বিধিৰ ক্ষেত্ৰত অতিমাত্ৰাই গোৰা হৈ নাথাকিল। অসমৰ ব্ৰাহ্মণসকলে অন্যান্য অৰ্থনৈতিক বৃত্তি গ্ৰহণ কৰাৰ কথা আমি আগতে উল্লেখ কৰিছোঁ। গতিকেই ক'ব পাৰি সমাজত উচ্চ স্থান পোৱা বাবে তেওঁলোকে গৌৰৱ কৰিছিল যদিও ইচ্ছা অনুসৰি জীৱিকাৰ পথ অনুসৰণ কৰা আৰু আন সামাজিক নীতি পালন কৰি চলাৰ ক্ষেত্ৰত তেওঁলোকৰ স্বাধীনতা আছিল। আৰু প্ৰকৃততেই অসমৰ ব্ৰাহ্মণসকলে সদায় তুলনামূলকভাৱে এটা শিথিল পদ্ধতি অনুসৰণ কৰি লৈছিল। ভাৰতৰ আন ঠাইৰ দৰে এই পদ্ধতি দৃঢ় গোৰা নহয়। আনকি আহাৰৰ ক্ষেত্ৰতো তেওঁলোক যথেষ্ট উদাৰ।



## অন্যান্য শ্ৰেণীসমূহ

খৃষ্টাব্দ ষষ্ঠ শতিকাৰপৰা পোৱা নানান লিপিত কায়স্থ, কৰণ, লেখক, দৈৱজ্ঞ (গণক) আদি নানা শ্ৰেণীৰ মানুহৰ নামোল্লেখ আছে। কিন্তু সকলো নহ'লেও ইয়াৰ সৰহ ভাগেই একোটা জাতি নহয়, বৰং বিষয়া বা কিবা বৃত্তিয়াল শ্ৰেণীৰ লোকহে। কায়স্থসকলৰ উদ্ভৱ কথা সন্দেহাকীৰ্ণ। এওঁলোকৰ জন্ম সম্পৰ্কত অন্ততঃ দুটা সূত্ৰ পোৱা যায়। শূদ্ৰ আৰু ক্ষত্ৰিয়। আৰ.পি.চন্দৰমতে এওঁলোক সংমিশ্ৰিত কৰণ জাতি। ব্ৰহ্মবৈৱৰ্ত পুৰাণ আৰু বৃহদ্ধৰ্ম পুৰাণৰ মতে সেই কালত কৰণসকল কায়স্থসকলৰ ঠাইত অধিষ্ঠিত আছিল। সূত্ৰ, স্মৃতিসমূহ আৰু মহাভাৰতত কৰণ এটা স্বকীয়া জাতি স্বৰূপে বৰ্ণিত হৈছে। বিষ্ণু আৰু যাজ্ঞবল্ক্য স্মৃতিত কায়স্থ এজন প্ৰশাসনীয় বিষয়া বুলি উল্লেখ কৰা হৈছে। আৰু প্ৰথমখনৰ মতে তেৰেঁই ৰাষ্ট্ৰীয় হিচাব-ৰক্ষকো। উষাণ আৰু বেদব্যাসৰ দৰে পিচৰ স্মৃতিত কায়স্থ এটা জাতিৰূপে চিহ্নিত আৰু বেদব্যাসৰ মতে কায়স্থ শূদ্ৰৰ অন্তৰ্গত।

নিধানপুৰ দানলিপিৰ মতে কৰণ বা কৰণিক জনাৰ্দনস্বামী এগৰাকী ব্ৰাহ্মণ আছিল আৰু দুৰ্দ্ধনাথ আছিল কায়স্থ। ইয়াত কৰণিক আৰু কায়স্থ দুয়োটা শব্দ বিষয়া আৰু লিখক বুজাবৰ বাবে ব্যৱহাৰ কৰা হৈছে। গতিকে স্থানীয় লিপিসমূহৰপৰা কায়স্থ শব্দ এটা স্বকীয়া জাতি বুজাবৰ বাবে ব্যৱহৃত হৈছিল বুলি সাব্যস্ত কৰিব নোৱাৰি। ডক্টৰ বাণীকান্ত কাকতিয়ে কায়স্থ শব্দ অষ্ট্ৰিক বুলি কৈছে,—কাথো (লিখা), কৈয়াথহ (হিচাব ৰখা)। এই কথা মানি নলৈ কায়স্থসকল আদিতে লিখা কামত পৰিব্যাপ্ত আছিল বুলি ক'ব লাগিব। সমসাময়িক আন কোনো কোনো লিপিত কিন্তু এটা স্বকীয়া জাতি হিচাবে কায়স্থ শব্দৰ ব্যৱহাৰ কৰা হৈছে। কিন্তু আদি অসমত কায়স্থ শব্দ কেতিয়াৰপৰা এটা স্বকীয়া জাতিৰ অৰ্থত ব্যৱহৃত হৈছিল ক'ব নোৱাৰি। কায়স্থসকলৰ লগত আলপাইন ৰক্ত মিশ্ৰিত হোৱাৰ সম্ভাৱনাৰ কথা আমি স্থানবিশেষত দেখুৱাইছোঁ। সেইবাবে নিভাঁজ কোনো ব্ৰাহ্মণ বা ক্ষত্ৰিয় মূলৰপৰা কায়স্থসকলৰ উদ্ভৱ হোৱাটো সন্দেহজনক। আদি নিধানপুৰ দানপ্ৰাপ্তসকলৰ মাজত দত্ত, সোম, নন্দী আদি উপাধি থকা কায়স্থ আৰু নাগৰ ব্ৰাহ্মণ লোক থকা কথাও দেখুৱাবলৈ যত্ন কৰিছোঁ। আমাৰ অনুমান যদি ভুল নহয়, তেন্তে কায়স্থসকল অতি পুৰণি কালতে অসমলৈ আহিছিল। বৰ্তমান অসমত তেওঁলোকৰ আসন ব্ৰাহ্মণসকলৰ ঠিক পাচতে আৰু আমাৰ

সমাজৰ ধৰ্ম-গুৰুসকলৰ সৰহ সংখ্যক লোকেই কায়স্থ যিটো ভাৰতৰ আন কোনো ঠাইৰ লগত নিমিলে।

কায়স্থ আৰু কৰণসকলৰ লগত মিল থকা আন এটা শ্ৰেণী হ'ল লেখক। যি লিখে তেওঁলোকেই লেখক এই অৰ্থত এই শব্দ প্ৰয়োগ কৰা হৈছে। পৰাশৰ মাধবীয়ত উল্লেখিত স্মৃতিত লেখকসকলক নিম্ন শ্ৰেণীৰ লোক বুলিছে যাৰ হাতৰপৰা ব্ৰাহ্মণে তেলীৰ দৰে অন্ন গ্ৰহণ কৰিব নোৱাৰে। এই মত অনুসৰি লেখকো জাতি বুলি ধৰিব লগা হয়। কিন্তু আমাৰ থলুৱা লিপিসমূহত কেৱল লিখা কামত ব্যাপ্ত লোককহে লেখক বুলি অভিহিত কৰা হৈছে। স্মৃতি চন্দ্ৰিকাত উল্লেখিত বৃহস্পতিয়ে গণক আৰু লেখক বিচাৰকৰ কাৰ্য্যত সংযুক্ত দুজন ব্যক্তিস্বৰূপে উল্লেখ কৰিছে। তেওঁলোকক দ্বিজ বুলিও কোৱা হৈছে। সি যি কি নহওক, এটা বিশিষ্ট জাতি হিচাবে নহলে লেখকসকলক লিখা কামত পৰিব্যাপ্ত এটা বিশেষ শ্ৰেণীৰ লোক হিচাবে গ্ৰহণ কৰাই যুক্তিযুক্ত আৰু আমাৰ থলুৱা লিপিসমূহত এই অৰ্থতেই লেখক শব্দ ব্যৱহৃত হৈছে। অসমীয়া সমাজত দৈৱজ্ঞ বা জ্যোতিষীসকলৰ এখনি বিশিষ্ট সন্মানৰ আসন আছিল। পিচলৈ এওঁলোক গণক নামেৰে জনাজাত হৈ পৰিছিল। বৃহদ্ধৰ্ম পুৰাণৰ মতে কোনো এক শাকদ্বীপী পিতৃৰ ঔৰষত এগৰাকী বৈশ্য মাতৃৰ গৰ্ভত গণকৰ জন্ম। সৌৰ-কৃষ্টি আৰু গ্ৰহপূজা সম্পৰ্কীয় কেইবাখনো অসমীয়া পুথি এওঁলোকে ৰচনা কৰা বুলি অনুমান কৰাৰ থল আছে। কায়স্থ আৰু নাগৰ ব্ৰাহ্মণসকলৰ দৰে এওঁলোকৰ গাতো আলপাইন ৰক্ত প্ৰবাহিত হৈছিল নিশ্চয় আৰু ইৰাণৰ মেগিয়ানসকলৰ দৰে অসমত জ্যোতিষ চৰ্চা আৰু বিশ্বাস জনপ্ৰিয় কৰি তোলাত এওঁলোকে অৰিহণা যোগাইছিল, যিটোৱে নেকি এই দেশৰ প্ৰাগজ্যোতিষ নাম সাৰ্থক কৰি তুলিছে। আনকি এতিয়াও তেওঁলোকক ব্ৰাহ্মণসকলৰ ঠিক তলতে আসন দিয়া হয়।

প্ৰস্থানকলশ নামৰ এগৰাকী বৈদ্যাই ৰচনা কৰা শুভঙ্কৰপাতক দানপত্ৰত 'বৈদ্য' শব্দৰ উল্লেখ পোৱা যায়। বঙ্গদেশত বৈদ্যসকলক কায়স্থ বুলি ধৰা হয় আৰু ব্ৰাহ্মণৰ পিচতে তেওঁলোকৰ স্থান। কিন্তু উক্ত লিপিত বৈদ্য শব্দ এটা জাতিৰ ক্ষেত্ৰত প্ৰয়োগ কৰা হৈছে নে নাই সন্দেহ আছে। বাস্তৱ পক্ষত বৰ্তমান অসমত বৈদ্য নামে এটা জাতি নাই। পিচলৈ বৈদ্যসকলেই ওজা (চিকিৎসক) নামে পৰিচিত হৈছিল নেকি অথবা বৈদ্য আৰু ওজাৰ মাজত কিবা সম্বন্ধ আছে নে নাই আমি নাজানো। বৰ্তমান অসমত যি দেখা গৈছে তাৰপৰা বুজা যায় এজন ওজা যি কোনো জাতিৰ মানুহ হ'ব পাৰে। ভাৰতৰ অন্যান্য ঠাইত, বিশেষকৈ দাক্ষিণাত্যত



খৃষ্টীয় অষ্টম শতিকাতো বৈদ্যসকল থকাৰ আৰু যথেষ্ট গুৰুত্বপূৰ্ণ সামাজিক আসন অধিকাৰ কৰাৰ প্ৰমাণ অসমৰ বাহিৰৰ কোনো কোনো ঠাইৰ লিপি আদিৰপৰা জানিব পাৰি। থলুৱা দানপত্ৰত অৱশ্যে ভিষজ্‌সকল এটি চিকিৎসক শ্ৰেণীৰূপে উল্লেখ আছে। উশনসৰ মতে এওঁ এজন ব্ৰাহ্মণ পিতৃ আৰু এগৰাকী ক্ষত্ৰিয় মাতৃৰ সন্তান। এওঁ বৈদ্যক নামেৰেও পৰিচিত। ব্ৰহ্ম পুৰাণৰ উল্লেখ কৰি অপৰাৰ্কই কোৱা মতে, ভিষজে অস্ত্ৰোপচাৰ কৰি আৰু ৰোগীৰ চিকিৎসা কৰি জীৱন নিৰ্বাহ কৰিছিল। আমাৰ লিপিত উল্লেখিত ভিষজ শব্দই এটা বিশিষ্ট জাতি বুজোৱাৰ সম্ভাৱনা কম। বিভিন্ন বৰ্ণৰ ক্ষেত্ৰত প্ৰযোজ্য এই শব্দটোৱে সম্ভৱতঃ এক শ্ৰেণীৰ বিশেষ বৃত্তিধাৰী লোকক বুজাইছিল।

আধুনিক হিন্দু সমাজক বহল ৰূপত ব্ৰাহ্মণ আৰু শূদ্ৰ এই দুটা ভাগত বিভক্ত কৰিব পাৰি বুলি আমি আগতে কৈ আহিছোঁ। বৈশ্যসকলৰ অৱস্থিতিৰ প্ৰমাণৰ অভাৱ নাই যদিও অসমত প্ৰকৃত ক্ষত্ৰিয় পোৱা নাযায়। আমাৰ হাতত পৰ্য্যাপ্ত সমল নথকা বাবে অতীতত কি আছিল সেই সম্পৰ্কেও স্পষ্ট কোনো সিদ্ধান্ত কৰিব নোৱাৰি। কোনো কোনো আলোচকে সকলো শ্ৰেণীৰ লোক, আনকি কলিতাসকলকো শূদ্ৰ বুলিব খোজে। শূদ্ৰ শব্দৰ মূল কি সঠিক জনা নাযায়। প্ৰায় সকলোৱেই এই শব্দ আদিম অনাৰ্য্য-মূলীয় বুলি ভাবে। কিন্তু এটা জাতি হিচাবে শূদ্ৰ যে মিশ্ৰিত তাত সন্দেহ নাই। মূল যিয়েই নহওক, হিন্দু সমাজৰ চাৰিটা বৰ্ণৰ মাজৰ অন্যতম ৰূপে শূদ্ৰ স্বীকৃত আৰু চাৰিটা বৰ্ণৰ স্বাধীন মানুহ গোট খায়েই আৰ্য্য সমাজ গঠিত হৈছিল। আধুনিক অৰ্থত উচ্চ শ্ৰেণীকেইটা বাদ দি হিন্দু পদ্ধতি গ্ৰহণ কৰা সকলো শ্ৰেণীৰ মানুহেই শূদ্ৰ শাখাৰ অন্তৰ্ভুক্ত।

অসমৰ কলিতাসকলো বৰ্তমান শূদ্ৰৰ শ্ৰেণীভুক্ত। তেওঁলোকৰ উৎপত্তি সম্বন্ধে আমি অন্য প্ৰসঙ্গত বহলাই আলচ কৰি তেওঁলোক যে নিভাঁজ আৰ্য্য ক্ষত্ৰিয় নহয় সেই কথা প্ৰতিপন্ন কৰাৰ চেষ্টা কৰিছোঁ। আমাৰ বিশ্বাস, তেওঁলোকৰ অসমত অৱস্থিতিৰ পম খেদি কমকৈয়ো খৃষ্টপূৰ্ব পঞ্চম শতিকা পৰ্য্যন্ত যাব পাৰি। পূব-ভাৰত তথা অসমৰ আলপাইন পুৰোহিতসকলৰ তেওঁলোক শেষ-প্ৰতিনিধি। পিচত আৰ্য্যসকলেৰে সংমিশ্ৰিত হোৱাত তেওঁলোক ক্ষত্ৰিয়ৰূপে চিহ্নিত হয়। অসমত বৰ্ণাশ্ৰম পদ্ধতিৰ অৱতাৰণা হোৱাৰ আগতেই এই দেশত কলিতাসকল আছিল বুলি কোৱাত যথেষ্ট যুক্তি আছে আৰু সেয়ে এই শব্দটোৱে এটা জাতিৰ বিশেষ এটা ভাগ সম্প্ৰদায় বুজোৱাতকৈ ( Caste ) বৰং সমগ্ৰ জাতিটোকে

(Ethnic type) বুজাইছিল। কলিতাসকলৰ সামাজিক স্থান এতিয়াও দ্বিজসকলৰ পিচতে। তেওঁলোকৰ সামাজিক ৰীতি-নীতি বিবাহ-পদ্ধতি গোৰা হিন্দুসকলৰ লগত মিলে। অসমীয়া সংস্কৃতিৰ আধাৰশিলাও এওঁলোকেই প্ৰতিষ্ঠা কৰে আৰু এতিয়াৰ ব্ৰাহ্মণসকলৰ দৰে তেওঁলোকে স্বকীয়তা বজাই ৰখাত সমৰ্থ হৈছে।

অন্যান্য শূদ্ৰ শাখা-উপশাখাৰ বিতং বিবৰণ পাবলৈ নাই। লিপিসমূহত কৈৱৰ্ত তথা মাছমৰীয়া লোকৰ কথা উল্লেখ আছে যিসকলে ৰাজহ তোলা কামতো ৰাষ্ট্ৰক সহায় কৰিছিল। পানী আৰু নাৱৰ লগত তেওঁলোকৰ এৰাব নোৱাৰা সম্বন্ধ। স্মৃতিসমূহত কৈৱৰ্তসকলক বৰ্ণসঙ্কৰ বোলা হৈছে। মনুৱে এগৰাকী নিষাদ পিতৃ আৰু আয়গৱ মাতৃৰ সন্তানৰ ক্ষেত্ৰত এই শব্দৰ প্ৰয়োগ কৰিছে। ব্ৰহ্মবৈৱৰ্ত পুৰাণৰ মতে কৈৱৰ্তৰ পিতৃ ক্ষত্ৰিয় আৰু মাতৃ বৈশ্য। কিন্তু তেওঁলোকৰ উদ্ভৱ যেনেকৈয়ে নহওক তেওঁলোক যে অনাৰ্য্য আছিল আৰু তেওঁলোকৰ প্ৰধান জীৱিকা মাছ ধৰা আছিল সেই বিষয়ে কোনো সন্দেহ নাই। লিপিত অৱশ্যে কোনো কৈৱৰ্তই কৃষি কৰাৰ কথাও উল্লেখ কৰা হৈছে। তেওঁলোকক একালত বৃত্তিৰ ফালৰপৰা নিম্নশ্ৰেণীৰ জ্ঞান কৰা হৈছিল আৰু হিন্দুধৰ্ম গ্ৰহণ কৰি হিন্দু সমাজৰ আচাৰ-বিধি মানি চলা হেতুকে তেওঁলোকক শূদ্ৰ শ্ৰেণীৰ অন্তৰ্গত বুলি ধৰা হৈছিল।

লিপিত কুম্ভকাৰ আৰু তন্তবায়সকলৰ কথা উল্লেখ কৰা হৈছে। কুম্ভকাৰসকলৰ ইতিবৃত্ত স্পষ্ট। উশনসৰ মতে কুম্ভকাৰৰ পিতৃ ব্ৰাহ্মণ আৰু মাতৃ বৈশ্য। বৈখানসৰ মতে এনে পুত্ৰ হয় কুম্ভকাৰ, নহয় ক্ষৌৰকাৰ হয়। বেদব্যাস আৰু দেৱলে তেওঁলোকক শূদ্ৰ বুলি অভিহিত কৰিছে। আধুনিক অসমত মাটিৰ পাত্ৰাদি নিৰ্মাণ কৰোঁতাসকলক কুমাৰ বা হিড়া নামেৰে জনা যায়। কিন্তু প্ৰথমাৱস্থাত হিড়াসকল কুমাৰতকৈ নিম্ন থাপৰ আছিল আৰু তেওঁলোক কৈৱৰ্তৰ সমপৰ্য্যায়ৰ বুলি পৰিগণিত হৈছিল। কালত তেওঁলোকে আদিবৃত্তি মাছ ধৰা ব্যৱসায় ত্যাগ কৰি পাত্ৰাদি নিৰ্মাণ কৰিবলৈ লয়। হিড়া আৰু কুমাৰসকলৰ মাজত বিয়া-বাৰু বা তেনে আন কোনো আদান-প্ৰদান স্বীকৃতি দিয়া নহৈছিল। পুষ্পভদ্ৰ দানলিপিত এক শ্ৰেণী নীহকুলীয়া মানুহৰ কথা উল্লেখ কৰা হৈছে আৰু দান কৰা মাটিৰ সীমাৰ প্ৰসঙ্গত দিজ্জ-ৰতিহাড়ীৰ নামোল্লেখ আছে। সম্ভৱতঃ হাড়ীসকল হিড়াসকলৰ সমপৰ্য্যায়ৰ আৰু মাছমৰা কৈৱৰ্তসকলৰপৰা পৃথক আছিল। কালক্ৰমত তেওঁলোকে ব্যৱসায়, কৃষি, সোণ-ৰূপ আদি ধাতুৰ কাম কৰা আদি বৃত্তি গ্ৰহণ কৰাৰ ফলত বিভিন্ন শাখাৰ উদ্ভৱ



হয়। কিন্তু এতিয়াও এই শাখাসমূহৰ মাজত বিয়া-বাৰু আদি নচলে। পতঞ্জলিয়ে তন্তবায়সকলক শূদ্ৰ বুলিছে। আৰু সেইবাবে সকলো ধৰ্মানুষ্ঠানত তেওঁলোকক যোগ দিবলৈ দিয়া নহৈছিল। অৱশ্যে লিপিৰ এই তন্তবায়সকলে এটা বিশিষ্ট সম্প্ৰদায় বুজায় নে নাই সি সন্দেহজনক। বৰ্তমান অসমত তন্তবায় শব্দৰ আধুনিক সমাৰ্থবোধক শব্দ তাঁতিয়ে এটা বিশিষ্ট বৃত্তিয়াল শ্ৰেণী বুজায়।

গতিকে দেখা যায় বৃত্তিভেদৰ ভেঁটিত অনেক শাখা-উপশাখাৰ উদ্ভৱ হৈছিল যিবোৰ গৈ কালত একোটা সম্প্ৰদায়ত পৰিণত হৈছিল। আধুনিক কালৰ প্ৰাৰম্ভণত বা তাৰো আগতে কোনো কোনো অনাৰ্য্য জনজাতিও হিন্দু সমাজৰ অন্তৰ্ভুক্ত হৈ পৰা আমি দেখিবলৈ পাওঁ। ইয়াৰ ভিতৰত ৰাভা, কছাৰী, মেচ, কোচ ইত্যাদিৰ নামেই বিশেষভাৱে উল্লেখযোগ্য। এওঁলোক আনুষ্ঠানিকভাৱে শৰণীয়া (যাক শূদ্ৰ কৰি লোৱা হ'ল) কৰাৰ মূলতে হিন্দু পুৰোহিতসকলৰ যত্ন আছে আৰু পিচলৈ তেওঁলোক সকলোটি একোটি শ্ৰেণী (শূদ্ৰ) ভুক্ত হৈ পৰিছিল। অতীতত এই প্ৰক্ৰিয়া ভালেমান দিন ধৰি চলিছিল যাৰ ফলত হিন্দু ধৰ্মাৱলম্বী লোকৰ সংখ্যা ক্ৰমাগতঃ বৃদ্ধি পাই গৈছিল। ধৰ্মান্তৰ গ্ৰহণ কৰা এই জনজাতিসকলৰ সকলো সামাজিক আৰু বিয়া-বাৰু সম্পৰ্কীয় কথা প্ৰাচীন হিন্দু শাস্ত্ৰৰ নিৰ্দেশ অনুযায়ী পৰিচালিত হৈছিল। হিন্দু ধৰ্মনীতিৰ উদাৰ দৃষ্টিভঙ্গীৰ বাবেই এই ধৰ্মান্তৰ সম্ভৱ হৈছিল। প্ৰকৃততে অসম দেশত হিন্দু সমাজত জন-বিভাজন যথেষ্ট উদাৰ দৃষ্টিভঙ্গীৰে কৰা হৈছিল আৰু ব্ৰাহ্মণকে ধৰি কোনো শ্ৰেণী বা সম্প্ৰদায়ৰ লোকেই শাস্ত্ৰৰ জাতিভেদ প্ৰথা আখৰে-আখৰে পালি চলা নাছিল। উচ্চ স্তৰৰ লোকে নিম্ন স্তৰৰ লোকসকলক ঘৃণাৰ চকুৰে চোৱা নাছিল। ভাৰতৰ কোনো ঠাইতে এনে দৃষ্টিভঙ্গী নাই। আহাৰ-বিহাৰ বা বৃত্তি-জীৱিকাৰ ক্ষেত্ৰতো তেওঁলোক বিশেষ গোৰা নাছিল। অসমৰ সমাজ ব্যৱস্থাৰ তুলনামূলকভাৱে এই শিথিলতাৰ মূলতে আছে বৈষ্ণৱ-সংস্কাৰ আৰু আংশিকভাৱে বিভিন্ন ধৰণৰ মানুহৰ সংমিশ্ৰণ।

ব্ৰহ্মচৰ্য্য, গাৰ্হস্থ্য, বাণপ্ৰস্থ আৰু যতি এই চাৰিটা আশ্ৰমে মানুহৰ জীৱনৰ চাৰিটা স্তৰ সূচায়। মানুহৰ বয়স আৰু অৱস্থাৰ ভিত্তিত কেনেকৈ এই চাৰি আশ্ৰম নিৰ্দ্ধাৰিত কৰা হৈছিল তাৰ বৰ্ণনা মনুৰ ৰচনাত আছে। সুশৃঙ্খলিত জীৱন, অভিজ্ঞতা আৰু জ্ঞানেই এই পদ্ধতিৰ ভেঁটিস্বৰূপ। কিন্তু প্ৰকৃততে ই আছিল এটা আদৰ্শহে। বাস্তৱত ইয়াৰ অনুসৰণ সদায় সম্ভৱ নাছিল। বৰ্ণ পদ্ধতিৰ দৰেই আশ্ৰম পদ্ধতিৰ বান্ধো সিমান নিকপকপীয়া নাছিল আৰু ভাৰতৰ কোনো ঠাইত কোনো যুগতেই এনুঠি মানুহত

বাদে সকলোৱে আখৰে আখৰে মানি চলা নাছিল বুলি নানান প্ৰমাণ পোৱা যায়। শৃঙ্খলাৰ এটা কৃত্ৰিম পদ্ধতিৰ যোগেৰে সমাজৰ স্বাভাৱিক বিকাশক প্ৰণালীবদ্ধ কৰাৰ ই এটা নিভাঁজ ব্ৰাহ্মণ্য প্ৰচেষ্টা বুলি ধৰিব পাৰি। সমাজৰ প্ৰগতি আৰু অৱস্থাৰ পৰিবৰ্তনৰ লগে লগে হোৱা দৃষ্টিভঙ্গীৰ সালসলনিৰ ফলত বৰ্ণৰ ধাৰণাৰো ক্ৰম-পৰিবৰ্তন সাধিত হোৱাৰ দৰে আশ্ৰমৰ নীতিও ক্ৰমাগত সহজ হৈ আহিছিল। আনকি গৌতম আৰু বৌধায়নৰ দৰে আইন-প্ৰণেতায়ো সকলো আশ্ৰমৰ ভিতৰত গাৰ্হস্থ্যই শ্ৰেষ্ঠ বুলি মন্তব্য কৰিছে। কোনো পুথিত ইমান পৰ্য্যন্ত কোৱা হৈছে যে কলি যুগত বাকী আশ্ৰমসমূহৰ বিশেষ প্ৰয়োজন নাই।

থলুৱা লিপি আদিৰ সহায়ত আমি ইতিমধ্যে আশ্ৰম আৰু বৰ্ণৰ কথা আলোচনা কৰিছোঁ। এনে এক সৰ্বগীয় সামাজিক শৃঙ্খলা আৰু জীৱন-স্তৰৰ ৰীতিৰ প্ৰচলনৰ মূলতে আছে—আমি যিমান দূৰ জানো শাসক গোষ্ঠীৰ সমৰ্থন। অৱশ্যে আমি এই পদ্ধতিসমূহ কেনে ৰূপত অনুসৰণ কৰা হৈছিল নাজানো। বা কোনো লোকে জীৱনৰ চাৰিটা স্তৰ কেনে-ভাৱে কটাইছিল তাকো নাজানো। কেতিয়াবা কোনো এজন বা দুজন শাসকে কিবা কাৰণত স্ব-ইচ্ছাই ৰাজ-পদবী ত্যাগ কৰা কথাকে আমি সেয়া তেওঁলোকে ত্যাগৰ জীৱন যাপন কৰিবৰ বাবে কৰা বুলি বিশ্বাস কৰিব নোৱাৰোঁ বা তাৰ দ্বাৰাই তেওঁলোকে বাণপ্ৰস্থ বা সন্ন্যাস লোৱা বুলিও ক'ব নোৱাৰি। আনকি গোৰা ব্ৰাহ্মণসকলেও জীৱনৰ এই চাৰিটা ভাগ মানি চলা বুলি ক'ব নোৱাৰি, বৰং গৃহস্থী জীৱনত প্ৰৱেশ কৰি আমৰণ গৃহস্থীৰূপে থাকি যোৱাৰহে নানান প্ৰমাণ আছে। লিপি-সমূহত তেওঁলোক ব্ৰহ্মচৰ্য্য আৰু গৃহস্থী জীৱন কালৰ কথাহে সাধাৰণতে পোৱা যায়। এই প্ৰসঙ্গতে উল্লেখ কৰিব পাৰি, আনকি শিষ্যক শিক্ষা দান কৰাত জীৱন উচৰ্গা কৰা মহান বৈষ্ণৱ সংস্কাৰক শঙ্কৰদেৱ আজীৱন গৃহস্থী হৈ আছিল আৰু শিষ্যসকলকো গোৰা বৈষ্ণৱ মত আখৰে আখৰে পালন কৰিবলৈ উপদেশ দিয়া নাছিল। অৱশ্যে তেওঁৰ শ্ৰেষ্ঠ শিষ্য মাধৱদেৱ ব্যতিক্ৰম আছিল। তেওঁ কেৱলীয়া জীৱন যাপন কৰিছিল। থোৰতে ক'বলৈ হ'লে অতীত অসমত বৰ্ণ পদ্ধতিৰ দৰেই জীৱনৰ স্তৰ-বিভাজন পদ্ধতি উদাৰ দৃষ্টিভঙ্গীৰে গ্ৰহণ কৰা হৈছিল।

## পৰিয়াল আৰু উত্তৰাধিকাৰী—গৃহ আৰু গৃহ-সামগ্ৰী

অতীত অসমত পৰিয়াল গঠন তথা উত্তৰাধিকাৰিত্ব সূত্ৰৰ প্ৰয়োগ কেনে ৰূপত কৰা হৈছিল এই বিষয়ত আমাৰ জ্ঞান নিচেই সীমাবদ্ধ।



হিন্দুসকলৰ জীৱন সাধাৰণভাৱে যৌথ পৰিয়াল পদ্ধতিৰ ওপৰত প্ৰতিষ্ঠিত। সূত্ৰ-বিচাৰৰ খাতিৰত অন্ততঃ ক'ব পৰা যায়, এই যৌথ পৰিয়াল পদ্ধতি সপিণ্ড সম্বন্ধৰ (একে ৰক্ত) ভেঁটিত প্ৰতিষ্ঠিত। উত্তৰাধিকাৰ আৰু তেনে দুই এক কথাৰ ওপৰত ভেঁটি কৰি কৰা মিতাক্ষৰা আৰু দায়ভাগ এই দুটা বৈশিষ্ট্যই সপিণ্ড-সূত্ৰৰ মূল কথা। প্ৰাচীন অসমত মিতাক্ষৰা নে দায়ভাগ পদ্ধতিৰ নীতি-নিয়ম মানি চলা হৈছিল আমি নাজানো। বঙ্গদেশত পিচৰ নিয়মটো মানি চলা হৈছিল। অসমতো এতিয়াও এই নিয়মৰ প্ৰচলনলৈ চাই দায়ভাগ প্ৰথাই প্ৰচলিত আছিল বুলি অনুমান কৰিব পাৰি। দায়-ভাগ প্ৰথাৰ প্ৰধান প্ৰধান বৈশিষ্ট্যসমূহ এনে ধৰণৰ:—জন্মৰ দাবীত এজন পুত্ৰৰ পৈতৃক সম্পত্তিত কোনো স্বাৰ্থ থাকিব নোৱাৰে। পুত্ৰই পিতৃৰ মৃত্যুৰ পিচতহে সম্পত্তিৰ ভাগ দাবী কৰিব পাৰে। পিতাৰ বৰ্তমানত পিতা-পুত্ৰৰ মাজত সম্পত্তিৰ ভাগ একমাত্ৰ পিতাকে ইচ্ছা কৰিলেহে হ'ব পাৰে। কোনো লোকৰ ভাতৃৰ লগত উমৈহতীয়া সম্পত্তি থাকিলেও তেওঁৰ মৃত্যুত বিধৱা পত্নীয়ে সেই সম্পত্তিৰ ভাগ পাব পাৰে। মৃতকৰ সম্পত্তি আধ্যাত্মিক দৃষ্টিত উত্তৰাধিকাৰী বুলি দাবী কৰা জনে (যি পিণ্ড দি এই অধিকাৰ পায়) দাবী কৰিব পাৰে। মিতাক্ষৰাৰ দৰে কেৱল ৰক্ত-সম্বন্ধৰ দাবী এই ক্ষেত্ৰত নাখাটে। গতিকেই দেখা যায়। এই প্ৰক্ৰিয়াৰ পৰিচালিত পৰিয়াল মূলগতভাৱে পিতৃহীন আছিল। পিতৃয়েই আছিল একোটা পৰিয়ালৰ মুৰব্বী। নিজৰ সম্পত্তিতো তেওঁৰ সম্পূৰ্ণ কৰ্ত্তৃত্ব আছিল। যদিও প্ৰথম সন্তানে সম্পত্তি পোৱাৰ নিয়ম ( Premogeniture ) প্ৰচলিত নাছিল; তথাপি সাধাৰণতে ৰৰপোৱে আনতকৈ সম্পত্তিৰ ভাগ অলপ বেচিকৈ পাইছিল, কাৰণ পিতা-মাতাৰ বৃদ্ধাৱস্থাত ভৰণ-পোষণৰ ভাৰ সাধাৰণতে তেওঁৰ ওপৰতে পৰিছিল। অন্যথাই সম্পত্তিৰ ভাগ সকলো পুত্ৰই সমান-সমান পাইছিল। ইয়াৰ প্ৰমাণ স্বৰূপে যুক্তিৰ খাতিৰত মনুৰ উদ্ধৃতিসহ আপস্তম্ভই আগবঢ়োৱা নিৰ্দেশলৈ আঙুলিয়াব পাৰি। অৱশ্যে ভাগ বতৰাত আগভাগ পোৱা কথা যে নাছিল এনে নহয়। আনকি কেতিয়াবা পিতৃয়ে তেওঁৰ উপাৰ্জিত সম্পত্তি তেওঁৰ যাক মন যায় তাকে দি দিয়াৰ নিৰ্দৰ্শনো নোহোৱা নহয়।

ভূমি-সম্পত্তিৰ যৌথ-মালিকত্ব থকাৰ প্ৰমাণো আছে। নিধানপুৰ দানপত্ৰৰপৰা জনা যায় যে সেই ক্ষেত্ৰত কেবাজনো ভায়েক-ককায়েকক উমৈহতীয়া মাটি দান কৰা হৈছিল। এনে উমৈহতীয়া সম্পত্তি ভাই-ককাইৰ মাজত কেনেদৰে ভাগ হৈছিল তাৰ কথাও কোৱা হৈছে। বনমাল দেৱৰ পৰ্বতীয়া লিপিত যুগ্ম পৰিয়ালৰ প্ৰমাণ পোৱা যায়। তাত

চূড়ামণি, দেটোভা, গর্গ আৰু শম্ভু এই চাৰিজন ককাই-ভাই একেলগে বাস কৰাৰ কথা কোৱা হৈছে। ধর্ম নষ্ট হোৱাৰ কোনো ভয় নথকাকৈ তেওঁলোকে একেলগে থাকিব পাৰিছিল বুলি উল্লেখ কৰা হৈছে। দান-পত্র ডাঙৰজন ককায়েকৰ নামত কৰা হ'লেও সকলো কেজনে সমানে সমানে ভোগ কৰিবলৈকে সেই দান দিয়া হৈছিল। ইয়াৰপৰাই মিতা-ক্ষৰা পদ্ধতিত থকাৰ দৰে সন্তানসকলে প্রয়োজনত পাৰিবাৰিক সম্পত্তিৰ বিভাজনৰ দাবী কৰিব পৰা কথাত থকা স্বীকৃতিৰ ইঙ্গিত পোৱা যায় বুলি অনুমান হয়। যেই হওক, সদায় নহ'লেও অনেক ক্ষেত্রত পুত্র-সকলৰ বিয়া-বাৰুৰ পাচত হিন্দু পৰিয়ালৰ পাৰিবাৰিক বন্ধন ছিগি গৈছিল। বিয়াৰ পাচত অনেকে সম্পত্তিৰ ভাগ লৈ স্বকীয়াকৈ সংসাৰ পাতিবলৈ মন মেলিছিল।

তোলনীয়া পুত্র গ্রহণ কৰাৰ বিষয়ত বিশেষ একো জানিব পৰা নাযায়, তথাপি অনুমান হয় ভাৰতৰ আন ঠাইত চলা নিয়মেই এই দেশতো অনু-সৰণ কৰা হৈছিল। জনজাতিসকলৰ পৰিয়াল পদ্ধতি সম্পূর্ণ বেলেগ আদর্শত প্রতিষ্ঠিত। তেওঁলোকৰ পৰিয়ালত মাতৃপ্রধান ৰীতিৰ পৰিচয় আছে। অৱশ্যে কোনো কোনো ক্ষেত্রত মাতৃপ্রাধান্যই পিতৃপ্রাধান্যলৈ বাগৰ সলোৱাৰ প্রমাণ পোৱা যায়।

অসমীয়া গৃহ-নির্মাণ পদ্ধতি সম্পর্কে স্পষ্ট সিদ্ধান্ত দিব পৰাকৈ আমাৰ যুগৰে গৃহ-নির্মাণৰ এটা নির্ভৰযোগ্য ৰীতিৰ কথা আমি ক'ব নোৱাৰোঁ। হ'লেও এটা কথা ঠিক সকলো প্রাচীন জাতিৰ দৰেই অসমীয়া জাতিও ইমান বেচি সংৰক্ষণশীল যে গৃহ-নির্মাণৰ ক্ষেত্রত অতীত কালৰপৰা বর্ত-মানলৈকে সৰহ সংখ্যক লোকৰ ঘৰ যুগ-যুগান্তৰ আগৰেপৰাই যেনেকুৱা আছিল এতিয়াও তেনেকুৱাই আছে বুলিলেও বিশেষ ভুল নহয়। সাধাৰণতে একোটা পৰিয়ালৰ সকলোটি একেটা ঘৰতে বাস কৰিছিল। পৰিয়ালৰ মানুহৰ সংখ্যা বেচিকৈ বাঢ়ি গ'লে নতুন ঘৰ সাজি লব লগা হৈছিল। সাধাৰণতে একোটা পৰিয়ালৰ একোটা আবাস-গৃহ আছিল। আৱশ্যক অনুসৰি কোঠাৰ সংখ্যা কৰি লোৱা হৈছিল। ৰান্ধনিঘৰ মূল ঘৰৰ সংলগ্ন আছিল। গৰু-মহৰ আশ্রয়ৰ বাবে এটা সৰু ঘৰ বা এখন চালি কৰি দিয়া হৈছিল, ধান আৰু অন্যান্য যাৱতীয় সামগ্রীৰ বাবে এটা ভঁৰাল আছিল। যি পাৰে তেওঁ এটা আলহীৰ ঘৰ, এটা পূজাঘৰ সজাই লৈছিল। পৰিয়াল ভাগি কোনোবা বেলেগ হ'লে নতুন ঘৰ সজাব লগা হৈছিল।

কাঠ, বাঁহ, খেৰ, ইকৰা আৰু জৰীয়েই সম্ভৱতঃ ঘৰ সজা প্রধান আহিলা-পাতি আছিল। বালি, মাটি আৰু গোবৰ মিলাই বেৰবোৰ



বোধহয় লিপা হৈছিল। মাটিৰ ওপৰতে ঘৰবোৰ সজা হৈছিল। কিন্তু ভঁৰালঘৰ আৰু গোহালিঘৰ চাঙৰ ওপৰত সজা প্রথাও প্রচলিত আছিল। এই প্রথা এতিয়াও গাঁও আৰু খেতিৰ পামত প্রচলিত আছে। প্রায় সকলো পর্বতীয়া জন-জাতিৰ মাজত চাংঘৰত বাস কৰা নিয়ম আছে। ভৈয়ামবাসীসকলে হয়তো তেওঁলোকৰপৰাই চাংঘৰ সাজিবলৈ শিকিছিল। শোৱা-চাং আৰু বহা আসন সাধাৰণতে কাঠৰেই সজা হয়। বাঁহৰ শোৱা চাং কৰা নিয়মো হয়তো প্রচলিত আছিল।

এইখিনিতে চমুকৈ আমি ধাতু, কাঠ, বেত, বাঁহ আৰু অন্যান্য ধাতুৰ কামৰ বিষয়ে আলোচনা কৰিব পাৰোঁ। একোখন ঘৰত দৈনন্দিন কামত লগা সা-সঁজুলি, ৰন্ধা-বঢ়া পাত্রাদি ধাতু, কাঠ, বাঁহ, মাটি আদিৰে সাজি লোৱা হৈছিল। আনকি বর্তমানেও মাটি আৰু ধাতু উভয়েৰে নির্মিত নানান পাত্র ৰন্ধা-বঢ়া কৰা আৰু খোৱা-বোৱাত ব্যৱহাৰ কৰা হয়। এতি-য়াও অসমৰ গাঁৱে-ভূঁয়ে ব্যৱহৃত হোৱা দৰে লোণ-তেল আদি বস্তু থবৰ বাবে বাঁহৰ চুঙা ব্যৱহাৰ কৰা হয়। অতীত কালৰ অনেক মাটিৰ বাচন-বর্তন এতিয়া পোৱা গৈছে। ভাস্কৰে উপহাৰস্বৰূপে কাঠৰ পেৰা, পানীখোৱা পাত্র, মাটিৰ বাচন-বর্তন, বেতৰ মুঢ়া, খৰাহী, ডাঠ বাঁহৰ চুঙা ইত্যাদি দিয়াৰ কথা বাণভট্টই উল্লেখ কৰিছে। ইয়াৰপৰা এইবোৰ সেই সময়ত প্রচলিত আছিল বুলি জানিব পৰা যায়। বেতৰ ঢৰা আৰু বাঁহেৰে সজা আসনৰ বাহিৰে সাধাৰণ মানুহৰ আন একো আচবাব-পত্র নাছিল। প্রকৃততে সেই কালৰ আসন আদিৰ বিষয়ে আমি বেচি কথা জনাৰ উপায় নাই। থকা ঘৰ সাজি লোৱাৰ দৰেই প্রয়োজনীয় গার্হস্থ্য সা-সঁজুলিৰ স্বৰূপো প্রধানকৈ গৃহস্থৰ ওপৰত নির্ভৰ কৰিছিল।

## বিবাহ—বৈবাহিক জীৱন আৰু তিৰোতাৰ স্থান

হিন্দু সমাজৰ ভেঁটি আৰু ইয়াৰ দৃঢ়তা অনেক পৰিমাণে বিবাহ অনুষ্ঠানৰ ওপৰত প্রতিষ্ঠিত। কাৰণ বিবাহ প্রথা সমাজিক আৰু ধর্মনৈতিক দুয়োটা দৃষ্টিভঙ্গীৰপৰাই স্বীকৃত। মনুৱে আঠবিধ বিবাহ প্রথা অনুমোদন কৰি গৈছে। আৰু এই অনুমোদন নিসন্দেহে আর্য্য আৰু অনার্য্যৰ সংমিশ্রণৰে ফল। বিবাহ প্রথাসমূহ হ'ল ঃ ব্রাহ্ম (বৈদিক ৰীতি আধাৰিত) ; দৈৱ (এই পদ্ধতিত এজনী গাভৰু পুৰোহিতলৈ উৎসর্গা কৰি দিয়া হয়) ; আর্ষ (এই পদ্ধতিত কন্যা ক্রয় কৰা হয় আৰু কন্যাৰ বাপেকে সাধাৰণতে বৰৰ

পৰা এহাল গৰু পায়) ; কায় বা প্ৰজাপত্য (এই পদ্ধতিত বৰে নিজে প্ৰস্তাৱ দিয়াৰ পিচত বিবাহ সম্পন্ন হয়) ; আসুৰ (কন্যা ক্ৰয় কৰা হয়) ; গান্ধৰ্ব (গুপ্ত-মিলন) ; ৰাক্ষস (জোৰ কৰি ধৰি নি কৰোৱা বিয়া) ; আৰু পৈশাচ (গোপনে পলাই যোৱা)।

নীতি শাস্ত্ৰই ব্ৰাহ্মণসকলক ব্ৰহ্ম, দৈৱ, আৰ্ষ আৰু প্ৰজাপত্য বিবাহ-পদ্ধতি অনুসৰণ কৰিবলৈ নিৰ্দেশ দিছে ; ক্ষত্ৰিয়সকলে ৰাক্ষস, পৈশাচ আৰু গান্ধৰ্ব পদ্ধতি অনুসৰণ কৰিব পাৰে আৰু আসুৰ পদ্ধতি মাত্ৰ বৈশ্য-সকলৰ বাবেহে স্বীকৃত। এই বিবাহৰ স্বৰূপ অসমত কেনে আছিল যথোপযুক্ত নিদৰ্শনৰ অভাৱত সেই বিষয়ে কোনো স্পষ্ট মতামত দিব নোৱাৰি। ভাৰতৰ কোনো ঠাইতে শাস্ত্ৰৰ এই নিৰ্দেশসমূহ আখৰে আখৰে মানি চলাৰ সম্ভাৱনা কম। বিখ্যাত অনিৰুদ্ধ আৰু উষাৰ গোপন বিবাহৰ কাহিনীয়ে হয়তো গান্ধৰ্ব, বৰং পৈশাচ পদ্ধতিৰ বিবাহৰ প্ৰচলন থকা কথাই সূচায়। বিষ্ণু পুৰাণত (V,XXVI ৰুক্মিণী-হৰণ) থকা কৃষ্ণ আৰু ৰুক্মিণীৰ বিবাহ ৰাক্ষস পদ্ধতিৰ বিবাহৰ নিদৰ্শন স্বৰূপ। ৰাজ-তৰঙ্গিণীত অমৃতপ্ৰভাৰ কাশ্মীৰৰ মেঘবাহনৰ লগত হোৱা বিবাহৰ প্ৰসঙ্গত স্বয়ম্বৰ নামেৰে আৰু এবিধ বিবাহ পদ্ধতিৰ কথা উল্লেখ কৰা হৈছে। অসমত এই পদ্ধতি প্ৰচলন থকাৰ প্ৰমাণ নাই। মাথোন 'বিহু' উৎসৱৰ সময়ত অনানুষ্ঠানিকভাৱে মন-দিয়া-নিয়াৰ চেষ্টাৰ কথা এই প্ৰসঙ্গত উনুকিয়াব পাৰি।

সাধাৰণতে সমাজৰ উচ্চ শ্ৰেণীৰ মাজত বিবাহানুষ্ঠান প্ৰজাপত্য পদ্ধতিত আনুষ্ঠানিকভাৱে সম্পন্ন হৈছিল। পুষ্পভদ্ৰাৰ দানপত্ৰত পাণি-গ্ৰহণ ৰূপে জনাজাত বিবাহৰ কথা কিছু উল্লেখ কৰা হৈছে।

বৰ্তমানেও অনেক ব্ৰাহ্মণ আৰু কায়স্থৰ মাজত বাল্য-বিবাহ প্ৰচলিত থকা দেখা যায়। কিন্তু তেওঁলোকৰ মাজত বিধৱা-বিবাহ নাই। তেওঁ-লোকৰ বাহিৰে অতীত অসমৰ আন কোনো শ্ৰেণীৰ মাজতে বাল্য-বিবাহৰ প্ৰচলন সম্ভৱতঃ নাছিল। ব্ৰাহ্মণ-সন্তানসকলে সাধাৰণতে তেওঁলোকৰ শিক্ষা-কাল সাং হোৱাৰ লগে লগে বিয়া কৰিছিল। বিয়াৰ পাচত এজন ব্ৰাহ্মণ গৃহস্থ হ'ব পৰাকৈ সকলো খৰচ বহন কৰাৰ দায়িত্ব প্ৰায়েই ৰজাৰ গাত পৰিছিল। এই কথা প্ৰসঙ্গক্ৰমে নগাঁও দানপাত্ৰত উল্লেখ কৰা হৈছে। হিন্দু পদ্ধতিৰ মূল ভেঁটিটোৱেই কোনো পুৰুষ-স্ত্ৰীয়েই চিৰকাল অবিবাহিত থাকিব নালাগিব আৰু ব্ৰহ্মচৰ্য্য শেষ হোৱাৰ লগে লগে প্ৰত্যেক স্নাতকে সংসাৰ প্ৰৱেশ কৰিব লাগিব এনে এক আদৰ্শৰ ওপৰত প্ৰতিষ্ঠিত। সন্তানৰ প্ৰয়োজন আৰু জীৱন-সঙ্গিনীৰ প্ৰয়োজনে প্ৰত্যেক হিন্দুক বিয়া



কৰাবলৈ বাধ্য কৰিছিল। ব্ৰাহ্মণেই হওক বা শূদ্ৰই হওক ভৈয়ামৰ প্ৰায় সকলো অসমীয়া হিন্দুৱেই শাস্ত্ৰসম্মত বিবাহৰ সকলো বিধি-অনুষ্ঠান পালন কৰি চলিছিল। ব্ৰাহ্মণসকলে বৰ্তমান কালতো বিবাহৰ ক্ষেত্ৰত তিনিটা অনুষ্ঠান পালন কৰে : কন্যা শান্তি হোৱাৰ আগৰ অনুষ্ঠান, শান্তি হোৱাৰ পাচৰ অনুষ্ঠান আৰু শেষত মাতৃ হোৱাৰ পাচৰ অনুষ্ঠান। অতীত অসমত সাধাৰণ একোখন বিয়া কেনেভাৱে সম্পন্ন হৈছিল তাৰ বিশদ বিৱৰণ পাবলৈ নাই। বৰ্তমান কালত সাধাৰণতে এই বিয়া তিনি চাৰি দিনলৈ থাকে। বিয়ানাম গোৱা প্ৰথা এনে বিবাহৰ এটা প্ৰধান বৈশিষ্ট্য। এই গীতসমূহ অসমীয়া লোক-সাহিত্যৰ এটা মুখ্য সম্পদ। এই সমগ্ৰ বিবাহানুষ্ঠানটোকেই সামাজিক-ধৰ্মনৈতিক দৃষ্টিত পৱিত্ৰৰূপে লোৱা হয় আৰু এই পৱিত্ৰতাৰ ভাৱেই সম্ভৱতঃ বিবাহ-বিচ্ছেদ প্ৰায় অসম্ভৱ কৰি তুলিছে। বিধৱা-বিবাহৰ ক্ষেত্ৰত এনে কোনো অনুষ্ঠান পালন কৰা নহয়।

একে জাতিৰ বা গোত্ৰৰ মাজত বিবাহেই ( অনুলোম Endogamy ) যদিও সাধাৰণ নিয়ম আছিল তথাপি অন্য বৰ্ণ, বিশেষকৈ নিম্ন শ্ৰেণীত বিবাহ (প্ৰতিলোম) কৰাৰ নিদৰ্শনো নিচেই কম নহয়। বহু-বিবাহ আৰু বিধৱা-বিবাহৰো বহুল প্ৰচলন আছিল। কোনো কোনো বিশেষ জনজাতিৰ বাহিৰে প্ৰাচীন অসমত বহুস্বামী গ্ৰহণৰ ( Polyandry ) নিদৰ্শন পোৱা নাযায়। কন্যাপক্ষৰ পিতাকৰ যৌতুক লোৱা বা দাবী কৰা প্ৰথা সাৰ্বজনীন আছিল। কোনো কোনো ক্ষেত্ৰত বৰপক্ষই এক প্ৰকাৰ কন্যাৰ মূল্য দিয়াৰ নিদৰ্শনো নোহোৱা নহয়। অসমৰ কোনো কোনো অনাৰ্য্য জনজাতিৰ মাজত প্ৰচলিত কন্যাৰ মূল্য দিয়া প্ৰথাৰে ই প্ৰায় সমান্তৰাল। আনকি কোনো কোনো জনজাতিৰ মাজত থকা কন্যাৰ ঘৰত খাটি দি বিয়া কৰা প্ৰথাৰ লগত অসমীয়া 'চপনীয়া' প্ৰথাৰ মিল আছে। 'চপনীয়া' প্ৰথাত বৰ আজীৱন কন্যাঘৰত থাকি যায়। জন-জাতিসকলৰ বেলেগ খেলত বিয়াত কৰা 'Exogamus' পদ্ধতি যিটো মূলগতভাৱে একপ্ৰকাৰৰ 'টোটেমিজম'ৰ ওপৰত প্ৰতিষ্ঠিত, এই পদ্ধতিয়ে ব্ৰাহ্মণৰ অন্য গোত্ৰত বিয়া কৰা কথাত হয়তো প্ৰভাৱ বিস্তাৰ কৰিছিল। আৰ্য্য আৰু অনাৰ্য্যসকলৰ এনে বিবাহৰ মাজত এটা মাত্ৰ পাৰ্থক্য আছে। অনাৰ্য্যসকলৰ মাজত বিয়াৰ আগতে অবাধ মিলা-মিলিৰ সুযোগ আছে। নাৰী-পুৰুষ উভয়েই ইচ্ছামতে জীৱন-সঙ্গিনী বাছি লব পাৰে। মৰং অৰ্থাৎ অবিবাহিতা পুৰুষৰ উমৈহতীয়া শিবিৰ এই নিময়ৰ এটা প্ৰধান বৈশিষ্ট্য। চমুকৈ ক'বলৈ অসম মূলতে অনাৰ্য্য

অধ্যুষিত অঞ্চল হোৱা হেতুকে ইয়াৰ হিন্দু বা হিন্দু ভাবাপন্ন লোকসকলৰ বিবাহ পদ্ধতিত অনাৰ্য্য নীতি-নিয়মে সম্ভৱতঃ প্ৰচুৰ পৰিমাণে প্ৰভাৱ বিস্তাৰ কৰিছিল।

সতী আৰু ৰক্ষিতাৰ ধাৰণাও অতীত অসমত সম্ভৱতঃ নজনা কথা নাছিল। ভাস্কৰবৰ্মণৰ একাধিক ৰক্ষিতা থকা জনা যায়। খৃষ্টীয় অষ্টম শতিকাত দামোদৰ গুপ্তই ৰচনা কৰা কুট্টনিমতম্ নামৰ এখন গ্ৰন্থত ৰজাৰ ৰক্ষিতা ৰজাৰ মৃত্যুৰ পাচত সতী হয় বুলি উল্লেখ কৰা হৈছে। অৱশ্যে এই গ্ৰন্থত থকা উক্ত ৰজা অসমৰ হয় নে নহয় সেই বিষয়ে যথেষ্ট সন্দেহ আছে। আমি যিমান দূৰ জানো, এই জন ৰজা আমৰণ অবিবাহিত আছিল। সতী প্ৰথাৰ প্ৰচলনৰ কথা যোগিনীতন্ত্ৰৰপৰা জানিব পৰা যায়। এই গ্ৰন্থত স্বামীৰ মৃত্যুৰ পাচত ব্ৰাহ্মণ বিধৱাই পতিৰ চিতাত আত্মাহুতি দিয়াৰ কথা উল্লেখ কৰা হৈছে। পতিৰ প্ৰতি গভীৰ প্ৰেম থাকিলে শূদ্ৰ আৰু বৈশ্য বিধৱাক সতী যাবলৈ দিয়া হৈছিল। বহুত ল'ৰা-লুৰি থকা আৰু কলঙ্কিতা তিৰোতাক এনে কৰিবলৈ দিয়া নহৈছিল। এই প্ৰথা আৰু এনে অনেক কথাক হিন্দু বৈবাহিক জীৱনৰ সাধাৰণ ত্ৰুটি বুলি ক'ব পৰা যায়। তুলনামূলকভাৱে এই ক্ষেত্ৰত জনজাতিসকলৰ দৃষ্টিভঙ্গী প্ৰশংসনীয় আৰু তেওঁলোকৰ অধিক সভ্য চুবুৰীয়া জাতিবিলাকে অনুসৰণ কৰিবলগীয়া।

আদৰ্শতেই মাথোন হওক বা বাস্তৱত অনুসৰণ কৰাই হওক বৈবাহিক জীৱনৰ এই হিন্দু ধাৰণাৰপৰা কিন্তু এটা ডাঙৰ উপকাৰ হৈছিল। ই নাৰীক স্বামীৰ ইহলৌকিক আৰু পাৰলৌকিক জীৱনৰ অৰ্দ্ধাঙ্গিনী, গৃহলক্ষ্মী অথবা 'সহধৰ্মিণী'ৰ মৰ্য্যাদা দান কৰিছিল। স্বামীৰ প্ৰতি অনুৰক্তা আৰু বিশ্বস্তা থাকিব পৰাটো নাৰী চৰিত্ৰৰ দুটা মূল্যবান অলঙ্কাৰৰূপে গণ্য হৈছিল। এগৰাকী পতিব্ৰতা নাৰীৰ গুণাৱলী আৰু সুশিক্ষাৰ ওপৰতে একোখন ঘৰৰ সুখ-শান্তি আৰু ল'ৰা-ছোৱালীৰ প্ৰশিক্ষণে নিৰ্ভৰ কৰিছিল। তিৰোতাই কেনে ধৰণৰ কাৰ্য্যাৱলী সম্পাদন কৰিছিল সেই বিষয়ে সঠিক জানিব পৰা নাযায়। ৰাণীসকলৰ মানসিক আৰু আন্তৰিক গুণাৱলীৰ বিষয়ে হে কোনো কোনো পুথিত উল্লেখ আছে। সৰ্বসাধাৰণ তিৰোতাৰ কথা নথকাৰ দৰেই। বৰগাঁও দানপত্ৰত কোৱা হৈছে, শ্যামায়িকা তেওঁৰ ব্ৰাহ্মণ পতিৰ প্ৰতি অনুৰক্তা আছিল। অনেক গুণৰ আধাৰ স্বৰূপা শ্যামায়িকা আছিল পূৰ্ণিমাৰ জোনৰ দৰে উজ্জ্বল, পৱিত্ৰৰূপা, অন্ধকাৰ হৰণকাৰিণী। গুৱাকুচি দানপত্ৰত আছে, চেছপায়িকা আছিল সুন্দৰী, বিশ্বাসত অটলা, সৌন্দৰ্য্যই আছিল যাৰ অলঙ্কাৰ সদৃশ



আৰু যি আছিল লক্ষ্মীস্বৰূপা। পুৰন্দৰ পালৰ পত্নী দুৰ্লভা আছিল ইন্দ্ৰৰ শচীৰ দৰে, শম্ভুৰ শিবাৰ দৰে, মদনৰ ৰতিৰ দৰে, হৰিৰ লক্ষ্মীৰ দৰে, চন্দ্ৰৰ দেৱতাৰ ৰোহিণীৰ দৰে। মহেন্দ্ৰ বৰ্মণৰ মাতৃ যজ্ঞৱতী আছিল জুই উৎপাদন কৰা পৱিত্ৰ উৰ্চগাৰ কাঠৰ দৰে। হৰ্জৰাৰ মাতৃ জীৱদেৱীক কুন্তী আৰু সুভদ্ৰাৰ লগত তুলনা কৰা হয়। তেওঁ আছিল প্ৰভাতৰ উষা-কিৰণ সদৃশ, সহস্ৰজনৰ পূজা, অজস্ৰ পুণ্যৰ উৎস স্বৰূপ। গোপাল পত্নী নয়না আছিল এগৰাকী সুবিখ্যাত ৰাণী; হৰ্ষপালৰ পত্নী ৰত্না, ব্ৰাহ্মণ মহিলা পাওকা আদি তেওঁলোকৰ বদান্যতা আৰু ধৰ্মপৰায়ণতাৰ বাবে বিখ্যাত আছিল। এই সকল মহিলা আছিল সাক্ষাৎ পাৰ্বতীৰ দৰে। কিন্তু এই সকলোৰোৰ বৰ্ণনাই কম-বেচি পৰিমাণে গতানুগতিক। আমি আগতে কৈ অহাৰ দৰে ইয়াৰপৰা আমাৰ নাৰী সমাজৰ সাধাৰণ সাংস্কৃতিক মানদণ্ডৰ কথা বিশেষ একো জানিব পৰা নাযায়। সম্ভৱতঃ সাধাৰণ গাৰ্হস্থ্য ক্ৰিয়া-কৰ্মৰ জ্ঞানৰ উপৰিও, বিশেষকৈ ৰাণীৰ পৰ্য্যায়ত মহিলাসকলৰ উচ্চ শিক্ষা আছিল আৰু শিল্প-কলা আদিৰ কিছু কথাও তেওঁলোকে জানিছিল। সংশ্লিষ্ট কালৰ সুকুমাৰ কলাৰ অনেক নিদৰ্শনত বাদ্যযন্ত্ৰ বজাই থকা বা নৃত্যৰতা নাৰীমূৰ্তি দেখিবলৈ পোৱা যায়। এইবোৰৰপৰা কুমৰ হৰণ, ৰুক্মিণী হৰণ, যোগিনীতন্ত্ৰ আদিত চিত্ৰময় কৰি বৰ্ণনা দিয়া নাৰী-সৌন্দৰ্য্যৰ বিষয়ে যথোপযুক্ত ধাৰণা কৰিব পৰা যায়।

নগৰ, গাঁও, ৰাজপ্ৰাসাদ আৰু মন্দিৰ আদিৰ নাৰীৰ বাহ্যিক আৰু আভ্যন্তৰীণ জীৱনৰ বৰ্ণনা সাহিত্য আৰু লিপি উভয় উৎসৰপৰাই পাব পাৰি। নগৰীয়া গাভৰুৰ চৰিত্ৰৰ বিশদ বৰ্ণনা লিপিসমূহত আছে। কেতিয়া আৰু কেনেকৈ অসমীয়া সমাজত পৰ্দা প্ৰথাৰ প্ৰচলন হ'ল জানিব পৰা নাযায়। কিন্তু এতিয়াও অসমীয়া বিবাহিতা তিৰোতাই ওৰণি লোৱাটো সাধাৰণ ৰীতিৰ দৰে। তেজপুৰ দানপত্ৰত এসময়ত তিৰোতাই আনকি খোলা ঠাইত গা-ধোৱাৰো ইঙ্গিত আছে। বৰগাঁও দানপত্ৰত নগৰনাৰী আৰু নটীৰ কথা উল্লেখ কৰা বুলি অনুমান হয়। বনমালৰ দানপত্ৰত শিৱমন্দিৰৰ দেৱদাসীৰ কথা কোৱা হৈছে। ভালেমান সাহিত্যিক গ্ৰন্থ, বিশেষকৈ তান্ত্ৰিক পুথিসমূহত শিৱমন্দিৰৰ মন্দিৰ নৰ্তকী বা দেৱদাসীৰ অনুষ্ঠানৰ কথা কোৱা হৈছে। এওঁলোকৰ নৃত্য প্ৰধানতঃ পূজাৰ লগত জড়িত। এই দেৱদাসী অনুষ্ঠান অতিশয় প্ৰাচীন, ভূমধ্য সাগৰ অঞ্চলীয় লোকসকলৰ কাললৈ ইয়াৰ পম খেদি যাব পাৰি। এই অনুষ্ঠানৰ অৱস্থিতি বিশেষকৈ দক্ষিণ ভাৰতত নিচেই কমেও খৃষ্টীয় তৃতীয় শতিকালৈ আছিল

বুলি ঐতিহাসিক প্ৰমাণো পাবলৈ আছে। অসমতো হয়তো অতি প্ৰাচীন কালৰেপৰা এই অনুষ্ঠান আছিল আৰু অনাৰ্য্যসকলেই ইয়াৰ প্ৰচলন কৰিছিল। এই অনুষ্ঠান প্ৰকৃততে কোনো এক বিশেষ ৰূপত ধৰ্ম-স্বীকৃত বেশ্যাবৃত্তিৰ বাহিৰে আন একো নহয়। অসমত এই দেৱদাসীসকল নটী নামেৰে পৰিচিত আছিল। নটী শব্দৰ অৰ্থ মন্দিৰ-নৰ্তকী। আমি আগতে কৈ অহা মতে, বনমালৰ তেজপুৰ দানপত্ৰত থকা দেৱদাসীৰ উল্লেখেই প্ৰাচীনতম, এওঁ শিৱমন্দিৰলৈ তিৰোতা উৎসৰ্গ কৰিছিল বুলি কথিত আছে। কেৱল কামৰূপৰ ডুবিৰ শিৱ-মন্দিৰতেই নহয় হাজোৰ বৌদ্ধ-বৈষ্ণৱ মন্দিৰতো এই প্ৰথা এতিয়াও বৰ্তি আছে। অসমত তান্ত্ৰিক প্ৰভাৱতে এই অনুষ্ঠানৰ জন্ম হৈছিল বুলি অনুমান হয়। একোজনী কুমাৰীয়ে এটা মহৎ আদৰ্শেৰে উদ্বুদ্ধ হৈ বৌদ্ধ ভিক্ষুণীৰ দৰে জীৱন কটায়ো কেনেকৈ সাধাৰণ বেশ্যাৰ শাৰীলৈ নামি যাব পাৰিছিল আৰু তেওঁলোকক দেৱতাৰ মন্দিৰ অশুচী কৰিবলৈ কেনেকৈ দিয়া হৈছিল ভাবিলে আচৰিত হ'ব লগা হয়। ইয়াৰেই এটা চৰম বিকাশ দেখা যায় অসমৰ জনজাতিসকলৰ বিবাহ-পূৰ্বৰ অবিবাহিতসকলৰ সমূহীয়া আবাস মবং ঘৰৰ অনুষ্ঠানত।

## আহাৰ-পানী

সংশ্লিষ্ট যুগৰ আহাৰ আদিৰ বিষয়ত লিপিসমূহ নিমাত। সাহিত্যতো কেতিয়াবাহে ঘটনাক্ৰমে দুই এটা উল্লেখ পোৱা যায়। আহাৰৰ ক্ষেত্ৰত ভাৰতৰ আন ঠাইৰ লগত অসম নিমিলে। ভাতেই আছিল অসমীয়া হিন্দুৰ প্ৰধান খাদ্য। ব্ৰাহ্মণকে ধৰি সকলো শ্ৰেণীৰ লোকেই মাছ-মাংস খাইছিল। মাত্ৰ জন্তু বিশেষ তথা মাছ বিশেষৰ ক্ষেত্ৰত মাথোন বাধা-নিষেধ আছিল। জলবায়ু আৰু বাসিন্দাসকলৰ স্বভাৱৰ ওপৰতে আহাৰৰ স্বৰূপ নিৰ্ভৰ কৰিছিল। বৰ্ণাশ্ৰম পদ্ধতিৰ দৰেই অসমত আহাৰ-ৰীতিও উদাৰতাৰ ভেঁটিত গঢ়ি উঠিছিল আৰু বৈষ্ণৱ-সংস্কাৰৰ কাললৈকে এই উদাৰতা চলি আহিছিল। ব্ৰত, কাৰোবাৰ মৃত্যুত পালন কৰা অশৌচ আৰু সংক্ৰান্তি, একাদশী আদিৰ দৰে কাৰণতহে আহাৰাদিৰ বাধা-নিষেধ মানি চলা হৈছিল। এইবোৰ ক্ষেত্ৰত কেৱল আহাৰেই নহয় সংস্কৃতিৰ অন্যান্য বৈশিষ্ট্য মতে অনাৰ্য্যসকলৰ মিল আছে। যোগিনীতন্ত্ৰৰ মতে উচ্চজাতৰ লোকে দেখাত সাপৰ দৰে আৰু বাকলি নথকা মাছ নাখাইছিল: (মৎস্যানম্ চ সল্কহীনামস্ চ বৰ্জয়েত)। এইখন গ্ৰন্থতে হাঁহ, পাৰ,



কাছ, আনকি বন-গাহৰিও অনুমোদন কৰা হৈছে: (হংসম্ পাৰাৱতম্ ভক্ষং কূৰমং ৱৰাহমেৱ চ কামৰূপে পৰিত্যাগাদ দুৰ্গতিচ তস্য সম্ভাৱেত)। ছাগলী, হৰিণ, গঁড় আদিৰ মাংসও খোৱা হৈছিল। পিচৰ কোনো কোনো সূত্ৰৰপৰা গাহৰি মাংস খোৱাৰ কথাও জনা যায়। কলৰ কোমল মধুনাৰে গাহৰি মাংসৰ সুস্বাদু আঞ্জা কৰা হৈছিল। এতিয়ালৈকে পোৱা কোনো সূত্ৰত অসমীয়া হিন্দুৱে গো-মাংস খোৱাৰ কথা পোৱা নাযায়। প্ৰাচীন ভাৰতত আৰ্য্যসকলেও খাবৰ বাবে গো-বধ কৰা কথাত মতভেদ আছে। আৰ্য্যসকলৰ মাজত এই ৰীতিৰ প্ৰচলন থকাটো অসম্ভৱ নহয়। কিন্তু কোনো স্পষ্ট প্ৰমাণ নথকা বাবে অসমীয়া হিন্দুৰ ক্ষেত্ৰত এই বিষয়ে কোনো সিদ্ধান্তত উপনীত হ'ব পৰা নাযায়।

কলগছৰ পচলাৰ খাবৰ আঞ্জা অসমত অতি জনপ্ৰিয় আছিল। নিমখৰ সলনি ব্যৱহাৰ কৰা পানীত গজা শাকেৰে মাছৰ আঞ্জা কৰা হৈছিল। নানান ফলেৰে মাছৰ টেঙা খোৱা হৈছিল, চাউল, গাখীৰ আৰু চেনিৰে কৰা পায়স অসমীয়াৰ এবিধ বিশেষ আহাৰ। অসমীয়া আহাৰৰ নানান বৈশিষ্ট্যৰ কথা নানান পুথিত আছে; বিশেষকৈ যোগিনীতন্ত্ৰত দৈ, ঘি আৰু ম'হৰ গাখীৰেৰে নানান মিষ্টান্নৰ কথা উল্লেখ আছে। এই গ্ৰন্থ আৰু কুমৰ-হৰণত শাক-পাচলি, মাছ, মাংস, দালি আদিৰ নানা প্ৰিয় খাদ্যৰ ওপৰিও আৰ্দ্ৰক (আদা), জীৰক (জীৰা), পিপ্পলিয়াক (জলকীয়া), মৰিচ (জালুক), কৰ্পূৰ (কৰ্পূৰ), সৰিষা (সৰিয়হ) আদি বিভিন্ন মচলাৰ কথা উল্লেখ কৰা হৈছে। যোগিনীতন্ত্ৰত মূলাক, ৱাজক, ৱাস্তুক, পালঙ্গ, নালিকা, শুক্ৰ, লফা, চংগা, ঢেঁকীয়া আদি শাক-পাচলিৰ নাম আছে।

অৱশ্যে এই উল্লেখসমূহ সৰ্ব-সাধাৰণৰ জীৱনৰ পৰিপ্ৰেক্ষিতত কৰা হৈছিল বুলি বিশ্বাস কৰা উচিত নহয়। ইমানবোৰ আহাৰ্য্য পদৰ উল্লেখ থাকিলেও অসমীয়া আহাৰ প্ৰকৃততে সৰল-সহজ আছিল। এই খিনিতে এই কথাও কৈ থব পাৰি যে সৰহভাগ মানুহৰে দৈনন্দিন প্ৰয়োজনখিনি ঘৰতে উৎপন্ন কৰি লোৱা হৈছিল। প্ৰত্যেক গৃহস্থৰে নিজা গৰু-ম'হ, খেতিৰ পথাৰ, শাক-পাচলিৰ বাৰী, লাগনী গছ ইত্যাদি আছিল।

ঘৰতে কৰা চাউলৰ মদ—জনজাতিসকলে যাক লাওপানী বোলে, প্ৰায় সকলোৱে খাইছিল। অৱশ্যে অতীত অসমত ইয়াৰ প্ৰচলনৰ প্ৰমাণ প্ৰায় নথকাৰ দৰে। বাণে উল্লেখ কৰা মতে, ভাস্কৰে হৰ্ষলৈ "সুস্বাদু সুৰাৰ গন্ধ ওলাই থকা উল্লকৰ পাত্ৰ" পঠিয়াইছিল। বৰগাঁও লিপিত থকা 'মধুমদ' যিমান দূৰ সম্ভৱ মধুৰপৰা তৈয়াৰ কৰা হৈছিল। যোগিনী-

তন্ত্ৰত কামেশ্বৰীৰ পূজাৰ সন্দৰ্ভত মদৰ কথা কোৱা হৈছে : (ৰুধিৰৈৰ মাংস-মদ্যশ্চ পূজয়েৎ পৰমেশ্বৰীম্)। সম্ভৱতঃ সকলো মানুহৰ মাজত এই মদ প্ৰচলিত নাছিল। অসমীয়া মানুহৰ মাজত আন এটা জনপ্ৰিয় অভ্যাস আছিল তামোল-পাণ চোবোৱা। অনাৰ্য্য, বিশেষকৈ তামোল অতিশয় ভাল পোৱা খাচীসকলেই বোধহয় তামোল-পাণ প্ৰচলন কৰিছিল। অসমত প্ৰচুৰ তামোল-পাণ উৎপন্ন হোৱাৰ কথা লিপিসমূহ আৰু সাহিত্য-গ্ৰন্থ উভয়তে পোৱা যায়। যোগিনীতন্ত্ৰত এইবিধ বস্তু বিশেষকৈ মহিলা-সকলৰ মাজত অতিশয় প্ৰচলিত থকাৰ কথা কোৱা হৈছে। প্ৰকৃততে কেঁচা তামোল-পাণ চূণৰ সৈতে খোৱা প্ৰথা অসমৰ বাহিৰে ভাৰতৰ আন কোনো ঠাইতে দেখা নাযায়। এই কথা পৰবৰ্তী এগৰাকী মুছলিম লিখকে লিখি গৈছে। ফাথিয়াহ-ই-ইব্ৰিয়াত অসমীয়া মানুহে প্ৰচুৰ কেঁচা চুপাৰি খোৱাৰ কথা কোৱা হৈছে। এই বিধ বস্তু অসমত এতিয়াও সৰ্বজন প্ৰিয় আৰু ইয়াৰ এক বিশেষ সামাজিক তথা জাতীয় তাৎপৰ্য্যও আছে।

## সাজ-পাৰ—অলঙ্কাৰ আৰু অন্যান্য বিলাস-সামগ্ৰী

পুৰুষ-স্ত্ৰী নিৰ্বিশেষে অসমীয়া মানুহৰ সাজ-পাৰ আৰু অলঙ্কাৰ-পাতিৰ বিষয়ে সাহিত্য, লিপিসমূহ আৰু সংশ্লিষ্ট কালৰ ভাস্কৰ্য্য আদিৰপৰা জানিব পৰা যায়। অসমীয়া সাজ-পাৰক বস্ত্ৰ বা আচ্ছাদন বোলা হৈছিল বুলি কালিকা-পুৰাণত কোৱা হৈছে। চিলোৱা (সূচীবিধম্) আৰু নিচিলোৱা দুয়োবিধৰ সাজৰে উল্লেখ আছে। ভাস্কৰ্য্যসমূহৰপৰা অনুমান হয় সাধাৰণতে পুৰুষে আজি কালিৰ 'ধুতি'ৰ দৰে এখন 'পৰিধান' পিন্ধিছিল। কঁকালত মেৰিয়াই লোৱা বস্ত্ৰ কঁকালত 'পৰিবেশ'ৰে বান্ধি ৰখা হৈছিল। সন্মুখৰ পিনে কোচ থকা এই বস্ত্ৰ জানু বা তাৰ কিঞ্চিত তললৈ ওলমি থাকিছিল। বাণৰ মতে হৰ্ষই এখন 'পৰিবেশ' হংসবেগলৈ পঠিয়াইছিল। একেই গ্ৰন্থত চমৰাৰ 'পৰিবেশ'ৰো উল্লেখ আছে। গাৰ ওপৰ ভাগত থকা 'উত্তৰীয়' সাধাৰণতে ওখ শ্ৰেণীৰ লোকেহে পিন্ধিছিল। কোনো ভাস্কৰ্য্যত চোলা পিন্ধাৰ প্ৰমাণ নাই। উচ্চ পদৰ পুৰুষে মূৰত 'পাগুৰি' মাৰিছিল। কনোজৰ ধৰ্ম-অনুষ্ঠানত ৰজা ভাস্কৰে মূৰত ৰত্নখচিত মুকুট পিন্ধিছিল। এই প্ৰথা অনেক কাল ধৰি চলিছিল আৰু এতিয়াও গাঁৱৰ মুখিয়াল লোকে মূৰত পাগুৰি মাৰে, নহ'লেও কাপোৰ এখনকে মেৰিয়াই থয়। পৰৱৰ্তী মুছলমান লিখক কাজিমেও এই কথা উল্লেখ কৰিছে। জনজাতিসকলৰ মাজত বিভিন্ন প্ৰকাৰৰ শিৰাভৰণ প্ৰচলিত আছিল।



খাচী আৰু মণিপুৰীসকলে বিশেষকৈ এই পদ বস্তু অতি ভাল পাইছিল।

মহিলাসকলৰ সামাজিক অৱস্থা, বিবাহিতা বা অবিবাহিতা ভেদে বেলেগ বেলেগ সাজ-পাৰ আছিল। সাধাৰণতে তেওঁলোকে দুপদ কাপোৰ পিন্ধিছিল। এপদ দেহাৰ ওপৰ ভাগত, এপদ তল ভাগত। তললৈ ওলমি থকা পদ কঁকালত 'নিবিবন্ধ'ৰে বান্ধি ৰখা হৈছিল। গোটেই পোছাকটোৰ ভিতৰতে আছিল কঁকালত পিন্ধা এখন মেখেলা, ওপৰত এটা চোলা বা বক্ষস্থলত এখন ৰিহা আৰু এখন চাদৰ। চাদৰৰ এটা আগ কঁকালত খুঁচি আনটো আগ বুকুৰ ওপৰেদি নি কান্ধত পেলাই থোৱা হয়। এই সাজ-পাৰত নানান ৰকমৰ হাতৰ কাম কৰা হৈছিল আৰু একোযোৰা বিশেষ বিশেষ সাজ-পাৰে একোগৰাকী তিৰোতাৰ বিশেষ সামাজিক আসন সূচাইছিল। দুখীয়াসকল একোখন মেখেলা-চাদৰ লৈয়ে সন্তুষ্ট থাকিব লগা হৈছিল। বিবাহিতা তিৰোতাই মূৰত ওৰণি লৈছিল আৰু হাতী দাঁতৰ বা কাঠ বা বাঁহৰ অসমীয়াত কাকৈ (কঙ্কতিকা) বোলা ফণিৰ সহায়ত সুন্দৰকৈ কেশ-বিন্যাস কৰিছিল। বৰগাঁও লিপিত তিৰো-তাই অঙ্গসজ্জা কৰোঁতে ৰত্নখচিত আৰ্চী (মণিময় দৰ্পণ) ব্যৱহাৰ কৰিছিল বুলি উল্লেখ আছে। দুই ভ্ৰূৰ মাজত কপালত ৰঙা সেন্দুৰৰ 'তিলকে' তেওঁলোকৰ নাৰীসুলভ কমনীয়তা বৃদ্ধি কৰাৰ উপৰিও বিবাহিতা নাৰী বুজাইছিল।

কপাহ, ৰেচম, পচম আৰু চামৰাৰ বংকৰা আৰু নকৰা আৰু বনকৰা বস্ত্ৰৰ ব্যৱহাৰ হোৱাৰ প্ৰমাণ পোৱা যায়। কুটীৰ-শিল্পৰ উন্নতি আৰু প্ৰায় সকলোৰে ঘৰত থকা তাঁতৰপৰা অসমীয়া মানুহে ব্যৱহাৰ বাবে পৰ্য্যাপ্ত কাপোৰ পাইছিল। তদুপৰি কাপোৰ সৰবৰাহ কৰা তাঁতীৰ (তন্তুবায়) এটা সম্প্ৰদায়েই আছিল। কৰ্পাস (কপাহ), কম্বল (পচম), বল্কল (গছৰ ছাল), কোষজ (পলুজাত) আৰু বনজ (শানবস্ত্ৰম্) আদিৰ নানাবিধৰ কাপোৰৰ উল্লেখ কালিকা পুৰাণত আছে। এই কাপোৰ কেনেকৈ তৈয়াৰ কৰা হৈছিল সেইকথা আমি অন্য ঠাইত বৰ্ণনা কৰিছোঁ। তাত আমি ভাৰতীয় মধ্যযুগৰ (classical) উল্লেখেৰে ৰেচম-শিল্পৰ ক্ষেত্ৰত অসমৰ অৱদানৰ কথাও উল্লেখ কৰিছোঁ। কৌটিল্যই কামৰূপৰ সুবৰ্ণকুড্যত ক্ষৌম, দুকুল আৰু পত্ৰোৰ্ণ উৎপন্ন হোৱাৰ কথা কোৱা, আৰু হৰ্ষচৰিতত বিভিন্ন উল্লেখৰ পটভূমিত আমি এইবোৰ অসমৰ এৰী, মুগা আৰু পাটৰ বাহিৰে আন একো নহয় সেই কথাও দেখুৱাবলৈ যত্ন কৰিছোঁ।

গছৰ বাকলিৰ আঁহেৰে কাপোৰ কৰা প্ৰথা জনজাতিসকলৰ মাজত সুপ্ৰচলিত। এৰী কাপোৰ উমাল। এতিয়াৰ দৰেই সকলো শ্ৰেণীৰ মানুহে এই কাপোৰ ব্যৱহাৰ কৰিছিল। মুগা কাপোৰ সাধাৰণতে ধনী-লোকসকলে সকলো ঋতুতে ব্যৱহাৰ কৰিছিল। পাট কাপোৰ সাধাৰণতে বিত্তশালী লোকৰ তিৰোতসকলে পিন্ধিছিল। উছৱ আদিত পুৰুষেও পাটৰ কাপোৰ পিন্ধিছিল। মুগা আৰু দুয়োবিধ কাপোৰেই নিমজ আৰু মূল্যবান। আমি বনকৰা আৰু ৰংকৰা কাপোৰৰ কথা ইতি-মধ্যে উল্লেখ কৰিছোঁ। হৰ্ষচৰিতত এনে কাপোৰৰ উল্লেখ আছে। ইয়াৰে কিছু অংশ ভাস্কৰে হৰ্ষক উপহাৰ দিয়া। একেই উল্লেখ কালিকা পুৰাণ আৰু কাজিমৰ ৰচনাতো আছে। আনকি মধ্যযুগীয় গ্ৰন্থাদিতো নাৰে কাপোৰ ৰং দিয়া কথাৰ উল্লেখ আছে। বৰ্তমান প্ৰায় সকলো অসমীয়া তিৰোতায়ে বনকৰা কাপোৰ পিন্ধে। তেওঁলোকৰ ৰিহা আৰু চাদৰত ফুল লতা আদিৰ ধুনীয়া ধুনীয়া চানেকি থাকে। কালিকা পুৰাণৰ মতে ৰঙা আৰু হালধীয়া পোছাকে সম্ভ্ৰম বুজায়। কিন্তু ধৰ্মীয় অনুষ্ঠানত ৰঙা-নীলা পিন্ধা অনুমোদন কৰা নহৈছিল। এতিয়াও অসমীয়া তিৰোতাই ৰন্ধা-বঢ়া আদি কৰোঁতে ৰঙীন কাপোৰ পিন্ধে। বিশেষকৈ জনজাতিৰ তিৰোতাৰ মাজত ৰঙীন কাপোৰ প্ৰিয়।

অতি প্ৰাচীন কালৰপৰাই ভাৰতত অলঙ্কাৰৰ ব্যৱহাৰ প্ৰচলিত। অসমীয়া সাহিত্যত ভাস্কৰ্য্য আদিৰপৰা অসমতো ইয়াৰ প্ৰচলন থকা কথা জনা যায়। আমি স্থানবিশেষত কুমাৰ আৰু সোণাৰি আদিৰ প্ৰতিষ্ঠানৰ কথা কৈছোঁ। কালিকা পুৰাণত অসমীয়া তিৰোতাই মূৰৰপৰা ভৰিলৈ পিন্ধা বিবিধ অলঙ্কাৰৰ বিস্তাৰিত তালিকা আছে। বাস্তৱপক্ষত হয়তো তাৰে কেইপদমান ধনীৰ তিৰোতাই পিন্ধিছিল। সাধাৰণতে অলঙ্কাৰ-সমূহ সোণ বা ৰূপেৰে গঢ়া হৈছিল আৰু মূল অলঙ্কাৰখিনি ভৰি, আঙুলি, বাহু, কব্জি, ডিঙি আৰু কপালত পিন্ধা হৈছিল। কালিকা পুৰাণৰ মতে ডিঙিৰ ওপৰত ৰূপৰ অলঙ্কাৰ পিন্ধা নহৈছিল (গ্ৰীবোৰ্দ্ধদেশে ৰৌপ্যন্তু ন কদাচিচ্চ ভূষণম্)। একেই পুৰাণত লো আৰু কাঁহৰ অলঙ্কাৰ পিন্ধিব নোৱাৰে বুলি কোৱা হৈছে। আন ধাতুৰ অলঙ্কাৰ দেহৰ নিম্নাং-শত মাত্ৰ পিন্ধিব পাৰি। কিন্তু প্ৰকৃততে এই নিয়মবোৰ মানি চলা হৈছিল নে নাই জনা নাযায়। ভাস্কৰ্য্যবোৰত বাখৰ পতোৱা হাৰৰ নমুনা পোৱা যায়। কেতিয়াবা সেই হাৰৰ মাজভাগত একোটা 'লকেট' থাকে। ডিঙিৰ চেপেটা অলঙ্কাৰক গলপতা বোলা হৈছিল। বাহুত কেয়ূৰ আৰু অঙ্গদ পিন্ধা হৈছিল। ব্ৰেচলেটক বোলা হৈছিল কঙ্কণ। বালা আদিৰ



ব্যৱহাৰো আছিল। কাণত কুণ্ডল আৰু ভৰিত নূপুৰ পিন্ধা হৈছিল। তেজপুৰৰ বনমালৰ দানলিপিত উল্লেখ থকা সৰু সৰু টিলিঙা লগোৱা কিঙ্কিণী অবিবাহিতা গাভৰুৱে ভৰিত পিন্ধিছিল। বিবাহিতা তিৰোতাই চুলিৰ ঠিক তলত কপালত ললাটিকা পিন্ধিছিল। অৱশ্যে অলঙ্কাৰৰ ব্যৱহাৰ ব্যক্তিৰ সামৰ্থ্যৰ ওপৰত নিৰ্ভৰ কৰিছিল। দুখীয়াসকলে মূল্যবান অলঙ্কাৰ পিন্ধিব নোৱাৰিছিল।

কোনো কোনো সূত্ৰৰপৰা সুগন্ধি দ্ৰব্য আৰু প্ৰসাধন সামগ্ৰীৰ প্ৰচলন থকা কথাও জানিব পৰা যায়। সাহিত্য আৰু লিপিত থকা প্ৰচুৰ অগৰু-চন্দন কাঠ, কস্তুৰীমৃগ, গোশীৰ্ষ আৰু সুগন্ধি তেল আদিৰ কথা আমি আন ঠাইত আলোচনা কৰিছোঁ। অৰ্থশাস্ত্ৰৰ ভেঁটিত আমি অসমৰ বিভিন্ন ঠাইত পোৱা জোঙ্গ, ডোঙ্গ, গ্ৰামেৰু, জাপ, তুৰূপা ইত্যাদি নানা বিধৰ চন্দন আৰু ভেষজ গছৰ কথাও উল্লেখ কৰিছোঁ। এইখন গ্ৰন্থতে অসমত পোৱা অশোকগ্ৰামক, জোঙ্গক, গ্ৰামেৰুক, সুবৰ্ণকুণ্ড্যক, পূৰ্ণদ্বীপক, পাৰ-লৌহিত্যক, আন্তৰবাত্য, কালকেয় আদি নানান সুগন্ধি দ্ৰব্যৰ (তৈল-পৰ্ণিক) বিস্তাৰিত তালিকা দিয়া হৈছে। হৰ্ষচৰিততো এইবোৰ নাম পোৱা যায়। ইয়াৰ উপৰি কালিকা পুৰাণত চূৰ্ণীকৃত (পাউডাৰ), ঘৃষ্ট (পে'ষ্ট), দাহকৰ্ষিত (ছাই), সম্মৰ্দজৰস (ৰস), প্ৰাণ্যঙ্গোদ্ভৱ (কস্তুৰীৰ দৰে) ইত্যাদি নানান সুগন্ধিৰ ব্যৱহাৰৰ কথা কোৱা হৈছে।

গা-ধোৱাৰ পাচত তিৰোতাই, কেতিয়াবা পুৰুষেও, সুগন্ধি তেল ব্যৱহাৰ কৰা প্ৰথা অতীতৰেপৰা অসমত চলি আহিছে। তেজপুৰ দানপত্ৰত তিৰোতাই সুগন্ধি তেল আৰু বুকুত সুগন্ধি দ্ৰব্য ঘঁহাৰ কথা কোৱা হৈছে। সুগন্ধিৰ ব্যৱহাৰে ৰূপ-লাৱণ্য বৃদ্ধি কৰে বুলি বিশ্বাস কৰা হয়। কিন্তু পূজা উৎসৱ আদিতো ইয়াক ব্যৱহাৰ কৰা হৈছিল। সকলো ধৰ্মনৈতিক আৰু সামাজিক অনুষ্ঠানত চন্দনৰ ঘৃষ্ট (Paste) ব্যৱহাৰ কৰা হৈছিল। সুগন্ধিৰ ব্যৱহাৰৰ ওপৰত কালিকা পুৰাণে বিশেষ গুৰুত্ব আৰোপ কৰিছে।

কালিকা পুৰাণৰ মতে চকুত অঞ্জন ঘঁহাৰ দৰে দাঁতত ৰং দিয়াও তিৰোতাসকলৰ অতি প্ৰিয় অভ্যাস আছিল। এতিয়াও অসমৰ কোনো কোনো গাঁৱৰ দাঁত ক'লা কৰি লয়।

বিলাসৰ অন্যান্য সামগ্ৰীৰ ভিতৰত বাঁহ, বেত বা খজুৰ পাতৰ বিচনি, মালা, পদাভৰণ, দৃষ্টি, ছাতি, জাপি ইত্যাদিৰ কথা উল্লেখ কৰিব পাৰি। পদাভৰণ সাধাৰণতে কাঠ আৰু হৰিণাৰ ছালেৰে কৰা হৈছিল (খড়ম)। বল্লভদেৱৰ দানপত্ৰত চামৰাৰ চেণ্ডেলৰ উল্লেখ আছে। ছাতি সাধাৰণতে

কপাহী কাপোৰেৰে কৰা হৈছিল। এইখিনিতে উল্লেখ কৰিব পাৰি, প্ৰাচীন অসমত ৰজাসকলে ব্যৱহাৰ কৰা আভোগ ছাতিয়ে ৰাজ-সন্মান সূচাইছিল। আহোম ৰজাসকলৰ দিনত ইয়াৰ সলনি জাপি ব্যৱহাৰ কৰা হৈছিল। ছত্ৰ আৰু জাপি দুয়োটাই প্ৰায়ে দেৱ-দেৱীৰ ছাঁৰ বাবে ব্যৱহৃত হৈছিল। এই কেইপদ বিলাস আৰু জীৱনৰ প্ৰয়োজনীয় সামগ্ৰীৰে সৈতে অতীতৰ অসমীয়া লোকে প্ৰায় নিৰাড়ম্বৰ সৰল-সহজ জীৱন যাপন কৰিছিল।

## সামৰণি

আহোম ৰাজত্বৰ আগৰ কালছোৱাৰ অতীত অসমৰ সৰ্বসাধাৰণ ৰাইজৰ সামাজিক জীৱন সম্পৰ্কে ওপৰত কৰি অহা আলোচনাৰপৰা থূলমূলভাৱে জানিব পৰা যাব। সংশ্লিষ্ট প্ৰশ্নত এটা সিদ্ধান্তত উপনীত হ'ব পৰাকৈ আমাৰ হাতত পৰ্য্যাপ্ত সমলৰ অভাৱ। হ'লেও বিভিন্ন জাতি-উপজাতিৰ মাজৰ সমন্বয় আৰু সংমিশ্ৰণেই ইয়াৰ প্ৰধানতম বিশিষ্টতা বুলি বিশ্বাস কৰাৰ যথেষ্ট অৱকাশ যে আছে সেই কথা প্ৰমাণ কৰাৰ চেষ্টা আমি কৰিছোঁ। বিশেষকৈ অনাৰ্য্যসকলে হিন্দুসমাজ ব্যৱস্থাৰ মূল জঁকাটোৰ প্ৰায় সকলো অঙ্গলৈকে যে প্ৰভূত অৱদান আগ বঢ়াইছিল আৰু পৰোক্ষে বা প্ৰত্যক্ষে এই সমাজক প্ৰভাৱান্বিত কৰিছিল তাত কোনো দ্বিমত হ'ব নোৱাৰি। বৈবাহিক সম্বন্ধ, আহাৰ-বিহাৰৰ অভ্যাস ইত্যাদিত তুলনামূলকভাৱে উদাৰতাই অসমীয়া সমাজ-জীৱনৰ অন্যতম বৈশিষ্ট্য। আৰু ইয়াৰ মূলতে আছে অসমীয়াৰ জনসাধাৰণৰ সংমিশ্ৰিত ৰূপ আৰু তান্ত্ৰিক প্ৰভাৱ। সেয়ে হ'লেও অতি পুৰণি কালতো অসমীয়া সমাজে যি প্ৰগতি লাভ কৰিব পাৰিছিল তাৰ লগত সমসাময়িক কালৰ ভাৰতবৰ্ষৰ যি কোনো অঞ্চলৰ সমাজ-সংস্কৃতিৰ সাৰ্থক তুলনা কৰিব পৰা যায়। অকল এয়ে নহয়, খাদ্য আৰু সাজ-পাৰে সামূহিক আৱশ্যকতা পূৰণ কৰাৰ উপৰিও ইয়াৰ প্ৰাচুৰ্য্যই ব্যক্তিগত আৰু দলগত আত্মবিশ্বাসৰ পৰিচয় দিয়ে। লগতে অসমীয়া সমাজৰ উদাৰ, মাৰ্জিত সামাজিক আচৰণ, অনুষ্টুপীয়া আহাৰ আৰু গহীন সাজ-পাৰ সমগ্ৰ দেশৰে গৌৰৱময় ঐশ্বৰ্য্য।*

---

* মূল ইংৰাজীপৰা অনূদিত।

# পুৰণি অসমৰ চিত্ৰকলা

ডঃ মহেশ্বৰ নেওগ

১৯৪৯ চনত চিত্ৰ-ভাগৱত গ্ৰন্থ প্ৰকাশ পোৱাৰ লগে লগে মধ্যযুগৰ ভাৰতীয় চিত্ৰকলাৰ প্ৰতি আগ্ৰহশীল লোকৰ চকুৰ আগত এটি অভিনৱ অনুদঘাটিত অধ্যায় দাঙি দৰা হয়। মহাপুৰুষ শঙ্কৰদেৱে (১৪৪৯–১৫৬৮) অসমীয়াত ৰূপ দিয়া ভাগৱত-পুৰাণৰ দশম স্কন্ধৰ (পূৰ্ব) পাণ্ডুলিপিৰপৰা কিছুমান সৰু সৰু চিত্ৰ ইয়াত পুনৰ্মুদ্ৰণ কৰি দেখুৱা হৈছে। মূল গ্ৰন্থখন নগাঁও জিলাৰ বালি-সত্ৰ বৈষ্ণৱ মঠৰ শ্ৰীশিৱেন্দ্ৰনাৰায়ণ দেৱ গোস্বামী অধিকাৰৰপৰা পোৱা গৈছে। পুথিখনত সময় নিৰ্দেশ দিয়া হৈছে ১৪৬১ শক অৰ্থাৎ ১৫৩৯ খৃঃ বুলি। এই তাৰিখটো বিশেষভাৱে উল্লেখযোগ্য এই কাৰণেই যে, ইয়াৰ চিত্ৰাঙ্কনসমূহ ৰাজপুত-মোগল চিত্ৰ পদ্ধতিৰ। কিন্তু এই পদ্ধতিৰ ইমান পুৰণি চিত্ৰৰ নিদৰ্শন প্ৰায় পোৱা নাযায় বুলিব পাৰি। এই পুথিখনৰ গৰাকী আৰু আমাৰ তেতিয়াৰ ছাত্ৰ স্নাতকোত্তৰ শ্ৰেণীৰ শ্ৰীহৰেন্দ্ৰনাৰায়ণ দেৱ গোস্বামীৰ সৌজন্যত আমি শেষৰ পৃষ্ঠাত থকা চিত্ৰসমূহৰে সৈতে মাজৰ কিছু পৃষ্ঠা পৰীক্ষা কৰি চোৱাৰ সুযোগ পাইছিলোঁ। আমাৰ চকুত দুটা বিশেষত্বপূৰ্ণ কথা ধাইকৈ ধৰা পৰিছিল : প্ৰথমতঃ, তুলাপাতৰ (কপাহেৰে তৈয়াৰী) ওপৰত কথাবোৰ লিখা আৰু চিত্ৰসমূহ আঁকা হৈছিল; দ্বিতীয়তঃ লিখিত তাৰিখ ১৪৬১ শক সম্ভৱতঃ পুথিখন ৰচনাৰ প্ৰকৃত তাৰিখ নহয়, পিচত কোনোবাইহে সেই তাৰিখটো তাত ভৰাই দিছে। পৰীক্ষাৰ বাবে দুটা পাত পঠোৱা বোম্বাই সংগ্ৰাহালয়ৰ ডক্টৰ মোহিতচন্দ্ৰৰ মতে এই পাণ্ডুলিপিটো সপ্তদশ শতিকাৰ শেষ অথবা অষ্টাদশ শতিকাৰ প্ৰথম ভাগৰ। ( Journal of the University of Gauhati, Vol. V, p. 156 )

অসমত ভালে কেইখন সচিত্ৰ প্ৰাচীন হাতে-লিখা পুথি পোৱা গৈছে। তাৰে ভিতৰত ঘাই ঘাই কেইখনমানৰ কথা উল্লেখ কৰা হ'ল। চিত্ৰ-ভাগৱত নামে জনাজাত ভাগৱত-পুৰাণ। কামৰূপ অনুসন্ধান সমিতিৰ

পাঠাগাৰত থকা লৱ-কুশৰ যুদ্ধৰ দুখন অসম্পূৰ্ণ গ্ৰন্থ। দৰং ৰাজ বংশৰ চৰকাৰী কাতত-পত্ৰৰ লগত পোৱা সমুদ্ৰ-নাৰায়ণৰ বংশাৱলী বা দৰং ৰাজবংশাৱলী। ৰমাকান্ত দ্বিজ বিৰচিত আৰু বিজয় খনিকৰৰ দ্বাৰা চিত্ৰিত বনমালীদেৱৰ চৰিত পুথি। শিৱসাগৰৰ বাৰেঘৰ সত্ৰত থকা ৰামানন্দ কায়স্থৰ কুমৰহৰণ। অসম চৰকাৰৰ বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ হাতত থকা কবিৰাজ চক্ৰৱৰ্তীৰ শঙ্খচূড় বধ। একেজন কবিৰে স্বৰ্গদেও ৰুদ্ৰসিংহৰ ( ১৬৯৬-১৭১৪ ) আদেশত ৰচিত আৰু চিত্ৰিত কামৰূপ অনুসন্ধান সমিতিৰ পুথিভঁৰালত থকা গীত-গোবিন্দ। এইখনত ৰাজসভাৰ পাঁচোটা ক্ষুদ্ৰ প্ৰতিচ্ছবি আছে। কামৰূপ অনুসন্ধান সমিতিৰে পুথিভঁৰালত থকা মাধৱ কন্দলীৰ ৰামায়ণৰ সুন্দৰাকাণ্ড (১৬৩৭ শক/১৭১৫ খৃঃ)। ১৬৪ পাতৰ ১১৮ পাতলৈকে অসংখ্য ডাঙৰ আৰু স্পষ্ট চিত্ৰ থকা একেই পুথিভঁৰালতে থকা ঘনশ্যাম খাৰঘৰীয়া ফুকনৰ (১৭৯৫-১৮৮০) কল্কি পুৰাণ। স্বৰ্গদেও শিৱসিংহ আৰু তেওঁৰ ৰাণী প্ৰমথেশ্বৰীৰ (১৭১৪-) দিনত ৰচিত শাক্ত-পুথি অনন্ত আচাৰ্য্যৰ অনন্ত-লহৰী। স্বৰ্গদেও শিৱসিংহ আৰু ৰাণী অম্বিকাদেৱীৰ আদেশত ১৭৩৪ খৃঃত সুকুমাৰ বৰকাথে থলুৱা অভিজ্ঞতা আৰু সংস্কৃত গজশাস্ত্ৰৰ আলমত ৰচনা কৰা হাতীৰ বিষয়ে লিখা হস্তী-বিদ্যাৰ্ণৱ। বৰ্তমান এই পুথি বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ হাতত গুৱাহাটীত আছে। কবিচন্দ্ৰ দ্বিজৰ বৃটিচ মিউজিয়ামত থকা ধৰ্ম-পুৰাণৰ এটি আলোক চিত্ৰ বৰ্তমান বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগে সংগ্ৰহ কৰিছে। ইয়াৰ ওপৰিও আমি গুৱাহাটীৰ অধ্যাপক উপেন্দ্ৰচন্দ্ৰ লেখাৰুৰ হাতত থকা তুলাপাতত লিখিত আৰু চিত্ৰিত মাধৱ কন্দলী বিৰচিত ৰামায়ণৰ লঙ্কা-কাণ্ডৰ অসম্পূৰ্ণ এটি অংশ দেখিবলৈ পাইছোঁ। যোৰহাটৰ শ্ৰীবংশীধৰ বৰুৱাৰ পৰিয়ালত অলঙ্কাৰসমূহ সোণোৱালী বৰণেৰে বোলোৱা এখনি ৰামসৰস্বতীৰ মহাভাৰতৰ উদ্যোগ পৰ্বৰ সচিত্ৰ পুথি আছে। আকৌ নিত্যানন্দ কায়স্থৰ শ্ৰীভাগৱত-মৎস্য-চৰিত্ৰ পুথিৰ কাঠৰ মলাট আৰু কিছুমান পৃষ্ঠাত বিষ্ণুৰ দশাৱতাৰৰ কেবাটাও চিত্ৰ আৰু অনন্ত, হয়গ্ৰীৱ, ব্ৰহ্মা আদিৰ চিত্ৰ দেখিবলৈ পোৱা যায়।

অসমৰ এই সচিত্ৰ প্ৰাচীন পুথিবিলাকৰ বিষয়ে ক'বলৈ গৈ ডক্টৰ সূৰ্য্যকুমাৰ ভূঞাই লিখিছে, "পুথি নকল কৰোঁতাসকলে লিখা একোখন পুথিৰ অঙ্গসজ্জা কৰিবৰ বাবে সাধাৰণতে চিত্ৰশিল্পী নিয়োগ কৰা হৈছিল। কেতিয়াবা এই লিখোঁতাজনে নিজেই চিত্ৰত অঙ্কন কৰিব পাৰিছিল। নহ'লে সেই উদ্দেশ্যত নিয়োজিত শিল্পীয়ে চিত্ৰৰ বাবে এৰি যোৱা ঠাই



উপযুক্ত চিত্ৰেৰে পূৰাই দিছিল। মহাকাব্যসমূহ, যাইকৈ ৰজা-ৰাজকুমাৰ, ডাঙৰীয়া বা মুখ্য গোসাঁইসকলৰ সন্তুষ্টিৰ অৰ্থে ৰচিত গ্ৰন্থসমূহ সাধাৰণতে চিত্ৰিত কৰা হৈছিল। কোনো ক্ষেত্ৰত ভিতৰত চিত্ৰ আঁকা সম্ভৱ নহ'লে দাঁতিৰ এৰি যোৱা ঠাইবোৰতে চিত্ৰ আঁকা হৈছিল। অনেক পুথিত মহাপাপ আৰু হিন্দু বিশ্বাস অনুসৰি পুনৰ্জন্মৰ চিত্ৰ আঁকা হৈছিল। ধৰ্ম নিৰপেক্ষ চিত্ৰসমূহত সাধাৰণতে ৰাজ সিংহাসন বা হাতীৰ ওপৰত বহি থকা ৰজা-ৰাণীৰ ছবি অথবা যুদ্ধক্ষেত্ৰত সৈন্যদলৰ ছবি দেখা যায়। চিত্ৰসমূহত প্ৰায় সকলো ৰঙেই ব্যৱহাৰ কৰা হৈছিল, যদিও হালধীয়া আৰু সেউজীয়া ৰঙৰেই প্ৰাধান্য দেখা যায়। অতিশয় গাঢ় আৰু স্থায়ী এই ৰংসমূহ তৈয়াৰ কৰা প্ৰণালী বৰ্তমান বিস্মৃতিৰ গৰ্ভত। শঙ্কৰদেৱৰ জীৱন-চৰিতবোৰত মাজে মাজে শিষ্য-পৰিবেষ্টিত শ্ৰীশঙ্কৰদেৱক শিক্ষা-মুদ্ৰাত উপৱেশনৰ চিত্ৰ দেখিবলৈ পোৱা যায়।"

সাধাৰণতে নকল কৰোঁতাজনে এৰি যোৱা ঠাইতে চিত্ৰবোৰ আঁকা হয়। কিন্তু যেতিয়া কোনো এখন চিত্ৰিত গ্ৰন্থৰপৰা নতুন পুথি নকল কৰি উলিয়াব লগা হয় তেতিয়া নকল কৰাৰ আগতেই সৰু সৰু চিত্ৰবোৰ আঁকি লোৱা হয়। কামৰূপ অনুসন্ধান সমিতিৰ পুথিভঁৰালত থকা দুখন অসম্পূৰ্ণ লৱ-কুশৰ যুদ্ধ পুথিৰপৰা এই কথা ধৰিব পাৰি। দাঁতিত চিত্ৰ থকা পাণ্ডুলিপিক লতা-কটা পুথি বুলি জনা যায়। চিত্ৰকৰসকল খনিকৰ বোলা এটা খেলৰ মানুহ আৰু লিখোঁতাসকলক লিখক বোলা হয়। খনিকৰজন অশিক্ষিত মানুহ হ'ব পাৰে, কিন্তু তথাপিও চাই চাই চিত্ৰ আঁকা বা লিখাত তেওঁৰ কোনো অসুবিধা নহয়। নাট অভিনয়ৰ বাবে মুখা আদিও এই খনিকৰসকলেই সাজি দিছিল। আৰু চিত্ৰাঙ্কন বা মূৰ্তি দুয়োটা কথাই প্ৰতিমা শব্দৰ দ্বাৰা বুজোৱা হৈছিল।

পাণ্ডুলিপিৰ বাবে সাঁচি বা অগৰু গছৰ ছাল ব্যৱহৃত হৈছিল। এই ছালবোৰ লিখা আৰু অঙ্কন কৰাৰ বাবে তৈয়াৰ কৰাৰ যথেষ্ট উন্নত পদ্ধতি আছিল। "মাটিৰপৰা চাৰি ফুট ওখত ৩০ বা ৩৫ ইঞ্চি বেৰৰ পোন্ধৰ-যোল বছৰীয়া বয়সৰ সাঁচিগছ এই উদ্দেশ্যে বাছি লোৱা হয়। ইয়াৰ পৰা ৩ৰ পৰা ২৭ ইঞ্চি পৰ্য্যন্ত বহল ৬ৰ পৰা ১৮ ফুটলৈ দীঘলকৈ ছালবোৰ এৰুৱাই লোৱা হয়। ভিতৰ ভাগ বাহিৰমুৱাকৈ এই বাকলি-বোৰ মেৰিওৱা হয়। বাহিৰৰ সেউজীয়া ভাগ ভিতৰফালে থাকে। তাৰ পাচত কেবাদিনো ৰ'দত শুকুৱা হয়। তাৰ পাচত সেইবোৰ হাতেৰে কাঠৰ তক্তা বা তেনে কিবা টান বস্তুত ঘঁহাই বাহিৰৰ খহটা ভাগ মিহি কৰা হয়। তাৰ পিচৰ এনিশা নিয়ৰাই থোৱা হয়।

পিচদিনা পুৱা ওপৰৰ নিকৰিখন সাৱধানে গুচাই ছালবোৰ ৯ৰ পৰা ২৭ ইঞ্চি দীঘল ৩ৰ পৰা ১৮ ইঞ্চি বহলকৈ সুবিধাজনক আকাৰত কটা হয়। এতিয়া সেইবোৰ এঘণ্টামান চেঁচা পানীত বুৰাই থৈ তাৰ আঠা-বোৰ গুচোৱা হয় আৰু তাৰ পাচত কটাৰীৰে চাঁচি ওপৰখন সমান কৰা হয়। তাৰ পাচত ৰ'দত ভালকৈ শুকুৱাই পোৱা ইটাৰে ঘঁহা হয়। মাটি-মাহেৰে তৈয়াৰ কৰা এক প্ৰকাৰ কৰাল সানি হালধীয়া ৰঙেৰে ৰোলোৱা হয়। আকৌ শুকুৱাই এবিধ ধাতুৰে মোহাৰি চিকচিকীয়া কৰা হয়। ফলত লিখিবৰ উপযোগী একোখিলা পাত সাজু হৈ পৰে।"(গেইটৰ অসম বুৰঞ্জী) ব্ৰহ্মপুত্ৰৰ দক্ষিণকোলত প্ৰচুৰ পৰিমাণে সাঁচিগছ উৎপন্ন হৈছিল। হৰ্ষচৰিতত উল্লেখ কৰা হৈছে "তিয়হৰ ৰং আৰু এক প্ৰকাৰ ভেষজ গছৰ ছালেৰে তৈয়াৰী লিখাৰ সঁজুলি, "তুলি আৰু ৰং থ'ৰ পৰা লাওৰ লোটা লগোৱা বাকচ" আৰু "সোণোৱালী বাঁহেৰে তৈয়াৰী চৰাইৰ সজা" কামৰূপৰ ৰজা ভাস্কৰবৰ্মণে উত্তৰভাৰতৰ হৰ্ষবৰ্দ্ধন শিলাদিত্যলৈ উপহাৰ পঠিয়াইছিল।

মূলতে কপাহৰপৰা তৈয়াৰী তুলাপাততো লিখাৰ কাম কৰা হৈছিল। চিত্ৰ-ভাগৱতৰ মূল গ্ৰন্থ ভাগৱত-পুৰাণ এই বিধৰ কাকততে লিখা হৈছিল। মনীষাসম্পন্ন শঙ্কৰদেৱে কেনেকৈ তুলাপাতত চিহ্নযাত্ৰাৰ অভিনয়ৰ বাবে সপ্ত-বৈকুণ্ঠৰ চিত্ৰ তুলাপাতত আঁকি দেখুৱাইছিল তাৰ কথা গুৰু-জনাৰ গদ্য-জীৱনী কথা-গুৰুচৰিতত বৰ্ণিত আছে। আন এবাৰ তেখেতে তেখেতৰ পৃষ্ঠপোষক নৰনাৰায়ণক সেন্দূৰ আৰু হেঙুল হাইতালেৰে এটা হাতী আঁকি কাঠৰ বাকচত লগাই উপহাৰ দিছিল।

লিখাৰ বাবে ব্যৱহৃত ক'লা ৰংবোৰ অতি গাঢ়, স্থায়ী, প্ৰায় চীন-দেশীয় চিয়াহীৰ দৰে আছিল। পানীয়ে ইয়াৰ একো অপকাৰ কৰিব নোৱাৰিছিল। অনেক কালৰ ৰ'দ-বতাহেও তাক একো কৰিব নোৱাৰিছিল। ই মূলতে শিলিখাৰপৰা তৈয়াৰী। এনে জাতীয় কিছুমান ফল কেইবাদিনো পানীত বুৰাই ৰখা হয়। তাৰ পাচত কেইদিনমান ইয়াক বাহিৰত নিয়ৰত তিতিবলৈ দিয়া হয়। তলত এটা পাত্ৰ ৰখা হয়। তাতে নিগৰি নিগৰি ক'লা ৰঙৰ চিয়াহী জমা হয়। কোনোৱে ইয়াত খনিজ লো আৰু কোনোৱে কুঁচিয়াৰ তেজ মিহলি কৰে।

ইয়াৰ উপৰিও নীল, হালধীয়া গেৰুৱামাটি, হেঙ্গুল আৰু চাকিৰ ছাই অনেকে মহীৰূপে ব্যৱহাৰ কৰিছিল। কেতিয়াবা এক প্ৰকাৰ চক মাটি (ধল) চিত্ৰাঙ্কনত ব্যৱহাৰ হৈছিল। কিন্তু ই কেতিয়াবা ৰংবোৰ আৰু কেতিয়াবা চিত্ৰখনকে নষ্ট কৰি পেলাইছিল।



২

এঘাৰ শতিকাৰপৰা সময়োল্লেখ থকা খনচেৰেক মধ্যযুগীয় গ্ৰন্থ আবিষ্কৃত হৈছে য'ত ক্ষুদ্ৰ ক্ষুদ্ৰ অনেক চিত্ৰ দেখিবলৈ পোৱা যায়। কুমাৰস্বামীয়ে অনুমান কৰামতেই এইবোৰ যিমান দূৰ সম্ভৱ প্ৰাচীন পৰম্পৰা অনুসৰণ কৰি অঁকা। বঙ্গ, বিহাৰ আৰু নেপালবো ভালেমান পুথিৰ মলাট আৰু গছৰ পাতত অঁকা চিত্ৰ সংগ্ৰহ কৰা হৈছে।

দ্বাদশ শতিকাৰ গুজৰাটৰ পাণ্ডুলিপিত চিত্ৰাঙ্কন কৰা কলাৰ প্ৰভূত উন্নতি হৈছিল। গুজৰাটীসকলৰ এই চিত্ৰকলাৰ পৰম্পৰা প্ৰায় সপ্তদশ শতিকালৈকে চলি আছিল। পাচত ৰাজপুত আৰু মোগলসকলৰ প্ৰভা-ৱত ই কিছু ম্লান হৈ পৰে। সন্ত তুলসীদাসৰ ৰাম-চৰিত-মানস, জয়-দেৱৰ গীত-গোবিন্দ, প্ৰাচীন গুজৰাটী বসন্ত-বিলাস, ৰাগমালা, বাৰমাসা আদি বৈষ্ণৱ অবৈষ্ণৱ নানান পুথিত চিত্ৰ আঁকিবলৈ শিল্পী নিয়োগ কৰা হৈছিল। অনুমান হয় পঞ্চদশ শতিকাত উত্তৰ ভাৰতত বৈষ্ণৱ আন্দোলন জাগি উঠাৰ ফলত ৰাজপুত-মোগল চিত্ৰকলায়ো এটা নতুন গতিশীলতা লাভ কৰিছিল। তুলসীদাসৰ ৰামায়ণৰ ভালেমান চিত্ৰিত সংস্কৰণ দেখিবলৈ পোৱা যায়। আৰ্য্যাৱৰ্তত ৰাধা-কৃষ্ণৰ প্ৰেমলীলাৰ গীত প্ৰতিধ্বনিত হোৱাৰ লগে লগে শিল্পীৰ হাতৰ ৰং-তুলিও সক্ৰিয় হৈ উঠিছিল। এই পিনৰপৰা অষ্টাদশ শতিকাৰ চিত্ৰকলাৰ পাহাড়ী শাখা বিশেষভাৱে চহকী। পঞ্চদশ শতিকাৰ গুজৰাটত পুথি চিত্ৰিত কৰাটো নিয়মত পৰিণত হৈছিল। আমাৰ অসমীয়া পুথিত থকাৰ দৰে বান্ধিব পৰাকৈ তিনিটা ফুটা কৰি কবিতাৰ পুথি লিখা আৰু চিত্ৰিত কৰাৰ বাবে গছৰ পাত ব্যৱহৃত হৈছিল। মোগল যুগত মোগল প্ৰভাৱৰ ফলত গুজৰাটী কলা লাহে লাহে মৃত্যুৰ মুখত পতিত হয়। ৰাজপুত কলাৰ নিদৰ্শনস্বৰূপে উত্তৰাধ্যায় সূত্ৰ (১৫৯১), গীত-গোবিন্দ (এন. চি. মেহটাৰ সঙ্কলন), ছৌৰপঞ্চাশিখা কৃষ্ণলীলা (বোষ্টন সংগ্ৰহালয়) আৰু বাৰমাসাৰ চিত্ৰাঙ্কন এই কেইখনেই ঘাই বুলিব পাৰি। সপ্তদশ শতিকাৰ ৰাগমালাৰ চিত্ৰাঙ্কন এই পদ্ধতিৰ এটা সীমাৰেখাৰ দৰে। অষ্টাদশ শতি-কাত ৰাজপুত চিত্ৰকলা বাসহুলি, পাহাড়ী, কাঙ্গৰা আদি সৰু সৰু শাখাত বিভক্ত হৈ যায়। ষোড়শ শতিকাত মোগল শিল্পৰ অভ্যুত্থান ঘটে আৰু পিচৰ শতিকাত ই পূৰ্ণৰূপে বিকশিত হয়। এই শাখাটোৰ ওপৰত পাৰচ্যৰ আদৰ্শ আৰু কৌশলৰ পোনপটীয়া প্ৰভাৱ আছিল।

বিভিন্ন বৈষ্ণৱ ভাৱধাৰা মূলগ্ৰন্থ ভাগৱত-পুৰাণ মূল বা অনূদিত ৰূপত ভাৰতৰ বিভিন্ন অঞ্চলত সচিত্ৰ ৰূপত প্ৰকাশিত হৈছিল। সন্ন্যাসী শ্ৰীধৰৰ টীকা সম্বলিত এখন পুৰাণ ১৭০৫ সম্বৎ/১৬৪৮ খৃঃত ৰাজপুতনাৰ উদয়পুৰ নগৰত ভট্টাৰক যশৱন্ত নামৰ এজন লিখকে লিখি উলিয়াইছিল। অসংখ্য চিত্ৰেৰে চিত্ৰিত এই পুৰাণ বৰ্তমান পুনাৰ ভাণ্ডাৰকাৰ অৰিয়েণ্টেল ৰিচাৰ্চ ইন্‌ষ্টিটিউটৰ পাণ্ডুলিপিৰ ভঁৰালত সংৰক্ষিত হৈ আছে। এই ভঁৰালতে পুৰাণৰ এটা সচিত্ৰ পাৰ্চী সংস্কৰণো আছে। পাৰ্চী সংস্কৰণটোত তাৰিখ দিয়া আছে ১৯০৯ সংবত/১৮৫৩ খৃঃ। জয়পুৰৰ ৰজা প্ৰতাপসিংহৰ পৃষ্ঠপোষকতাত (১৭৭৯-১৮০৩) এজন শিল্পীয়ে মূল সংস্কৃত পুৰাণখন অসংখ্য চিত্ৰেৰে চিত্ৰিত কৰি লিখি উলিয়াইছিল। শিল্পীসকলে এই পুৰাণৰ সকলোতকৈ শ্ৰেষ্ঠ দশম স্কন্ধক বিশেষ আদৰ কৰা দেখা যায়। এই খণ্ডৰ দুখন সচিত্ৰ গ্ৰন্থৰ উল্লেখ স্থান বিশেষত আছে; এখন ১৭ শতিকাৰ চিত্ৰৰে কৰি ভালণে কৰা (আদি যোশড় শতিকা) গুজৰাটী ভাষাত আৰু আনখন প্ৰাচীন গুজৰাটী ভাষাত লিখা দুশখন চিত্ৰ সম্বলিত, যোধপুৰত ১৬৬৭ সংবত/১৬১১ খৃঃত ৰচিত।

৩

অসমতো বৈষ্ণৱ ধৰ্মই বৈষ্ণৱসকলক কবিতা, নাটক, সঙ্গীত আৰু চিত্ৰাঙ্কনৰ প্ৰতি উৎসাহ যোগাইছিল। এই আন্দোলনৰ প্ৰধান নেতা শঙ্কৰদেৱ কবি, নাট্যকাৰ, সঙ্গীতজ্ঞৰ উপৰিও এগৰাকী ওখ খাপৰ চিত্ৰকৰো আছিল। তেখেতে তুলাপাতত বৈকুণ্ঠৰ পট আঁকাৰ কথা আমি আগতেই উল্লেখ কৰিছোঁ। তেখেতে প্ৰতিখন চিত্ৰতে বেলেগ বেলেগ শিতান দি ১৮০ ফুট দীঘল কাপোৰত কৃষ্ণৰ শিশুকালৰ নানান চিত্ৰ বৈ উলিয়াইছিল। শঙ্কৰদেৱৰ নিজৰ সময়ত এই চিত্ৰাঙ্কন বিদ্যা ঠিক কেনে আছিল, ক'ব পৰাকৈ এতিয়ালৈকে কোনো নিদৰ্শন আমাৰ হাতত পৰা নাই।

বালি-সত্ৰত পোৱা দশম স্কন্ধৰ সচিত্ৰ গ্ৰন্থকেই এনে সচিত্ৰ গ্ৰন্থৰ প্ৰাচীনতম নিদৰ্শনস্বৰূপে গ্ৰহণ কৰিব পাৰি। ঠায়ে ঠায়ে স্বাভাৱিকভাৱেই থলুৱা বৈশিষ্ট্য থাকিলেও ইয়াৰ কৌশল আৰু ৰূপত ৰাজপুত-মোগল প্ৰভাৱ সুস্পষ্ট। অধ্যাপক কৃষ্ণকান্ত সন্দিকৈয়ে তেওঁৰ পাতনিত প্ৰাচীন অসমীয়া চিত্ৰাঙ্কন আৰু স্থাপত্যত থকা কেশৰহীন ভাৰতীয় সিংহ আৰু অসমীয়া মেঠোনৰ প্ৰতি দৃষ্টি আকৰ্ষণ কৰিছে। চিত্ৰবোৰত চৰাই বা জন্তুবোৰ স্পষ্ট আৰু



আলফুলীয়াকৈ অঁকা হৈছে। কোনো কোনো দৃষ্টিৰপৰা সিহঁত বাস্তৱো। কৃত্ৰিমতা আৰু গতানুগতিকতা আছে, আৰু সেয়াই চিত্ৰবোৰৰ সীমাবদ্ধতা। প্ৰায়বোৰ মুখেই এফালৰপৰা অঁকা। দেহৰ গঠনৰ প্ৰতি বিশেষ মন দিয়া নহৈছিল। অভিব্যক্তিৰ পিনেও বৰ মন দিয়া নহৈছিল। শিল্পীৰ তুলিয়ে বেলেগ বেলেগ ব্যক্তিত্ব ফুটাই তোলাৰ চেষ্টা কৰা নাছিল। গন্ধৰ্ব, বিদ্যাধৰ আৰু অপ্সৰাৰ নৃত্য-গীতৰ চিত্ৰত এটা বিশেষ লয় পৰিলক্ষিত হয়। পৰিমিতি ৰক্ষাৰো চেষ্টা নোহোৱা নহয়। একোটা দলৰ গতি সফলভাৱে ফুটাই তোলা হৈছে। পুৰুষৰ মূৰত থকা মোগলাই-টুপী নামে খ্যাত শিৰস্ত্ৰান ৰাজপুত-মোগল চিত্ৰাঙ্কন পদ্ধতিৰ অংশ বিশেষ। পটভূমি বা নিসৰ্গ দৃশ্যৰ চিত্ৰ অঁকাৰ চেষ্টা ক'তো দেখা নাই। দূৰত্বজ্ঞান শিল্পীসকলৰ নাছিল। একোটা বস্তুৰ ঘনত্ব ফুটাই তোলাৰ চেষ্টা ক'তো নাই। ৰৰষুণ, নৈ, হ্ৰদ আদি গতানুগতিক অবাস্তৱ ভঙ্গীত বুজোৱা হৈছে। ভূতত্ত্বৰ গ্ৰন্থত থকাৰ দৰে পৰ্বতবোৰ এফাল কটা যেন দেখিবলৈ হয়। ৰথবোৰ দেখাত তলত চকা আৰু আগত নিচান লগোৱা একোখন খাটৰ দৰে।

এইবোৰৰ ওপৰত মন্তব্য কৰি ডঃ মতিচন্দ্ৰই এনেদৰে কৈছে: "তুলনা ক্ৰমে পিচৰ হ'লেও এই চিত্ৰসমূহৰ চিত্ৰকৰসকলৰ নন্দন-ৰুচি অথবা কলাসুলভ গুণ কোনো গুণেই কম থকা বুলি ক'ব পৰা নাযায়। এই চিত্ৰসমূহৰ কিছুমান বৈশিষ্ট্য বিশেষভাৱে উল্লেখযোগ্য। সাধাৰণতে ধনুভিৰীয়া বা এঁকাবেঁকা পটভূমিত চিত্ৰবোৰ অঁকা হৈছিল। পশ্চাৎভূমিত সাধাৰণতে ৰঙা, নীলা, ধূসৰ বা তামবৰণীয়া, এটা ৰং ব্যৱহাৰ কৰা দেখা যায়। নৰদেহ অঙ্কনত কৌণিক পদ্ধতিৰ অনুসৰণ লক্ষণীয়। চকুবোৰ প্ৰায়েই মাছৰ দৰে। ভ্ৰূযুগল ধনুভিৰীয়া। নাক জোঙা। কপাল বহল আৰু এচলীয়া। কঁকাল সদায় ক্ষীণ। এইবোৰৰপৰা প্ৰাচীন ঐতিহ্যৰ বিষয়ে জানিব পৰা যায়। নিসৰ্গ চিত্ৰ সদায় সৰল, আকাশ আৰু গছেৰে সজ্জিত। পানী সাধাৰণতে খৰাহীৰ আকাৰত অঁকা হৈছে। পৰ্বত-পাহাৰ কিছুমান বেঁকা ৰেখাৰে বুজোৱা হৈছে। জন্তুৰ চিত্ৰ সদায় একে। মানুহৰ পৰিচ্ছদত এই কেপদ বস্ত্ৰ থাকে—ধুতি, দোপাট্টা, পাগুৰি আৰু কুেতিয়াৰা জামা। তিৰোতাই সাধাৰণতে শাড়ী আৰু চোলা পিন্ধে। সিহঁতৰ গাৰ কাপোৰৰ ৰূপৰপৰা সপ্তদশ শতিকাৰ অসমৰ বয়ন শিল্পৰ বিষয়ে অনুমান কৰিব পাৰি। ধুনীয়াকৈ পাগুৰি মৰা অষ্টাদশ শতিকাত সাধাৰণ নিয়মত পৰিণত হৈছিল।

"অষ্টাদশ শতিকাৰ নেপালী চিত্ৰাঙ্কনৰ লগত থকা সাদৃশ্যৰ বাহিৰে

এই চিত্ৰসমূহৰ সঠিক নিৰ্ণয়ৰ আন একো উপায় নাই। নৰদেহ অঙ্কনত কোণৰ ব্যৱহাৰ, পটভূমিত এটা ৰং আৰু প্ৰাকৃতিক দৃশ্য পৰম্পৰাগত এই সকলো দুয়োবিধ চিত্ৰৰ সাধাৰণ বৈশিষ্ট্য। অৱশ্যে সাজ-পাৰৰ ক্ষেত্ৰত অসমীয়া চিত্ৰৰ লগত অষ্টাদশ শতিকাৰ বঙালী চিত্ৰৰ মিল আছে।

"নন্দন-ৰুচিৰ বিচাৰত ভাগৱতৰ চিত্ৰসমূহ অতিশয় আকৰ্ষণীয়। পটভূমিৰ পাৰ্থক্য নেদেখুৱাকৈয়ে একোটা কাহিনী সবল নাটকীয়ভাৱে কোৱা হৈছে। নুৱাৰ প্ৰচুৰ প্ৰয়োগ আছে। শ্ৰীকৃষ্ণৰ অভিযান-সমূহ যথেষ্ট গুৰুত্ব দি আঁকা হৈছে। দৈত্য-দানৱৰ চিত্ৰসমূহত শিল্পী-সকলে সিহঁতৰ অতি মানৱীয় শক্তি আৰু চৰিত্ৰৰ ওপৰত গুৰুত্ব আৰোপ কৰিছে। গঁঞা দৃশ্য অতি সৰলকৈ অঙ্কন কৰা হৈছে। যি কোনো ঘটনাৰ প্ৰকৃত চৰিত্ৰটো ধৰি ৰখাৰ চেষ্টা কৰা হৈছে। জন্তুসমূহ গতানু-গতিকভাৱে আঁকা হ'লেও সিহঁতে দৃশ্যসমূহৰ অবিচ্ছেদ্য অঙ্গৰূপে থাকি সিবোৰৰ সৌন্দৰ্য্য বৃদ্ধি কৰিছে। ৰঙৰ ব্যৱহাৰত শিল্পীসকল অতিশয় কৃতী আছিল। গভীৰ ৰঙা, নীলা আৰু হালধীয়া ৰঙৰ ব্যৱহাৰৰ ক্ষেত্ৰত তেওঁলোকৰ বিশেষ ৰঙৰ জ্ঞানৰ পৰিচয় পোৱা যায়।

"নাচ-গানৰ দৃশ্যসমূহ অতি ধুনীয়া। এই দৃশ্যসমূহ শিল্পীসকলে বিশেষ যত্ন সহকাৰে আঁকিছে। মুঠৰ ওপৰত গীতি-ব্যঞ্জনা, সহজ গঠন ৰীতি, নাটকীয়া বৰ্ণনা আৰু সুন্দৰ ৰঙৰ ব্যৱহাৰে ভাগৱতক এনে এটা সৌন্দৰ্য্য দান কৰিছে যাৰ লগত একেই ভাগৱতৰ উদয়পুৰ বা আন ঠাইৰ সচিত্ৰ সংস্কৰণৰ কোনো তুলনা নহয়।"

সচিত্ৰ ভাগৱত যে কোনোবা বৈষ্ণৱ সত্ৰত ৰচিত হৈছিল তাত কোনো সন্দেহ নাই। মূল গ্ৰন্থখন আৱিষ্কৃত হোৱা বালি-সত্ৰতে যিমান দূৰ সম্ভৱ এই গ্ৰন্থও লিখা হৈছিল। বৈষ্ণৱ ভকতসকল তেওঁলোকৰ গুৰুৰ সৈতে বাস কৰা বৈষ্ণৱ মঠসমূহত চিত্ৰাঙ্কন বিদ্যাৰ চৰ্চা হৈছিল। সাঁচিপাত বা তুলাপাতত প্ৰাচীন গ্ৰন্থ লিখি উলিওৱা কাৰ্য্যক পৱিত্ৰ কৰ্ম বুলি জ্ঞান কৰা হৈছিল। ধাৰ্মিক লিখকজনে পাৰিলে নিজে নতুবা সামৰ্থ্য থাকিলে খনিকৰ নিয়োগ কৰি পৃষ্ঠাই পৃষ্ঠাই উপযোগী চিত্ৰৰ সংযোগ কৰি গৈছিল। ধনী সত্ৰসমূহৰ নিজা খনিকৰ আছিল। এনেদৰেই, অসমত এটি ধৰ্ম বিষয়ক চিত্ৰ অঙ্কনকাৰী শিল্পীৰ গোষ্ঠী গঢ়ি উঠিছিল।

কোনো কোনো সত্ৰত এতিয়াও সৌন্দৰ্যমণ্ডিত আৰু লৌকিক কলাৰ বৈশিষ্ট্যপূৰ্ণ বেৰত আঁকা ছবি আৰু কাঠ-খোদাই দেখি দৰ্শকৰ নয়ন-মন ৰঞ্জিত হ'ব পাৰে। এসময়ত এনে দুৱাৰ আৰু বেৰত কটা চিত্ৰ ধনী অভিজাত



বিষয়া শ্ৰেণীৰ লোকৰ গৃহ-মন্দিৰ আদিতো দেখিবলৈ পোৱা গৈছিল। কলাৰ এই দিশটোৱে এসময়ত বঙ্গদেশৰ বিষ্ণুপুৰৰ দৰে ঠাইৰ দুৱাৰত চিত্ৰ আঁকা প্ৰাচীন ৰীতিটোলৈ মনত পেলাই দিয়ে। এতিয়া ভাগি পৰা বৰ-পেটা সত্ৰৰ কীৰ্তনঘৰতো ধৰ্মগ্ৰন্থৰপৰা কাঠত কটা চিত্ৰ সজাই ৰখা হৈছিল। আনকি কাঠৰ খুটা, চ'তি, পুথিৰ ঠগি, শৰাই, খেল-নাও আদিতো চিত্ৰ আঁকা হৈছিল। প্ৰাচীন অট্টালিকাৰ ইটাৰ বেৰতো কেঁচা মাটিৰ ওপৰত অঙ্কিত ৰীতিৰ চিত্ৰাঙ্কনৰ দুৰ্বল প্ৰচেষ্টা চলোৱা হৈছিল। অৱশ্যে এইবোৰ এতিয়া ধ্বংসপ্ৰাপ্ত হৈছে।

পুথি-ঠগাত চিত্ৰ আঁকাৰ কথা ইতিপূৰ্বে উল্লেখ কৰা হৈছে। বৈষ্ণৱ নাটৰ উপযোগীকৈ মুখা তৈয়াৰ কৰা কামতো খনিকৰৰ কলা-কৌশল নিয়োজিত হৈছিল। জ্যোতিষ শাস্ত্ৰ আদিৰ লিখকসকলেও তেওঁলোকৰ ৰেখাচিত্ৰসমূহ বোলাবলৈ চেষ্টা কৰিছিল।

সপ্তদশ আৰু অষ্টাদশ শতিকাৰ আহোম স্বৰ্গদেওসকলে ভাৰতৰ অন্যান্য অংশৰ সম্ৰাটসকলৰ শিল্প-কলাৰ পৃষ্ঠপোষকতা কৰা ৰীতি অনুসৰণ কৰি-ছিল যেন অনুমান হয়। সূৰ্য্যখৰি দৈৱজ্ঞ (১৮০৬ ?) বিৰচিত সমুদ্ৰ নাৰায়ণৰ বংশাৱলী বা দৰং ৰাজবংশাৱলী ছন্দত লিখা কামৰূপৰ কোচ ৰজাসকলৰ বুৰঞ্জীমূলক ইতিবৃত্ত। এই পুথি দৰঙী শাসনকৰ্তাৰ (মঙ্গলদৈ) ৰাজকীয় পৃষ্ঠপোষকতাত ৰচিত আৰু চিত্ৰিত হৈছিল। হস্তী-বিদ্যাৰ্ণৱ, শঙ্খচূড়-বধ, গীত-গোবিন্দ আৰু লৱ-কুশৰ যুদ্ধ আদিৰ দৰে বিখ্যাত গ্ৰন্থৰ অপূৰ্ব চিত্ৰাঙ্কন আহোম স্বৰ্গদেওসকলৰ পৃষ্ঠপোষকতাতেই সম্ভৱ হৈছিল। ফলত আহোম শাসিত পূব-অসমত এটি ধৰ্ম-নিৰপেক্ষ চিত্ৰাঙ্কন কলাৰ বিশিষ্ট শাখাই গঢ় লৈ উঠিছিল। স্বাভাৱিকভাৱেই দৰং ৰাজ-বংশাৱলীত সমসাময়িক জীৱনৰ ছবি পৰিস্ফুট হৈ উঠিছিল। হ'লেও সেইবোৰ আছিল এটা বিশেষ ৰীতিৰ। মৌলিকতাতকৈ ধৰ্ম সম্পৰ্কীয় চিত্ৰাৱলীৰ প্ৰভাৱহে তাত অধিক স্পষ্ট। অৱশ্যে যুদ্ধৰ নাও, ৰণাঙ্গন আদিৰ দৰে বিষয়-বস্তু যথেষ্ট সুন্দৰ আৰু আকৰ্ষণীয়কৈ অঙ্কন কৰা হৈছে।

মৌলিকতাৰ বিচাৰত ধৰ্ম-নিৰপেক্ষ কলা হিচাবে হস্তী-বিদ্যাৰ্ণৱ বিশেষ-ভাৱে উল্লেখযোগ্য। ইয়াৰ লিখক দুজন—দিলবৰ আৰু দোচাই। "নানা প্ৰকাৰৰ হাতী আৰু আহোম ৰাজসভাৰ যথেষ্ট ওখ খাপৰ কৌশল আৰু উপস্থাপনৰ বিশিষ্টতাপূৰ্ণ অসংখ্য চিত্ৰ ইয়াৰ পৃষ্ঠাই পৃষ্ঠাই আছে। এই-বোৰৰ শিল্পমূল্য যে বিশেষ ওখ খাপৰ এনে নহয়, বুৰঞ্জীৰ পিনৰপৰাও সেইবোৰ যথেষ্ট তাৎপৰ্য্যপূৰ্ণ। আহোম ৰাজসভা কেনেকৈ বহিছিল,

ৰাজ সাক্ষাতত শেন-মেলোৱা কেনেকৈ হৈছিল, হাতীত উঠি স্বৰ্গদেৱে কেনেকৈ শোভাযাত্ৰা কৰিছিল ইত্যাদি কথা ইয়াৰপৰা সুন্দৰকৈ বুজিব পাৰি। ইয়াৰ চিত্ৰবোৰ পানী-ৰঙেৰে আঁকা আৰু ভালেমান সোণোৱালী ৰঙেৰে বোলোৱা। অনেক দিন পাৰ হৈ যোৱা আৰু অনেক অযতন হোৱা সত্বেও এই ৰংবোৰ এতিয়াও সুন্দৰ অবিকৃত হৈ আছে।"

এনে ধৰণৰ ধৰ্ম-নিৰপেক্ষ চিত্ৰকলাৰ শাখাটোত মোগল প্ৰভাৱ পৰা হেতুকে ইয়াত ভালেমান নতুন আৰু আকৰ্ষণীয় বৈশিষ্ট্য চকুত পৰে। ইয়াৰ ভিতৰত সকলোতকৈ উল্লেখযোগ্য হ'ল শিল্পীসকলে দেখুৱা দূৰত্ব, ঘনত্ব আৰু সাদৃশ্যৰ প্ৰতি সচেতনতা। হস্তী-বিদ্যাৰ্ণৱত এই কেইটা বৈশিষ্ট্য বিশেষভাৱে দেখা যায়। সেউজীয়া ওখ-চাপৰ সমভূমি, নীলা পৰ্বত আদি এতিয়া চিত্ৰৰ পটভূমিৰূপে গৃহীত হ'ল। এতিয়া গছ কেৱল অঙ্গসজ্জা মাথোন নহয়, সঁচাসঁচি গছৰ দৰে হৈ উঠিল। পানীত সাঁতুৰি থকা মাছেৰে সৈতে পৰ্বতৰপৰা নামি অহা এখন নৈ দূৰৰ নীলা আকাশ আৰু টুকুৰা-টুকুৰ মেঘৰ গাত জিলিকি আঁউজি থকা পৰ্বত ইত্যাদিও বিশেষ কৃতকাৰ্য্যতাৰে অঙ্কন কৰা হৈছিল। সমসাময়িক জীৱন সম্পৰ্কে সচেতনতাৰ পৰিচয় শিল্পীসকলে দিছে। দৰবাৰত ৰাণীৰে সৈতে উপবিষ্ট সম্ৰাট, ৰাজ-শোভাযাত্ৰা, গীত-নৃত্যানুষ্ঠান, মল্লযুদ্ধ ইত্যাদিৰ সাৰ্থক ৰূপায়ণ কৰা হৈছে। বৈ-পৰা সাজ-পোছাক আৰু তিৰবিৰাই থকা অলঙ্কাৰ-পাতিৰ কথা বিশেষভাৱে উল্লেখযোগ্য। পিঙ্কোতাজনৰ শৰীৰটো প্ৰকট কৰি তুলিব পৰাকৈ অতি সুন্দৰভাৱে তেওঁৰ পোছাকৰ ওপৰত ছাঁ-পোহৰৰ ঢৌ খেলোৱা হৈছে। মহিলাসকলৰ কেশ-বিন্যাস কেশ-আভৰণৰ সহায়ত ফুটাই তোলা হৈছে। মন্ত্ৰ আৰু ধৰ্মানুষ্ঠানৰ প্ৰসঙ্গত আহি পৰা আহোম পুৰোহিতসকল, সিংহ, উট, ক'লা গাহৰি আদিৰ দৰে জন্তু, হাঁহ, কেঁচা, শগুন আদিৰ দৰে চৰাই আৰু মাছ আৰু সৰীসৃপ, যিবোৰ কেতিয়াবা ভেষজ বা আন ধৰ্মানুষ্ঠানত দৰকাৰ হয়, সেইবোৰৰ চিত্ৰবোৰ বিশেষ আকৰ্ষণীয়। হস্তী-বিদ্যাৰ্ণৱত আনকি ৰচয়িতা সুকুমাৰ বৰকাথ, খনিকৰ দিলবৰ আৰু দোচাই আৰু পৃষ্ঠপোষক স্বৰ্গদেও শিৱসিংহ আৰু ৰাণী অম্বিকাদেৱী প্ৰমুখ্যে বিষয়াসকলৰ প্ৰতিকৃতিও আছে। স্বৰ্গদেও শিৱসিংহৰ গৌৰৱ আৰু খ্যাতিৰ কথা শুনি থকা আঠোটা অঞ্চলৰ আঠজন শাসনকৰ্তাৰ চিত্ৰও আছে। তাৰে এজন দেখাত সাইলাখ ইউৰোপীয় লোকৰ দৰে। এজন ব্ৰহ্মদেশৰ ৰজাৰ (মানতৰা) চিত্ৰও আছে। তেওঁলোকৰ পৃষ্ঠপোষকৰ ছবি বাৰে বাৰে আঁকিবৰ বাবে চিত্ৰকৰসকলে বেলেগ বেলেগ জাতিৰ বেলেগ বেলেগ হাতীৰ সুবিধা গ্ৰহণ কৰিছিল।



অতি সূক্ষ্ম আৰু সুন্দৰ চিত্ৰাঙ্কন থকা ভাগৱত-পুৰাণৰ ষষ্ঠ স্কন্ধৰ এখন অসমীয়া অনুবাদ পুথি ব্ৰহ্মদেশত উদ্ধাৰ কৰা হৈছে। যোৱা শতিকাৰ তৃতীয় দশকত মানসকলে এই দেশ জয় কৰোঁতে ইয়াৰপৰা গুচি যাব লগা হোৱা কোনো লোকে এই পুথি লগত লৈ গৈছিল। বৰ্তমান এই পুথি বুৰঞ্জী আৰু পুৰাতত্ব বিভাগৰ তত্ত্বাৱধানত আছে। সমসাময়িক জীৱন আৰু সঙ্গীত চৰ্চাৰ অতি নিৰ্ভৰযোগ্য চিত্ৰ ইয়াৰপৰা পোৱা যায়। স্বৰ্গদেও ৰুদ্ৰসিংহৰ ৰাজসভাৰ কিছুমান চিত্ৰ কবিৰাজ চক্ৰৱৰ্তীৰ বৰ্তমান কামৰূপ অনুসন্ধান সমিতিৰ পুথিভঁৰালত থকা গীত-গোবিন্দত দেখিবলৈ পোৱা যায়। "কিন্তু সেইবোৰৰ লগত হস্তী-বিদ্যাৰ্ণৱত থকা আহোম ৰাজসভাৰ দৃশ্যসমূহৰ কোনো তুলনা নহয়।" এই সময়ৰে আন এখন গ্ৰন্থ শঙ্খচূড়-বধ (বুৰঞ্জী আৰু পুৰাতত্ব বিভাগ)। ইয়াতো অতি সুন্দৰ চিত্ৰাঙ্কন আৰু অনুলিপিৰ পৰিচয় পোৱা যায়। পুৰাণৰ বিষয় আধাৰিত চিত্ৰাৱলীৰ উপৰিও ইয়াত সমসাময়িক জীৱনৰ চিত্ৰও দেখা যায়। স্বৰ্গদেও ৰুদ্ৰসিংহই আন এজন লোকৰ লগত পাখোৱাজ বজাই থকা, এটা পুখুৰী, এটা মন্দিৰ; স্বৰ্গদেও গদাধৰসিংহই তেওঁৰ ৰাজসভাৰ পণ্ডিতসকলৰ লগত কথা পাতি থকা; ৰুদ্ৰসিংহই জয়ন্তা আৰু কছাৰী ৰজা, তিনিজনা মন্ত্ৰী, ফুকন আৰু আন যুজাৰুসকলেৰে আলোচনা কৰি থকা, ইত্যাদি দৃশ্যও তাত আছে। আহোম ৰাজবংশৰ মহিলা মাহিন্দ্ৰী দেৱীৰপৰা পোৱা বৰ্তমান বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ হাতত থকা লৱ-কুশৰ যুদ্ধৰ খণ্ডিত অংশ দুটাৰ চিত্ৰাৱলীৰপৰা অনুমান হয় এই গ্ৰন্থ আহোম বিষয়াসকলৰ পোনপটীয়া তত্ত্বাৱধানত ৰচিত হৈছিল। ইয়াত থকা মানুহৰ চিত্ৰবোৰ পৰম্পৰৰপৰা সুকীয়াকৈ একোজন ব্যক্তি হিচাবে আঁকাৰ চেষ্টা বিশেষভাৱে মন কৰিবলগীয়া। চিত্ৰকলাই প্ৰভূত প্ৰসাৰ লাভ কৰা ৰুদ্ৰসিংহ (১৬৯৬—১৭১৪) নাইবা শিৱসিংহৰ (১৭১৪—১৭৪৪) দিনতে এই চিত্ৰসমূহ যিমান দূৰ সম্ভৱ আঁকা হৈছিল।

মন কৰিবলগীয়া এয়ে যে ওপৰত কৈ অহা প্ৰায়বোৰ ক্ষেত্ৰতে সাজ-পাৰ, শিৰাভৰণ ইত্যাদিবোৰ, বিশেষকৈ ধৰ্মীয় চিত্ৰৰ ক্ষেত্ৰত, প্ৰায় গতানুগতিক, কৃত্ৰিম, কাল্পনিক আৰু শিল্পসুলভ। বাস্তৱ বুলি ভবাৰ থল নিচেই কম। সেই সময়ত প্ৰচলিত সাজ-পাৰ আদিতকৈ সেইবোৰে ৰাজপুত-মোগল প্ৰভাৱহে প্ৰধানকৈ সূচায়। সেয়ে প্ৰকৃত সাজ-পাৰৰ নিদৰ্শন বিৰল। হস্তী-বিদ্যাৰ্ণৱৰ দৰে গ্ৰন্থতহে মাথোন বাস্তৱ জীৱনৰ ওচৰ চপা বিভিন্ন বস্তুৰ নিদৰ্শন পোৱা যায়। অৱশ্যে ইতিমধ্যে ঘাইকৈ সম্ৰাট ৰুদ্ৰসিংহৰ উৎসাহ আৰু চেষ্টাত কিছু পৰিবৰ্তনো হৈছিল। তেওঁ

উত্তৰ ভাৰতৰ ৰজা, ৰাজ-বিষয়া আদিৰ সাজ-পাৰ আদি সংগ্ৰহ কৰিবলৈ লোক পঠিয়াইছিল আৰু মন্ত্ৰীসকলৰ বিৰোধিতা সত্বেও প্ৰচলিত আৰু ঐতিহ্যপূৰ্ণ ৰাজ-পোছাকৰ ক্ষেত্ৰত কিছু পৰিবৰ্তন সাধিত হৈছিল। উত্তৰ ভাৰতীয় প্ৰভাৱ ৰাজধানীৰ লোকসকলৰ সাজ-পাৰত পৰিছিল। ওপৰত উল্লেখ কৰা মোগলাই-টুপী এনে প্ৰভাৱৰে ফল, যদিও বৈষ্ণৱ কাব্যৰ চিত্ৰতো তাৰ নিদৰ্শন আছে। এই সাজ-পাৰৰ বিশিষ্ট পদটো বৈষ্ণৱ গ্ৰন্থত থকা আৰু মধ্যযুগৰ নাটকৰ জন্মদাতা শঙ্কৰদেৱৰ নাটৰ সূত্ৰধাৰে জোঙাকৈ মূৰত মৰা পাগুৰিৰে বিবৰ্তন, যিটো শঙ্কৰদেৱৰ সময়ৰ হিন্দুস্থানত প্ৰচলিত আছিল, নে ৰুদ্ৰসিংহৰ সংস্কৰকামী উৎসাহৰে ফল এই প্ৰশ্নৰ উত্তৰ দিবলৈ কিছু গৱেষণাৰ প্ৰয়োজন। বনমালীদেৱৰ চৰিতত থকা বিজয় খনিকৰৰ চিত্ৰসমূহত ধৰ্ম সম্বন্ধীয় আৰু ৰাজসভাৰ যি সাজ-পাৰৰ নিদৰ্শন আছে সিও লক্ষণীয়।

ডক্টৰ সুনীতিকুমাৰ চট্টোপাধ্যায়ৰ উক্তিৰে আমি আমাৰ প্ৰবন্ধৰ সামৰণি মাৰোঁ: "অসমীয়া চিত্ৰাঙ্কনৰ এই নিদৰ্শনসমূহ অধ্যয়ন আৰু প্ৰচাৰ হ'লে ভাৰতীয় চিত্ৰাঙ্কনৰ এটি বিস্মৃত অধ্যায় উদ্ধাৰ হ'ব। ভাৰতীয় সংস্কৃতি, যি সংস্কৃতিক কোনেও অৱহেলা কৰিব নোৱাৰে, তাৰ সংৰক্ষক হিচাবে অসম আৰু কেন্দ্ৰীয় দুয়ো চৰকাৰৰে এই ক্ষেত্ৰত এটা ডাঙৰ দায়িত্ব আছে।"*

* মূল ইংৰাজীৰপৰা অনূদিত।

# পুৰণি অসমৰ মঠ-মন্দিৰ

ডঃ মহেশ্বৰ নেওগ

ৱনোপান্তনদীশৈলনির্ঝৰোপান্তভূমিষু।
ৰমন্তে দেৱতা নিত্যং পুৰেষূদ্যানৱৎসু চ॥
বৃহৎসংহিতা, ৫৫.৮

প্ৰাকৃতিক সৌন্দৰ্য্যেৰে মনোৰম পৰিবেশৰ মাজত সাগৰ, নদী বা হ্ৰদৰ পাৰত তীৰ্থস্থান আৰু এই স্থানতে লোকে 'তীৰ্থ বুলি কৰে জলত শুদ্ধি।' সেয়ে মানুহৰ কি দেৱতাৰো লীলাক্ষেত্ৰ। জল নোহোৱাকৈ তীৰ্থ নহয়। তীৰ্থক্ষেত্ৰত মানুহৰ প্ৰাণৰ আকুতি লৈ থিয় হ'ল মন্দিৰ, আৰু মন্দিৰৰ ভিতৰত স্থাপিত হ'ল দেৱতাৰ অৰ্চা-মূৰ্তি। নগৰ-প্ৰান্তৰ, দুৰ্গ-শৈলশিখৰ, উদ্যান-অৰণ্য, সকলোৱেই মন্দিৰৰ স্থান হ'ব পাৰে। মন্দিৰ পূজাৰ কাৰণেও গতিকে যজমানৰ হৈ আচাৰ্য্যই স্থপতিক নিৰ্দেশ দিব লাগিব। মন্দিৰ দেৱতাৰ মূৰ্তি, ই দেৱতাৰ জ্যামিতিক ৰূপ, বাস্তুপুৰুষমণ্ডলৰ ওপৰত প্ৰতিষ্ঠিত। মন্দিৰৰ ভিত্তিচিত্ৰ এই মণ্ডলেৰে ঠিক একে নহ'লেও তাৰদ্বাৰা স্বীকৃত। কোনো ঠাইত এজন দেৱৰ মন্দিৰ প্ৰতিষ্ঠা কৰাৰ আগতে তাৰপৰা আন দেৱ, ভূত, ৰাক্ষসসকলক অপসৰণ কৰিবলৈ মিনতি জনাই সেই ঠাই সেই একেজন দেৱতাৰ বাসভূমি কৰা হয়। এই ভূমিত হাল বাই তাক সমান কৰি, পৱিত্ৰ কৰি দেৱৰ স্বৰূপ মন্দিৰৰ বাবে উপযুক্ত কৰা হয়।

শিল, ইটা, কৰাল, কাঠ—এইবিলাক মন্দিৰৰ উপকৰণ। তাৰে মন্দিৰ নিৰ্মাণ কৰাৰ আগতে গৰ্ভাধান হয়, শুভ নক্ষত্ৰৰ ৰাতি পৃথিৱীত অনন্ত নাগৰ চিত্ৰৰ শিৰত গৰ্ভপাত্ৰ আৰোপ কৰা হয়। এই গৰ্ভপাত্ৰ লৈ মন্দিৰৰ গৰ্ভগৃহৰ ওপৰত বিমানৰ নিৰ্মাণ, এই বিমান দেৱৰ বাহ্য শৰীৰ, এয়ে আচল মন্দিৰ। বিমানৰ সমুখৰ মণ্ডপ আদি আনুষঙ্গিক। অনেক নামেৰে মন্দিৰক অভিহিত কৰা হয়—প্ৰাসাদ, প্ৰাসাদ-দেৱালয়,

দেৱালয়, দেৱাগাৰ, দেৱগৃহ, দেৱকুল, দেৱায়তন, মন্দিৰ, ভৱন, স্থান, বেশ্ম, কীর্তন, হর্ম্য, বিহাৰ, চৈত্য, ক্ষেত্ৰ।

যদিও প্ৰাচীন শাস্ত্ৰত প্ৰাসাদৰ কুৰিটা বেলেগ গঢ়ৰ ব্যৱস্থা আছে আৰু অগ্নিপুৰাণত ৪৫ বিধ মন্দিৰৰ কথা আছে, আজি কালি শিখৰৰ গঢ় অনুসৰি মন্দিৰবিলাকক তিনি শ্ৰেণীত ভাগ কৰা হয়—নাগৰ, দ্ৰাবিড় আৰু বেসৰ। মুঠভাৱে নাগৰ উত্তৰ ভাৰতৰ আৰু দ্ৰাবিড় দক্ষিণ ভাৰতৰ আৰু বেসৰ বিন্ধ্য পৰ্বতৰপৰা অগস্ত্য (নাসিক) লৈকে দাক্ষিণাত্যৰ এই অংশৰ শৈলী বুলি ক'ব পাৰি।

মন্দিৰ ৰাজহুৱা পূজা-অৰ্চনাৰ ঠাই নহয়, গতিকে প্ৰায়ে চাৰিচুকীয়া সৰু গৰ্ভগৃহত পূজাৰী, যজমানৰ বাহিৰে বেচি মানুহৰ ঠাই নাই। আনফালে হস্তীপৃষ্ঠাকৃতি বৌদ্ধ চৈত্য-গৃহত সামূহিক পূজাৰ সুবিধা সম্পূৰ্ণই আছে। বৈষ্ণৱসকলৰ গীত-কীৰ্তনৰ যোগে সামূহিক পূজা পুৰণি মন্দিৰৰ গৰ্ভগৃহত সম্ভৱ নহয়, তেনে কীৰ্তন আদি হ'বলৈ হ'লে তাৰ ঠাই হ'ব গৰ্ভগৃহৰ সমুখৰ মণ্ডপ।[১] অসমত বৈষ্ণৱ ধৰ্ম প্ৰচাৰ হোৱাত স্থাপিত হোৱা সত্ৰৰ কেন্দ্ৰ গৰ্ভগৃহ (যাৰ নাম এতিয়া হ'ল মণিকূট, ভঁৰালঘৰ বা ভাঁজঘৰ) নহয়; মণ্ডপহে (নামঘৰ বা কীৰ্তনঘৰ)। এই সময়ত আৰু এটি পৰিবৰ্তন হ'ল—মন্দিৰৰ উপকৰণ শিল, ইটা, কৰালৰ ঠাইত কাঠ, বাঁহ, ইকৰা, মাটি মাত্ৰ হ'ল। সেই সময়ৰ ৰাজনৈতিক পৰিস্থিতি আৰু নানা হেতুকে অশান্তিৰ ভয়ো বোধহয় গৃহনিৰ্মাণ-শিল্পৰ এই নিম্নস্তৰলৈ পৰিবৰ্তনৰ এটা কাৰণ।

অসমৰ মন্দিৰ নিৰ্মাণৰ বুৰঞ্জীত এটা কথা মন কৰিবলগীয়া যে আজি থিয় হৈ থকা সৰহভাগ মন্দিৰেই আহোম যুগৰ শেষৰ ফালে নিৰ্মিত। কামৰূপ জিলালৈ চালেই এই কথা বুজা যাব। নীলাচলৰ কামাখ্যা মন্দিৰ আৰু হাজোৰ হয়গ্ৰীৱ-মাধৱৰ বৰ্তমান মন্দিৰ কোচ ৰজাসকলৰ ৰাজত্বত ১৫৬৫ আৰু ১৫৮৩ খ্ৰীষ্টাব্দত সজোৱা। কিন্তু গেজেটিয়াৰত আঙুলিয়াই দিয়া মতে কামৰূপ জিলাৰ আন কোনো মন্দিৰ অষ্টাদশ শতিকাৰ আগৰ নহয়; তাত দিয়া ২৬টি মন্দিৰৰ ভিতৰত বাৰটিয়েই শিৱসিংহ স্বৰ্গদেৱৰ দিনত (১৭১৪-৪৪) মাত্ৰ নিৰ্মিত। নীলাচল পৰ্বতৰ কিছুমান ধ্বংসাৱশেষ সপ্তম-অষ্টম শতিকাৰে হ'ব পাৰে, কিন্তু কামাখ্যা মন্দিৰৰ ওপৰ ভাগৰ কিছু নৰনাৰায়ণৰো পিচত সজা হৈছিল। মন্দিৰৰ গাৰ খোদিত অলঙ্কাৰ আৰু ডাঙৰ ডাঙৰ মূৰ্তিৰ শাৰী একোটি বিশেষত্ব।

[১] Stella Kramrisch—The Hindu Temple, Vol. 1.



নীলাচলৰ আনবিলাক মঠ আপেক্ষিকভাৱে নতুন আৰু তাৰে কিছু ১৮৯৭ চনত দ্বাৰভাঙ্গাৰ মহাৰাজে পুনৰ্নিৰ্মাণ কৰোৱা। হাজোৰ হয়গ্ৰীৱ মন্দিৰৰ তল অংশৰ কটা ফুল আদি আৰু বিশেষকৈ বাহিৰলৈ শুঁড় আগ কৰি থকা হাতীৰ শাৰী অতি পুৰণি স্থাপত্যৰ নিদৰ্শন বুলি ধৰা হয়। ওপৰ ভাগ ৰঘুদেৱনাৰায়ণে নিৰ্মাণ কৰায়। কামৰূপৰ আন প্ৰায়বিলাক মন্দিৰেই আহোম স্থাপত্যৰ নিদৰ্শন। বহল, পাতল, বেচিকৈ পোৱা ধুনীয়া ৰঙা ৰঙৰ ইটাৰে সেইবোৰ নিৰ্মিত; শিলত কটা অলঙ্কাৰ আদি তাত লগোৱা থাকে; মূল মন্দিৰৰ আগত সৰু এটি নাটমন্দিৰ থাকে। অসমৰ প্ৰায় সৰ্বত্ৰ ইয়াৰ আগত টিনৰ নামঘৰ এটিয়ে মন্দিৰৰ মূল আঁচনিকে বেলেগ ৰূপ দিছে। কামৰূপত আৰু অন্যান্য স্থানতো আগৰ মন্দিৰ ভাগি যোৱা কাৰণে বা মন্দিৰ-ঘৰ নোহোৱা কাৰণে অনেক ক্ষেত্ৰত কাঠ-বাঁহখেৰৰ ঘৰ সাজি পূজা আদি কৰা হয়।

কামৰূপত শিৱৰ পূজা অতি প্ৰাচীন বুলি অনুমান হয়। কালিকাপুৰাণৰ বৰ্ণনাৰপৰা যি বুজিব পাৰি, শাক্তধৰ্ম প্ৰচাৰৰো আগতে ইয়াত শৈৱধৰ্মৰ প্ৰভাৱ বিস্তৃতভাৱে আছিল। মিথিলাৰ ৰাজকোঁৱৰ নৰকাসুৰে ইয়াত ৰাজত্ব প্ৰতিষ্ঠা কৰি দেৱীৰ পূজা প্ৰতিষ্ঠা কৰিবলৈ আহোঁতে এই ৰাজ্যত শিৱৰ একাধিপত্য আছিল (স চ দেশঃ স্বৰাজ্যাৰ্থং পূৰ্বং গুপ্তশ্চ শম্ভুনা) আৰু নৰকাসুৰে কিৰাতসকলক এই ৰাজ্যৰপৰা খেদাই দেৱীক প্ৰতিষ্ঠা দিয়াতো শৈৱধৰ্ম গোপনৰূপে ইয়াতে ৰৈ গ'ল (অন্তৰ্গুপ্তঃ স মে পুৰে)। শিৱ কেনেকৈ কামৰূপৰ আৰ্য্যেতৰ লোকসকলৰ মাজত প্ৰিয় হৈ পৰিল, তাৰ ইঙ্গিতো এই পুৰাণখনিয়েই দিছে। গুণাভিৰাম বৰুৱাই পুৰণি ঐতিহ্যৰ ওপৰত নিৰ্ভৰ কৰি কৈছে, আগৰ কামৰূপৰ অন্তৰ্গত জলপাইগুৰিত জল্পেশ্বৰ নামে এজন ৰজাই জল্পেশ্বৰ শিৱৰ মন্দিৰ প্ৰতিষ্ঠা কৰি শিৱপূজা প্ৰচাৰ কৰে।

চতুৰ্থৰপৰা দ্বাদশ শতিকাৰ ভিতৰত পুষ্যবৰ্মা, শালস্তম্ভ আৰু ব্ৰহ্মপাল বংশৰ হিন্দু ৰজাসকলৰ সকলোৱেই যেন একান্ত শিৱভক্ত আছিল। আন কি, ভাস্কৰবৰ্মাৰ দূত হংসবেগে হৰ্ষবৰ্দ্ধনৰ আগত নিজৰ ৰজাৰ প্ৰতিজ্ঞাৰ কথা এনেকৈহে কৈছিল, "অয়মস্য চ শৈশৱাদাৰভ্য সঙ্কল্পঃ স্থেয়ান্ স্থানুপাদাৰবিন্দাদৃতে নাহমন্যং নমস্কুৰ্যামীতি" (হৰ্ষচৰিত, সপ্তম উচ্ছ্বাস)। নৱম শতিকাৰ বনমালদেৱে হাটকশূলী শিৱৰ মন্দিৰ পুনৰ্নিৰ্মাণ কৰে। এওঁৰ ফলিত ৰাজধানীৰ ওচৰৰ কামকূট পৰ্বতত শ্ৰীকামেশ্বৰ আৰু মহাগৌৰীৰ উল্লেখ আছে। ইন্দ্ৰপাল ৰজা শিৱ আৰু গিৰিজা দুইৰো ভক্ত। অৱশ্যে দেৱীধৰ্মৰ প্ৰভাৱ এই ৰজাসকলৰ ফলিবোৰত অনুভূত নহয়।

সপ্তমৰেপৰা ত্ৰয়োদশ শতিকাৰ ভিতৰৰ বুলি পণ্ডিতসকলৰ দ্বাৰা নিৰ্ণীত কেইবাটিও শিৱমন্দিৰৰ ধ্বংসাৱশেষ শিৱসাগৰ, দৰং, কামৰূপ আদি জিলাত পোৱা গৈছে।

অসমত নৱবৈষ্ণৱ ধৰ্মৰ অভ্যুদয়ৰ সময়তো শিৱৰ স্থিতি ভালকৈয়ে অনুভৱ কৰিব পাৰি। স্বয়ং শঙ্কৰদেৱেই হেনো শিঙৰিৰ গোপেশ্বৰ শিৱৰ বৰত উপজি শঙ্কৰৰ নাম পাইছিল। বিশ্বসিংহ ৰজা আকৌ শিৱৰ পুত্ৰ; কোচ ৰজাসকল শিৱবংশী। শিৱৰ সাধাৰণ ধৰ্মৰ উপৰিও কছাৰী-সকলৰ মাজত কেনেকৈ "হংস পাৰ মদ ভাত মহিষ শূকৰ কুকুৰা ছাগল উপহাৰে"ৰে মাদল বজোৱা নাচনেৰে শিৱপূজাৰ বিধান আছিল, তাৰ সাক্ষ্য কোচ ৰাজবংশীয়ে দিয়ে। বড়ো কছাৰীসকলৰ বুঢ়া বা বাথৌ বা শিৱৰায়ৰ পূজাৰ কথা বৰ্তমান পুথিৰ যথাস্থানত পোৱা যাব। মণি-ৰাম দেৱানৰ বুৰঞ্জীত কছাৰী ৰজাসকলৰ তত্ত্বাৱধানত কেনেকৈ দেৱগাঁৱত মদ-মাংসৰ নৈবেদ্যেৰে শিৱ-পূজা চলিছিল, বৰ্ণোৱা হৈছে। এইদৰে বড়ো-কছাৰীসকলৰ মাজত শৈৱধৰ্মৰ এটি বলবান ঐতিহ্য বৈ আহিছে। আমাৰ মনত পৰিব, শিৱ নিজেই কিৰাত, দেৱী কিৰাতী।

আহোম ৰজাসকলৰ আমোলতো শৈৱধৰ্মই বিশেষ আদৰ পাইছিল। প্ৰতাপসিংহ স্বৰ্গদেৱে (১৬০৩-৪১) দেৰগাঁও, নেঘেৰীটিঙত আগৰ ভগা শিৱমন্দিৰৰ পৰিবৰ্তে নতুন শিৱদ'ল নিৰ্মাণ কৰিছিল। গদাধৰসিংহৰ দিনত (১৬৮১-৯৬) হ'ল উমানন্দৰ বৰ্তমান মন্দিৰ, ৰুদ্ৰসিংহৰ দিনত জয়সাগৰৰ পাৰৰ শিৱদ'ল, শিৱসিংহ আৰু তেওঁৰ ৰাণীসকলৰ দিনৰ শিৱ-সাগৰ-গৌৰীসাগৰৰ পাৰৰ শিৱদ'ল, প্ৰমত্তসিংহৰ দিনৰ উত্তৰ গুৱাহাটীৰ ৰুদ্ৰেশ্বৰ দ'ল আৰু ৰাজেশ্বৰসিংহৰ দিনৰ বশিষ্ঠাশ্ৰম, মণিকৰ্ণেশ্বৰ আদিৰ শিৱমন্দিৰ উল্লেখযোগ্য। প্ৰতাপসিংহৰেপৰা আৰম্ভ কৰি স্বৰ্গদেওসকলৰ মোহৰবোৰত হৰৰ উল্লেখ প্ৰায় অবিচ্ছেদ্যভাৱে চলি আছে।

শিৱমন্দিৰসমূহৰ বাহিৰেও বুঢ়াগোসাঁই বা বুঢ়াগোহাঁইৰ থান অসমৰ সৰ্বত্ৰ বিয়পি আছে। এইবোৰেই যেন কালিকাপুৰাণত ইঙ্গিত দিয়া শিৱৰ অজ্ঞাতবাসৰ ঠাই। কিন্তু য'তেই বুঢ়া আছে, তাতেই বা তাৰ ওচৰতেই বুঢ়ীৰ থান প্ৰায় আছে। এইদৰে শক্তিপূজাই যদিও শিৱধৰ্মক প্ৰতিৰোধ কৰি পোনতে বিস্তাৰ লাভ কৰিবৰ কাৰণে যত্ন কৰা যেন লাগে, শেষত দুইবো এক সময়ন্ন আপোনা-আপুনি হৈ উঠিল। অসমত আজি এটি শৈৱ সম্প্ৰদায় নাই। ইয়াৰ কাৰণ প্ৰথমতে দেৱীৰ প্ৰভাৱ আৰু দ্বিতীয়তে, নৱবৈষ্ণৱ ধৰ্মৰ সৰ্বগ্ৰাসী অথচ মধুৰ বিস্তাৰ।

অন্যত্ৰ বিৰলা দেৱী কামৰূপে গৃহে গৃহে। সঁচাকৈয়ে জগতৰ



আদ্যা-শক্তি-ৰূপিণী মহামায়াৰ 'দুৰ্গা ভদ্ৰা কালী আদি হৈবেক তোমাৰ নাম, থাকিবা লোকৰ পূজা খাই।' ভাৰত জুৰি বিষ্ণু-চক্ৰচ্ছিন্ন সতীৰ অঙ্গ একাৱন্নখন পীঠত পৰিছিল। কিন্তু কোনো অঙ্গ ছিন্ন-ভিন্ন নোহোৱা-কৈয়ে অসম জুৰি দেৱী নানা ৰূপত আড়ম্বৰেৰে বিদ্যমান। ইয়াৰ ভিতৰত কামৰূপৰ কামাখ্যা কেন্দ্ৰস্বৰূপ। একালত উত্তৰ-পূৰ সীমান্ত অঞ্চলত দিক্কৰবাসিনীৰূপে দেৱীয়ে উজ্জ্বল ৰূপ লৈ বিৰাজ কৰিছিল। কালত তেৱেঁ তাম্ৰেশ্বৰী আই বুলি, কেঁচাইখাঁতী গোসাঁনী বুলি খ্যাতি লাভ কৰি-ছিল। কিন্তু দেৱীৰ যে আৰু ক'ত কি নাম—লখীমপুৰত মালিনী, মণি-পুৰীয়া দেৱী, কেঁচাইখাঁতী নীল গোসাঁনী, বুঢ়ী, শিৱসাগৰত দুৰ্গা, গৌৰী, বুঢ়ীগোসাঁনী বা জয়েন্তশ্বৰী, নগাঁৱত কামাখ্যা, মহামায়া, চামুণ্ডা, মহিষ-মৰ্দিনী, কামৰূপত কামাখ্যা, উগ্ৰতাৰা, ভুবনেশ্বৰী, চণ্ডিকা, জয়দুৰ্গা, মাহেশ্বৰী, কালী, ব্যাঘ্ৰেশ্বৰী, ইত্যাদি, ইত্যাদি। সকলো শাক্তই মানি ললেও গোৱালপাৰাৰ টুক্ৰেশ্বৰী পীঠত সতীৰ উৰু, জয়ন্তীয়া পাহাৰৰ ফালজোৰত সতীৰ বাম চৰণ পৰিছিল বুলি প্ৰবাদ আছে।

কামৰূপত দেৱীপূজাৰ চলতি কেতিয়াৰপৰা হ'ল বা শাক্তধৰ্মই কেতিয়া ক'ত, কেনেকৈ জয়লাভ কৰিলে, সেই সম্পৰ্কে নানা পণ্ডিতৰ নানা মত। বৈদিক আৰ্য্যধৰ্মৰ ওপৰত আদিবাসীসকলৰ ধৰ্মৰ তন্ত্ৰ-মন্ত্ৰ আদিৰ প্ৰভাৱৰ প্ৰতিক্ৰিয়াস্বৰূপে তান্ত্ৰিক ধৰ্মৰ উদ্ভৱ হৈছিল বুলি ভাবিবৰ কাৰণ আছে। শৈৱ-শক্তি তান্ত্ৰিকতাৰ ওপৰত বৌদ্ধধৰ্মৰ পিচৰ কালৰ বজ্ৰযান আদিৰ ছাঁও আহি নিশ্চয় পৰিছে। বজ্ৰযানৰ সাধনমালাত ওডিয়ান, পূৰ্ণগিৰি, কামাখ্যা বা কামৰূপ আৰু সিৰিহট্টৰ বিশেষ উল্লেখ পোৱা যায়। দেৱীৰ তন্ত্ৰতো উড্ডীয়ান, পূৰ্ণশৈল, কামৰূপ আৰু জালন্ধৰৰ গুৰুত্ব দেখা পোৱা যায়। এনেবোৰ কথাৰপৰা বৌদ্ধতন্ত্ৰ আৰু শাক্ততন্ত্ৰৰ কিছুমান সাধাৰণ লক্ষণ মন কৰিবলগীয়া হৈ পৰে। তন্ত্ৰৰ ওপৰত ভাৰতৰ বাহিৰৰপৰা পৰা প্ৰভাৱো অনেক পণ্ডিতে সন্দেহ কৰিবৰ থলী পাইছে। উত্তৰ-পূৰ ভাৰতেই তন্ত্ৰ আৰু শাক্ত ধৰ্মৰ জন্মস্থান আৰু লীলাভূমি বুলি নানা বিচাৰৰপৰা বিশ্বাস কৰিব পাৰি। এই ফালৰপৰা কামাখ্যা-পীঠৰ গুৰুত্ব যথেষ্ট। কামাখ্যা যেন বেবিলন আদিৰ মাতৃ-দেৱী আৰু পৃথিৱীৰ অনেক দেশৰ ভূমি-দেৱীৰ সংমিশ্ৰণ। নীলাচলৰপৰা অনতিদূৰত থকা মাতৃ-প্ৰধান খাচীয়া আৰু গাৰো জাতিৰ আদিম বিশ্বাসৰ মাজতো এই শক্তি-কেন্দ্ৰৰ কোনো বিশ্বাসৰ সম্বন্ধ থাকিব পাৰে। বিশ্বসিংহ ৰজাই নীলা-চলৰ পীঠবোৰ আৱিষ্কাৰ কৰাৰ আগতে এই ঠাইত গাৰোসকলে হেনো গাহৰি, কুকুৰা বলি দি পূজা কৰিছিল। কিন্তু ইয়াৰ আগৰ কামাখ্যা

মন্দিৰৰ বুৰঞ্জী মোলান পৰি আছে। একাদশ-দ্বাদশ শতিকামানত কালিকা-পুৰাণ ৰচনা কৰা সময়ত কামাখ্যা আৰু দেৱীৰ আন ৰূপসমূহৰ প্ৰভাৱ নিশ্চয় শক্তিদৃপ্ত আছিল। কিন্তু হিন্দু ৰজাসকলৰ তাম্ৰশাসনবোৰত এইফালে কোনো ইঙ্গিতকে পোৱা নাযায় বুলিব পাৰি। এই সময়ত শৈৱধৰ্মৰ প্ৰতি শাসনবোৰত কোনো আকৰ্ষণেই ধৰা নপৰে।

নৱবৈষ্ণৱ ধৰ্মৰ আৱিৰ্ভাৱৰ সময়ৰ সৰু বৰ শাসক বাৰভূঞাসকল প্ৰায়েই ঘোৰ শাক্ত আছিল। শঙ্কৰদেৱৰ আজোককাক চণ্ডীবৰ বা দেৱীদাস মহা দেৱীভক্ত। বিশ্বসিংহ ৰজাৰ গৰখীয়া কালত গৰখীয়াসকলে শৰত কালত. কৰিং কাটি দেৱীপূজা কৰাৰ উল্লেখ কোচ ৰাজবংশাৱলীত আছে। এই সময়ত নীলাচলৰ পুৰণি মন্দিৰবোৰৰ চিন নোহোৱা হৈছিল। বিশ্বসিংহই পীঠস্থানবোৰো পণ্ডিতৰ সহায় লৈ মাটিৰ তলৰপৰা উলিয়াব লগা হৈছিল। কামাখ্যা মন্দিৰৰ দৰে পুৰণি আন এটি শাক্ত মন্দিৰ সদিয়াৰ ওচৰৰ তাম্ৰেশ্বৰী মন্দিৰ। সম্ভৱতঃ অধিষ্ঠাত্ৰী কালিকা পুৰাণোক্তা তীক্ষ্ণকান্তা উগ্ৰতাৰা। কিন্তু এই থানৰ ইতিহাসো ধাৰাবাহিকভাৱে পোৱা নাযায়। যোৱা শতিকাৰ মাজ ভাগত ইয়াত যি মন্দিৰৰ ভগ্নাৱশেষ পোৱা হৈছিল সি পঞ্চদশ শতিকাত পুনৰ্নিৰ্মিত বুলি অনুমান কৰা হৈছে; কিন্তু ঘাই মন্দিৰটি বহুত দিনৰ আগৰ হ'ব লাগিব, কাৰণ ইয়াৰ প্ৰত্নতাত্ত্বিক নিদৰ্শনবোৰত আদিমতাৰ সাঁচ দেখা পোৱা যায়। আন-ফালে আমি জনাৰ ভিতৰত ইয়াৰ পূজাৰিসকল দেউৰী-চুটিয়া লোক; তেওঁলোকৰ মতে গোসাঁনীৰ নাম পিছাছি অৰ্থাৎ কন্যা, জনাজাত কেঁচাই-খাঁতী বুলি। দেৱীৰ নাম যেতিয়া কেঁচাইখাঁতী হয়, তেতিয়া তেওঁ নৰবলি গ্ৰহণ কৰে। এসময়ত নৰবলি হোৱা বুলি অসমৰ অনেক ঠাইকে আঙু-লিয়াই দেখুওৱা হয়। তাম্ৰেশ্বৰী মন্দিৰত শেষ আহোম যুগত আহোম ৰজাৰ প্ৰতিনিধি সদিয়াখোৱা গোসাঁইৰ অধীনে পূজা-সেৱা-বলি আদি হৈছিল।

কামাখ্যা আৰু তাম্ৰেশ্বৰী মন্দিৰৰ বাহিৰে আজিকালিৰ প্ৰায়বিলাক শাক্ত মন্দিৰ পিচৰ আহোম ৰজাসকলৰ. দিনৰ। নগাঁৱৰ শিলঘাটৰ কামাখ্যা মন্দিৰো প্ৰমত্তসিংহ স্বৰ্গদেৱৰ কালৰহে (১৭৪৫)। আনফালে উত্তৰ-পাৰৰ ফুলবাৰী আদি ঠাইৰ দেৱী-মন্দিৰৰ ঐতিহ্য কিছু প্ৰাচীন যেন অনুভৱ হয়। কাছাৰৰ কছাৰী আৰু জয়ন্তাৰ জয়ন্তীয়া ৰজাসকলেও চণ্ডী, জয়ন্তা বা জয়ন্তেশ্বৰী, কালী আদি নামত দেৱীৰ পূজা কৰিছিল আৰু কৰাইছিল। আন আন সৰু সৰু ৰজায়ো শাক্তধৰ্মৰ পৃষ্ঠপোষকতা কৰিছিল। যদিও এইদৰে শাক্তধৰ্ম গোটেই অসমতে বিয়পি পৰিছিল, ব্ৰহ্মপুত্ৰ উপত্যকাত



নৱবৈষ্ণৱ ধৰ্ম প্ৰচাৰ আৰু বিস্তাৰিতভাৱে সত্ৰ-স্থাপনৰ ফলত শক্তিপূজাৰ প্ৰাধান্য কমি আহে। যদিও ভাৰতৰ ভিতৰতে এখনি শ্ৰেষ্ঠ শাক্তপীঠ কামাখ্যা মন্দিৰ কামৰূপ জিলাত অৱস্থিত, ১৯০১ চনৰ মানুহ পিয়লত দেখা গৈছিল, জিলাখনৰ হিন্দু জনসংখ্যাৰ শতকৰা দুজনেহে নিজকে শাক্ত বুলি ঘোষণা কৰে।

হৰ্ষচৰিতত ভাস্কৰবৰ্মাক বৈষ্ণৱবংশ বোলা হৈছে। পুষ্যবৰ্মাৰ বংশই তেওঁলোকৰ তাম্ৰলিপিবোৰত বৰাহ বিষ্ণু আৰু ধৰিত্ৰীৰপৰা নিজৰ উদ্ভৱ দেখুৱাইছে। বৰগঙ্গাত পোৱা লিপিত ভূতিবৰ্মাক পৰমভাগৱত বুলি আখ্যা দিয়া হৈছে। ধৰ্মপাল ৰজাৰ পুষ্পভদ্ৰা. ফলিত আগৰ লিপিবোৰৰ দৰে শিৱক বন্দনা নকৰি বৰাহ বিষ্ণুৱহে বন্দনা কৰা হৈছে। সমসাময়িক ভাস্কৰ্য্য-স্থাপত্যয়ো কামৰূপত বৈষ্ণৱ ধৰ্ম প্ৰচলনৰ ভাল আভাস দিয়ে। দেওপানীৰ 'ভগৱতো নাৰায়ণস্য শৈলী প্ৰতিমা' নৱম শতিকাৰ, ডিব্ৰুগড়ৰ ওচৰৰ পুৰণি মন্দিৰ এটিত পোৱা পিতলৰ বিষ্ণুমূৰ্তি একাদশ-দ্বাদশ শতিকাৰ, শিৱসাগৰ নগৰত পোৱা ভাস্কৰ্য্যৰ নিদৰ্শন দশম-একাদশৰ, অশ্বক্ৰান্তৰ অনন্তশায়ী বিষ্ণু দ্বাদশৰ, শুক্ৰেশ্বৰৰ বিষ্ণু-জনাৰ্দন অষ্টম-নৱম শতিকাৰ বুলি পণ্ডিতসকলে কৈছে। কালিকা-পুৰাণত মণিকূটৰ হয়গ্ৰীৱ-মাধৱৰ আৰু দিক্কৰবাসিনী পীঠৰ বাসুদেৱৰ পূজা পদ্ধতিৰ বিশদ ব্যৱস্থা আছে। এই পূজা তান্ত্ৰিক পদ্ধতিৰ বা পাঞ্চৰাত্ৰ ৰীতিৰ, অৰ্থাৎ তাত মন্ত্ৰ, বীজ, যন্ত্ৰ, ন্যাস, শক্তি-অলঙ্কাৰ আদিৰ পূজা, এইবিলাক প্ৰক্ৰিয়া বৰ্তমান। বাসুদেৱ পূজাত শম্ভু, গৌৰী, ব্ৰহ্মা, ৰাম আৰু কৃষ্ণ থাকিবই লাগিব, বিশেষতে শম্ভু-গৌৰীক বাদ দিব নোৱাৰিব। পূজাৰ মণ্ডলত বাসুদেৱ নায়ক, নায়িকা হ'ল বিমলা। হয়গ্ৰীৱৰ ন্যাসৰ বিধানত পাঞ্চৰাত্ৰৰ মূল চতুৰ্ব্যূহক স্থাপন কৰিব লাগে। ঈশান আৰু তেওঁৰ শক্তিসমূহ, গ্ৰহ আৰু দিকপতিসকলকো পূজা কৰিব লাগে। আন কি, 'যোগিনী-তন্ত্ৰ'ৰ মতে হৰিণ, ছাগ, শহাৰ মাংস, হয়গ্ৰীৱ বিষ্ণুৰ হেনো বিশেষ প্ৰিয়। ১৫৮৩ চনত হয়গ্ৰীৱ মাধৱৰ মন্দিৰ ৰঘুদেৱনাৰায়ণে পুনৰ্নিৰ্মাণ কৰে আৰু তাৰ পূজা অৰ্চাৰ কাৰণে যোগনীয়া সমলীয়া, পাইক আদিৰ নিৰ্বন্ধ কৰে। কোচ, আহোম, মুছলমান শাসকসকলে এই মন্দিৰৰ নামত অনেক মাটি-বৃত্তি দিয়ে। ১৬৯৬ চনত ৰামচন্দ্ৰ বৰপাত্ৰগোহাঁয়ে যোগিনী-তন্ত্ৰৰ আলম লৈ এই মন্দিৰৰ নিত্য-নৈমিত্তিক প্ৰসঙ্গৰ যি বৰ্ণনা দিছে, তালৈ চাই ইয়াৰ উৎসৱ-পদ্ধতিত মহাপুৰুষীয়া পদ্ধতি কোনো সময়ত দৃঢ়ভাৱে সোমোৱা যেন লাগে। কিন্তু মন্দিৰৰ ভিতৰৰ পূজা-পদ্ধতিৰ তান্ত্ৰিক ৰূপৰ সম্ভৱতঃ পৰিৱৰ্তন হোৱা নাই। দিক্কৰবাসিনীৰ বাসুদেৱ পূজাৰ ক্ৰমিক ইতিহাস

পোৱা নাযায়। কিন্তু শ্ৰীসৰ্বেশ্বৰ বৰুৱাই পাঠ উদ্ধাৰ কৰা ১৩৯২ আৰু ১৪০১ চনৰ সধয়াপুৰীৰ ৰজা সত্যনাৰায়ণ আৰু তেওঁৰ পুতেক ৰজা লক্ষ্মীনাৰায়ণৰ তামৰ ফলিত যি ভূমিদান কৰা হৈছে, সেয়াও একে বাসুদেৱৰ পূজা-অৰ্চাৰ উদ্দেশ্যেই বুলি ভাবিবৰ বোধহয় কাৰণ আছে। ইয়াৰ পিচত আকৌ আমি শুনো বাসুদেৱ-থানৰ কথা নবোৱা সত্ৰ-স্থাপনৰ ইতিহাসৰ আৰম্ভণিৰপৰা। ইয়াত (উত্তৰ লখীমপুৰৰপৰা ১৮ মাইলমান পূবৰ কঢ়া আৰু চাৰিকৰীয়া নৈৰ মাজত) এতিয়াও সুন্দৰ দক্ষতাৰে নিৰ্মিত কলীয়া শিলৰ বিতোপন বাসুদেৱ-মূৰ্তি আছে।



শিৱসাগৰৰ দ'ল-পুখুৰী



গৌৰীসাগৰৰ দেৱীদ'লৰ ভাস্কৰ্য্য



গৌৰীসাগৰৰ দেৱীদ'লৰ ভাস্কৰ্য্য



দহ পৰ্বতীয়াৰ মন্দিৰৰ তোৰণ

# উত্তৰ-পূব সীমান্তৰ কলা আৰু সংস্কৃতি

## ড: ভেৰিয়াৰ এলুইন

……এই অঞ্চলটো অসীম সৌন্দৰ্য্যৰ ক্ৰীড়াভূমি। উইলিয়াম ৰবিনছনে ১৮৪১ চনত ইয়াৰ দৃশ্যৰাজিৰ বিষয়ে এটি উজ্জ্বল বৰ্ণনা দাঙি ধৰিছিল—"Mountains beyond mountains, hurled together in wild confusion, seem to the spectator like the wrecks of a ruined world; and whilst the eye is gratified with the pleasing panorama, a series of hills innumerable is presented to view, retiring far away in fine perspective, till their blue conical summits are relieved by the proud pinnacles of the Himalayas towering their lofty magazines of tempests and snow midway up to the vertey of the sky, and exhibiting scenes calculated to animate the mind with the sublimest sentiments, and to awaken the most lofty recollections."

উত্তৰ সীমান্তৰ বাৰেওমাহ হিমে ঢকা পৰ্বতবোৰে, ছিয়াঙৰ নৈবোৰৰ দৃশ্যাৱলীয়ে, কামেঙৰ সৰল আৰু ৰোডোডেনড্ৰন গছবোৰে, লোহিত উপত্যকাৰ আপোন পাহৰা হোৱা জাকজমকতাই, পাটকাইৰ সৌন্দৰ্য্যময় চূড়াবোৰে, আপাটানি মালভূমিৰ গহীন হাবি আৰু পাহাৰবোৰে ভ্ৰমণকাৰীক তেওঁৰ সমুখত ফুলি উঠা অক্ষয় সৌন্দৰ্য্য নিজৰাৰ চিটিকনি বুলি ভাবিবলৈ বাধ্য কৰায়। এহাতে জীৱনৰ কঠোৰতা, আনহাতে মনোহৰ সৌন্দৰ্য্যই মানুহবোৰৰ চৰিত্ৰৰ বৈশিষ্ট্যৰ গঢ় দিছে। জীৱনৰ বাধা-বিঘিনি অতিক্ৰম কৰিবৰ পৰত তেওঁবিলাক সাহসী অথচ আনপিনে মিহি, শকত, ধুনীয়া বস্তুও তেওঁবিলাকৰ প্ৰিয়।

উত্তৰ-পূব সীমান্ত প্ৰশাসনৰ অধীনস্থ প্ৰায় ৩০,৫০০ বৰ্গমাইল জোৰা এই বিৰাট ভূ-খণ্ডক তিনিটা ঘাই কলা আৰু সাংস্কৃতিক প্ৰদেশত ভাগ

কৰিব পাৰি। প্ৰথম খণ্ড ধৰ্মৰ দৃষ্টিকোণৰপৰা বৌদ্ধ। ইয়াৰ ভিতৰত কামেঙৰ পশ্চিমাঞ্চলৰ চেৰদুক্‌পেন, মন্‌পা আৰু কিছু পৰিমাণে বগুণ, অকা, ধামাই জনগোষ্ঠীও তেওঁবিলাকৰ সংস্পৰ্শ আৰু প্ৰভাৱত পৰিছে। মেচুকাৰপৰা টুটিঙলৈ আৰু মানখটালৈ, গেলিঙৰপৰা লোহিত সীমান্তৰ ৱালঙলৈ উত্তৰপিনে সীমা-মূৰিয়লিত বাস কৰা তিব্বতী ভাষাভাষী মেম্বা আৰু খাম্বাবিলাককো এই শ্ৰেণীভুক্ত কৰিব পাৰি। যদিও খামতি আৰু চিংফৌবিলাকৰ সাংস্কৃতিক পৰম্পৰা স্বকীয়া আৰু ভৌগোলিক হিচাবত আচুতীয়া, এওঁবিলাককো এই ভাগতে ধৰাটো সুবিধাজনক, কিয়নো ধৰ্মত বৌদ্ধ আৰু গোটাচেৰেক বিষয়ৰ মিল আছে। সীমান্তৰ অন্যান্য ঠাইত অপ্ৰচলিত মুখা-সজা প্ৰথা এওঁবিলাকৰ মাজত দেখা যায়।

দ্বিতীয় সাংস্কৃতিক অঞ্চলটো পশ্চিমৰপৰা পূবলৈ কামেঙৰ চেপলাৰ-পৰা সোৱণশিৰী, ছিয়াং আৰু লোহিতৰ এটা ব্যাপক অঞ্চল জুৰি আছে। এই অঞ্চলটো বিভিন্ন বাবেবৰণীয়া জনজাতিৰে উপচি আছে, কিন্তু সাংস্কৃতিক দিশৰপৰা এক। এওঁবিলাক আটাইবে মাজত বোৱা-কটাৰ আৰু বেত আৰু বাঁহৰ মিহি কামৰ বহুল প্ৰচলন আছে, কিন্তু কাঠৰ কামৰ প্ৰচলন নাই।

তৃতীয় সাংস্কৃতিক অঞ্চলটো দক্ষিণ-পূবত অৱস্থিত। এই অঞ্চলত টিৰাপৰ বৈষ্ণৱ ধৰ্মাৱলম্বী নক্তে, সাহসী আৰু নিৰ্জু ৱাংছু আৰু কানি খাই ভাল পোৱা টাংছাবিলাকে বাস কৰে। এওঁবিলাক আটাইবে গাত কম-বেচি পৰিমাণে ব্ৰহ্মদেশীয় প্ৰভাৱ দেখা যায়। সচা কথা ক'বলৈ গ'লে টাংছাবিলাকৰ সীমান্তৰ সিপাৰৰ লগত ঘনিষ্ঠ সম্পৰ্ক আছে; ব্ৰহ্মদেশীয় জনজাতিবিলাকৰ লগত আন্তঃবিবাহ চলে আৰু সাজ-পাৰ, কেশবিন্যাস আদিও ব্ৰহ্মদেশীয় আহিৰ। নক্তে আৰু ৱাংছুবিলাক আগতে মূৰ-চিকাৰী আছিল। তেওঁবিলাকৰ ডেকাবিলাকৰ মৰংঘৰ আছে; ৰজাৰ আৱশ্যকীয় ঘৰ-দুৱাৰ তেওঁবিলাকে সাজি দিয়ে আৰু কাঠ-খোদাই আৰু ব্যক্তিগত সাজ-সজ্জাৰ লাহ-বিলাহত কলাত্মক অভিব্যক্তি প্ৰকাশ পায়। ১৮৭২ চনত ডেল্টনে কৈছিল যে আচৰিত অয়-অলঙ্কাৰ আৰু সাজ-সজ্জাত আটাই-বোৰ জনজাতিতকৈ এওঁবিলাক আগবঢ়া। তেওঁবিলাকৰ সাজ-সজ্জাৰ লাহ-বিলাহৰ প্ৰাচুৰ্য্য আৰু কাপোৰ পিন্ধাৰ প্ৰতি আচৰিত বিদ্বেষ দুয়োটা সমপৰ্য্যায়ৰ। তেওঁবিলাক অলঙ্কাৰপ্ৰিয় আৰু ভালেমান জকমকীয়া অলঙ্কাৰ নিজেই গঢ়ে। অলঙ্কাৰ গঢ়োঁতে ঘাইকৈ হাড়-মূৰ, হাতীদাঁত গাহৰিদাঁত, মণি, পাথৰ, ছাগলী-পছুৰ ৰং-চঙীয়া নোম, পিতল, চিচা আদি ব্যৱহাৰ কৰে।



টিৰাপৰ দক্ষিণত টুৱেনচাং। ইয়াত বসবাস কৰা ফোম্‌ আৰু কন্যাক-বিলাক কাঠ-খোদাই কাৰ্য্যত পাকৈত আৰু পুৰণি মূৰ-চিকাৰ প্ৰথাৰ লগত জড়িত।

যদিও তিনিটা সাংস্কৃতিক বিভাগ আছে আৰু প্ৰত্যেক জনজাতিৰেই নিজা নিজা বৈশিষ্ট্য আছে, তেওঁবিলাক আটাইবে ভালেমানখিনি মিল দেখা যায়। সমগ্ৰ সীমান্ত অঞ্চলৰে সামাজিক গাঁথনি পিতৃপ্ৰধান। বহুভাৰ্য্যাত্ব অতি সাধাৰণ কিন্তু বহুস্বামিত্ব সামান্য হ'লেও দেখা যায়। তেওঁবিলাকে গাঁও পাতি বাস কৰে। অৱশ্যে নক্তে আৰু মন্‌পাসকলৰ-দৰে বহুদিনৰ আগতে প্ৰতিষ্ঠিত পুৰণি গাঁও আৰু ডফলা আৰু টাগিন-সকলৰ দৰে সঘনাই ঠাই বাগৰি ফুৰা মানুহো আছে। কেতিয়াবা কেতি-য়াবা ডফলা আৰু মিছিমি মানুহ এঘৰ বা দুঘৰেই এখন গাঁও হয় আৰু তাত ৬০/৭০ জনমান মানুহ থাকে। সাধাৰণতে একোখন পৰ্বতীয়া গাঁৱত দুশৰপৰা পাচশলৈকে মানুহ থাকে আৰু সৰহভাগ গাঁৱেই নৈ, হাবি আৰু পৰ্বতৰ অপূৰ্ব দৃশ্য বুকুত লৈ পৰ্বতৰ টিঙত অৱস্থিত।

জনজাতিবিলাকৰ নিজা নিজা শাসন-ব্যৱস্থা আছে আৰু প্ৰত্যেকৰ মাজত পাৰ্থক্য বহুত। ৱাংছু আৰু নক্তেসকলৰ ক্ষমতাশালী ৰজা আছে। চেৰদুক্‌পেন আৰু অকাসকলক শাসন কৰে চহকী অভিজাত পৰিয়াল-বিলাকে। ডফলাসকলৰ মাজত ক'বৰাতহে পুৰণি পৰম্পৰাগত অনুষ্ঠানৰ চিন দেখা যায় আৰু ঘৰে ঘৰে সংঘৰ্ষ হ'লেও ওচৰ-চুবুৰীয়াই একো মাত নামাতে। আপাটানিবিলাকক আকৌ বয়সীয়া মানুহেৰে গঠিত পৰিষদে শাসন কৰে। আদি আৰু মিছিমিবিলাকৰ মাজত এক শক্তিশালী উন্নত সংগঠন আছে, সেয়ে কেবাং বা গাঁও পৰিষদ। আজিকালি আদি কেবাং-সমূহ লগলাগি বাঙ্গো নামেৰে পৰিষদ গঠন কৰিছে। ই ভালেমান গাঁৱৰ কাম পৰিচালনা কৰে।

সীমান্ত অঞ্চলৰ মানুহৰ প্ৰধান ব্যৱসায় খেতি। ঝুম প্ৰণালীৰে খেতি কৰে। পৰ্বতৰ গাত থকা হাবি-বননি কাটি তাত জুই লগাই দিয়ে। তাৰ পাচত ইয়াৰ ছাইত গুটি সিঁচি দিয়ে। মন্‌পাবিলাকে পৰ্বতৰ গাত খাপ কাটি সমান কৰি খেতি কৰে। আপাটানিবিলাকৰ মাজত প্ৰচলিত আকৌ পানী বান্ধি খেতি কৰা প্ৰথাটো অদ্বিতীয়। সম্প্ৰতি প্ৰশাসনে শালি খেতিৰ প্ৰচলন কৰিবলৈ চেষ্টা চলাইছে (পাছিঘাট অঞ্চলৰ চাৰিওফালে কিছু পৰিমাণে কৃতকাৰ্য্য হৈছে)। মানুহবিলাকে চিকাৰ কৰি, মাছ মাৰি আৰু হাবি-বনৰপৰা আহাৰৰ পৰিপূৰক খাদ্য আহৰণ কৰে। চিকাৰ আৰু মাছ-মৰা দুয়োটাতে এওঁবিলাক বৰ পাকৈত। সীমা-মূৰিয়লি

ঠাইবোৰৰ বাহিৰে খুব কমেইহে বজৰুৱা মদ খায় কিন্তু সকলোৱে ঘৰতে ধান আৰু চাউলৰপৰা এবিধ পুষ্টিকৰ মাদকদ্ৰব্য (লাওপানী) তৈয়াৰ কৰে। ই এক প্ৰধান খাদ্যও। তেওঁবিলাকে গাহৰি আৰু কুকুৰা পোহে। কেতিয়াবা ছাগলী আৰু ভেঁৰাও পোহে। কিন্তু তেওঁবিলাকৰ প্ৰধান ঘৰচীয়া সম্পদ মেঠোন হ'ল এটা হিচাবৰ বস্তু। বিয়াৰ গা-ধন, মৃতকৰ শ্ৰাদ্ধ আৰু বৰ বৰ ভোজত মেঠোনৰ একান্ত প্ৰয়োজন।

ইয়াত ব্যৱসায়ৰ বিচাৰত কোনো জাত বা সম্প্ৰদায় নাই। কিছুমান পৰিয়ালে অৱশ্যে লোৰ কাম বা মাটিৰ কাম কৰে, যিবোৰ কাৰিকৰী কাম আটায়ে কৰিব নোৱাৰে।

ধৰ্মৰ বিষয়ত সমগ্ৰ জনজাতীয় ভাবততে এটা উমৈহতীয়া আদৰ্শ দেখা যায়। সৰ্বশক্তিমান ঈশ্বৰৰ প্ৰতি এটা সাধাৰণ বিশ্বাস আছে। ঈশ্বৰ দয়াময়, পৰোপকাৰী আৰু সত্যৰ প্ৰতিমূৰ্তি। অদৃশ্য জগতৰ আঁৰত থকা এইজন শক্তিমান নিয়ন্তাৰ বাহিৰেও ভালেমান ভূত-প্ৰেত আছে যি মানুহৰ ওপৰত প্ৰভুত্ব খটুৱায়। এই বিলাকক দমন বা তুষ্ট কৰিবলৈ জনজাতীয় পুৰোহিতসকলে পূজা-পাতল দিয়ে। এই পুৰোহিতবিলাকে মৃতকৰ প্ৰেতাত্মা বা ভূত-প্ৰেতৰ কামেই যে কৰে এনে নহয়, মন্ত্ৰৰ বা পূজাৰ সহায়ত খেতিৰ ঠাই, শস্য সিঁচাৰ দিন নিৰ্ধাৰণ বা হেৰোৱা জীৱ-জন্তু বিচাৰি দিয়াৰ কামো কৰে। জনজাতীয় ধৰ্মৰ এক সবাতোকৈ উল্লেখযোগ্য বিষয় কেইটা হ'ল মৃতক (যাৰ বাবে সকাম-নিকাম কৰা হয়), এলানি উৎসৱ পালন আৰু জটিল 'গেনা-লগা' প্ৰথা।

জনজাতীয় ধৰ্ম সামাজিক নীতি-নিয়মৰ গাঁথনিৰে বন্ধা। ই মানুহক ঐক্যবদ্ধ কৰি শৃঙ্খলা, নিয়ম, আত্মবিশ্বাস, পাৰস্পৰিক আনুগত্য, পৰোপকাৰিতা, আতিথ্য, সত্যবাদিতা আৰু মৰমৰ অধিকাৰী কৰি তুলিছে।

ধৰ্ম কিছুমান কাৰিকৰী বিষয়ৰ মূলৰ লগতো জড়িত। ছিয়াঙৰ ৰবিবিলাকে কয় যে সৃষ্টিৰ আদিতে চন্দ্ৰ-সূৰ্য্যৰূপী দেৱতা ডইনি-পলোহে আছিল। তেওঁ কাপোৰ কেনেকৈ বব লাগে তাক জানিছিল। তেৱেঁই এজনী তিৰোতা মানুহক কাপোৰ-বোৱা বিদ্যাটো শিকাইছিল। জনজাতিটোৰ আদি পুৰুষ আবুটানিয়ে ভালকৈ তাইক পূজা-পাতল বলি-বাহন দিয়াত সপোনত আহি কাপোৰ ববলৈ শিকাইছিল। পোনতে মাইকী মানুহে গছৰ আঁহৰপৰা সূতা তৈয়াৰ কৰিছিল। কিন্তু এই কামত আমনি পাই পিচলৈ চিলনীৰ কোমল পাখিৰে সূতা তৈয়াৰ কৰিছিল। যেতিয়াৰপৰা লোণ বিচাৰি তিব্বতলৈ যাবলৈ ধৰিলে তেতিয়াৰপৰা উণ-সূতাৰ ব্যৱহাৰ শিকিলে। সোৱণশিৰীৰ পৰ্বতীয়া মিৰিবিলাকে কয় যে



পোনতে তেওঁলোকৰ তিৰোতাবিলাকে গছৰ পাত পিন্ধিছিল কিন্তু অসুবিধা পাই বেতৰ পেটী মাৰিবলৈ ধৰিলে। এই প্ৰথা এতিয়াও বৈশিষ্ট্যপূৰ্ণ। অকা আৰু ধামাইবিলাকৰ মাজত চলি থকা কাহিনীমতে আদিতে মানুহৰ গোটেই গা দীঘল চুলিৰে ঢাক খোৱা আছিল। সময়ত তেওঁ-বিলাকে এই সুবিধাজনক আৱৰণ হেৰুৱাই গছৰ বাকলি পিন্ধিবলৈ লৈছিল। তাৰাওন মিছিমিয়ে আকৌ অতীতক সুঁৱৰি কয় যে আদিতে মানুহৰ ঘৰ-দুৱাৰ, কাপোৰ-কানি, জুই-ছাই একো নাছিল, তেওঁবিলাকে হাবিত পছৰ দৰে বাস কৰিছিল। পোনতে জুই আবিকাৰ কৰে আৰু পাচত গছৰ পাত পিন্ধিবলৈ শিকে। একেদৰেই ৱাংছুবিলাকে কয় যে আদিতে মানুহে চৰাইৰ দৰে গছৰ ওপৰত বাহ সাজি বাস কৰিছিল। জুই জলাবলৈ আৰু ঘৰ সাজিবলৈ শিকাৰ পাচতহে মানুহে কাপোৰৰ ব্যৱহাৰ শিকে। মকলুং লোক-বিশ্বাসমতে পোনতে পুৰুষে বাঁহৰ চেপেটা পাটেৰে তৈয়াৰী লেংটি মাৰিছিল আৰু তিৰোতাই বাঁহপাত পিন্ধিছিল। তাৰ পাচতহে ঈশ্বৰে কপাহ-গুটিৰ সঁচ দি সূতা কাটিবলৈ আৰু কাপোৰ ববলৈ শিকাই-ছিল। আছিং আৰু চিংফৌ লোক-কথা মতে মাইকী মানুহে মকৰাৰ-পৰা তাঁত ববলৈ শিকে। মকৰাৰপৰাই মতা মানুহেও নৈৰ ওপৰত বেতৰ ওলোমা দলং দিবলৈ শিকে। লোহিত উপত্যকাৰ কামান মিছিমিৰ মাজত তাঁত বোৱাৰ বিষয়ে এটা তাৎপৰ্য্যপূৰ্ণ উপকথা আছে।

'মূলতে মানুহে কাপোৰ পিন্ধা নাছিল, কাৰণ মানুহে কাপোৰ বব নাজানিছিল। প্ৰথম শিপিনীয়েই ছোৱালী আছিল। তাইৰ নাম হম্বৰু-মাই। তাইক মাটাই দেৱতাই তাঁত ববলৈ শিকাইছিল। তাই নৈৰ পাৰত বহি পানীৰ ঢৌ আৰু উঠা-নমা চাই চাই কাপোৰৰ চানেকি তুলি-ছিল। তাই হাবিৰ কাষত বহি গছৰ ডাল, বাঁহৰ পাত, ঢেঁকীয়া, গছ-পুলি, ফুল আদি চাই আনবোৰ চানেকি তুলিছিল। তাইৰ ফুল জালি-বোৰ তাইৰ মুখখনৰ দৰেই ধুনীয়া আছিল আৰু সেইবাবে ভালেমান ডেকাই তাইকে বিয়া কৰাবলৈ বিচাৰিছিল।

এদিনাখন কেটেলাপছুৱে কাপোৰখন দেখা পাই চুৰ কৰিবলৈ গাঁতৰ-পৰা ওলাই আহিল। গাঁতৰ মুখখন বৰ সৰু আছিল। গতিকে ভিতৰৰ-পৰা শিলটো নৈৰ ফাললৈ ঠেলি দিওঁতে ছোৱালীজনীক হেঁচা মাৰি ধৰিলে আৰু তাই মৰি থাকিল। তাঁতশালখন টুকুৰা-টুকুৰ হৈ ভাগি থাকিল আৰু নৈৰ সোঁতে ভৈয়ামলৈ উটুৱাই লৈ গ'ল। সেইবাবেই ভৈয়ামৰ মানুহে কাপোৰ ববলৈ শিকিলে। ফুলৰ চানেকিবোৰ পখিলা হৈ গ'ল।

সেয়েহে পখিলাৰ পাখিত এতিয়াও ছোৱালীজনীৰ চানেকিবোৰ দেখিবলৈ পোৱা যায়।'

কামলাং উপত্যকাতো হৰ্বকমাইৰ বিষয়ে এটা কাহিনী আছে।.............

চেৰদুক্‌পেন উপকথা এটাত আছে। এজনী ছোৱালী সাপ এটাৰ প্ৰেমত পৰিছিল। সাপটোৱে কেতিয়াবা ধুনীয়া ডেকা এজনৰ ৰূপ ধাৰণ কৰে। তাঁত বৈ থাকোঁতে সাপটোৱে তাইৰ কোলাত মেৰিয়াই ধৰে আৰু তাই সাপটোৰ গাৰ চানেকি চাই চাই অতি সোনকালে অপূৰ্ব কাপোৰ এখন বৈ উলিয়ায়।

মিনিয়ং আৰু আছিং পৰম্পৰা মতে নিনুৰ বটিয়েই প্ৰথম কমাৰ আৰু তেৱেঁই প্ৰথমতে অলঙ্কাৰ গঢ়িছিল। ছিমংবিলাকে তেওঁক বেছি-অদা বা নিংনু বটি বোলে। তেৱেঁই প্ৰথমতে মণি তৈয়াৰ কৰিছিল। চিংফৌ উপকথা মতে প্ৰথম বাঢ়ৈজনৰ নাম ইণ্টুপৰা। তেওঁ চোকা শিলেৰে কাঠ কাটিবলৈ বৃথা চেষ্টা কৰিছিল আৰু লো বিচাৰি গৈছিল আৰু পোনতে এজোপা গছক সুধিছিল—"লো ক'ত পায়?" গছজোপাই উত্তৰ দিলে—"মই যদি কওঁ, তুমি প্ৰথমতে তাৰে এখন দা গঢ়িবা আৰু আমাক কাটি পেলাবা।" তাৰ পাচত ঘাঁহক সুধিলে আৰু ঘাঁহেও সেইদৰেই উত্তৰ দিলে। তাৰ পাচত বনৰীয়া জন্তুক সুধিলে আৰু সিহঁতে উত্তৰ দিলে—"আমি যদি তোমাক কওঁ, তুমি তাৰে কাঁড় তৈয়াৰ কৰি আমাক কঁড়িয়াই মাৰিবা।" অৱশেষত তেওঁ পানীক সুধিলে। পানীয়ে এগৰাকী দেৱী পঠিয়াই দিলে। দেৱীয়ে পোনতে জুইৰ দৰে ৰঙা আৰু পাচত লোৰ দৰে ক'লা হোৱা এটি কন্যাশিশু জন্ম দিলে। ইণ্টুপৰাই তাকে টুকুৰা-টুকুৰকৈ ভাঙি লো লৈ আহিল। তথাপি হাতীৰ ভৰিৰ গৰকত বস্তু ভাগি যোৱাটো চাই শিলৰ হাঁতুৰী এটা সাজি লোৱাৰ পাচতহে কাম কৰিব পাৰিছিল। পাচত কেঁকোৰাৰ চেপেনা দুডাল চাই দা, কটাৰী, কাঁড় আদি তৈয়াৰ কৰে।

অন্যান্য কলাৰ অনুপ্ৰেৰণা আহিছে যাইকৈ নৃত্যৰপৰা। নৃত্যৰ যোগেদি জনজাতীয় লোকে শৃঙ্খলা, আনন্দ আৰু ছন্দ-ব্যঞ্জনাৰ চৰম অভিব্যক্তি প্ৰকাশ কৰে। সীমান্তৰ জনজাতীয় বহুতৰে নৃত্য কেৱল আমোদ-আহলাদতকৈ বহুত ওপৰত। ই এটা গভীৰ কৰ্তব্যৰ ভিতৰত। মন্‌পা, খাম্বা আৰু চেৰদুক্‌পেনবিলাকে মুখা পিন্ধি নৃত্য প্ৰদৰ্শন কৰে কেৱল লোকদৰ্শনৰ বাবেই নহয়, উৎসৱত প্ৰদৰ্শন কৰে নৈতিক শিক্ষা দিবলৈ আৰু দেশৰ মাৰি-মৰক আদি দূৰ কৰি সম্পদ বৃদ্ধি কৰিবলৈ। ৱাংচু আৰু নক্তেবিলাকে নৃত্য কৰে যুদ্ধ জয়ৰ চিন দৰ্শাবলৈ, শস্য বৃদ্ধি



কৰিবলৈ আৰু শস্য চপোৱাৰ পাচত আনন্দ প্ৰকাশ কৰিবলৈ। বিয়াত দৰা-কন্যাৰ মঙ্গল-কামনা কৰিও নৃত্য কৰে। মিছিমি পুৰোহিতে আকৌ বলি-বাহন দিবৰ পৰত, মৃতকৰ শ্ৰাদ্ধৰ সময়ত আৰু উৎসৱ উপলক্ষে নৃত্যৰ আয়োজন কৰে। আদিবিলাকৰ মাজত আমোদ-আহ্লাদৰ বাবে নৃত্যৰ আয়োজন হয় আৰু সৃষ্টিৰ কাহিনীমূলক কিছুমান শাস্ত্ৰীয় নৃত্যৰো প্ৰচলন আছে।

নৃত্যই সকলো কলাত্মক অভিব্যক্তিক অনুপ্ৰেৰিত কৰে। নাচিবৰ সময়ত নাচনীয়ে সবাতোকৈ ধুনীয়া চোলা-কাপোৰ পিন্ধে, ধুনীয়া টুপীটো উলিয়ায়, দা আৰু যাঠী ধুনীয়াকৈ সজায়, ঢালত নতুন ৰহণ সানে আৰু গোটেই গাটো ফুল-পাত, মণি, অলঙ্কাৰ আদিৰে ঢাকি পেলায়। টুৱেনচাং আৰু টিৰাপ অঞ্চলৰ মানুহে এই সময়ত কাঠেৰে সজা মানুহৰ মূৰবোৰ উলিয়ায় পিন্ধে আৰু মুখাবোৰ নতুনকৈ সাজে আৰু নতুন ৰং দিয়ে।

বিয়াৰ পৰত ধৰ্মীয় অনুষ্ঠান সামান্যভাৱেহে হয়। বিয়া ৰং-আনন্দৰহে অনুষ্ঠান। আছুতীয়াকৈ সাঁচি থোৱা কাপোৰ-কানি, অয়-অলঙ্কাৰ উলিয়াই পিন্ধে। নক্তেবিলাকৰ সাধাৰণ সাজ অতি সাধাৰণ কিন্তু বিয়াৰ দিনা বৰ দেখনিয়াৰকৈ পিন্ধে। তেনেকৈ সোৱণশিৰী সীমান্তৰ উত্তৰাঞ্চলৰ কিছুমান মানুহেও তেনে কৰে। ৱাংচু ছোৱালী এজনীৰ কন্যাৰ সাজটো সচাকৈয়ে সজ্জাত্মক কলাৰ এটি চৰম চানেকি।

আটাইবোৰ জনজাতিয়েই জকমকীয়া সজ্জাৰ বাবে ছাগলী, কুকুৰ আৰু মানুহৰ চুলি ব্যাপকভাৱে ব্যৱহাৰ কৰে। টিৰাপত মানুহৰ চুলিক বিশেষ মূল্য দিয়া হয়। তেওঁলোকে শস্য বৃদ্ধি কৰাত চুলিৰ ভৌতিক শক্তি আছে বুলি বিশ্বাস কৰিছিল। লাজুৰ তিৰোতাবিলাকে মূৰৰ চুলি খুৰাই পেলায় যাতে মূৰ-চিকাৰীবিলাকৰ চকুত আপচু লাগে। দা নতুবা খাং বা হোৰাত চুলি নলগালেই নহয়। আদিবিলাকে টুপীত ভালুকৰ বা আন জন্তুৰ নোম লগায়। উত্তৰ সোৱণশিৰীৰ কিছুমান মানুহে আকৌ দাৰ ফাঁকত বান্দৰৰ চুলি ব্যৱহাৰ কৰে। ছেমা আৰু টুৱেনছাঙৰ কিছুমানে উৎসৱৰ পৰত পিন্ধা কাপোৰত ছাগলীৰ ৰঙা নোম আঁৰি লয়। মানুহৰ চুলি হোৰাত আঁৰে আৰু টুপীত চৰাইৰ পাখি আৰু ভালুকৰ নোম গুঁজি লয়। যুজাৰুবিলাকে ৰঙা চুলি থকা কাপোৰত বান্ধি কড়িৰ খাৰুৱা পিন্ধে। টুৱেনছাঙৰ সকলো মানুহেই টুপীত চুলি লগায় আৰু কাঠৰ মূৰ্তিবোৰতো ঠায়ে ঠায়ে প্ৰায়েই চুলি ওলোমাই দিয়ে। খিয়েনমুঙৰ মানুহে নীলা সূতা আৰু কুকুৰৰ ৰঙা নোমেৰে কাপোৰত ফুল বাছে।

কড়ি প্ৰায়েই ব্যৱহৃত হয়। অকাবিলাকে ৰঙা কাপোৰত, আছিং

আৰু বৰিবিলাকে পেটীত, ফোম, ছাং আৰু খিয়েনমুঙৰ মানুহে কড়িৰ তৈয়াৰী পেটীত আৰু পিতলৰ চটাত কড়ি পিন্ধে, কন্যাক-বিলাকে কাপোৰত গুথি লয়। চাংটাম, ছেমা আৰু ভালেমানে কড়িৰে লেংটি তৈয়াৰী কৰে; যুজাৰুবিলাকে কড়িৰে তৈয়াৰী খাৰুৱা পিন্ধে। টিৰাপত কড়িৰে ব্যৱহাৰ কম, কাৰণ ইয়াত কড়ি প্ৰচুৰ পৰিমাণে পোৱা নাযায় কিন্তু ৱাংছুবিলাকৰ পিতলৰ পেটীত আৰু নক্তেবিলাকৰ লেংটিত অতি পুৰণিকালৰেপৰা ব্যৱহাৰ হৈ আহিছে। লেংটিবিলাক সাধাৰণতে ছাগলীৰ ছালেৰে তৈয়াৰ কৰে।

এই সীমান্ত অঞ্চলৰ মানুহৰ অঙ্গ-অলঙ্কাৰৰ প্ৰতি আচৰিত বাপ দেখা যায়। হাতত হাতীদাঁত বা মিহি কাঠ, ভৰিত ৰঙা বেত, শঙ্খৰ খোলা আৰু মণি, কাণত ৰঙা-ক'লা গছৰ গুটি, মূৰত জকমকীয়া টুপী, মানুহৰ মূতি, বান্দৰৰ জঁকা, বাঁহৰ টঙালেৰে দিয়া ৰঙা-ক'লা বান্ধে এখন বাৰে-ৰৰণীয়া সৌন্দৰ্য্যপূৰ্ণ জগতৰেই সন্ধান দিয়ে। ই পৰম্পৰা আৰু আদিম মনৰেই পৰিচায়ক।

ইয়াত ঐশ্বৰ্য্য আৰু প্ৰাচুৰ্য্য আছে আৰু ই আনন্দ আৰু জীৱনী শক্তিৰ চিনাকি দিয়ে। ইয়াক সচাকৈয়ে মৰিবলৈ এৰি দিব নোৱাৰি।*

* 'The Art of the North-East Frontier of India' পুথিৰ আংশিক অনুবাদ।

# অসমীয়া সংস্কৃতিত জনজাতীয় বৰঙনি

ডঃ প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য্য

অসমীয়া সংস্কৃতি বোলোঁতে উত্তৰ-পূব ভাৰতৰ প্ৰাগজ্যোতিষ, কামৰূপ, অসম নামেৰে ভিন্ ভিন্ যুগত অভিহিত ৰাজ্যখনত গঢ় লৈ উঠা ধৰ্ম, সমাজ, ভাষা-সাহিত্য, নৃত্য-গীত, বাদ্য, আচাৰ-ব্যৱহাৰৰ সমন্বয়ৰূপে বিভিন্ন জাতি-জনজাতিৰ সংমিশ্ৰণত গঠিত লোকসমষ্টিৰ বিশেষ জীৱন-ধাৰাকে বুজিব লাগিব। সংস্কৃতিক বহুত সময়ত আমি সভ্যতাৰ লগত ভুলকৈ সানি পেলাওঁ। সংস্কৃতি সভ্যতাৰপৰা পৃথক ধাৰণা; সংস্কৃতিয়ে মানৱীয় গুণ আৰু বৃত্তিবোৰৰ পৰিপূৰ্ণ বিকাশ আৰু কৃতকাৰ্য্যতাৰ ফালে কৰা অনুশীলনী বা প্ৰশিক্ষণ ক্ৰমহে বুজায়। সভ্যতাৰ স্তৰত খোজ আগবঢ়াব নোৱাৰা লোকসমষ্টিৰো সংস্কৃতি আছে আৰু বহুক্ষেত্ৰত সংস্কৃতি-ক্ষেত্ৰত বৈশিষ্ট্য থকা লোকসমষ্টি সভ্যতাৰ জোখকাঠীত পিচ পৰি থাকে। উদাহৰণস্বৰূপে অসমৰ মিকিৰ, ৰাভা, গাৰো আদি জনজাতি বৈশিষ্ট্যপূৰ্ণ সংস্কৃতিৰ অধিকাৰী; অথচ সভ্যতাৰ মানদণ্ডেৰে এই জনজাতি-সকলক অনুন্নত বা পিচপৰা বুলি আখ্যা দিয়া হৈছে। অসমৰ সামূহিক সংস্কৃতিত কিমান পৰিমাণে সৰ্বভাৰতীয় 'আৰ্য্য সংস্কৃতিৰ উপাদান আছে, আৰু কিমানখিনি জনজাতীয় বৰঙনি আছে—সেইকথা সহজে নিৰ্ণয় কৰিব নোৱাৰি; তুলনামূলক অধ্যয়ন আৰু পৰ্য্যালোচনাৰে বিভিন্ন বিষয়ত সম্ভাৱনা আৰু সংস্থিতিৰ সহায়ত উমান ধৰিব পাৰি।

## অসমৰ লোকসমষ্টি

অসমৰ লোকসমষ্টি বিচিত্ৰ জাতি আৰু জনজাতিৰ সমাৱেশ। জাতি (Race) শব্দটো নৃতাত্ত্বিক অৰ্থত স্বকীয়া বৈশিষ্ট্যপূৰ্ণ লোকসমষ্টি বুলি

ধৰি লৈ আৰু জনজাতি (Tribe) শব্দটোৱে সভ্যতাৰ জোখত পিচপৰি থকা স্বকীয়া বৈশিষ্ট্যপূৰ্ণ সুসংবদ্ধ গোষ্ঠী বুলি ধৰি লৈ আলোচনাত আগবাঢ়িলে আমি দেখা পাওঁ যে অসমতো ভাৰতৰ ঘাই জাতিবোৰৰ গঁচ আছে আৰু অসমৰ জনজাতিবোৰক বহুলভাৱে এই ঘাই জাতিবোৰৰ ভিতৰত পেলাব পাৰি। উদাহৰণস্বৰূপে, ভাৰতৰ মানুহবোৰক প্ৰাচীন সংস্কৃত সাহিত্যত নিষাদ, শবৰ, পুংলিঙ্গ, ভিল্ল, কোল্ল, দাস, দস্যু, কিৰাত আদি অভিধাৰে আৰ্য্য পণ্ডিতসকলে লিপিবদ্ধ কৰিছিল। প্ৰাচীন তামিল সাহিত্যত ভাৰতৰ মানুহবোৰক কুৰৱ বা কুন্তৱাৰ, আয়াৰ, মাৰুথমবাসী আৰু ভাৰথৱাৰ এই চাৰিভাগত ভগোৱা হৈছে। কুৰৱ বা কুন্তৱাৰসকল হৈছে পাহাৰী অধিবাসী; এওঁলোকে গছৰ মূল, ফল আৰু পাত খাইছিল, চিকাৰ কৰি জন্তুও খাইছিল; নিজৰ নগ্নতা লুকাবৰ বাবে গছৰ ছাল, হৰিণ আৰু বাঘৰ ছাল বা গছৰ পাতবোৰো ব্যৱহাৰ কৰিছিল। গীত-নৃত্য-পৰায়ণ কুৰৱসকলৰ তিৰোতাবোৰে এনে সুমধুৰ আৰু ৰাগিণীপূৰ্ণ গীত গাইছিল যে বনৰীয়া জন্তুবোৰ মন্ত্ৰমুগ্ধ হৈ ভেঁৰাৰ দৰে ঘৰচীয়া হৈ পৰিছিল। এওঁলোকে মুৰুগ নামৰ প্ৰধান দেৱতাক পূজিছিল। আয়াৰসকল পাহাৰৰ কাষৰীয়া জঙ্গল আৰু মালভূমিত বাস কৰিছিল। তেওঁলোকে গৰু-ম'হ পুহিছিল, দৈ-ঘিউ তৈয়াৰ কৰি খাইছিল। তেওঁলোকে শাক-পাচলি আৰু ফল-মূল বননিৰপৰা গোটাইছিল। আয়াৰসকলে তিৰুমাল নামৰ সৃষ্টিৰ দেৱতাক পূজিছিল। ষাঁড়ৰ লগত কৰা যুজ এওঁলোকৰ মাজত প্ৰচলন আছিল আৰু যিবোৰ ডেকাই ষাঁড়ৰ লগত যুজি জয়লাভ কৰিছিল তেওঁলোকে স্বয়ম্বৰা গাভৰুৰ বাছনিত স্বামী হ'বৰ সুবিধা পাইছিল। ভৈয়ামত গাঁও পাতি খেতি-পথাৰ আৰু কাৰুশিল্প কৰা মানুহবোৰক মাৰু-থমবাসী বুলিছিল। এওঁলোক ইন্দিৰা নামৰ বৰষুণৰ অধিষ্ঠাত্ৰী দেৱী-পূজক আছিল। এই মানুহবিলাকৰ মাজত শিল্পবিদ্যা আৰু যুদ্ধবিদ্যাৰ প্ৰচলন আছিল। সাগৰৰ পাৰত বাস কৰা মাছমৰীয়া, মণি-মুক্তাৰ ব্যৱসায়ী (জহুৰী) আৰু লোণ উৎপাদকসকলক ভাৰথৱাৰ বোলা হৈছিল। এই সকল মানুহ খঙাল আছিল আৰু বৰুণ দেৱতাৰ উপাসক আছিল। সংস্কৃত সাহিত্যৰ বৰ্ণনামতে নিষাদসকলৰ গাৰ বৰণ আছিল ক'লা, আকাৰ আছিল চুটি, চকু আছিল ৰঙা আৰু চুলিবোৰ আছিল তামবৰণীয়া। কিৰাতসকল আছিল সীমান্ত বাসী আৰু সোণবৰণীয়া। সংস্কৃত আৰু তামিল সাহিত্যৰ এই বিভাগবোৰে ঘাইকৈ ভাৰতৰ উত্তৰ-পশ্চিম সীমান্ত আৰু দক্ষিণ ভাৰতৰ সমসাময়িক লোকসমষ্টিৰ পৰিচয়হে দাঙি ধৰিছিল।



## বিভিন্ন জাতিৰ পৰিচয়

নৃতাত্বিক আৰু ভাষাতাত্ত্বিকসকলে ইয়াৰ উপৰিও ভিন্ ভিন্ বিভাগ কৰি ভাৰতৰ মানুহবোৰক নানা ভাগত ভগাইছিল। ডেল্টন্, ৰিজ্লী আদি বিদেশী পণ্ডিতৰ উপৰিও বি. এছ. গুহ আৰু ডঃ সুনীতিকুমাৰ চটোপধ্যায়ে এই সম্পৰ্কত কৰা জাতিগত বিভাগলৈ আঙুলিয়ালে দেখা যায় যে, ভাৰতৰ মানুহবোৰক নৃতাত্বিক সংজ্ঞাৰে নেগ্ৰিটো বা নেগ্ৰইড, প্ৰট' অষ্ট্ৰ-লয়দ, মঙ্গ'লয়দ, মেডিটেৰেনিয়ান, ৱেষ্টাৰ্ণ ব্ৰেকীচেফাল, আলপিনয়ড-ডিনাৰিক-আৰ্মেনয়দ আৰু নৰ্দিকক আৰ্য্য বুলিও বিকল্প সংজ্ঞা দিব পাৰি। ভাৰতত এই ছয়টা জাতিৰে মানুহ কম-বেচি পৰিমাণে আছে; অসমত প্ৰথম চাৰিটা আৰু শেহৰটো জাতিৰ গঁচহে থকা দেখা যায়। উদাহৰণস্বৰূপে অসমৰ নগা জনজাতিবোৰৰ মাজত চুটি-চাপৰ নেগ্ৰিটো (নিগ্ৰোসদৃশ) জাতিৰ গঁচ থকা বুলি পণ্ডিতসকলে কয়। দক্ষিণ ভাৰত আৰু আন্দামান দ্বীপ-পুঞ্জ-মালয় আদিতো নেগ্ৰিটো জাতিৰ লোক আছে। নেগ্ৰিটোসকল খাদ্য আহৰণকাৰীহে আছিল—খাদ্য উৎপাদন কৰিব নাজানিছিল। তেওঁ-লোকে ধনু-কাঁড়ৰ ব্যৱহাৰ কৰিছিল আৰু ডিমৰু জাতীয় গছৰ পূজা প্ৰৱ-ৰ্তন কৰিছিল। পৰৱৰ্তী কালত অষ্ট্ৰ'লয়দসকলৰ প্ৰভাৱত নেগ্ৰিটো জাতিৰ স্বকীয়া সত্তা ক্ৰমে হেৰাই যায়। প্ৰট'অষ্ট্ৰলয়দসকল মজলীয়া আকাৰৰ লোক; এওঁলোকো পোনতে নেগ্ৰিটো জাতিৰ দৰে খাদ্য আহৰণকাৰীহে আছিল; কিন্তু ভাৰতত বাস কৰা কালতে প্ৰট'অষ্ট্ৰলয়দসকলে জোং আৰু কোৰেৰে খেতি কৰিবলৈ আৰম্ভ কৰে। ভাৰতত এওঁলোকেই প্ৰথমতে হাতী পুহিছিল। এওঁলোকে কোৱা ভাষাক অষ্ট্ৰিক ভাষা বোলে। অসমৰ খাচীয়া আৰু জয়ন্তীয়া ভাষা অষ্ট্ৰিক ভাষাৰ অন্তৰ্গত। কোল, মুণ্ডা, চাওতাল আদি প্ৰট'অষ্ট্ৰলয়দৰ বংশধৰ। অসমৰ চাহবাগিচাৰ বনুৱাৰ মাজত কোল, মুণ্ডা, চাওতাল আদি লোক আছে। অসমৰ খাচীয়া আৰু জয়ন্তীয়াসকলৰ ভাষাহে অষ্ট্ৰিক কিন্তু জাতিৰ ফালৰপৰা তেওঁলোক মঙ্গ'লয়দহে। মঙ্গ'লয়দসকলক পুৰণি সংস্কৃত সাহিত্যৰ বৰ্ণনামতে কিৰাত বুলি জনা যায়। যজুৰ্বেদ, মহাভাৰত, ৰামায়ণ, যোগিনীতন্ত্ৰ, কালিকা-পুৰাণ আদিত কিৰাতৰ উল্লেখ আৰু বৰ্ণনা আছে। প্ৰাচীন কামৰূপৰ ধৰ্ম কৈৰাতজ। কিৰাতসম্ভূত বুলি যোগিনীতন্ত্ৰত স্পষ্টকৈ লিখা আছে। মহাভাৰতত অৰ্জুনৰ লগত কিৰাতবেশী মহাদেৱৰ যুদ্ধৰ বৰ্ণনাও আছে। মঙ্গ'লয়দসকলৰ গা সাধাৰণতে হালধীয়া বৰণৰ, নাক চেপেটা, গালৰ হাড় উঠঙা, মুখ বহল, গাৰ তুলনাত ভৰি প্ৰায় আধাহে দীঘল। অসমৰ বড়ো,

গাৰো, ডিমাছা, লালুং, সোণোৱাল, কছাৰী, ৰাভা, মিৰি (মিছিং), মিকিৰ আদি ভালেমান জনজাতিক মঙ্গ'লয়দ জাতিৰ অন্তৰ্ভুক্ত কৰিব পাৰি। ত্ৰিপুৰাৰ তিপ্‌ৰা, লুছাই পাহাৰৰ মিজো; লুছাই পাহাৰ সীমান্তৰ চাক্‌মা, মণিপুৰৰ মেইথেই, গাৰোপাহাৰ সীমান্তৰ হাজং আৰু নগাভূমি তথা নেফা (উত্তৰ-পূৰ সীমান্ত) অঞ্চলৰ বেচিভাগ জনজাতিৰ গাত মঙ্গ'লয়দ সঁচ আছে। এই মঙ্গ'লয়দ জাতিৰ লোকসকলৰ অধিক সংখ্যকৰ মাজত তিব্বত-বৰ্মী ভাষাৰ শাখা-প্ৰশাখাবোৰৰ প্ৰচলন আছে। ভাষা, সাহিত্য, সমাজ, ধৰ্ম আদি বিভিন্ন ক্ষেত্ৰত মঙ্গ'লয়দ বা কিৰাতসকলে ভাৰতীয় আৰ্য্য হিন্দুসকলৰ ওপৰত প্ৰভাৱ পেলাইছে আৰু নিজেও প্ৰভাবান্বিত হৈছে। বাঁহগছৰ ব্যৱহাৰ, সিজুগছৰ পূজা; পাট-কাপোৰৰ প্ৰচলন আদি যাইকৈ মঙ্গ'লয়দ সংস্কৃতিৰপৰা আহিছে। ডবলিউ. চি. স্মিথে তিব্বতবৰ্মী ভাষী মঙ্গ'লয়দ সংস্কৃতিৰ বৈশিষ্ট্য বৰ্ণাই মূৰ চিকাৰ, ডেকা চাং, খুটা আৰু চ'তিৰে ওখকৈ বন্ধা ঘৰ, চাং পাতি মৃতকক সৎকাৰ, বিয়াৰ ক্ষেত্ৰত বিশেষ বাছনি বা চুক্তিবদ্ধতা, তামোলৰ ব্যৱহাৰ, গাখীৰৰ প্ৰতি অনাগ্ৰহ, শৰীৰৰ অঙ্গৰ ওপৰত চিত্ৰাঙ্কন, শক্তিশালী ৰাজনৈতিক সংগঠনৰ অভাৱ, দুমুখীয়া চুঙাৰে জুহাল পতা, কাপোৰ বোৱা তাঁতশাল, চাৰি বা ছয়চুকীয়া ডাঙৰ ঢাল আৰু পাহাৰী ঠাঁচত পুৰণা খেতিৰ পদ্ধতিৰে বসবাস—এইবোৰলৈ আঙুলিয়াইছে। অসমৰ সৰ্বসাধাৰণ ৰাইজৰ মাজত এই বৈশিষ্ট্যবোৰৰ কেইবাটাও অদ্যাপি বৰ্তমান; নৃতাত্ত্বিক প্ৰভাৱৰ কথা এৰিলেও সাংস্কৃতিক ক্ষেত্ৰত মঙ্গ'লয়দ বৰঙনি ব্যাপক আৰু তত্ত্বমূলক। মেডিটেৰেনিয়ান বা দ্ৰাবিড়ী ভাষী জাতিৰ বৰঙনি ভাৰতীয় জনজীৱনত বিস্তৃতভাৱে পৰিছে: মহেঞ্জোদাৰো আৰু হৰপ্পাৰ সভ্যতাৰ নিদৰ্শনসমূহ, শিৱপূজাৰ প্ৰচলন, পূজা-পাতলৰ পদ্ধতি, উমা শ্ৰী (লক্ষী), বিষ্ণুৰ আৰাধনা যোগ দৰ্শন সম্পৰ্কত দ্ৰাবিড়ী প্ৰভাৱ স্বীকৃত হৈছে। সংস্কৃত ভাষাত মূৰ্ধণ্য ধ্বনিৰ প্ৰচলনো দ্ৰাবিড়ী প্ৰভাৱ বুলিয়ে পণ্ডিতসকলে কয়। প্ৰাচীন আৰ্য্যসকলে এওঁলোকক দাস-দস্যু বুলিছিল; তামিল, তেলেগু, মালায়ালম, কানাড়ী, তুলু আদি ভাষী এই লোকসকলৰ বসবাস অসমৰ চাহবাগান, কয়লাখনি, তেলপুং অঞ্চলত বিস্তৃত পৰিমাণে আছে। ৰেষ্টাৰ্ণ ব্ৰেকীচেফালসকল চুটি বা বহল মূৰৰ মানুহ আছিল আৰু মেডিটেৰেনিয়ান তথা নৰ্দিক (আৰ্য্য) সকলৰ দৰেই এওঁলোকো পশ্চিমৰ ফালৰপৰাই ভাৰতলৈ আহিছিল; গুজৰাট, মহাৰাষ্ট্ৰ আৰু বঙ্গদেশত ৰেষ্টাৰ্ণ ব্ৰেকীচেফালৰ সঁচ আছে যদিও এওঁলোকৰো বৈশিষ্ট্যবোৰ দ্ৰাবিড়ী আৰু আৰ্য্যৰ প্ৰভাৱত বিলোপ হৈছে; অসমত এই জাতিৰ বসবাসৰ অস্তিত্ব পোৱা নাযায়। নৰ্দিক জাতি (আৰ্য্যভাষী)



প্ৰাগৈতিহাসিক কালতে পশ্চিমৰ গিৰিপথেদি ভাৰতত প্ৰৱেশ কৰিছিল। ঘোঁৰা, ভেঁৰা, গাহৰি ঘৰচীয়াকৈ পোহাৰ নিয়ম নৰ্দিকসকলৰ আছিল। খৃষ্টপূৰ্ব তিনিহাজাৰ বছৰৰ সময়ত মেছ'পটেমিয়াৰপৰা গৰু পোহাৰ আদৰ্শ নৰ্দিক আৰ্য্যসকলে গ্ৰহণ কৰে, ভূমধ্যসাগৰ অঞ্চলৰপৰা ছাগলী পুহিবলৈ শিকে। নৰ্দিক জাতিৰ মানুহ কিছুমানে শ শ বছৰ মায়াবীৰ জীৱন যাপন কৰি খৃঃপূঃ ১৫০০ মানত ভাৰতত প্ৰৱেশ কৰে। এই নৰ্দিক জাতিৰ লোকসকলো একালত জনজাতি কিছুমানৰ সমষ্টিহে আছিল; এওঁলোক ওখ, পোন নাকৰ, নীলা চকুৰ আৰু সোণোৱালী চুলিৰ মানুহ আছিল। অসমৰ সৰ্বসাধাৰণ মানুহৰ বেচি সংখ্যকেই নৰ্দিক জাতিৰ তেজ-মঙহৰ দ্বাৰা প্ৰভাৱান্বিত, নহ'লেও ভাষাৰ ফালৰপৰা আৰ্য্য অসমীয়া ভাষী লোক। চমুকৈ ক'বলৈ হ'লে—অসমৰ নৰ্দিক (আৰ্য্য), মঙ্গ'লয়দ (কিৰাত), মেডিটেৰেনিয়ান (দ্ৰাবিড়ী) প্ৰটʼঅষ্ট্ৰলয়দ (অষ্ট্ৰিক) আৰু নেগ্ৰিটো জাতিৰ সংমিশ্ৰণত বৰ্তমানৰ অধিবাসীৰূপে লোকসমষ্টিৰ সৃষ্টি হৈছে।

## অসমীয়া ভাষা

অসমীয়া ভাষা খৃষ্টীয় একাদশ শতিকামানতে সংস্কৃতৰ অন্তৰ্গত মাগধী, প্ৰাকৃত আৰু অপভ্ৰংশৰপৰা উদ্ভৱ হয়। অসমীয়া ভাষা মূলতে সংস্কৃত বা প্ৰাচীন আৰ্য্য ভাষাৰপৰা পৰ্য্যায়ক্ৰমে উদ্ভূত; এই ভাষা সম্প্ৰতি শদিয়াৰ-পৰা ধুবুৰীলৈ আধুনিক অসমৰাজ্যত কথিত, ভাৰতীয় সংবিধান-স্বীকৃত ভাষাৰূপে পৰিগণিত। পুৰণি কালত প্ৰাগজ্যোতিষ, কামৰূপ আদি নামেৰে জনাজাত এই ৰাজ্যখনৰ পৰিধি বৰ্তমান অসমতকৈও বিস্তৃত আছিল; এই ৰাজ্যৰ অধিবাসীৰ সংখ্যা নৰ্দিক বা আৰ্য্যৰ তুলনাত নেগ্ৰিটো প্ৰটʼঅষ্ট্ৰলয়দ (অষ্ট্ৰিক), মেডিটেৰেনিয়ান (দ্ৰাবিড়ী), মঙ্গ'লয়দ (কিৰাত বা তিব্বত-বৰ্মী) লোকৰ বসবাস অধিক আছিল। সংস্কৃতজ অসমীয়া ভাষাই শক্তিশালী মাধ্যমৰূপে লিখিত আৰু কথিত ৰূপত অদ্যাপিও প্ৰচলিত হৈ আছে যদিও ধ্বনিতত্ত্ব, ৰূপতত্ত্ব আৰু বাক্যৰীতি-শব্দসম্ভাৰত অষ্ট্ৰিক, দ্ৰাবিড়ী আৰু তিব্বত-বৰ্মী ভাষাসমূহৰ বৰঙনিও মন কৰিবলগীয়া। দ্ৰাবিড়ী ভাষাসমূহৰ ভিতৰত তামিল, তেলেগু, মালায়ালম আৰু কানাড়ী এই চাৰিটা ভাষাৰ সাংবিধানিক স্বীকৃতি আছে; এই ভাষা চাৰিটাৰ লিপিবদ্ধ ৰূপ আৰু বিশিষ্ট লিপি আছে; ইয়াৰ বাহিৰেও ব্ৰাহুই, কুৰুখ, তুলু আদি দ্ৰাবিড়ী ভাষা আছে। অসমীয়া ভাষাৰ ভালেমান ঠাইৰ নামত দ্ৰাবিড়ী প্ৰভাৱ

পৰিছে; উদাহৰণস্বৰূপে বেলগুৰি, আঁহতগুৰি, ঢেঁকীয়াজুলি, নাগ্ৰিজুলি, কোকৰাঝাৰ, বৰঝাৰ আদি ঠাইৰ নামত থকা গুৰি, জুলি, ঝাৰ শব্দাংশ দ্ৰাবিড়ী ভাষাৰ প্ৰভাৱ বুলিয়ে পণ্ডিতসকলৰ মত। দ্ৰাবিড়ী ভাষাৰ প্ৰভাৱত ইণ্ডো-ইউৰোপীয় ভাষা-পৰিবাৰৰ অন্তৰ্গত সংস্কৃত ভাষাত মূলত নথকা মূৰ্দ্ধণ্য ধ্বনিমালাৰ সৃষ্টি হৈছে বুলি ডঃ সুনীতিকুমাৰ চট্টোপাধ্যায় প্ৰমুখ্যে পণ্ডিতে অভিমত দিছে। অসমীয়া ভাষাত দ্ৰাবিড়ী ভাষাসমূহৰ প্ৰাচীন অৱস্তৰ সিমান উজ্জ্বল আৰু স্পষ্ট নহয়; কিন্তু অষ্ট্ৰিক ভাষাসমূহৰ, বিশেষকৈ খাচীয়া, জয়ন্তীয়া (ছিন্‌টেং), কোল, মুণ্ডা আৰু মালয়ী ভাষাৰ অৱস্তৰ যে অধিকতৰ উজ্জ্বল, সুদূৰপ্ৰসাৰী আৰু সুস্পষ্ট, সেই বিষয়ে ডক্টৰ বাণীকান্ত কাকতিয়ে বিষদ নিদৰ্শন দাঙি ধৰিছে। ভীলডে লেভী, জঁ প্ৰজীলস্কি আৰু জুলেঁ ব্লুক নামৰ তিনিজনা বিদগ্ধ পণ্ডিতে মূল ফৰাচী ভাষাত লিখা প্ৰবন্ধৰপৰা ভাঙনী আগবঢ়াই প্ৰবোধচন্দ্ৰ বাগচীয়ে সংস্কৃত ভাষা আৰু ভাৰতীয় আধুনিক ভাষাত প্ৰচলিত কম্বল, শাল্মলী (শিমলু), লাঙ্গল, লিঙ্গ, তাম্বুল, ময়ূৰ আদি শব্দ প্ৰাক্‌আৰ্য্য আৰু প্ৰাক্‌দ্ৰাবিড় কালৰ অষ্ট্ৰিক ভাষাসমূহৰপৰা যে উদ্ভূত তাকেই প্ৰমাণ কৰিছে। খাচীয়া ভাষাৰপৰা আৰু অষ্টিক গোষ্ঠীৰ কোল, মুণ্ডা, মালয়ী আদি ভাষাৰপৰা সম্ভাৱিত শব্দসমূহৰ বিষয়ে ডঃ কাকতিয়ে দিয়া বিৱৰণৰ উপৰিও তিব্বত-বৰ্মী, শ্যাম টাই আদি ভাষাৰ বহল প্ৰভাৱ মন কৰিবলগীয়া। অসমৰ দেউৰী-চুটিয়া, চিংফৌ, খামটি, মিৰি (মিছিং), মিকিৰ, ৰাভা, গাৰো, বড়ো, ডিমচা, মেইথেই, মিজো (ছেই) আদি ভাষাসমূহৰ পোনপটীয়া চৰ্চা হ'লে অসমীয়া ভাষাৰ ধ্বনি, ৰূপ আৰু বাক্য-শব্দকোষত আৰ্য্যভিন্ন বৰঙণি ঠাৱৰ কৰা সহজ হ'ব। চমুকৈ ক'বলৈ হ'লে সংস্কৃত আৰু হিন্দীৰ তুলনাত আমাৰ অসমীয়া ভাষাৰ স্বৰধ্বনিৰ হ্ৰস্ব-দীৰ্ঘৰ ব্যৱধানহীনতা, দন্ত্য-মূৰ্দ্ধণ্য ব্যঞ্জন ধ্বনিৰ পাৰ্থক্যহীনতা আৰু দন্ত্যমূলীয় ব্যঞ্জনধ্বনিৰ প্ৰাধান্য, তালব্য, মূৰ্দ্ধণ্য আৰু দন্ত্য (শ,ষ,স) উষ্ম ব্যঞ্জন ধ্বনিৰ বিশিষ্ট উচ্চাৰণ আদিৰ গুৰিতে আৰ্য্যভিন্ন প্ৰভাৱৰ প্ৰাধান্য আছে। অসমীয়া ভাষাৰ সুৰীয়া, সুৰদী মাতৰ হেতু হৈছে বেচিভাগ তিব্বত-বৰ্মী ভাষাত থকা সুৰ প্ৰাধান্য ( Tonal prominance )। অসমৰ ঠাইৰ নাম আৰু নদীৰ নামত আৰ্য্যভিন্ন জনজাতীয় ভাষাসমূহৰ প্ৰভাৱ ব্যাপক। কামাখ্যা, কামৰূপ, কমলপুৰ, চামতা, হাজো, বিহামপুৰ, ডিহং, ডিবং, ডিগাৰু, নামৰূপ, নামবৰ, লুইত আদিৰ উপৰিও টংলা, লামডিং, হাফলং, ডিফু, হেৰেমদো, চতমা, ববমা, হাহৰা (হহৰা), ননৰা, কৰৰা, বংজুলি, দুধনৈ, দতমা আদি হাজাৰ-বিজাৰ নামত জনজাতীয়



বৰঙনি নিৰ্ণয় কৰিব পৰা যাব আৰু অষ্ট্ৰিক ভাষাসমূহৰ তুলনাত চীন-তিব্বতীয় ভাষা-পৰিবাৰৰ অন্তৰ্গত তিব্বত-বৰ্মী আৰু শ্যাম টাই ভাষাসমূহৰ বৰঙনিয়ে ব্যাপক। অসমৰ গঁঞা জীৱনত সচৰাচৰ ব্যৱহৃত খেতি-বাতিৰ সঁজুলি, যেনে হাল, কোৰ, কাচি, মৈ, হোলোঙা আদি, বিবিধ ধানৰ নাম, যেনে মাগুৰি, জহা, তেংৰে, আহু, শালি আদি, ঘৰুৱা নানা সামগ্ৰী, যেনে কামী, ৰুৱা, মাৰলী, কাঠী, জপনা, গুৱা, খেকেৰা (টেঙা), ৰিহা, পাট, কুনসৰা, জাপি আদি তিব্বত-বৰ্মী ভাষাসমূহৰপৰা সমাগত। অসমীয়া ভাষাত ব্যৱহৃত মোৰ বোপাই, তোমাৰ বাপেৰা, তাৰ বাপেক আদি প্ৰকাশভঙ্গী আৰু—আই,—এৰা,—এক আদি ব্যক্তিবোধক প্ৰত্যয় জনজাতীয় প্ৰভাৱৰ পৰিণতি;—টা,—টো,—ড়াল,—ফেৰা আদি নিৰ্দেশবোধক অনুসৰ্গ, —চোন,—দেই,—তো,—হবলা আদি স্বাৰ্থিক প্ৰত্যয়ৰ ব্যৱহাৰৰ গুৰিতে জনজাতীয় বৰঙনি থকাটোৱেই সম্ভৱপৰ। এনেদৰে অসমীয়া ভাষাৰ ধ্বনি, ৰূপ, বাক্য, শব্দৰ ক্ষেত্ৰত অন্ততঃ শতকৰা কুৰিভাগ জনজাতীয় উপাদান আছে।

## অসমীয়া সাহিত্য

অসমীয়া মৌখিক আৰু লিখিত সাহিত্যত জনজাতীয় প্ৰভাৱ তিনিটা সুঁতিৰে পৰিছে যদিও এই সুঁতিবোৰ ক্ষীণ আৰু বিচ্ছিন্ন। অসমীয়া তন্ত্ৰ-মন্ত্ৰ, বিহুগীত, আইনাম, ফকৰা-যোজনা আৰু সাধুকথাত অসমৰ বিভিন্ন জনজাতীয় বিষয়-বস্তু, ঠাঁচ আৰু প্ৰকাশভঙ্গীৰ বেঙনি দেখিবলৈ পোৱা যায়। কিন্তু এই বেঙনি কিমান পৰিধিলৈ বিয়পিছে সেই বিষয়ে সঠিককৈ নিৰ্ণয় কৰা সহজ নহয়। অসমৰ প্ৰাচীন ৰামায়ণী সাহিত্য, মহাভাৰতীয় অনুবাদ, বুৰঞ্জী ৰচনা পদ্ধতি আৰু পুৰাণৰ অসমীয়া ভাঙনীত বৰাহীৰজা মহামাণিক্য, কোচৰজা নৰনাৰায়ণ, কছাৰীৰজা তাম্ৰধ্বজ, ৰাণী চন্দ্ৰপ্ৰভা, ইয়াৰ উপৰিও আহোম স্বৰ্গদেওসকল, দৰঙ্গী ৰাজন্যবৰ্গ, মণিপুৰ আৰু ত্ৰিপুৰাৰ ৰাজবংশৰ পৃষ্ঠপোষকতা আৰু উৎসাহদান মন কৰিবলগীয়া। এই জনজাতীয় ৰাজন্যবৰ্গই নিজা ভাষা-উপভাষাতকৈও সংস্কৃতমূলক ভাষা-সাহিত্যৰ উন্নয়নৰ বাবে আৱশ্যকীয় সহায় সমৰ্থন আগবঢ়াই গৌৰৱপূৰ্ণ অৱদান দি গৈছে। অসমৰ কেইবাজনো প্ৰাচীন আৰু নৱীন লিখক-লিখিকাই জনজাতীয় জীৱন, চৰিত্ৰ আৰু পৰিবেশক কেন্দ্ৰ কৰি উপাখ্যান, নাটক, গল্প, কবিতা, প্ৰবন্ধ, আলোচনা লিখিবলৈ আগ্ৰহশীল অনুপ্ৰেৰণাৰ চানেকি দাঙি ধৰিছে। ৰজনীকান্ত

বৰদলৈৰ মিৰি জীয়ৰী, লক্ষ্মীনাথ বেজবৰুৱাৰ ডালিমী, কোৰ্মা-কুৰ্মী, পদ্মনাথ গোহাঁইবৰুৱাৰ জিনু চৰিত্ৰ, সুৰেশচন্দ্ৰ গোস্বামীৰ ৰুণুমী নাটৰ কেইটিমান চৰিত্ৰ, জ্যোতিপ্ৰসাদ আগৰৱালৰ ৰূপালীমৰ চৰিত্ৰসমূহ, কমলানন্দ ভট্টাচাৰ্য্যৰ নগাকোঁৱৰ, দৈৱচন্দ্ৰ তালুকদাৰৰ বামুণীকোঁৱৰ, কৈলাস গোস্বামীৰ বিদ্ৰোহী নগাৰ হাতত, বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য্যৰ ইয়াৰুইঙ্গমৰ চৰিত্ৰসমূহৰ চিত্ৰাঙ্কন এই সম্পৰ্কত উল্লেখযোগ্য। বৰ্তমানে কেইবাজনো জনজাতীয় লিখকে নিজস্ব সামাজিক অভিজ্ঞতাৰ নিদৰ্শন দাঙি ধৰি অসমীয়া ভাষা-সাহিত্যৰ সম্ভাৰ আগবঢ়াইছে; ৰূপনাথ ব্ৰহ্ম, বিষ্ণুপ্ৰসাদ ৰাভা, লুম্বেৰ দাই, টাগাংটাকি, লংকাম টেৰণ, তৰুণচন্দ্ৰ পামেগাম, মেদিনী চৌধুৰী, গগনচন্দ্ৰ সোণোৱাল, ধুপাৰাম বসুমতাৰী আদিৰ নাম এই প্ৰসঙ্গত উনুকিয়াব পাৰি। আধুনিক অসমীয়া সাহিত্যৰ বিভিন্ন বিভাগ অৰুণোদই, আসাম বান্ধৱ, চেতনা, বাঁহী, উষা, আলোচনী, আৱাহন, নতুন অসমীয়া, অসম বাণী, ৰামধেনু আদি পত্ৰিকাত জনজাতীয় বিষয়ৰ প্ৰবন্ধ আদি প্ৰকাশিত হৈ আছে।

## অসমীয়া সংস্কৃতিৰ ভিন্ ভিন্ উপাদান

অসমীয়া সংস্কৃতি অসমৰ অধিবাসীসকলৰ মাজত প্ৰচলিত ধৰ্ম, গীত, বাদ্য-নৃত্য, আচাৰ-ব্যৱহাৰ, গাঁও-ভূঁই, সমাজ গাঁথনিৰ নীতি আদি উপাদানৰ সমন্বয়ত গঢ় দি উঠিছে। অসমৰ বিভিন্ন জনজাতীয় আৰ্য্য-হিন্দু সংস্কৃতিত বৰঙনি যোগোৱাৰ লগে লগে তেওঁলোকো প্ৰভাবান্বিত হৈছে; বহুত সময়ত পাৰম্পৰিক প্ৰভাৱৰ ফলত এক সমন্বয়মূলক সামাজিক সংস্কৃতিৰ উদ্ভৱ হৈছে। অসমৰ ধৰ্ম আৰু পৱিত্ৰ স্থানৰ বিষয়ে পৰ্য্যালোচনা কৰিলে দেখা পাওঁ যে, অসমত আৰ্য্য-হিন্দুধৰ্মৰ বাহিৰেও জনজাতীয় আদিম ধৰ্মসমূহ, বৌদ্ধধৰ্ম, ইছলাম আৰু খৃষ্টান ধৰ্মৰ প্ৰচলন আছে আৰু সেইবোৰ ধৰ্মৰ লগত জড়িত মঠ-মন্দিৰ, থান, বিহাৰ, মছজিদ-গীৰ্জাৰ অৱস্থান আছে। আৰ্য্য-হিন্দুধৰ্মৰ ভিতৰত শৈৱ, শাক্ত আৰু বৈষ্ণৱ সম্প্ৰদায় আছে; বৌদ্ধ ধৰ্মৰো কেইবাটাও ভাগ আছে, বিশেষকৈ মনপা, চীয়া আদি তিব্বতীয় লামা বৌদ্ধমতৰ আৰু চিংফৌ, খামটি আদি ব্ৰহ্মদেশীয় ফুঙ্গি বৌদ্ধমতৰ লোক। উদাহৰণস্বৰূপে অকাসকলৰ বেছি সংখ্যক তিব্বতীয় বৌদ্ধধৰ্মী যদিও হিন্দুধৰ্মৰ প্ৰভাৱো লগে লগে পৰিছে।

জনজাতীয়সকলৰ কিছুমানে হিন্দু, বৌদ্ধ আৰু খৃষ্টান ধৰ্মত দীক্ষিত হ'লেও আদিম বা কৌশিক ধৰ্মৰ আচাৰ-ব্যৱহাৰ, ক্ৰিয়া-প্ৰক্ৰিয়া সম্পূৰ্ণ



ৰূপে পৰিহাৰ কৰিব পৰা নাই। উদাহৰণস্বৰূপে চিৰাপৰ নক্তে জনজাতিসকলৰ বেচিভাগ বাৰেষৰীয়া সত্ৰৰ মহাপুৰুষীয়া বৈষ্ণৱ ধৰ্মাৱলম্বী যদিও আদিম জনজাতীয় খাদ্য মাছ-মঙহ, ম'হ আদিৰ প্ৰচলন আছে; জনজাতীয় আদিম উছৱ-পৰৱ, গেনা আদিও মানি চলে। শুকান মাছৰ প্ৰচলনো এওঁলোকৰ মাজত আছে।

অসমৰ সৰ্বসাধাৰণ মানুহে যে মাছ, মঙহ খায়, আনকি বামুণ, কায়স্থ, কলিতা আদিয়েও মাছ-মঙহ ব্যৱহাৰ কৰে, নিম্ন শ্ৰেণীৰ বহুতেই শুকান মাছ খায়—ইয়াৰ মূলতে জনজাতীয় প্ৰভাৱ বুলিহে বিশ্বাস হয়। যোগিনীতন্ত্ৰত স্পষ্টকৈ লিখা আছে—"সৰ্বেশী যোগিনীপীঠে ধৰ্ম কৈৰাতজঃ মতঃ। কামৰূপে ন সন্ন্যাস্তথা দীৰ্ঘব্ৰতং প্ৰিয়ে। ন ত্যজেৎ সামিষং দেৱী ব্ৰহ্মচৰ্য্যমতং ন চ ॥........" কামৰূপ-কামাখ্যাৰ দেশ অসম ৰাজ্যত ভাৰতৰ অন্যান্য অঞ্চলৰ আৰ্য্য-হিন্দু সমাজত নচলা আহাৰ-বিহাৰ, আচাৰ-বিচাৰৰ মূলতে জনজাতীয় প্ৰভাৱ পৰিছে যে সন্দেহ নাই। শিৱপূজা যে মূলতে আৰ্যেতৰ, বিশেষকৈ দ্ৰাবিড়ী প্ৰভাৱৰ ফল—তাক সকলো পণ্ডিতে স্বীকাৰ কৰিছে। অসমত বাথৌব্ৰাই বা বুঢ়া মহাৰজাৰ ৰূপত শিৱৰ অৰ্চনা, আই গোসাঁনী বা কেঁচাইখাঁতীৰ ৰূপত কামাখ্যা, ভৱলী বুঢ়ী, লক্ষ্মীৰ (মাইনাওব্ৰী) আৰাধনা তিব্বত-বৰ্মী বড়ো-কছাৰীৰ মাজত অদ্যাপিও বৰ্তমান। বলি-বিধান বিশেষকৈ জন্তুৰ বলি দিয়া প্ৰথা কিৰাতসকলৰ (ইণ্ডো-তিব্বতীয়) পৰা অহা বুলি পণ্ডিত কিছুমানে কয়। হাঁহ-পাৰ, ছাগলী, ঘোঁৰা, মহিষ আৰু গো-বলি পৰৱৰ্তী বৈদিক যুগত অনাৰ্য্য বা আৰ্যেতৰ প্ৰভাৱৰ পৰিণতি বুলিও সন্দেহ কৰা হৈছে। আও নগা প্ৰমুখ্যে জনজাতিৰ মাজত ষাঁড় আৰু মেঠোন বলিৰূপে বধ কৰা কাৰ্য্যৰ লগত বৈদিক শূলগব্য যজ্ঞৰ সাদৃশ্য আছে। ৰজা-ৰাণীয়ে পতা আৰ্য্যৰ অশ্বমেধ যজ্ঞও পৰৱৰ্তী আৰ্যেতৰ প্ৰভাৱ হ'ব পাৰে।

অসমৰ গাঁৱে-ভূঁয়ে প্ৰচলিত তন্ত্ৰ-মন্ত্ৰ, যাদু-বিদ্যা, জৰা-ফুকা আৰু ভালেমান দ্ৰব্য-গুণ জনজাতিসকলৰপৰা পোৱা; এইবোৰৰ নীতি-নিয়ম, পূজা-পাতল আদিও অবৈদিক; উদাহৰণস্বৰূপে দেও-ভূত, বুঢ়া ডাঙৰীয়া, ঘোঁৰা-পোক, বীৰা, পিশাচিনী আদি গঞা অশৰীৰীৰ লগত জনজাতীয় সাদৃশ্য আছে আৰু এইবোৰৰ পূজা-প্ৰক্ৰিয়াও জনজাতীয়।

অসমৰ বিহু উৎসৱৰ মূল অনুপ্ৰেৰণাত বৈদিক যাগ-যজ্ঞৰ দূৰণীয়া প্ৰভাৱ থাকিলেও বিহুৰ পান-ভোজন, বিহুৱান, ঘৰুৱা মদ, তামোল-পাণৰ ব্যৱহাৰ, নৃত্য-গীত, টকা, পেঁপা, গগনা, কৰতাল, বাঁহী, ঢোল আদি

বাজনাৰ প্ৰয়োগ; বিহুৰ সময়ত সনুহীয়া নাছনবা, পহুচিকাৰ আদিত জনজাতীয় প্ৰভাৱ সুস্পষ্ট। বাঁহৰ বাজনাবোৰ ঘাইকৈ তিব্বত-বৰ্মী কিৰাতৰ দান; বাঁহৰ গাজ খোৱা পদ্ধতিও কিৰাতজ।

অসমৰ জুমখেতি আৰু নাঙল-কোবেৰে হালবোৱা পদ্ধতিও জনজাতীয়-সকলৰে দান। অসমৰ সমাজ ব্যৱস্থাত মাতৃপ্ৰধান নিয়মবোৰ ঘাইকৈ অষ্ট্ৰিকসকলৰ দান; খাচি আৰু গাৰো সমাজত এতিয়াও মাতৃপ্ৰাধান্য আছে; আমাৰ অসমীয়া হিন্দু সমাজতো ঢোকা আৰু ধেমনী প্ৰথাৰ (ৰবলা আৰু বাৰী) বিবাহবোৰত মাতৃপ্ৰাধান্য দেখা যায়। ভাৰতীয় আৰ্য্য-হিন্দু সমাজে স্বীকৃতি দিয়া আঠ প্ৰকাৰ বিয়াৰ ভিতৰত গন্ধৰ্ব, অসুৰ, ৰাক্ষস আৰু পিশাচ প্ৰথা আৰ্য্যেতৰ লোকৰপৰা অহা। মানুহৰ সামাজিক জীৱনত জন্ম, বিবাহ আৰু মৰণ তিনিটা ডাঙৰ ঘটনা। এই তিনি-টাক লৈ বহুত আচাৰ-নিয়ম পালন কৰা হয়। জন্মৰ সময়ত ডাইনী-ভুতুনীৰ চকুৰপৰা হাত সাৰিবলৈ প্ৰসূতি ঘৰৰ প্ৰৱেশ পথত সিজুগজ, বগৰী কাঁইট বান্ধি দিয়া নিয়ম অসমীয়া হিন্দু সমাজত প্ৰচলিত, ই তিব্বত-বৰ্মী কিৰাত, বিশেষকৈ বড়ো-কছাৰীসকলৰ দ্বাৰা প্ৰভাৱান্বিত বুলি ধাৰণা হয়। বিবাহৰ কইনা-ঘৰলৈ দৰা-ঘৰে তামোল-পাণৰ ভাৰ নিয়া, ঘৰ-জোঁৱাই ৰখা প্ৰথা, ঢোকা প্ৰথা, ছোৱালীয়ে গা-যাচি সোমোৱা প্ৰথা, টানি লৈ ছোৱালীক বিয়া কৰোৱা, পলুৱাই নি ছোৱালীক বিয়া কৰোৱা প্ৰথাবোৰত আৰ্য্যভিন্ন জনজাতীয় বিশেষকৈ কিৰাত প্ৰভাৱ সম্ভাৱনীয়।

ধানখেতি আৰু কৃষি-কৰ্মৰ উদ্দেশ্যে, লক্ষ্মীদেৱীৰ আৰাধনা আৰু লক্ষ্মীদেৱীক আই গোসাঁনীৰ ৰূপান্তৰ হিচাবে কল্পনা অসমৰ ভালেমান জনজাতিৰ মাজত আছে; আমাৰ সচৰাচৰ গঞা সমাজত বাঁহ-খেৰেৰে ঘৰসজা পদ্ধতি, পাট কাপোৰৰ ব্যৱহাৰ আৰু বোৱা-কটা, পাগুপালন প্ৰথাত তিব্বতীয়সকলৰ বৰঙনি আছে। ঘৰবন্ধা ঠাই আৰু চোতাল সম্পৰ্কীয় ভালেমান জন-বিশ্বাসৰ ক্ষেত্ৰত অসমীয়া আৰু তিব্বত-বৰ্মী বড়ো-কছাৰীৰ মাজত সাদৃশ্য আছে।

জনজাতীয় গাঁৱৰ গাঁথনি আৰু জনজাতীয় ডেকা চাং, গাভৰু চাঙৰ প্ৰভাৱ বৈষ্ণৱ যুগৰ সমাজত পৰিছিল। অসমীয়া বৈষ্ণৱ ধৰ্মৰ নামঘৰ আৰু শাস্ত্ৰৰ অনুপ্ৰেৰণা বৌদ্ধধৰ্মৰ বুদ্ধ, সংঘ আৰু ধৰ্মৰপৰা সমাগত বুলিও কিছুমান পণ্ডিতৰ মত। বৌদ্ধধৰ্ম চীন, তীব্বত, মঙ্গোলীয়, জাপান, ব্ৰহ্মদেশ আৰু উত্তৰ-পূব ভাৰতৰ জনজাতিসকলৰ মাজত ঘাইকৈ আৰু ব্যাপকভাৱে প্ৰচলিত; বহুতে গৌতম বুদ্ধকো কিৰাতলোকৰ প্ৰতিনিধি বুলি ক'ব খোজে। অসমৰ সৰ্বসাধাৰণ মানুহৰ খোৱা-লোৱা, পিন্ধন-উৰণ,



বোৱা-কটা, ঘৰবাৰী, আলহী সোধা, গাঁওমুখী সমাজ গাঁথনি, ৰঙা ক'লা নীলা আদি গাঢ় বৰ্ণপ্ৰীতি, সামাজিক সম্বন্ধৰ জেওৰ, সপোন, বিশ্বাস, মঙ্গলামঙ্গল আৰু যাত্ৰা-প্ৰকৰণ, শপত খোৱা পদ্ধতি আদিতো জনজাতিৰ বেঙনি দেখা যায়।

এই বিষয়ক আলোচনা-বিলোচনাৰ বহল পৰিসৰ এতিয়াও বৈ আছে।

# আহোমসকলৰ শাসন পদ্ধতি

ডঃ সূৰ্য্যকুমাৰ ভূঞা

বিশ্বৰ মানৱ জাতিৰ এটা অন্যতম বৃহৎ গোষ্ঠী বা পৰিয়াল হ'ল টাই বা থাই। শ্যান এই গোষ্ঠীৰে এটা শাখাৰ নাম; আৰু আহোম-সকল এই শ্যান শাখাৰে মানুহ। ১২২৮ খৃষ্টাব্দত প্ৰথম অসম জয় কৰা চুকাফা ওপৰ-ব্ৰহ্মৰ মাওলুং নামৰ শ্যান ৰাজ্যৰ যুৱৰাজ আছিল। ছ-শ বছৰ কাল এই আহোমসকলে অসমত ৰাজত্ব কৰে। ১২২৮ খৃঃৰপৰা সুদীৰ্ঘ ছ-শ বছৰৰ মূৰত ১৮২৬ চনত ইয়াণ্ডাবু সন্ধিৰ ফলত এই দেশৰ শাসনভাৰ ইষ্ট-ইণ্ডিয়া কোম্পানীৰ হাতলৈ যায়। প্ৰথমতে তেওঁলোকে পূব-অসমতে সীমাবদ্ধ নিচেই সৰু এছোৱা ঠাই মাথোন অধিকাৰ কৰি লৈছিলহি। কিন্তু তেওঁলোকে ক্ৰমাৎ মোগলসকলৰ লগত হোৱা শেষৰখন যুদ্ধৰ পাচত আহোম ৰাজ্য গোৱালপাৰাৰ বিপৰীত পিনে থকা সুদূৰ মানাহ নদী পৰ্য্যন্ত বিস্তাৰিত হৈছিল। ১৮২৬ চনত আহোম ৰাজত্বৰ বেলিমাৰ নোহোৱালৈকে এই সীমা অবিকৃতভাৱে বাহাল আছিল। আহোম ৰাজ্যৰ পৰিসৰ সময়ত কেতিয়াবা বাঢ়িছিল, কেতিয়াবা ঠেক হৈছিল, কিন্তু সদায়েই এই ৰাজ্য অসম নামেই জনাজাত আছিল।

ইমান সুদীৰ্ঘ এছোৱা কাল ক্ষমতাত অধিষ্ঠিত থকা আহোমসকলৰ পক্ষে কেনেকৈ সম্ভৱপৰ হৈছিল, এই প্ৰশ্ন সকলোৰে মনত উদয় হোৱাটো স্বাভাৱিক। যিসকলক জয় কৰি তেওঁলোকে ৰাজ্য প্ৰতিষ্ঠা কৰিছিল তেওঁলোকতকৈ আহোমসকল সংখ্যাত আছিল অনেক গুণে তাকৰীয়া। আকৌ বিজিতসকলৰ ধৰ্ম-বিশ্বাস, জাতিগত বৈশিষ্ট্য, কথিত ভাষা সকলো-ৱেই তেওঁলোকৰপৰা পৃথক আছিল। সুদীৰ্ঘ ছটা শতাব্দী ক্ষমতাত অধিষ্ঠিত থকাৰ মূলতে তেওঁলোকৰ শাসন পদ্ধতিত যে কিছুমান মৌলিক শ্ৰেষ্ঠত্ব আছিল সেই কথা ভাৰতবৰ্ষৰ গৱৰ্ণৰ জেনেৰেল লৰ্ড উইলিয়াম বেণ্টিঙ্কেও স্বীকাৰ কৰি গৈছে।

আহোমসকলৰ শাসনকাৰ্য্যৰ কৃতকাৰ্য্যতাৰ কাৰণ বিচাৰ কৰি চালে



প্ৰথমতে দুটা মৌলিক বিশেষত্ব চকুত পৰে। আহোম শাসকসকলে তেওঁলোকৰদ্বাৰা শাসিত হোৱা দেশখনক আৰু প্ৰজাসকলক অতি আপোন ভাবিছিল। অন্তৰ ঢালি ভাল পাইছিল। এইখন অসমদেশক তেওঁলোকে বুলিছিল সোণৰ সঁফুৰা। কোনো বিদেশীক কেতিয়াও একোপধ্যেই এই দেশত খোপনি পুতিবলৈ নিদিছিল। এই দেশৰ সুনামত চেকা লাগিব পৰা কোনো কাম কেতিয়াও হ'বলৈ নিদিছিল। কেতিয়াবা ক'ব-বাত কেনেবাকৈ সাময়িকভাৱে পৰাজয় বৰণ কৰিব লগা হ'লেও তেওঁ-লোক নিৰাশ নহৈছিল। "গ্ৰহণ লাগেই, সেই বুলি জানো বেলি দুনাই নোলোৱাকৈ থাকে?" —এয়েই আছিল তেওঁলোকৰ সকলো পুনৰ্বিজয় আৰু পুনৰ্সংস্থাপন প্ৰচেষ্টাৰ মূলমন্ত্ৰ। আহোম ৰজাসকলৰ অকুণ্ঠ স্বদেশ তথা প্ৰজা-প্ৰীতিৰ অসংখ্য নিদৰ্শন আছে। চাৰিকুৰি সোতৰ বছৰ বয়-সীয়া বৃদ্ধ স্বৰ্গদেও প্ৰতাপসিংহ। উদি-মুদি গাৰে ৰাজঘৰীয়া ডিঙৰাত দিখৌ নৈৰে ভটীয়াই গৈছে স্বৰ্গদেও। দুয়োপাৰে লানি নিছিগা অগণন শোকাকুল ৰাইজ। স্বৰ্গদেৱে সকলোৰেপৰা বিদায় লৈছে। স্বৰ্গদেৱৰ হেৰোৱা স্বাস্থ্য ঘূৰাই আনিব পাৰিলে দুয়োপাৰৰ ৰাইজে তেওঁলোকৰ মাজৰপৰা বছা বছা এশজন বীৰডেকা বলি দিবলৈ ওলাইছে। স্বৰ্গদেও প্ৰতাপসিংহৰ নাতি ধয়ধ্বজসিংহ স্বৰ্গদেও। নৱাব মিৰজুম্‌-লাৰ অধীনত মোগল আক্ৰমণকাৰীসকলে ধ্বংসস্তূপত পৰিণত কৰা ৰাজ-ধানী নগৰী গড়গাঁৱৰ প্ৰধান দ্বাৰত বৈ উচুপি উচুপি কান্দিছিল।

আহোম ৰাজ্যৰ চাৰিওফালে ঘেৰি থকা বিভিন্ন পৰিবেশ আৰু পৰি-স্থিতিৰ সুযোগ সম্পূৰ্ণভাৱে গ্ৰহণ কৰিবৰ সামৰ্থ্য তেওঁলোকৰ আছিল। অৱস্থা চাই ব্যৱস্থা কৰিব অৰ্থাৎ তেওঁলোকৰ নিজা ৰাজ্য আৰু চুবুৰীয়া পটভূমিয়ে দিব পৰা সুযোগ-সুবিধা আৰু আহিলা-পাতিৰ লগত খাপ খুৱাই নিজৰ শাসন পদ্ধতিৰ গঢ় দিব তেওঁলোকে জানিছিল। আহোম-সকলৰ কৃতকাৰ্য্যতাৰ ইও এটা প্ৰধান কাৰণ।

কথিত আছে যে আহোমসকল দেৱশ্ৰেষ্ঠ ইন্দ্ৰৰ সতি-সন্ততি। মানৱ জাতিৰ দুখ-কষ্ট আৰু অন্যায় অবিচাৰৰ প্ৰতিকাৰ কৰিবৰ বাবে আহোম-সকল পূৰ্বপুৰুষসকলৰ সোণৰ জখলাৰে স্বৰ্গৰপৰা নামি আহিছিল। সেই কাৰণেই আহোম ৰজাসকলক স্বৰ্গদেও বোলা হৈছিল। আৰু সেইবাবেই আহোম ৰজাসকলক দিব্যপুৰুষৰূপে জ্ঞান কৰা হৈছিল আৰু তেওঁলোকৰ ব্যক্তিত্ব সদায় পৱিত্ৰ আৰু অনুঙ্ঘলনীয় আছিল। সকলোৱে মৰ্য্যাদাৰ মান নিৰ্ণয় আৰু ক্ষমতা প্ৰদান স্বৰ্গদেওসকলৰ ওপৰতে নিৰ্ভৰ কৰিছিল। যি কোনো উচ্চ পদস্থ বিষয়াৰ নিয়োগ তেওঁলোকে নিজে

কৰিছিল। ডাঙৰ গোচৰ, বিশেষকৈ হত্যা আদিৰ দৰে গোচৰৰ নথি-পত্ৰ শেষ ৰায়ৰ বাবে স্বৰ্গদেওসকলৰ সমুখত পেচ কৰিব লাগিছিল, ৰক্ত-পাত হ'বলগীয়া মৃত্যুদণ্ডৰ দৰে আদেশ একমাত্ৰ তেওঁলোকেহে দিব পাৰিছিল। আহোমসকলৰ ন্যায়নীতি আৰু হিন্দু দণ্ডনীতিৰ বিষয়ে স্বৰ্গদেওসকলক অভিষেকৰ সময়ত তন্ন-তন্নকৈ বুজাই দিয়া হৈছিল।

ৰজাৰ উচ্চ-পৰ্য্যায়ৰ মন্ত্ৰণাদাতাসকলক সামূহিকভাৱে পাত্ৰ-মন্ত্ৰী বোলা হৈছিল। বুঢ়াগোহাঞি, বৰপাত্ৰ গোহাঞি, বৰবৰুৱা আৰু বৰফুকন, এই কেইজনেই পাত্ৰ-মন্ত্ৰী। ৰজা ভঙা-পতা কৰিব লগা হোৱাৰ দৰে গহীন বিষয়ত সিদ্ধান্ত গ্ৰহণ কৰিছিল গোহাঁই কেইজনে। সকলো ক্ষেত্ৰতে এই তিনিজনা গোহাঞিৰ পৰামৰ্শ ৰজাসকলে মানি চলিব লাগিছিল। কোনোবাই তেনে কৰিবলৈ অস্বীকাৰ কৰিলেই জটিলতাৰ সৃষ্টি হৈছিল। কোনোবা স্বৰ্গদেও বিশেষ বুদ্ধিমান হ'লেও বুজাই মেলি গোহাঞি-সকলক নিজৰ মতে চলাব পৰাকৈ প্ৰভাৱান্বিত কৰিব পাৰিছিল। এনে স্বৰ্গদেৱে গোহাঞিসকলৰ লগত পৰামৰ্শ নকৰাকৈয়ে কোনো বিষয়ত নিজৰ ক্ষমতা স্বাধীনভাৱে প্ৰয়োগ কৰিব পাৰিছিল। কিন্তু তেনে ক্ষেত্ৰতো তেওঁ দেশৰ প্ৰধান নিৰ্বাহক বিষয়া ফুকন আৰু বৰুৱাসকলৰ সমৰ্থন বিচাৰিব লগাত পৰিছিল। এনেদৰেই আহোম চৰকাৰ আছিল ৰাজতন্ত্ৰ আৰু আমোলাতন্ত্ৰৰ এটি সুন্দৰ সমন্বয় আৰু ৰজা-ৰাজবিষয়াৰ পৰস্পৰ নিৰ্ভৰশীলতাৰ মাজেদি ক্ষমতাৰ ভাৰসাম্য সাৱধানে আৰু স্থিৰভাৱে সংৰক্ষণ কৰাৰ সকলো ব্যৱস্থাই তাত আছিল। মাথোন কেতিয়াবা কোনো কোনো মহলৰ মাজত ন্যস্ত স্বাৰ্থৰ সংঘাত উপস্থিত হ'লে অথবা ৰজা বা ৰাজবিষয়াসকলে নিজ নিজ ক্ষমতাৰ গণ্ডী চেৰাই কিবা কৰাৰ চেষ্টা কৰিলেই সমস্যাৰ উদ্ভৱ হৈছিল। যেতিয়াই এনে পৰিস্থিতিৰ উদ্ভৱ হৈছিল তেতিয়াই প্ৰয়োজন অনুসৰি যথোপযুক্ত ব্যৱস্থা কৰিবলৈ গোহাঞিসকল আগবাঢ়ি আহিছিল। সৈন্য সংগঠন, গড় নিৰ্মাণ বা যুদ্ধ-সন্ধি আদিৰ ব্যৱস্থাৰ দৰে সকলো গুৰুত্বপূৰ্ণ কাৰ্য্য গোহাঞিসকলৰ চোকা পৰ্য্যবেক্ষণৰ তলত সমাধা কৰা হৈছিল। বৰবৰুৱা গৰাকীয়েই আছিল মুখ্য নিৰ্বাহক আৰু বিচাৰাধিকাৰ। গতিকেই তেওঁৰ হাতত আছিল প্ৰভূত ক্ষমতা। সকলো গুৰুত্বপূৰ্ণ গোচৰৰ নথি-পত্ৰ মীমাংসাৰ বাবে তেওঁলৈ পঠোৱা হৈছিল। তেৱেঁই ৰজাৰ অভিষেকৰ ব্যৱস্থা আৰু সকলো ধৰণৰ ভ্ৰমণ-সূচী ঠিক কৰি দিছিল। স্বৰ্গদেৱৰ ৰাজ্য প্ৰতিনিধি হিচাবে বৰফুকনে গুৱাহাটীত থাকি কাৰ্য্যনিৰ্বাহ কৰিছিল। ব্যক্তিগতভাৱে ৰাজকাৰ্য্য সম্বন্ধীয় নানা কথা ৰজা আৰু মন্ত্ৰীবৰ্গৰ লগত আলচ কৰিবলৈ



তেওঁ সঘনে ৰাজধানীলৈ অহা-যোৱা কৰিছিল। পশ্চিমৰপৰা হ'ব পৰা যি কোনো আক্ৰমণৰ প্ৰথম খুন্দাটো তেৱেঁই চম্ভালিব লগা হৈছিল বাবে বৰফুকনৰ দায়িত্বভাৰ অধিক গুৰুত্বপূৰ্ণ আছিল। একো একোটা নিৰ্দিষ্ট অঞ্চলৰ শাসনকৰ্তা আছিল ৰাজখোৱাসকল। যুদ্ধৰ সময়ত তেওঁলোকে নিজ নিজ অঞ্চলৰ যুঁজাৰুৰে সেনাদলৰ নেতৃত্বত ৰণক্ষেত্ৰলৈ যাব লাগিছিল। শাসন-যন্ত্ৰৰ বিভিন্ন শাখাৰ এনে নিয়াৰিকৈ কৰা কাৰ্য্যই শাসনলৈ সুশৃঙখলা আনি দিছিল। মাথোন কেতিয়াবা এনে কোনো এটা বিভাগে বিদ্ৰোহ আচৰণ কৰি আইনৰ বিৰুদ্ধে গ'লেহে জটিলতা আৰু খেলিমেলিৰ সৃষ্টি হৈছিল। এনে ধৰণৰ উচ্ছৃঙখলতাৰ সম্ভাৱনা যিমান পৰা যায় সিমান কমাবৰ বাবে প্ৰতিপন্ন পাইক আৰু তেওঁৰ গৰাকীৰ সকলো গতি-বিধি নিৰীক্ষণ কৰিবলৈ এক শ্ৰেণীৰ বিষয়া নিয়োগ কৰা হৈছিল।

আহোমসকলে প্ৰত্যেকজন প্ৰাপ্তবয়স্ক পুৰুষ প্ৰজাক হয় বনুৱা নহয় ৰণুৱা হিচাবে দেশৰ কামত লগাইছিল। প্ৰতিজন পুৰুষক ৰজাঘৰীয়া হিচাবত একোজন পাইক বুলি ধৰা হৈছিল। এনেকুৱা চাৰিজন পাইকৰ একোটা ক্ষুদ্ৰ দলক গোট বোলা হৈছিল। প্ৰত্যেকজন পাইকে পাল পাতি ৰজাঘৰীয়া কাম কৰি দিব লাগিছিল। অনুপস্থিত পাইক-জনৰ ঘৰুৱা কাম-কাজ লগৰ বাকী কেইজনে ৰজাঘৰীয়া কামলৈ সিদিনা যাব নলগা ঘৰত থকা বাকী কেইজন পাইকে কৰি দিব লাগিছিল। সাধাৰণতে একোটা গোটৰ চাৰি পাইকৰ এক পাইক মাথোন একেটা সময়ত ঘৰৰপৰা আঁতৰি থাকিব লগা হৈছিল। কেতিয়াবা দুজন আৰু কেতিয়াবা বিশেষ জৰুৰী অৱস্থাৰ উদ্ভৱ হ'লে একে সময়তে তিনিজন পাইকো ৰজাঘৰীয়া কামত ওলাই যাব লগা হৈছিল। এনেকৈয়ে দেশৰ প্ৰত্যেকজন সুস্থ-সবল নাগৰিকে দেশ আৰু চৰকাৰ সম্বন্ধে কিছু প্ৰাথমিক জ্ঞান আহৰণ কৰাত সমৰ্থ হৈছিল। তেওঁলোকে যেতিয়া নিজৰ ভাগৰ কাম শেষ কৰি নিৰ্দিষ্ট সময়ৰ মূৰত ঘৰলৈ উভতি আহিছিল তেতিয়া তেওঁ-লোকক কেন্দ্ৰ কৰি গাঁৱত নানা ধৰণৰ ৰাজনৈতিক গল্প-গুজবৰ সৃষ্টি হৈছিল। এনেকৈ ঘৰৰপৰা আঁতৰি থকা পাইকজনৰ ঘৰুৱা কাম-কাজ লগৰ কেইজনে কৰি দিয়া নিয়মৰ ফলত সমাজত এক বিশেষ প্ৰকাৰৰ নাগৰিক সহযোগিতাৰ চেতনাৰ উদয় হৈছিল।

একোটা দলৰ মুখিয়াল প্ৰথম মানুহজনক কোৱা হৈছিল মূল। দ্বিতীয় আৰু তৃতীয় প্ৰধান জনক যথাক্ৰমে বোলা হৈছিল দেৱাল আৰু তেৱাল। মূলজন যেতিয়া সক্ৰিয় কামত নিয়োজিত থাকে তেতিয়া দেৱাল আৰু তেৱালে গাঁৱত যি কোনো মুহূৰ্তত অহা কৰ্তব্যৰ আহ্বানত সঁহাৰি

দিবলৈ সাজু হৈ থাকিব লাগে। পাইকসকলৰ নিৰ্ভুল পৰিচালনা আৰু প্ৰয়োজন উপস্থিত হ'লে কোনো পাইকৰ খালী ঠাই পূৰণ কৰিবৰ বাবে এটি সুসংগঠিত বিভাগ আছিল। কোনো পাইকক লুকুৱাবৰ বা কোনো পাইক পলাবৰ বাবে কৰা চেষ্টাক গুৰুতৰ অপৰাধৰূপে গণ্য কৰা হৈছিল। প্ৰতি কুৰিজন পাইকৰ ওপৰত একোজন বিষয়া আছিল। তেওঁক বোলা হৈছিল বৰা। এশজন পাইকৰ ওপৰত আছিল একোজন শইকীয়া। এহাজাৰ জনৰ ওপৰত আছিল একোজন হাজৰিকা। একোদল পাইকে ৰজাঘৰীয়া কাম কৰোঁতে একোজন বৰুৱাৰ তত্ত্বাৱধানত কৰিব লগা হৈছিল। কিবা গুৰুত্বপূৰ্ণ কামত নিয়োজিত দল হ'লে কেতিয়াবা একোজন ফুকনক সেই দলৰ পৰিচালনাৰ ভাৰ দিয়া হৈছিল। এনে একোটা দলক খেল বোলা হৈছিল। একোটা খেলৰ প্ৰতিজন লোকে নিজকে এটা ৰাজনৈতিক পৰিয়ালভুক্ত লোক বুলি জ্ঞান কৰিছিল।

আহোমসকলৰ এই পাইক প্ৰথাৰ এটা সুফলস্বৰূপে ৰাজ-খৰচত এটা বিৰাট সৈন্য বাহিনী খুৱাই-বুৱাই পুহি নাৰাখিলেও চলিছিল। কাৰণ কামত লাগি নথকা পাইকসকলেই হাত মেলিলেই পোৱা সেনাস্বৰূপে মজুত হৈ আছিল আৰু খেলৰ ভাৰপ্ৰাপ্ত বিষয়াই তেওঁলোকৰ তলতীয়া বিষয়াসকলৰ যোগে নিচেই কম সময়ৰ ভিতৰতে একোটা বিৰাট সেনা-বাহিনী গঢ়ি তুলিব পাৰিছিল। ৰজাঘৰীয়া কামত থাকোঁতে এওঁলোকে যুদ্ধ সম্বন্ধীয় আৰু নাগৰিক কৰ্তব্য সম্বন্ধীয় কিছুমান কথাৰ প্ৰাথমিক জ্ঞান এনেয়ে আহৰণ কৰে। এতিয়া মাথোন কোনোবা বিশেষ কোঠ বা ৰাজধানীত সংশ্লিষ্ট বিষয়ত প্ৰদক্ষিণ আৰু বাকী থকা কৰ্তব্য সম্পৰ্কীয় কথাখিনি শিকি পেলালেই হৈ যায়। গতিকে প্ৰয়োজনৰ সময়ত খেলৰ বিষয়াই সামান্যভাৱে ইঙ্গিত দিবহে লাগিছিল মাত্ৰ। জনসংগ্ৰহৰ কামত খৰম-দম লাগিছিল আৰু তৎক্ষণাত প্ৰয়োজন অনুসৰি যিমান লাগে সিমান মানুহ ৰাজকীয় কৰ্তৃত্বলৈ আহিছিল। যিসকল লোক গাঁৱৰপৰা আঁতৰিলে জনসাধাৰণৰ জীৱন-যাত্ৰা বাধাপ্ৰাপ্ত হোৱাৰ সম্ভাৱনা আছিল তেনে লোকে ৰজাঘৰীয়া কামত খাটি দিয়াৰপৰা অব্যাহতি পাইছিল। চৰকাৰে কেতিয়াও কাকো বাধ্যতামূলকভাৱে সেনাবিভাগত ভৰ্তি কৰিব লগা নহৈছিল। কাৰণ জৰুৰী অৱস্থাত সমগ্ৰ প্ৰাপ্তবয়স্ক সক্ষম লোককেই সেনাৰূপে ৰজাই পাইছিল।

পাইকসকলক তেওঁলোকৰ বৃত্তি আৰু আঞ্চলিক ভিত্তিত বিভিন্ন খেলত অন্তৰ্ভুক্ত কৰা হৈছিল। ধনু সজা, ধনু মৰা, খাৰ-বাৰুদ তৈয়াৰ কৰোঁতা, নাও বোৱা, নাও সজা, নাও মেৰামতি কৰা, সোণ কমোৱা, চাউলৰ



যোগান ধৰা, মন্দিৰ চোৰা-চিতা কৰা, ইত্যাদি বিভিন্ন বিদ্যাত পাৰ্গত পাইকৰ সুকীয়া খেল আছিল। একোটা বিশেষ অঞ্চলৰ পাইকসকল একোজন ৰাজখোৱাৰ অধীনত আছিল। সেই অঞ্চলৰ আইন-শৃঙ্খলা ৰক্ষাৰ ভাৰ ৰাজখোৱাৰ ওপৰতে পৰিছিল।

উত্তৰ, পূব আৰু দক্ষিণ কেউপিনে পাহাৰৰ নামনি পৰ্যন্ত বিস্তৃত অসমৰ বুকুৰেদি অসংখ্য নৈ বৈ গৈছে। বাৰিষাৰ বৰষুণ আৰু বানপানীৰ পাচত ভৈয়ামৰ মাটিৰ ওপৰত সদায় একোটা পলসৰ চামনি পৰে। ফলত এই মাটি অত্যন্ত সাৰুৱা, নানা তৰহৰ খেতিৰ বাবে বিশেষ উপযোগী হৈ পৰে। দেশৰ খেতিৰ উপযোগী পৰ্যাপ্ত মাটিত যাতে উচিতভাৱে খেতি কৰা হয় তাৰ প্ৰতি শাসকসকলে দৃষ্টি ৰাখিছিল। কাৰণ এই খেতিয়ে যে কেৱল প্ৰজাবৰ্গক খুৱাই-বুৱাই ৰাখিছিল এনে নহয়, ৰজাঘৰ আৰু বিষয়াসকলক আঁটিও কোনো বছৰ খেতি-খোলা নহ'লে তেনে বছৰলৈকে ৰাহিকৈ ৰাখিব লাগিছিল। কোনেও, আনকি ৰাজ্যৰ সকলোতকৈ উচ্চ পদস্থ বিষয়াজনেও নগদ ধনেৰে পাৰিশ্ৰমিক নাপাইছিল। সলনিত তেওঁক এদল পাইক বা লিক্‌চৌ দিয়া হৈছিল। এই লিক্‌চৌ দলে সিহঁতৰ গৃহস্থক খেতি কৰি দিব আৰু তেওঁৰ অন্যান্য প্ৰয়োজনীয় বস্তুৰ যোগান ধৰিব লাগিছিল। জৰুৰীকালীন অৱস্থাত গাঁৱৰ বাইজে যাতে কোনো আপত্তি নোহোৱাকৈ প্ৰয়োজনীয় শইচ উৎপাদন কৰে তাৰ বাবে উচিত ব্যৱস্থা গ্ৰহণ কৰা হৈছিল। এজন বিষয়াৰ কিবা কাৰণত বিষয় নোহোৱা হ'লে তেওঁ ঘৰৰ পৰিজনবৰ্গ, দাস, লগুৱা আদিৰ ওপৰত নিৰ্ভৰ কৰি চলিব লগা হৈছিল। ৰজাঘৰীয়া কামত লিপ্ত এজন সাধাৰণ পাইকক তেওঁৰ পাৰিশ্ৰমিক হিচাবে খাজনা নোহোৱাকৈ দুপুৰা মাটি খাবলৈ দিয়া হৈছিল। নতুনকৈ সিংহাসনত বহা ৰজাই অভিষেকৰ সময়ত আনুষ্ঠানিকভাৱে দেৱতাৰ নামত হাল বাব লাগিছিল। বিষয়া আৰু ৰাজকুমাৰসকলেও পথাৰত হাল বোৱাটো অসম্মানজনক বুলি নাভাবিছিল। ৰজা হৈ ৰাজনীতিৰ মেৰপেচ আৰু গতানুগতিকতাত সোমাই পৰাতকৈ গাঁৱত থাকি খেতি কৰি ভাত মোকলোৱা দিনবোৰ অধিক সুখৰ আছিল বুলি কেবাজনো ৰাজপুৰুষে অভিমত প্ৰকাশ কৰি গৈছে।

সীমান্তৰ জনজাতিসকলৰ প্ৰতি আহোমসকলৰ মনোভাব বন্ধুত্বপূৰ্ণ আছিল। অৱশ্যে অৱস্থাৰ দাবীত কেতিয়াবা শক্তি প্ৰয়োগ কৰিব লগা নিশ্চয় হৈছিল। আহোমসকলে জানিছিল উদ্ভণ্ডালি কৰা কোনো জনজাতীয় লোকক পৰ্বতৰ গভীৰ অৰণ্যত খেদি ফুৰা নিৰৰ্থক; সেয়া 'হাতী এন্দুৰৰ গাঁতত সোমোৱা'ৰ দৰে কথা। পৰ্বতীয়াসকলে গৰু-ঘোঁৰা

আদি লুটি নিবলৈ ভৈয়ামলৈ কৰা অভিযান বাধা দি ৰাখিবলৈ তেওঁলোকক নিয়মিতভাৱে ভাৰ-ভেটী দি থকা হৈছিল। ভাৰ-ভেটীস্বৰূপে জনজাতি-সকলক কাপোৰ, ধাতু আৰু নিমখ দিব লগা হৈছিল। নগাসকলৰ লগত যোগাযোগ ৰাখিবলৈ এক শ্ৰেণীৰ বিষয়া আছিল। নগা-কটকী বোলা এই বিষয়াসকলে নগাসকলৰ ভৈয়াম প্ৰৱেশ নিয়ন্ত্ৰণ কৰিছিল। আহোমসকলৰ এই বন্ধুত্বসূচক নীতিয়ে পাহাৰীসকলক তেওঁলোকৰ যাউতি-যুগীয়া বন্ধু কৰি তুলিছিল। যুদ্ধ আদিৰ দৰে যিকোনো প্ৰধান ঘটনাত সেয়ে আহোমসকলে দেশৰ বীৰসকলৰ ওপৰিও চুবুৰীয়া বণুৱা জাতি-সকলৰ সহায় লাভ কৰিছিল।

অসমৰ গুৰুত্বপূৰ্ণ সীমান্ত চকীসমূহ বুঢ়াগোহাঞি আৰু বৰগোহাঞি পৰিয়ালৰপৰা নিৰ্বাচিত একোজন বীৰ সেনাধ্যক্ষৰ তত্ত্বাৱধানত দিয়া হৈছিল। সদিয়াৰ ওচৰৰ গিৰিসঙ্কটত আছিল সদিয়া-খোৱা গোহাঞি; বিশ্বনাথ অথবা কলিয়াবৰৰ কোঁঠাত আছিল সলাল গোহাঞি; কছাৰী-সকলৰ লগত আছিল জাগিয়লীয়া গোহাঞি; গুৱাহাটীৰ পূবফালে কপিলী নৈৰ মুখত বাস কৰিছিল কাজলীমুখীয়া গোহাঞিয়ে। ভোটানৰ লগত সম্পৰ্ক ৰক্ষাৰ ভাৰ আছিল দৰঙৰ ৰজাৰ গাত। বঙ্গৰ লগত সম্পৰ্ক ৰাখিছিল হাদিৰাচকীৰ দুৱৰীয়া বৰুৱাই। গুৱাহাটীৰ আহোম ৰাজপ্ৰতি-নিধি বৰফুকন পশ্চিম অসমৰ সকলো সীমামূৰীয়া বিষয়ৰ ভাৰপ্ৰাপ্ত বিষয়া আছিল। বঙ্গৰ মুছলমান শাসনকৰ্তা আৰু পিচলৈ ইষ্ট ইণ্ডিয়া কোম্পানীৰ লগতো সকলো যোগাযোগ তেৱেঁই কৰিছিল। অৱশ্যে বিশেষ গুৰুত্বপূৰ্ণ বিষয়ত তেওঁ স্বৰ্গদেও আৰু মন্ত্ৰীসকলৰ লগত আলচ কৰি ৰাজধানীৰপৰা পোৱা নিৰ্দেশ অনুসৰি কাম কৰিছিল।

আহোমসকল তেওঁলোকৰ ৰাজ্যত পশ্চিমৰ কোনোবা বহিৰাগত প্ৰৱেশ কৰা ক্ষেত্ৰত বিশেষ সাৱধান আছিল। মোগল আৰু আফগান আক্ৰমণ-কাৰীসকল বঙ্গৰপৰা দলে দলে অনেক বাৰ অসম সোমাইছিল আৰু সমস্ত শক্তি প্ৰয়োগ কৰি তেওঁলোকক বাধা দিব লগা হৈছিল। পশ্চিমীয়া-সকলৰ ৰাজনীতি আহোমসকলৰপৰা পৃথক আছিল। তেওঁলোকে কেতিয়াবা কি উদ্দেশ্য লৈ এই দেশ ভ্ৰমণ কৰিছিল থিতাতে ঠাৱৰ কৰা সহজ নাছিল। সেইকাৰণে পশ্চিমৰ মানুহ মাত্ৰকে সন্দেহৰ চকুৰে চোৱা হৈছিল। কিন্তু হিচাব-ৰক্ষী, শিল্পী, ভাস্কৰ, স্থপতি, যাত্ৰী আদি বিভাগৰ মানুহৰ অসমৰ প্ৰয়োজন আছিল। গতিকে এনে কোনো লোক অসমলৈ আহি ইয়াতে বসবাস কৰি কেতিয়াও উভতি নাযাওঁ বুলি প্ৰতিশ্ৰুতি দিলে তেওঁলোকক সাদৰে গ্ৰহণ কৰা হৈছিল। অসমত চিৰস্থায়ীভাৱে



বসবাস কৰিলে তেওঁলোকক মাটি-ভেঁটি লগুৱা-লিক্‌চৌকে আদি কৰি যথাসম্ভৱ সকলো সা-সুবিধা দিয়া হৈছিল। লাহে লাহে এই নৱাগত-সকল আগৰেপৰা থকা সকলৰ লগত সম্পূৰ্ণভাৱে মিলি গৈছিল আৰু তেওঁলোকৰ উত্তৰ-পুৰুষসকলে পূৰ্বপুৰুষৰ প্ৰব্ৰজনৰ বাবে কোনো ধৰণৰ অসুবিধা পাব লগা নহৈছিল।

অপৰাধীক অতি কঠোৰ আৰু ন্যায়সঙ্গত শাস্তি বিহা হৈছিল। বিশ্বাসঘাটকতা কৰা লোকৰ শাস্তি আছিল প্ৰাণদণ্ড। কেতিয়াবা মূল দোষীৰ লগত তেওঁৰ পৰিয়ালৰ মুখিয়াল কেজনেও প্ৰাণ হেৰুৱাব লগাত পৰিছিল। চকু আৰু আঁঠুৰ ঘিলা কঢ়া, নাক-কাণ কটা, পানীত ডুবাই মৰা, গদাৰে কোবোৱা, বৰশীত দিয়া, কাঠৰ কুন্দাৰে চেপা, মূৰৰপৰা ভৰিলৈ কুঠাৰেৰে ফলা ইত্যাদিয়েই সাধাৰণতে শাস্তিৰ প্ৰক্ৰিয়া আছিল। সকলোতকৈ নিৰ্মম শাস্তি আছিল শৰীৰৰ সকলো অঙ্গ ছোৱা-ছোৱাকৈ কাটি শেষত শিৰচ্ছেদ কৰা। আইন-শৃঙ্খলা ভঙ্গ কৰিলে পাব লগা হোৱা নিশ্চিত শাস্তিৰ ভয় সদায় মনত থকা বাবে অপৰাধৰ মাত্ৰা দেশত অত্যন্ত কম আছিল।

প্ৰথমতে অহা আহোমৰ বিজয়ী বীৰৰ দলটো সংখ্যাত মাথোন কেই-হাজাৰমানহে আছিল। কিন্তু ক্ৰমে প্ৰজাসকলৰ মাজৰপৰাও অনেকক জাতত তুলি এই সংখ্যা বৰ্ধিত কৰা হৈছিল। নতুনকৈ জাতত উঠা সকলে যোগ্যতা দেখুৱাব পাৰিলে মূল আহোমসকলে পোৱা সকলো সা-সুবিধা লাভ কৰিছিল। এনেকৈয়ে কালক্ৰমত আহোমসকল এটা মিশ্ৰিত জাতিত পৰিণত হৈছিল। অৱশ্যে শাসনযন্ত্ৰৰ সুদৃঢ় বিভাগ-সমূহ একমাত্ৰ চুকাফাৰ লগত অহা বংশগতসকলৰ মাজতে আৱদ্ধ আছিল। প্ৰথমতে অৱশ্যে ন-কৈ জাতত উঠা আহোমক কোনো উচ্চ-বিষয় খাবলৈ দিয়া কথাই বয়সীয়া আহোমসকলৰ মাজত অসন্তোষৰ সৃষ্টি কৰিছিল। নৱাগতসকলে দেখুৱা বিশ্বস্ততা, সাহস আৰু কুটনীতিত পাৰ্গতালিয়ে তেওঁলোকৰ সকলো বাধা আঁতৰাই পেলাইছিল। বংশগত সকলো গোৱামিৰপৰা আহোমসকল মুক্ত আছিল। এটা সুন্দৰ শৰীৰ, অলপ তৎ-পৰতা, উপস্থিত বুদ্ধি আৰু সততাই তেওঁলোকক গভীৰভাৱে আকৰ্ষিত কৰিছিল।

অসমৰ সৰহভাগ জনসংখ্যাই হিন্দু আছিল। আহোমসকলৰ ধৰ্ম-বিশ্বাস হিন্দুসকলৰপৰা সম্পূৰ্ণ বেলেগ আছিল। এতিয়াও অনেক আহোমে তেওঁলোকৰ মূল শ্যান বিশ্বাস অনুসৰি চলে যদিও তেওঁলোকে লাহে লাহে হিন্দুসকলৰ প্ৰায় সকলো ৰীতি-নীতি আচাৰ-ব্যৱহাৰ গ্ৰহণ

কৰি লৈছিল। শাসকসকলে কাৰো বিশ্বাসত হস্তক্ষেপ নকৰা আৰু সহ্য কৰাৰ এটা স্পষ্ট নীতি গ্ৰহণ কৰিছিল। হিন্দু ধৰ্ম-বিশ্বাসৰ সকলোৰোৰ বৈশিষ্ট্যৰ লগত পৰিচয় নথকা বাবে এই ধৰ্মত কিবা পৰিবৰ্তন দেখিলেই তেওঁলোকৰ সন্দেহ হৈছিল। তেওঁলোকৰ ভয় হৈছিল জানোচা এই পৰিবৰ্তনে দেশত কিবা চাঞ্চল্যৰ সৃষ্টি কৰে। আহোম স্বৰ্গদেও সকলৰপৰা হিন্দু অনুষ্ঠানসমূহে মুকলিভাৱে পৃষ্ঠপোষকতা লাভ কৰিছিল। তেওঁলোকে হিন্দু মঠ-মন্দিৰ সজাই দিছিল। উক্ত মন্দিৰ আৰু বৈষ্ণৱ সত্ৰ আদিত ধৰ্ম-কৰ্ম সুচাৰুভাৱে চলি থকাত সুবিধা হ'বৰ বাবে মাটি আৰু পাইক উছৰ্গা কৰিছিল। আহোমসকলৰ ৰীতি-নীতিকো তেওঁলোকে সন্মান কৰি ৰক্ষা কৰি গৈছিল। আহোম ৰাজত্বৰ শেষ কাললৈকে আহোম পুৰোহিতৰ সন্মান অবিকৃত আছিল। মুছলমান প্ৰচাৰক আৰু পুৰোহিতসকলকো উপযুক্ত সন্মান প্ৰদৰ্শন কৰা হৈছিল। তেওঁলোকৰ ধৰ্ম-কৰ্ম সহজ আৰু শান্তিপূৰ্ণভাৱে পালন কৰি যোৱাৰ সুবিধাৰ্থে মাটি-সম্পত্তি দান কৰা হৈছিল। ধৰ্মৰ ক্ষেত্ৰত দেখুওৱা এই উদাৰতা আৰু দেশৰ আগৰপৰা চলি অহা ৰীতি-নীতি-বিশ্বাসৰ প্ৰতি প্ৰদৰ্শন কৰা উৎসাহ অসমত আহোম শাসন অনেককাল জনপ্ৰিয় হৈ ৰতি থকাৰ অন্যতম প্ৰধান কাৰণ। মাথোন এবাৰ এগৰাকী আহোম ৰাণীয়ে তেওঁৰ শাক্ত-বিশ্বাসৰ প্ৰতি অতি উৎসাহৰ বশবৰ্তী হৈ অসংখ্য ঐক্যবদ্ধ শিষ্যৰ শক্তিশালী গুৰু এজন বৈষ্ণৱ ভক্তক দোষ লগোৱাৰ ফলতহে বিদ্ৰোহ সৃষ্টি হৈছিল।

আহোমসকলে তেওঁলোকৰ লগত ধৰ্মসম্বন্ধীয় আৰু অন্যান্য জাগতিক সকলো কথা লৈ পুথি লিখা প্ৰথা বহন কৰি আনিছিল। কিন্তু পাচলৈ মাথোন দেওধাই, বাইলুং, মোহন আৰু উচচ খাপৰ অভিজাতসকলৰ মাজতে এই সাহিত্যিক সম্পদৰাজিৰ জ্ঞানচৰ্চা সীমাবদ্ধ হৈ পৰিল। দেৱ-দেৱীৰ পূজা আৰু ৰাজ অভিষেক আদি অনুষ্ঠানত আহোম ভাষা প্ৰয়োগ কৰা হৈছিল। তামৰ ফলি আৰু মুদ্ৰাতো এই ভাষা ব্যৱহাৰ কৰা হৈছিল। আহোম ৰাজত্বৰ শেষ কালছোৱালৈকে তেওঁলোকে ওপৰ ব্ৰহ্মাৰ শ্যানসকলৰ লগত যোগাযোগ ৰক্ষা কৰি চলিছিল বাবে আহোম ভাষাৰ চৰ্চা কৰি থকাটো তেওঁলোকৰ বাবে অপৰিহাৰ্য্য আছিল। আহোমসকলৰ সাহিত্য চৰ্চাৰ যি অৱশিষ্ট এতিয়াও পোৱা যায় তাৰপৰা জানিব পৰা যায় যে তেওঁলোকৰ সাহিত্য জ্যোতিষ চৰ্চা আৰু বুৰঞ্জী চৰ্চাত বিশেষভাৱে চহকী আছিল। অসমীয়াৰপৰা আহোম আৰু আহোমৰপৰা অসমীয়া ভাষালৈ অভিধানো প্ৰণয়ন কৰা হৈছিল।



কিন্তু কথিত ভাষা হিচাবে আহোম ভাষাৰ ব্যৱহাৰ ক্ৰমাগত নোহোৱা হৈ আহিছিল। শাসকসকলে দৈনন্দিন ব্যৱহাৰৰ বাবে সৰ্বসাধাৰণৰ মুখৰ ভাষাৰ ব্যৱহাৰেই প্ৰশস্ত বুলি ভাবিছিল। ৰজা, ৰাজ-বিষয়া আদি অসমীয়া লিখকসকলৰ পৃষ্ঠপোষক হৈ উঠিছিল। কেইবা গৰাকীও স্বৰ্গদেৱে অসমীয়াত গীত ৰচনা কৰিছিল। এগৰাকীয়ে এখন নাটো লিখিছিল। আহোম ৰাজসভাত হিন্দু পণ্ডিত আৰু কবিক সন্মানিত আসন দিয়া হৈছিল। তেওঁলোকৰ অনেক ৰচনাই অসমীয়া সাহিত্যক সমৃদ্ধ কৰিছে। সামাজিক যোগাযোগ কথা-বতৰা সকলোতে অসমীয়া ভাষা ব্যৱহৃত হোৱাৰ ফলত থলুৱা লোকসকলে আহোমক নিজৰে মানুহ বুলি ভবাৰ সুযোগ দিছিল। কোনোৱা বাহিৰাগতে আহি তেওঁলোকক শাসন কৰিছে বুলি তেওঁলোকে খন্তেকলৈকো ভবা নাছিল। মুঠতে আহোমসকল অনেক দূৰ দেশৰপৰা আহিলেও আহি পায়ে তেওঁলোকে মৰমেৰে আৰু সজ-ব্যৱহাৰেৰে ইয়াৰ থলুৱা লোকসকলক জয় কৰি পেলাইছিল।

অসমীয়া সংস্কৃতিলৈ আহোমসকলৰ অন্যতম শ্ৰেষ্ঠ অৱদান হ'ল বুৰঞ্জী লিখা প্ৰথা। প্ৰথমতে আহোম ভাষাতে লিখা হ'লেও পিচলৈ আহোম আৰু অসমীয়া দুয়ো ভাষাতে এই বুৰঞ্জীসমূহ প্ৰণয়ন কৰা হৈছিল। সকলো ধৰণৰ ৰাজনৈতিক যোগাযোগ সম্বন্ধ বুৰঞ্জীত লিপিবদ্ধ কৰা হৈছিল। ভৱিষ্যতৰ বাবে এইবোৰ আদৰ্শস্বৰূপ হোৱা হেতু বুৰঞ্জী প্ৰণয়ন সদায় কোনো উচ্চ বিষয়াৰ তত্ত্বাৱধানত কৰা হৈছিল। বুৰঞ্জীসমূহ অতিশয় গোপনে ৰখা হৈছিল। বুৰঞ্জী লিখকে কেতিয়াবা কাৰোবাৰ ৰোষত পৰিবলগা বা পুৰস্কাৰ পাব লগা নহৈছিল। আৰু লিখিত বুৰঞ্জীৰ কথা সদৰী কৰি ফুৰাটো নিজৰ মাতৃক অপমান কৰা হেন জ্ঞান কৰা হৈছিল। সেয়ে বুৰঞ্জী লিখকে ভাল-বেয়া সকলো নিৰপেক্ষভাৱে লিপিবদ্ধ কৰি যাব পাৰিছিল। অসমৰ বুৰঞ্জী সাহিত্য যে কেৱল অসমৰ চাৰিবেৰৰ ভিতৰত আবদ্ধ আছিল এনে নহয়। দাঁতি কাষৰীয়া অন্যান্য জাতি-উপজাতিৰ ওপৰিও অসমৰ লগত ৰাজনৈতিক সম্বন্ধ থকা ভাৰতৰ অন্যান্য ৰাজ্যৰ কথাও অসমৰ বুৰঞ্জীয়ে সামৰি লৈছিল। কৃতকাৰ্য্যতাৰে যুদ্ধ আদি পৰিচালনাৰ বাবে প্ৰস্তুতি কৰাত সহায়ক হ'বৰ কাৰণে দিল্লীৰ একো একোজন মুছলমান ৰজাক লৈ স্বকীয়া স্বকীয়া গ্ৰন্থ ৰচনা কৰা হৈছিল।

কেৱল বুৰঞ্জীয়ে নহয়, ৰজাঘৰীয়া পৃষ্ঠপোষকতাত অন্যান্য প্ৰয়োজনীয় বিষয়ৰ পুথিও ৰচনা কৰা হৈছিল। অসমত প্ৰচুৰ হাতী পোৱা যায়। অনুষ্ঠান, ব্যৱসায় আৰু যুদ্ধত এই হাতীৰ বহল ব্যৱহাৰ হয়। এই হাতীক লৈয়ে বিভিন্ন ধৰণৰ বিভিন্ন আকাৰৰ অসংখ্য পুথি ৰচিত হৈছিল। ঘোঁৰা,

শেনচৰাই, কোঁঠ নির্মাণ, মন্দিৰ নির্মাণ, পুখুৰী খনন আৰু সম্ভ্রান্ত বিষয়া আদিৰ বংশাৱলী ইত্যাদি বিভিন্ন বিষয়ৰ পুথি ৰচিত হৈছিল। আহোমসকলে সকলো ধৰণৰ কথাই লিখাই ৰাখিছিল; কাৰণ কেতিয়াবা প্ৰয়োজন হ'লে যি কোনো প্ৰসঙ্গ উল্লেখ কৰি দেখুৱাবলৈ লিখিত প্ৰমাণ থাকে।

১৮২৬ চনত ৰাজশক্তি হিচাবে আহোমসকলৰ পতন ঘটে। কিন্তু এতিয়াও তেওঁলোকৰ শাসনৰ প্ৰত্যক্ষ ফল বিভিন্ন ৰূপত ৰতি থকা দেখা যায়। গোহাঞি, ফুকন, বৰুৱা, বাজখোৱা, হাজৰিকা, শইকীয়া, বৰা, কাকতী, কটকী, বুজৰ বৰুৱা, বৰদলৈ, নেওগ, পাটোৱাৰী, চৌধুৰী আদি আমাৰ সমাজৰ নানান বহু ব্যৱহৃত উপাধি; একালত আহোম ৰাজত্বত বিভিন্ন বিষয় খোৱা লোকসকলৰ উত্তৰপুৰুষসকলেই সেই উপাধিসমূহ এতিয়াও ব্যৱহাৰ কৰে। এতিয়াও অনেক ব্যক্তি আৰু অনুষ্ঠানে আহোম-সকলে দান কৰি যোৱা মাটি-ভেটি উপভোগ কৰি আছে। আহোম-সকলে নির্মাণ কৰা মঠ-মন্দিৰত এতিয়াও পূজা-পাতল চলি আছে। আহোমসকলে খনাই যোৱা পুখুৰীৰ পানী আৰু মাছ ৰাইজে এতিয়াও খাই আছে। হাজাৰ হাজাৰ যাত্ৰীয়ে তেওঁলোকে বন্ধোৱা আলিয়েদি আজিও অহা-যোৱা কৰে। আহোম ৰাজত্বৰ প্ৰচলিত খেল প্ৰথাই এতিয়াও অসমীয়া সমাজক প্ৰভাৱান্বিত কৰি আছে। এই সকলোৱে দেখুৱায় আহোমসকলে এই দেশ আৰু ইয়াৰ জনসাধাৰণক কিমান গভীৰ অন্তৰঙ্গ আৰু সার্বজনীনৰূপে প্ৰভাৱান্বিত কৰিছিল।*

গ্ৰন্থপঞ্জী—

Dr. Bhuyan, S. K.—Anlgo-Assamese Relations, Gauhati, 1950. Chapt. I. Introduction.

—Lachit Barphukan & His Times, Gauhati 1957, Historical Background.

—Atan Buragohain & His Times, Gauhati 1957, Chapt. II, Historical Background.

—Assamese Historical Literature, Published in Indian Historical Quarterly, Cal. Sept. 1929, inserted in the Authors Studies in the Literature of Assam, Gauhati, 1956.

—Ahomar Din, or an account of the social and political conditions of Assam during Ahom rule. Jorhat, 1918.

Sir Edward Gait— A History of Assam, Cal, 1906, and 1926, Chapt. IX The Ahom System of Government.

Gohain, U. N.—Assam under the Ahoms. Jorhat. 1942. Part II, The Ahom system of Administration.

Robinson, William—A descriptive Account of Assam, Cal, 1841.

* মূল ইংৰাজীৰপৰা অনূদিত।

# অসমৰ নৃত্য

সুৰেশ গোস্বামী

অসম নৃত্য-গীতৰ এটি বিৰাট আৰু মোহনীয় চিত্ৰঘৰ। ভাৰতৰ কোনো প্ৰদেশতে অসমৰ নিচিনাকৈ একেঠাইতে ইমান বিভিন্ন আকর্ষণীয় নৃত্য-সঙ্গীতৰ সমাবেশ নাই। পর্বতৰ নাচ-বাগৰপৰা আৰম্ভ কৰি ভৈয়ামৰ নৃত্য-শাস্ত্ৰসন্মত নৃত্যসমূহ আৰু মার্গ আৰু দেশী নৃত্যৰ সূক্ষ্ম সম্পদ লখিমী-ভঁৰালেৰে অসম ভৰপূৰ।

এনেধৰণৰ নৃত্য-গীত ভাৰতৰ কোনো প্ৰদেশতে পোৱা নাযায় যদিও সেইবিলাক ঠাইৰ প্ৰচাৰ, চৰ্চা আৰু অৰ্থশক্তিৰ বাবেই আমাৰ নিজৰ কথা-তকৈ বেচি জানো। আমাৰ এই বিচিত্ৰ নৃত্য-গীত সম্ভাৰৰ স্থিতিৰ কথা বহুতেই নাজানে। প্ৰচাৰ আৰু চৰ্চাৰ অভাৱেই ইয়াৰ কাৰণ; সিফালে অসমীয়াৰ আৰ্থিক সম্বলো তেনেই কম। এটা জাতিৰ এই বিৰাট সম্পদ-বোৰ জহি-খহি উটি যোৱাৰ আগতেই ৰক্ষা কৰিব কোনে? ইয়াক ভালদৰে ৰক্ষা, উন্নত আৰু প্ৰচাৰ নকৰিলে এইবোৰ বিকৃত আৰু লুপ্ত হৈয়ে যাব আৰু গৈছেও। অসমীয়া জাতীয় কৃষ্টি, সম্পদ, সাহিত্য, নাট, সঙ্গীত, নৃত্য, শিল্প, বিজ্ঞান, আন প্ৰদেশৰ তুলনাত বৰ্তমানৰ যুগত তেনেই হীন। ইয়াৰ কাৰণ চৰ্চা আৰু সাধনাৰ অভাৱ। মূলতে অৰ্থশক্তিৰ প্ৰয়োজন বোধে অনাটন। অসমীয়াৰ এই বহুমূলীয়া জাতীয় কৃষ্টি উদ্ধাৰ, উন্নত আৰু প্ৰচাৰ কৰা স্থানীয় আৰু জাতীয় চৰকাৰ আৰু সমূহ ৰাইজৰ এটা পৱিত্ৰ এৰাব নোৱাৰা কৰ্তব্য; নহ'লে এই জাতি ভালদৰে আজিৰ পৃথিৱীত জীয়াই থাকিব নোৱাৰে। আনৰ 'কাল্‌চাৰে' আমাক প্ৰায় পৰাজয় কৰিছেই।

গোটেই অসম জুৰি সিঁচৰিত হৈ থকা অসমৰ এই নৃত্য-গীতবোৰ, অন্যান্য শিল্প-সম্পদবোৰ আজিৰ পৃথিৱীত খাপ খোৱাকৈ মূলৰ সৌন্দৰ্য্য-হানি নকৰাকৈ আৰু 'কাল্‌চাৰড্' কৰিবলৈ এটাইতকৈ বাৰু কিহৰ প্ৰয়োজন?

এটা জাতীয় ৰঙ্গমঞ্চ। এটা জাতীয় আৰ্ট গেলেৰী।

সুসভ্য জাতিবোৰৰ প্ৰত্যেকৰে তেনে একোটা অনুষ্ঠান আছেই। মস্কোৰ আৰ্ট থিয়েটাৰ আজি পৃথিৱী বিখ্যাত। এটি বিশ্ববিদ্যালয়ৰ যিমান প্ৰয়োজন, এটি জাতীয় ৰঙ্গমঞ্চ আৰু আৰ্ট গেলেৰীৰো প্ৰয়োজন সিমানেই। সেইদৰে এটি 'ফিল্ম ষ্টুডিও' এটা জাতিৰ কৃষ্টি-সভ্যতাৰ মেৰুদণ্ডস্বৰূপ। ইয়াৰ চৰ্চাৰত সাহিত্যিক-শিল্পীসকলক অৱহেলা কৰিলে নচলিব। তেওঁলোকেই এটা জাতিৰ দীপাধাৰ। কিয় "Artists determine the standard of culture of a society or a nation. They are the land maker of cultural era. It is their contribution that raises a country in the esteem of othersabroad. So they should not be allowed to be lost in negligence." আৰু সিফালে অন্য অসমীয়াক অসমীয়াৰ কৃষ্টি, সভ্যতা আৰু সাহিত্যৰ বিৰাট ৰূপটো দেখুৱাই আকৰ্ষণ কৰিব লাগিব, কথাৰে নহয়।

অসমীয়া বা কামৰূপী নৃত্যতকৈও অসমত ভাৰত-নাট্যম্, কথক আৰু আন নৃত্যসমূহ আজি বিকৃতভাৱে প্ৰচাৰ বা অনুষ্ঠানবোৰত শিকোৱা হৈছে। ভাৰতীয় নৃত্যবোৰৰ সত্য ৰূপটো শিকোৱা বেয়া নহয়; কিন্তু নিজৰটো পৰিহাৰ আৰু পৰিহাস কৰি কৰাটোৱে স্বদেশ-প্ৰীতি নুবুজায়।

নৃত্যৰ কথালৈ আহিলে মনত পৰে নটৰাজ শিৱৰ কথা। শিৱৰ নটৰাজ ৰূপৰ কল্পনাৰ প্ৰতিৰূপ বিশ্বসাহিত্যত আৰু বোধহয় ক'তো নোলাব। ত্ৰিলোকৰ ত্ৰিলোচন ভুৱনমোহন নটৰাজ শিৱই নৃত্য চৰ্চা কৰিছিল। পঞ্চতপা পাৰ্বতীৰ লগত লাস্য আৰু তাণ্ডৱেৰে শিৱই নাচ কৰিছিল।

চিত্ৰলেখা, উষাক লৈ আমি গৌৰৱ কৰোঁ। তেওঁলোকৰ নৃত্যগুৰু কোন আছিল? পাৰ্বতীৱেই বা? এই শিৱই প্ৰকৃতিৰ সাম্য মনোহৰ দৃশ্যৰ মাজত কৈলাসত এটি ৰঙ্গমঞ্চ গঢ়ি তুলিছিল। নৃত্য কৰি "দেৱম্ ভূত্বা দেৱম্ ভূত্বনৰ" উদাহৰণ দেখুৱাইছিল। তণ্ডু আদি মুনিয়ে তেওঁৰ ওচৰলৈ আহি নৃত্য শিক্ষা কৰিছিল। দেৱ-দেৱতাবোৰে কৈলাসলৈ তেওঁৰ নাচ চাবলৈ আগ্ৰহেৰে লৰি গৈছিল।

শিৱ-পাৰ্বতী নৃত্যশিল্পৰ জন্মদাতা-জন্মদাত্ৰী। অসমদেশ নৃত্যৰ দেশ, শিৱৰ দেশ, সতীৰ দেশ; এই শিৱ-সতীৰ দেশৰেই কামৰূপী নৃত্য-গীত প্ৰচাৰ আৰু প্ৰদৰ্শন কৰিছিল—ইন্দ্ৰপ্ৰস্থত ভগদত্তই, দ্বাৰকাত চিত্ৰলেখাই, প্ৰাগজ্যোতিষত ভাস্কৰবৰ্মাই, মণিপুৰত চিত্ৰাঙ্গদাই, অসমত শ্ৰীশ্ৰীশঙ্কৰদেৱে আৰু অসমৰ



পৰ্বতসমূহত পৰ্বতীয়া ভাইভনীসকলে।

শ্ৰীহস্তমুক্তাৱলীৰ প্ৰথম পাতনিতে, মহেশে গৌৰিক নৃত্য সম্বন্ধে প্ৰশ্ন কৰিছে।

"গৌৰী তুমি হাতৰ ৰস জানানে?" গৌৰীয়ে উত্তৰ দিলে, "ময়ে যদি নাজানো, তেন্তে কোন স্ত্ৰীয়ে জানে?" মহেশে আকৌ সুধিলে, "যদি জানা কোৱা, হৃদয়ত দুই অলপদ্ম হস্তক থলে কিহক বুজায়?" লাজত তলমূৰ কৰি গৌৰীয়ে ক'লে, "দুই স্তনক বুজায়।" মহেশে আকৌ সুধিলে, "কৰ্তৰীমুখ হস্ত দুইক হৃদয়ত থলে কিহক বুজায়?" সেইটো ৰতি-সূচক হাত বুলি জানি গৌৰীয়ে হাঁহি তলমূৰ কৰিলে। "তেওঁ, যি মহেশে হাঁহি চুমা খাইছে সেই মহেশে, তোমালোকক মঙ্গল কৰক।"

"এনেকৈ আশীৰ্বাদ কৰি সুভঙ্কৰ কবিয়ে ৰসিকসকলৰ নিমিত্তে শ্ৰীহস্তমুক্তাৱলী নামে গ্ৰন্থ লিখিলে। তেওঁ গুণী, বুধিয়ক, নাট্য বিশাৰদ আৰু পণ্ডিত সমাজৰ চন্দ্ৰতুল্য। হস্ত শিকোৱাত নিপুণ। নানা ছন্দ-ৰসযুক্ত, সন্তোষকাৰক শ্ৰীহস্তমুক্তাৱলীয়ে সাধুসকলৰ কণ্ঠত আলিঙ্গন কৰক।"

"সুন্দৰী যেনেকৈ নানা ৰতিৰসৰ আকৰ তেনেকৈ শ্ৰীহস্তমুক্তাৱলীও নানা ৰসৰ আকৰ। এতেকে কণ্ঠত আলিঙ্গন কৰিবৰ যোগ্য।"

মৰীচিকা খেদি ফুৰা আজিৰ কঠোৰ জীৱনত আৰু ৰসাল কৰিব পৰা এই ৰসবোৰ আমি পাহৰি গ'লোঁ।

প্ৰকৃতিৰ প্ৰতিকৃতি আৰু প্ৰতীক হিচাবে হস্তবোৰ ৰচিত হৈছে। বহুত কথায়ো কেতিয়াবা একোটা মনৰ ভাব প্ৰকাশ কৰিব নোৱাৰে, কিন্তু এটি হস্তমুদ্ৰাই অতি সহজেই তাক ফুটাই তোলে। ভাৰতীয় নৃত্য ভাব ৰসযুক্ত। নৃত্যত যিবোৰ হাতৰ ভঙ্গীৰ প্ৰয়োজন সেইবোৰকে হস্ত বুলি কয়। ইয়াৰ বাহিৰেও তাল, লয়, ছন্দ আদি নৃত্যত ফুটাই তুলিবলৈ শৰীৰৰ প্ৰত্যেক অঙ্গ অপৰিহাৰ্য্য। তাৰ ভিতৰত প্ৰধান (১)শিৰ, (২)চকু, (৩) ডিঙি আৰু (৪) ভৰি।

নৃত্যৰ হস্ত আকৌ প্ৰধানতঃ দুই ভাগে বিভক্ত কৰা হৈছে। (১) অসংযুক্ত হস্ত (২) সংযুক্ত হস্ত। ভৰত নাট্যশাস্ত্ৰ, অভিনয় দৰ্পণ, শ্ৰীহস্তমুক্তাৱলীত হস্তৰ কিছু তাৰতম্য আছে যদিও মূলতে সকলোৰে বিভিন্নতা নিচেই কম। মহাদেৱৰ প্ৰিয় শিষ্য তণ্ডু মুনিৰপৰা ভৰতাদি মুনিয়ে তাণ্ডৱ নৃত্য শিকি পুৰুষসকলক নৃত্য শিকায় আৰু পাৰ্বতীয়ে বাণৰ জীয়াৰী উষাক লাস্য নৃত্য শিকায়; তেওঁ উষাই নগৰীয়াবোৰক শিকায়। সেইদৰে নৃত্যৰ প্ৰচলন হয়।

সকলো নাচকে প্ৰধানতঃ দুইভাগত বিভক্ত কৰা হৈছে—নৃত্য আৰু নৃত্ত।

যিবোৰ নাচ ভাব অভিনয়যুক্ত সেইবোৰকে নৃত্য বুলি জনা যায় আৰু তাকে 'মাৰ্গ' বুলি ধৰি লোৱা হয়। যিবোৰ নাচত তাল, ছন্দ মাথোন থাকে তাকে নৃত্ত বুলি জনা যায় বা 'দেশী' নাচ নামেৰে প্ৰখ্যাত। আকৌ নৃত্যক দুইভাগে বিভক্ত কৰা হৈছে, যেনে তাণ্ডৱ আৰু লাস্য।

তাণ্ডৱ উদ্দাম, লাস্য, মোহনীয়, মধুৰ। তাল, লয়, মানযুক্ত উদ্দাম গতিৰ নাচকে তাণ্ডৱ বোলে। মৃদু-মধুৰভাৱে অঙ্গ পৰিচালনা কৰা তাল, লয়, ছন্দযুক্ত নাচকে লাস্য বোলে। লাস্য নৃত্য কিছুক্ষেত্ৰত অৰ্থবিশেষে কামভাবযুক্ত বা কামভাৱপূৰ্ণও হয়।

নাট্য, নৃত্য, নৃত্ত লৈ বহুত আলোচনা সমালোচনা নানা সঙ্গীত-নৃত্য গ্ৰন্থত নানা ধৰণেৰে পোৱা যায় যদিও মূলত নাট্যৰসেৰে পৰিপূৰ্ণ ৰস, ভাৱ, তাল, লয় লৈয়ে নৃত্য আৰু নৃত্ত হৈছে। নৃত্যৰ উৎপত্তি সম্বন্ধে ইয়াকো ক'ব পাৰি যে গীতৰপৰা বাদ্যৰ উৎপত্তি, বাদ্যৰপৰা লয়ৰ উৎপত্তি, আকৌ লয় আৰু তালৰ সংযোগেৰে নৃত্য কৰা হয়।

অভিনয় দৰ্পণমতে পাত্ৰ মানসিক আৰু শাৰীৰিক সংগঠন বিশেষকৈ নৰ্তকীৰ এইদৰে হ'ব লাগে, তন্বী, ৰূপসী, শ্যামা, পীনোন্নত পয়োধৰা, প্ৰগল্‌ভা, ৰসিকা, কমনীয়া, কামভাৱত নিপুণা, সৰসী, প্ৰকাশভঙ্গী থকা ডাঙৰ চকু, গীত-বাদ্য-তালৰ জ্ঞান থকা ইত্যাদি।

আকৌ তাকে তিনিভাগত বিভক্ত কৰিছে। (১) মুগ্ধ, মধ্য আৰু প্ৰগল্‌ভ। এই ত্ৰিবিধ যৌৱন লৈ, নৰ্তকীৰ প্ৰথম যৌৱনত মুগ্ধ, দ্বিতীয় যৌৱনত মধ্য আৰু তৃতীয় যৌৱনত প্ৰগল্‌ভ।

প্ৰথম যৌৱনৰ লক্ষণ--অধৰ, স্তন, উৰু আদি ক্ষীণ, জীৱনত উৎসাহ পূৰ্ণ। দ্বিতীয় যৌৱন--উৰু, স্তন ঘন আৰু কিছু টান, কামদেৱৰ জীৱন স্বৰূপ। তৃতীয় যৌৱন--উন্মাদনা, ৰূপ-ৰস থকা আৰু হাস্য,-লাস্যময়, কাম-কাজত যথেষ্ট শিক্ষিতা। ইয়াৰ বাহিৰেও চতুৰ্থ যৌৱনৰ উল্লেখ আছে; সি ম্লান, উৎসাহহীন, এই অৱস্থাক অতি প্ৰগল্‌ভা বুলি উল্লিখিত হৈছে। পাত্ৰ বা নৰ্তক এনে হোৱা উচিত—সুন্দৰ মুখ, ডাঙৰ চকু, সুগঠিত দেহ, নাট্য-নৃত্য আদিত পটু, তাল, লয়, ছন্দত অভিজ্ঞ।

নৰ্তকীৰ ৰূপৰ বিভিন্নতা লৈ এনেদৰে বিভাগ কৰা হৈছে। হস্তিনী, শঙ্খিনী, চিত্ৰিণী, পদ্মিনী আৰু বয়সৰ তাৰতম্য লৈ কিশোৰী (বালা), তৰুণী আৰু বিদগ্ধা যৌৱনা অৰ্থাৎ পৰিপূৰ্ণ যৌৱনা। লাস্যময়ী, গন্ধৰ্ব শাস্ত্ৰত নিপুণা আদি বিভিন্ন গুনযুক্তা হ'লে সেই নৰ্তকী ৰম্ভা, তিলোত্তমা, মেনকা, উৰ্বশীৰ নিচিনা যশস্বিনী হয়।



উঁহা চকুৱা, চুলি কম থকা, বৰ চেপেচী, দীৰ্ঘস্তনী, বৰ শকত, বৰ খীণ, বৰ ওখ বা বৰ চাপৰ, কুঁজ ওলোৱা ছোৱালীৰ বাবে নৃত্য নিষিদ্ধ। গীত, নৃত্য আৰু অভিনয় ভাৱ আৰু তালযুক্ত হ'ব লাগিব। হাতেৰে অৰ্থ প্ৰদৰ্শন কৰিব লাগিব। চকু দুটাৰে মনৰ ভাব প্ৰকাশ কৰিব লাগিব আৰু ভৰিৰে তাল ৰাখিব লাগিব। গতিকে ভাৰতীয় নৃত্যত য'তে হাত ত'তে দৃষ্টি, ত'তে মনৰ গতি। য'তে মন সংশ্লিষ্ট ত'তে ভাব, য'তে ভাব আছে ত'তে ৰসো আছে।

হাত লৰোৱাৰ লগে লগেই দৃষ্টি আকৰ্ষণ কৰে। এই হস্তবোৰ যদি সুন্দৰ হয়, মন সেইফালে আকৃষ্ট হয়। মন সন্নিবিষ্ট হ'লেই গভীৰ ভাব তাৰপৰা ওপজে আৰু দৰ্শক সমাজেও সেই ভাব ৰসেৰে উপভোগ কৰে। ভাবৰ বিশ্লেষণ বহু প্ৰকাৰৰ; ৰসৰো সেইদৰে আঠ বা ন প্ৰকাৰ যদিও মূল ৰস অৱশ্যে চাৰিটি; যেনে—হুঙ্কাৰ, ৰৌদ্ৰ, বীৰ, বীভৎস। উপনিষদত ৰসক ব্ৰহ্মস্বৰূপ বুলি কোৱা হৈছে। "ৰসো বৈস্বঃ"। মুঠতে নৃত্য আৰু অভিনয়ত ভাবৰ আৰু ৰসৰ প্ৰকাশ নহ'লে হৃদয়গ্ৰাহী নহয়।

নৱৰসৰ ভিতৰত এই কেইটা পৰে; যেন—শৃঙ্গাৰ, বীৰ, কৰুণ, অদ্ভুত, হাস্য, ভয়ানক, বীভৎস আৰু ৰৌদ্ৰ আদি। নৱম ৰস শান্ত।

শ্ৰীহস্তমুক্তাৱলীত হস্তবোৰ তিনিভাগত বিভক্ত কৰা হৈছে। (১) অসংযুত (২) সংযুত (৩) নৃত্ত-হস্ত। এখন হাতেৰে দেখুৱা মুদ্ৰাবোৰকে অসংযুত হস্ত বুলি কোৱা হয়। দুয়োখনেৰে দেখুৱালে সংযুত হস্ত বুলি কোৱা হয়। অসংযুত হস্তবোৰ যেনে, পতাক, ত্ৰিপতাক, অৰ্ধপতাক, মুষ্টিক, শিখৰ, অৰ্ধচন্দ্ৰ, সৰ্পশিৰা, সূচীমুখ, খটকামুখ, অৰাল, শুকতুণ্ড, উৰ্ণনাভ, কপিত্থ, হংসপক্ষ, তাম্ৰচূড়, চতুৰ, মুকুল, ভ্ৰমৰ, তন্ত্ৰীমূল কদম্ব, কৃষ্ণসাৰ সিংহাস্য, অলপদ্ম আদি।

(২) সংযুত গজদন্ত, কপোত, বৰ্ধমান, অঞ্জলি, নিষধ, কৰ্কট, উৎসঙ্গ, অৱহিত্থ, স্বস্তিক, মকৰ, ডোল, পুষ্পপুট, মৰাল, খটকা-বৰ্ধমান আদি।

(৩) নৃত্তহস্ত কেশবন্ধ, নিতম্ব, ৰেচিত, চতুৰ, উদবৃত্ত পল্লৱ, স্বস্তিক, বিপ্ৰকীৰ্ণ, আবিদ্ধবক্ৰ, সূচাস্য, অৰাল, খটকামুখ, ৰক্ষোমণ্ডলী, উৰঃপাৰ্শ্বাৰ্ধমণ্ডলী, মুষ্টিক, পক্ষপ্ৰদ্যোতক ইত্যাদি।

অতীজৰেপৰা প্ৰাচীন কামৰূপত সঙ্গীত আৰু অইন অইন উচচ ধৰণৰ নৃত্যশিল্প সমভাৱে সকলোতে প্ৰচলিত আছিল। উজনি আৰু নামনি অসমৰ নানা ঠাইৰ আবিষ্কৃত প্ৰাচীন আৰু উন্নত শিল্প-কুশলতা-পূৰ্ণ নৃত্যমূৰ্তি দেখিলে আৰু অসমৰ গাঁওবিলাকৰ নৃত্য-গীত শুনিলে অসমৰ সঙ্গীত আৰু নৃত্যকলা যে উন্নত আৰু পুৰণি তাক সহজে অনুমান

কৰিব পাৰি। কামৰূপৰ ৰজা ভগদত্তই নিমন্ত্ৰিত হৈ কিছুমান গন্ধৰ্ব লগত লৈ যুধিষ্ঠিৰৰ ৰাজসূয় যজ্ঞত নৃত্য দেখুৱাই সমাদৰ লাভ কৰাৰ কথা; হিৰেনচাং আহোঁতে ভাস্কৰবৰ্মাই নিতৌ সন্ধ্যা তেওঁক নৃত্য-গীতেৰে অভ্যৰ্থনা কৰাৰ কথা আৰু সেইদৰে মণিপুৰী জীয়াৰী চিত্ৰাঙ্গদায়ো সুখ্যাতিৰেই অৰ্জুনক নৃত্য-গীতেৰে মায়া লগোৱা কথায়ো তাৰেই প্ৰমাণ দিয়ে।

কামৰূপী সঙ্গীতৰো তিনিটা ভাগ আছে। (১) নৃত্য (২) গীত (৩) বাদ্যযন্ত্ৰ। বৈষ্ণৱ ধৰ্মৰ প্ৰাদুৰ্ভাৱৰ পূৰ্বে অসমত থকা শিৱমন্দিৰবিলাকত কুমাৰীসকলে নানা ভঙ্গীমাৰে নৃত্য দেখুৱা, মহাপুৰুষ শ্ৰীশ্ৰীশঙ্কৰদেৱৰ প্ৰচলিত নৃত্য-গীত আদিৰ গাঁৱে-ভূঁয়ে আমাৰ নামঘৰবিলাকত আৰু সত্ৰত মহা পয়োভৰে ভাওনা কৰা কথাই এই কথা প্ৰমাণ কৰে। অসমৰ নট সম্প্ৰদায়ৰ লোকসকল নৃত্যকলাৰ বিষয়ে বিশেষভাৱে পাৰ্গত। হাজোৰ হয়গ্ৰীৱ মাধৱৰ মন্দিৰত এওঁবিলাকে নাচ কৰিছিল। কিন্তু 'দেৱতা সাজি দেৱতা' হোৱা কথা ফাঁকিৰ ফালে আওকাণ কৰি এনে কৰাটো ঘৃণা আৰু লাজৰ কথা বুলি অসমৰ এই আপুৰুগীয়া সম্পত্তি নাইকিয়া হ'বলৈ এৰি দিলে। দেৱদাসী নৃত্যৰ কাৰণে ডুবি প্ৰখ্যাত আছিল।

মণিপুৰত থকা 'নাচঘৰৰ' দৰেই এই উদ্দেশ্যৰে কৰা মাধৱৰ মন্দিৰৰ সংলগ্ন এটি শিলৰ শিল্প ভাস্কৰ্য্যৰ নানা নৃত্য-মূৰ্তি খোদিত এটি বৃহৎ নাটঘৰ আছিল। কিন্তু ১৮৯৭ চনৰ ভূমিকম্পত সি ভাগি পৰিল। সেইখিনিতে লাহে লাহে তাৰ নৃত্যৰো অন্ত পৰিল। সেইদৰে ডেৰগাঁও, ডুবি আদিতো উচ্চ ধৰণৰ নৃত্য প্ৰচলিত আছিল।

গ্ৰীচৰ অলিম্পাছত প্ৰচলিত থকা ভৱিষ্যতবাণী অসমৰ দেওধাই আৰু দেওধনী নাচেই সম্পন্ন কৰে। নটুৱা আৰু ওজাপালি নাচৰ বিষয়ে অসমত সকলোৱে জানে। ওজাই মহাভাৰত, ৰামায়ণ, কীৰ্তন আদিৰ সুন্দৰ সুন্দৰ উপাখ্যানবিলাক গীত আৰু মুদ্ৰাৰে প্ৰকাশ কৰি দেখুৱায়। প্ৰবাদ আছে যে কামাখ্যা দেৱীয়ে তেওঁৰ প্ৰিয় শিষ্য কেন্দুকলাৰ আগত নিতৌ নানা ভঙ্গীৰে নৃত্য কৰিছিল। এইবোৰ প্ৰাক্‌বৈষ্ণৱী যুগৰো আগৰ পৰা চলি অহা নৃত্য।

অসমৰ প্ৰত্যেক গাঁৱতেই ভাওনা কৰাৰ কথা সকলোৱে জানে। ভাওনাবিলাকৰ বিশেষত্ব এই যে নাটকৰ প্ৰত্যেক চৰিত্ৰৰ বাবে একোটা বেলেগ নাচ আছিল। এইবিলাক নৃত্যৰ বাহিৰেও সকলোৱে ভালপোৱা আমাৰ পৰ্বতত প্ৰচলিত নগা, আবৰ, ডফলা আদিৰ নাচো আমাৰ নিজা সম্পত্তি। মণিপুৰৰ নাচৰ লগত প্ৰাচীন কামৰূপৰ নাচৰ বহুতো সাদৃশ্য



আছে। ইয়াৰপৰা বুজিব পৰা যায় যে অসমীয়া সঙ্গীতকলাৰ বিষয়ত নৃত্যই সকলোতে আধিপত্য লাভ কৰিছিল। কোনো এখন নাট মেলিবলৈ হ'লে ভাৱৰীয়াসকলে প্ৰথমতে নাচ, গীত, ৰাগ, খোল, তাল আদি শিকিব লাগিছিল। যেতিয়ালৈকে নাচ সম্পূৰ্ণ নহৈছিল তেতিয়ালৈকে সেই 'নাট' যেচিদিন আখৰা দিহে ভাওনা কৰা হৈছিল। সঙ্গীত ৰাগ-ৰাগিণী আদি সকলো বিষয়তে অসম প্ৰচুৰ সম্ভাৰেৰে পৰিপূৰ্ণ। সঙ্গীত জগতত প্ৰদৰ্শন কৰিব পৰা আন আন গীতসমূহৰ বসন্ত, কল্যাণ, আসোৱাৰী, বৰাৰী, শ্যাম, সাৰাঙ্গ-ভাটীয়ালী ইত্যাদি অসংখ্য ৰাগ-ৰাগিণী আৰু শ্ৰীশ্ৰীশঙ্কৰদেৱ ৰচিত আৰু অভিনীত নাটকসমূহ অসমৰ গাঁৱে-ভূঁয়েই নহয় প্ৰত্যেক ঘৰে ঘৰে বিশদৰূপে চৰ্চা কৰা হৈছিল। এজন নিৰপেক্ষ সঙ্গীতজ্ঞই অসমৰ সঙ্গীতৰ স্বৰ্গীয় উপাদানেৰে গঠিত সুৰ সংযোজনাৰ অনুপম ৰস অৱহেলা কৰিব নোৱাৰে।

কামৰূপী সঙ্গীত আৰু নৃত্যত বহু প্ৰকাৰ বাদ্যযন্ত্ৰ ব্যৱহৃত হৈছিল, আৰু এতিয়াও তাৰে কিছুমান আছে। যেনে—মৃদঙ্গ, খোল, ঢোল, তাল, পাতিতাল, খুটিতাল, বেনা, দুপেন্না, খীৰপেন্না ইত্যাদি। বাদ্যযন্ত্ৰৰ ভিতৰত খোল উল্লেখযোগ্য। খোলৰ বোল সাধনা কৰিবলৈ পৰিশ্ৰম আৰু ধৈৰ্য্য লাগে। খোলৰ লগত দিয়া নাচবোৰ এনেদৰে সমন্বয় কৰা যে খোলৰ প্ৰত্যেক বোলৰ লগত নাচৰ প্ৰত্যেক ভঙ্গী আৰু মুদ্ৰাৰ বিশেষ সম্বন্ধ আছে। গতিকে খোলৰ প্ৰত্যেক তালত নৰ্তক-নৰ্তকীয়ে অনেক ৰকমৰ ভাৱভঙ্গী প্ৰকাশ কৰিব পাৰে। খোলৰ পিচতেই ঠাই পোৱা বাদ্য হৈছে তাল। নৃত্য-গীতৰ খোল-তালেই প্ৰধান সঁজুলি। প্ৰাচীন কামৰূপী নৃত্য-সঙ্গীতৰ ই এটা মাথোন চমু বৰ্ণনা। ইয়াক সম্পূৰ্ণভাৱে আয়ত্ব আৰু অধ্যয়ন কৰিবলৈ হ'লে সাধনা আৰু যথেষ্ট ধৈৰ্য্য লাগে।

দুখৰ বিষয় এই যে আজিকালি শিক্ষিত অসমীয়া সমাজে হিন্দী ফিল্ম সঙ্গীতৰ প্ৰভাৱত পৰি নিস্তেজ হৈ থকা প্ৰাচীন অসমীয়া আপুৰুগীয়া সঙ্গীতক অৱহেলাৰ চকুৰে চাই "ইয়াত কি আছে" বুলি চৰ্চা কৰিবলৈ এৰি দিয়াত সি লাহে লাহে দৈন্যপূৰ্ণ অৱস্থা পাইছেগৈ। নিছলা গাঁৱলীয়া সমাজৰ হাতত পৰি ই এতিয়াও নাওঠা অৱস্থাতহে আছে যদিও আমি গাঁৱলীয়া সমাজৰ প্ৰতি কৃতজ্ঞ নহৈ নোৱাৰোঁ; কিয়নো তেওঁলোকে অৱস্থাৰ নানা বিপৰ্য্যয়ৰ মাজতো ইয়াক একেবাৰে লুপ্ত হ'বলৈ নিদিয়াকৈ পুনৰুদ্ধাৰৰ কাৰণে জীয়াই ৰাখিছে। অসমীয়া সঙ্গীতৰ লুকাই থকা সম্পদৰাজি উদ্ধাৰ কৰি তাক জনাজাত কৰাৰ গৌৰৱ যেয়ে সেয়ে লাভ

কৰিব পাৰে। প্ৰাচীন কামৰূপীয় নৃত্য-গীত, ওজাপালি, নটুৱা নাচ, পৰ্বতীয়া নাচসমূহ, শ্ৰীহস্তমুক্তাৱলীৰ উপাদান আৰু 'নট' সম্প্ৰদায়ৰ নৃত্যসমূহ অসমীয়াৰ অমূল্য সম্পদ। ওজাপালি ওখ খাপৰ নৃত্য।

এইখিনিতে ভাৰতীয় নৃত্যসমূহে মৃতপ্ৰায় অৱস্থাৰপৰা কেনেকৈ পুনৰ প্ৰসাৰ লাভ কৰিছে তাৰে অলপ আভাস দিবলৈ প্ৰয়াস কৰা হ'ব। হাজাৰ হাজাৰ বছৰৰ পূৰ্বেই ভাৰতত উন্নত ধৰণৰ সঙ্গীত আৰু নৃত্য-কলাই ওখ ঠাই অধিকাৰ কৰিছিল। হাৰপ্পা আৰু মহেঞ্জোদাৰোত পোৱা নৃত্য-মূৰ্তিবিলাকেই ইয়াৰ জলন্ত প্ৰতীক। ঋকবেদে 'উষাক' নৃত্যৰতা এগৰাকী অপেশ্বৰী বুলি উল্লেখ কৰিছে। আৰু বৈদিক যুগৰ সাহিত্যতো বিশেষভাৱে নৃত্য-গীত-বাদ্য আদিৰ কথা আলোচিত হৈছিল। ধৰ্ম সম্বন্ধীয় কিতাপবিলাকতো নৃত্য সম্পৰ্কীয় কথাৰ উল্লেখ থকাৰ বাহিৰেও সেই সম্বন্ধীয় বিশেষ বিশেষ শব্দবোৰ পোৱা যায়। ভাৰতীয়সকলে ধৰ্মত সূক্ষ্মশিল্প, জীৱনদৰ্শন সমন্বয় কৰি অপূৰ্ব অনুপম ৰস সৃষ্টি কৰিছিল।

ভাৰতত নৃত্যাভিনয় আৰু সঙ্গীত আদিৰ বিষয়ে সংস্কৃতত লিখা প্ৰায় ৫০ খন বিভিন্ন ধৰণৰ কিতাপ আছে বুলি জনা যায়। সেইবিলাক ভাৰতৰ নানা ঠাইত সেইদৰে প্ৰচলিত আছিল। কলা সাধনত অতীতৰপৰাই ভাৰতীয়সকলৰ কিমান ৰাপ আছিল তাক ইয়েই প্ৰমাণ কৰে। সুন্দৰ-ভাৱে শিলত খোদিত কৰা ইলোৰা আৰু অজন্তাৰ গুহা-মন্দিৰত থকা নৃত্যমূৰ্তিবোৰে সদায় তাৰেই প্ৰমাণ দি আহিছে। নটৰাজ শিৱৰ ১০৮ ধৰণৰ 'নদন্ত' নাচৰ প্ৰতিটো মূৰ্তিৰ ভঙ্গী আৰু ৰেখা নাট্যশাস্ত্ৰৰ প্ৰতি শ্লোকৰ অনুশীলন মতে কৰা হৈছে। এইবিলাক অতীত ভাৰতৰ কীৰ্তিস্তম্ভ।

কিন্তু ই কিয় যুগ প্ৰবৰ্তনৰ লগে লগে লাহে লাহে মৃতপ্ৰায় অৱস্থা পাইছেগৈ এই কথা ভাবিবলগীয়া। ইয়াৰ ভিতৰতে অন্ধ্ৰৰ কুচিপটি গাঁৱত আৰু টাঞ্জোৰৰ কিছুমান গাঁৱৰ ব্ৰাহ্মণসকলে বসন্ত উৎসৱত নিজ নিজ মন্দিৰত প্ৰতিবছৰে 'ভাগৱত নাটমেলা' অভিনয় কৰি তাৰ উচ্চ ধৰণৰ নৃত্যসমূহ জীয়াই ৰাখিছে। লগতে ভাৰতম নালুৰ নাৰায়ণ স্বামী আয়াৰ আৰু ৰাভুনি মেননৰ কথা এইখিনিতে উল্লেখ কৰিবই লাগিব। কিয়নো তেওঁলোক দুজনা দাক্ষিণাত্যৰ বিশিষ্ট নৃত্যাভিনয় বিশেষজ্ঞ। তেওঁলোকে বহুতখিনি গৱেষণা কৰি অন্ধকাৰৰপৰা তাক উলিয়াই ৰাইজৰ আগত দাঙি ধৰিছিল। কেৰলত 'কথাকলি' নৃত্য সজীৱ কৰি গোটেই জগততে প্ৰচাৰৰ কথাও বহুতেই জানে। বহুতদিন আওহেলাৰ পাচত নাটচ্ নৃত্যয়ো লাহে লাহে আকৌ প্ৰচাৰ লাভ কৰিবলৈ আৰম্ভ কৰিছে।



উত্তৰ ভাৰতত সেইদৰে কথক নৃত্য-শিক্ষা দিবলৈ স্কুল স্থাপিত হৈছে। কেইবাজনো বিখ্যাত নৃত্যকাৰে সেই কথা পুনৰুদ্ধাৰৰ অৰ্থে বহু চেষ্টা কৰি কৃতকাৰ্য্য হৈছে। সেইদৰে মণিপুৰৰো কেইবাজন শিক্ষিত ডেকাই দেশে-বিদেশে ইয়াক প্ৰচাৰ কৰি যথেষ্ট অৰ্থ আৰু সন্মান লাভ কৰিছে। আকৌ কেইবাজনেও বোম্বাই, কলিকতা আৰু আন আন ঠাইত শিক্ষা দি মণিপুৰী নৃত্যকলাৰ বহুল প্ৰচাৰ কৰি নিজ মাতৃভূমিৰ গৌৰৱ বঢ়াইছে। কবিবৰ ৰবীন্দ্ৰনাথ ঠাকুৰেও মণিপুৰী শিক্ষক নি শান্তিনিকেতনত পঢ়া ছাত্ৰ-ছাত্ৰীক নৃত্যশিক্ষা দিয়াই এটি নতুন স্কুল অৱতাৰণা কৰি গৈছে।

দক্ষিণ, উত্তৰভাৰত আনকি বঙ্গদেশতো নৃত্যসমূহে অলপ দিনৰ ভিতৰতে যথেষ্ট সমাদৰ লাভ কৰি বহুলভাৱে প্ৰচাৰিত হৈছে। ইয়াৰ কাৰণ এই যে তেওঁলোকৰ দেশৰ নেতাসকল, ধনীসকল আৰু পণ্ডিতসকলে সকলো প্ৰকাৰে সহায় আগবঢ়াই নিজ জাতীৰ গৌৰৱৰ বিষয়বোৰ পৃথিৱীৰ সকলো ঠাইতে জনাজাত কৰিবলৈ প্ৰাণপণে চেষ্টা কৰে।

এই বিষয়ত অসমৰ অৱস্থা কি ? অতীতত আমাৰ সঙ্গীত আৰু নৃত্য-কলা অতি উন্নত ধৰণৰ আছিল যদিও, হাজাৰ হাজাৰ বছৰ পূৰ্বৰেপৰা ভাৰতত ই অতি ওখ ঠাই পাইছিল যদিও, কামৰূপীয়া বা অসমীয়া নৃত্য-সমূহ সেই যুগত সকলোৰে মাজত জনাজাত আছিল। এতিয়া সি কেৱল গাঁৱলীয়া অশিক্ষিত মানুহৰ হাতত পৰি মৃতপ্ৰায় অৱস্থা পাইছে ; আৰু কোনো ঠাইত একেবাৰে নাইকিয়া হৈ গৈছে। হুমুনিয়াহ কঢ়াৰ বাহিৰে বোধকৰোঁ আমি আনৰ আগত অসমীয়া নৃত্য-গীতৰ বিষয়ে আৰু বিশেষ একো ক'ব নোৱাৰিম। আমাৰ মাত্ৰ ভাওনা আৰু নৃত্যাদিৰ বিষয়ে আগতে উনুকিয়াই অহা হৈছে। এতিয়া এই নৃত্যবোৰৰ প্ৰতি কোনেও একো মনোযোগ নিদিয়াত সি লাহে লাহে নষ্ট হ'বলৈ ধৰিছে আৰু কোনো কোনো ঠাইত লুপ্ত হৈছেই।

বৈষ্ণৱ যুগৰ নৃত্য-গীত বৰ্তমান অৱস্থাত সত্ৰবিলাকত যিদৰে চৰ্চা কৰা হয়, সেইদৰে বোধকৰোঁ আৰু ক'তো বাহুল্যভাৱে কৰা নহয়। আমাৰ ৰুচি বেয়াৰ ফালে ঢাল খোৱাত বাহিৰৰপৰা কিবা এটা আহিলেই ভাল বুলি গ্ৰহণ কৰি নিজস্বখিনিত ৰহণ বুলাবলৈ গৈ সকলো সৌন্দৰ্য্য নষ্ট কৰি পেলাইছোঁহঁক। দুখেৰে হ'লেও ক'বই লাগিব যে, কেইবাখনো উজনি অসমত থকা নামজলা সত্ৰত বাহিৰৰ প্ৰভাৱ পৰি সঙ্গীত আৰু নৃত্যাদি বিজাতৰীয়া হৈ পৰিছে। এই বিজাতৰীয়া জেং-জাবৰ সোপা ধুই আনিলে বোধকৰোঁ আগৰ ৰূপে কিছু পৰিমাণে ওলাব পাৰে, তাকে নকৰিলে যিখিনি আছে অতি সোনকালে সেইখিনিও কেৱল বুৰঞ্জীৰ পাততহে বিচাৰি পোৱা

যাব। অসমীয়া ভাওনাৰ ঠাইত বঙলুৱা 'কীৰ্তন' বা যাত্ৰাই নাইবা অইন কিবা এটাই অধিকাৰ কৰি লৈছে। আমাৰ এই অমূল্য সম্পদ-খিনি কিছু পৰিমাণে উদ্ধাৰ কৰিবলৈ এতিয়াও সময় আছে। শিক্ষিত সমাজে অৱহেলা কৰা এই অপূৰ্ব অসমীয়া নৃত্য-গীত বাদ্যযন্ত্ৰাদি আজি মৃতপ্ৰায় যদিও, পুনৰুদ্ধাৰৰ চেষ্টা কৰি অলপ ঘঁহি-মাজি ললেই ইয়াক সৰ্ব্বৰহী কৰি তুলিব পৰা হ'ব বুলি আমাৰ দৃঢ় বিশ্বাস। দাক্ষিণাত্যৰ ভাৰত-নাট্যম্, তাঞ্জোৰৰ, কেৰলৰ, 'নৃত্যাভিনয়', উত্তৰভাৰতৰ 'কথক' সকলো ঠাইতে প্ৰচাৰিত হৈ গোটেই ভাৰতৰ মন আকৰ্ষণ কৰিব পাৰিছে।

সাহিত্যৰ যেনেকৈ মনৰ অতি গভীৰ, সূক্ষ্ম আৰু সুন্দৰ নানা ভাব প্ৰকাশ কৰিবৰ ক্ষমতা আছে, সেইদৰে হাতৰ মুদ্ৰা, অভিব্যক্তি আৰু মনোহৰ ভঙ্গী সম্বলিত নৃত্যয়ো নানা ধৰণৰ অতি সূক্ষ্মতম মনৰ ভাব আৰু সৌন্দৰ্য্য প্ৰকাশ কৰিব পাৰে। অসমীয়া নৃত্য আৰু নৃত্যাভিনয়তো মনৰ নানা ভাব প্ৰকাশ কৰিব পৰা অমূল্য সম্পদ লুকাই আছে। তেনে-কৰিবলৈ হ'লে নিয়মেৰে নিয়োজিত কৰা হাতৰ হস্তবিলাকৰ বিষয়ে জ্ঞান থাকিব লাগিব। কিয়নো সেই সকলে ভাব, কথা, বিষয়বস্তু, ইয়াৰ লক্ষণেৰে অতি সহজে বুজাব পাৰে। ভাষা প্ৰয়োগ কৰাৰ লগে লগে মানুহে ভাব প্ৰকাশ কৰিবলৈ আন আন প্ৰত্যঙ্গৰো সহায় লয়। ভাব প্ৰকাশ কৰিবলৈ ভাব যথেষ্ট থাকিলেও মানুহে কথাৰ বাহিৰেও কথা কওঁতে হাত, চকু আদিৰ ব্যৱহাৰ কৰে। ভাষাতকৈ মানুহৰ অঙ্গী-ভঙ্গীয়েই আগ। আৰু ভাষাৰ লগে লগে তাৰো ক্ৰমোন্নতি হোৱা হেতুকে বৈদিক যুগৰপৰা প্ৰচলিত হোৱা যজ্ঞ আদিত আৱশ্যকীয় আসন মুদ্ৰাদি ব্ৰাহ্মণ-সকলে বাহুল্যভাৱে প্ৰচলন কৰে। মানুহে কথাৰ লগত আৰু চকুৰ ঠাঁৰ-চিয়াৰ ব্যৱহাৰ কৰি মনৰ ভাব বহুতখিনি আনক বুজাই দিয়ে। এই ঠাঁৰ-চিয়াৰবোৰ কথাৰপৰা বাদ দি মাত্ৰ ওঁঠ দুটি লৰায়ে যদি কথা কোৱা হয় তেনেহলে বহুত সময়ত কথাবোৰ বৰ আমনি লগা আৰু নিস্তেজ যেন লাগে। চকুৰ এটি পচাৰেই, ভ্ৰূৰ এটি বেঁকা ৰেখাই, মুখৰ এটি বিকৃত আঁচেই স্থান বিশেষে কথাতকৈও মনৰ ভাব বেচিকৈহে বুজায়। সেইদৰে হাতৰ মুদ্ৰাবিলাকৰ সহায়েৰে ভাষা প্ৰয়োগ নকৰাকৈয়ে মনৰ ভাব, বিষয়বস্তু পৰিপাটিকৈ বুজাব পৰা যায়।

ভাৰতীয় নৃত্যসমূহত হস্ত আদিৰ প্ৰচলন বহুত বেচি। তাৰ অলপ জ্ঞান নাথাকিলে ৰস উপভোগ কৰিব নোৱাৰি। গতিকে ভাৰতীয় নৃত্যবোৰ বিশেষকৈ (১) ভাৰতনাট্যম্ (২) কথাকলি (৩) মণিপুৰী (৪) কাম-ৰূপী আদি বুজাবলৈ হ'লে হাতৰ এই লক্ষণ বা মুদ্ৰা অলপ জনা থাকিলে



আমনি নল'গাকৈ তাৰ ৰস যথেষ্ট ৰকমে উপভোগ কৰিব পৰা যায়। মুদ্ৰাবিলাকে কেনেকৈ আত্ম প্ৰকাশ কৰিব পাৰে তাক তলৰ উদাহৰণেই বুজাব। নৱযৌৱনা যুৱতীৰ মনোহৰ দৃষ্টিয়ে কামপীড়াৰ ভাব প্ৰকাশ কৰিবলৈ হ'লে বাওঁহাতৰ পতাক হস্তক কঁকালৰ ওচৰত থৈ, পিচৰ দুই হাতেৰে অলপদ্ম হস্তক গাৰ কালে লীলা কৰি আনি বুকুৰ দুয়োফালে থৈ সন্দংশ হস্তক নাভীৰ ওচৰৰপৰা বুকুৰ মাজলৈ কঁপাই আনি দুই কৰ্তৰী মুখ একেলগ কৰিলেই উপৰোক্ত ভাব প্ৰকাশ কৰিব। হাতৰ সকলো আঙুলি মেলি বুঢ়া আঙুলিক তৰ্জনী আঙুলিৰ গুৰিত লগালে পতাক হস্ত হয়। হাতৰ সকলো আঙুলি কেঁকোৰা কৰি মেলি লীলা কৰি গাৰ কালে আনিলে অলপদ্ম হস্ত হয়। তলত দিয়া শঙ্কৰদেৱৰ গীতটিও সেইদৰে বিভিন্ন মুদ্ৰাৰে প্ৰকাশ কৰা হয়।

অৰে সখী পেখো হামাৰি জীৱন কানু
ওহি পথে গেল লীলাই।
ধ্বজ, ব্ৰজ, পঙ্কজ খোজ হেৰালো
কমনে ৰমণী সঙ্গে যাই॥
সতিনীৰ খোজ দেখি হৃদয়ে নসহে আৰু
অধিক মিলল দুখ মোৰ।
সব গোপিনীক ধন বন্ধু অধৰ মধু
পিয়ে একুষাৰি কৰি চোৰ॥
দেখ সখী সতিনীক কোৰে কৰি আৰে
কুসুমে কৰাৰে লীলা লাস।
বহে গোপিনীক কানু বোকে তুলি আৰে
কহতু শঙ্কৰে হৰিদাস॥

শ্ৰীশ্ৰীশঙ্কৰদেৱৰ এই অনুপম গীতটি মুদ্ৰাসহিতে সুন্দৰভাৱে নৃত্য কৰি আমাৰ ৰাসলীলাত দেখুৱা হয়। সেইদৰে গুৰিৰপৰা আৰম্ভ কৰি শঙ্কৰদেৱৰ ৰচিত 'ৰাসলীলা' নাটৰ একুৰি আঠোটি গীত আৰু ধুৱা-বিলাক তদ্ৰূপ মুদ্ৰা সম্বলিত নাচেৰে সুন্দৰভাৱে পৰিপাটিকৈ হিয়া ছুই যোৱাকৈ ভাবেৰে প্ৰকাশ কৰা হয়। প্ৰত্যেকটি গীত আৰু ধুৱাৰে প্ৰত্যেকটি শব্দকে কেৱল মুদ্ৰা আৰু অভিব্যক্তিৰে মনোৰমভাৱে দেখুৱা হয়। শ্ৰীশ্ৰীশঙ্কৰদেৱৰ ৰচিত এই নাটকখনিত সন্নিবিষ্ট থকা সকলো-খিনি ৰস, বিশেষকৈ 'ৰাসৰ' ৰস যেনেকৈ বীৰ, অদ্ভুত, শান্ত, বীভৎস,

করুণ আদি শৃঙ্গাৰ (বিপ্ৰলম্ভ আৰু সম্ভোগ), ৰৌদ্ৰ আৰু হাস্য, ভয়ানক, সুন্দৰভাৱে নৃত্যৰ ছন্দেৰে মনোহৰ ভঙ্গীৰে হস্তেৰে পৰিস্ফুট কৰা হয়। এই সকলো খিনি উপৰোক্ত নাচৰ বিষয়-বস্তু 'বচন' নোহোৱাকৈয়ে মুদ্ৰা আৰু অভিব্যক্তিৰেই সকলোকে বুজাব পৰা যায়। অসমীয়াসকলে এনে এটা বস্তুকো ইমান দিনে লিপিবদ্ধ কৰি আৰু আন আন উপায়েৰে প্ৰচাৰ নকৰাৰ কথা আচৰিত। সচাকৈ আমাৰ অসমীয়া বৰ্তমান সঙ্গীত-সাধকসকলৰ এইফালে অৱহেলা দেখি দুখ লাগে। আমাৰ পূৰ্বপুৰুষ-সকলে তাক স্বতন্ত্ৰীয়া কৰি থৈ গৈছে, কেৱল বৰ্তমানে তাক বাহুল্য-ভাৱে চৰ্চা কৰি সমাজৰ আগত এই হীৰা-মুকুতাখিনি উলিয়াই দিব লাগে, কিন্তু এই অমৃতময় খনিৰপৰা ইয়াক উলিয়াবলৈ আজিকোপতি কোনেও দিহা কৰা নাই। ইয়াতকৈ আৰু পৰিতাপৰ বিষয় কি আছে?

আন এটি বৈশিষ্ট্য হৈছে—অসমীয়া নৃত্যকলাৰ নৃত্ত আৰু নৃত্য। তাল-লয় সমন্বিত পোন নাচকে নৃত্ত বোলে। মুদ্ৰা অভিব্যক্তি, তাল, লয়, ছন্দ আৰু ভাৱেৰে প্ৰকাশ কৰি কোনো 'কথা' অভিনয় কৰি দেখুৱা-লেই নৃত্য নামে অভিহিত হয়। ভাৰতৰ কোনো কোনো ঠাইত তাণ্ডৱ বা লাস্যৰ বা দুয়োটাৰে সংমিশ্ৰণৰ কোনো এটাৰ প্ৰবলতাৰ চিনহে পোৱা যায়; কিন্তু অসমীয়া নৃত্যসমূহত এই দুয়োটা সমানে বৰ্তমান।

আমি নাট্যশাস্ত্ৰ, অভিনয় দৰ্পণ, হস্ত-লক্ষণ দীপিকা, শ্ৰীহস্তমুক্তা-ৱলীৰ মুদ্ৰাৰ তালিকা এখন দিলোঁহঁক।

| নাট্যশাস্ত্ৰ | | অভিনয় দৰ্পণ |
|---|---|---|
| পতাক | .. | পতাক |
| ত্ৰিপতাক | .. | ত্ৰিপতাক |
| কৰ্তৰীমুখ | .. | অৰ্ধপতাক |
| অৰ্ধচন্দ্ৰ | .. | কৰ্তৰীমুখ |
| অৰাল | .. | ময়ূৰ |
| শুকতুণ্ড | .. | অৰ্ধচন্দ্ৰ |
| মুষ্টি | .. | শুকতুণ্ড |
| শিখৰ | .. | অৰাল |
| কপিত্থ | .. | মুষ্টি |
| কটকামুখ | .. | শিখৰ |
| সূচীমুখ | .. | কপিত্থ |



| নাট্যশাস্ত্ৰ | | অভিনয় দৰ্পণ |
|---|---|---|
| পদ্মকোষ | .. | খটকামুখ |
| সৰ্পশিৰা | .. | সূচীমুখ |
| মৃগশিৰ | .. | চন্দ্ৰকলা |
| কাঙ্গুল | .. | পদ্মকোষ |
| অলপল্লৱ | .. | সৰ্পশীৰ্ষ |
| চতুৰ | .. | মৃগশীৰ্ষ |
| ভ্ৰমৰ | .. | সিংহমুখ |
| হংসাস্য | .. | কাঙ্গুল |
| হংসপক্ষ | .. | অলপদ্ম |
| সন্দংশ | .. | চতুৰ |
| মুকুল | .. | ভ্ৰমৰ |
| উৰ্ণনাভ | .. | হংসাস্য |
| তাম্ৰচূড় | .. | হংসপক্ষ |
| — | .. | সন্দংশ |
| — | .. | মুকুল |
| — | .. | তাম্ৰচূড় |
| — | .. | ত্ৰিশূল |
| — | .. | ব্যাঘ্ৰ |
| — | .. | অৰ্ধসূচী |
| — | .. | খটকা |
| — | .. | পল্লী |

| হস্ত-লক্ষণ দীপিকা | | শ্ৰীহস্তমুক্তাৱলী |
|---|---|---|
| ত্ৰিপতাক | .. | পতাক |
| পতাক | .. | পদ্মকোষ |
| কপিত্থ | .. | হংসাস্য |
| শিখৰ | .. | কৰ্তৰীমুখ |
| হংসপক্ষ | .. | অলপদ্ম |
| ভ্ৰমৰ | .. | ত্ৰিপতাক |
| মুষ্টি | .. | মুষ্টিক |

| হস্ত-লক্ষণ দীপিকা | | শ্ৰীহস্তমুক্তাৱলী |
|---|---|---|
| বৰ্ধমানকা | .. | শিখৰ |
| খটকা | .. | অৰ্ধচন্দ্ৰ |
| সূচীমুখ | .. | সৰ্পশিৰা |
| অৰ্ধচন্দ্ৰ | .. | সূচাচ্য |
| অঞ্জলি | .. | খটকামুখ |
| সৰ্পশিৰা | .. | অৰাল |
| মৃগশীৰ্ষ | .. | শুকতুণ্ড |
| পল্লৱ | .. | সন্দংশ |
| হংসাস্য | .. | কাঙ্গুল |
| কৰ্তৰীমুখ | .. | উৰ্ণনাভ |
| সূচাচ্য | .. | কপিথ |
| মুকুল | .. | মৃগশীৰ্ষ |
| উৰ্ণনাভ | .. | হংসপক্ষ |
| শুকতুণ্ড | .. | তাম্ৰচূড় |
| অৰাল | .. | চতুৰ |
| মুকুৰ | .. | মুকুল |
| খটকামুখ | .. | ভ্ৰমৰ |
| — | .. | কদম্ব |
| — | .. | কৃষ্ণসাৰ মুখ |
| — | .. | ঘ্ৰোণিক |
| — | .. | সিংহাস্য |
| — | .. | অঙ্কুশ |
| — | .. | তন্ত্ৰীমূল |

দেখা গ'ল নাট্যশাস্ত্ৰৰ মতে অসংযুত হস্ত ২৪টি, অভিনয় দৰ্পণ ৩২, হস্ত-লক্ষণ দীপিকা ২৪ আৰু শ্ৰীহস্তমুক্তাৱলী ৩০। কেইবাটিও উপৰোক্ত শাস্ত্ৰত নথকা হস্ত শ্ৰীহস্তমুক্তাৱলীৰ অন্তৰ্গত কৰাইছে। প্ৰত্যেক-টিৰে আকৌ ব্যৱহাৰ অনুযায়ী বিনিয়োগ বিতৰ্ক কৰা হৈছে। হস্তৰ বিনিয়োগ বহুতো আৰু প্ৰত্যেকই বিভিন্ন অৰ্থ প্ৰকাশ কৰে। ইয়াৰ মতেই সংযুক্ত হস্ত হৈছে ১৪টি, নৃত্য হস্ত ২৭টি। ইয়াৰ ভিতৰত ভৰত নাট্যশাস্ত্ৰ সকলো বিলাকৰ মাজত পুৰণি বুলি জনা যায়। তাৰে



আলম লৈয়ে পৰবৰ্তী নৃত্য-শাস্ত্ৰকাৰসকলে সেইদৰে নিজৰ ৰুচি আৰু কল্পনাৰে বহুতো যোগ দি নিজ নিজ ঠাইৰ কাৰণে নানা নৃত্য-শাস্ত্ৰ ৰচনা কৰিছিল।

শ্ৰীহস্তমুক্তাৱলীৰ বাহিৰেও অসমৰ হাজো আৰু আন আন প্ৰচলিত নৃত্যসমূহত অনেক মুদ্ৰা আৰু নৃত্যশাস্ত্ৰসন্মত অনেক অলঙ্কাৰ পোৱা যায়।

বৰ্তমান অসমত চলি থকা নাচসমূহে মৃত অৱস্থা পাইছে যদিও এই নাচবিলাকেই 'নৃত্য-গীতমুখৰিত' পুৰণি অসমৰ এখনি বহুমূলীয়া গীত-নাচোনৰ চানেকি বুলি মানি লব লাগিব। এই চানেকিৰ আলম লৈ ধৈৰ্য্য ধৰি এই নৃত্যবোৰ সৌন্দৰ্য্যপূৰ্ণ কৰি তুলিবলৈ আমাৰ নৃত্য আৰু সঙ্গীত শিল্পীসকলে আগবাঢ়ি আহিলে আৰু ভাৰতত প্ৰচাৰ কৰিলে অসমে আকৌ এই বিষয়ত নিজৰ বিশিষ্টতা ৰাখি ওখ ঠাই অধিকাৰ কৰিব। ভাৰতৰ প্ৰচাৰ আৰু বেতাঁৰ বিভাগৰ মন্ত্ৰী ডঃ কেচকৰে দিল্লীত ১৯৬১ চনত অসমীয়া নৃত্য দেখি কৈছিল, "অসমৰ নৃত্য-গীত ভাৰততে শীৰ্ষ স্থানীয়। অসমৰপৰা এই বিষয়ে ভাৰতে শিকিবলগীয়া বহুত আছে।"

# অসমীয়া স্থাপত্যৰ নৱৰূপ

জ্যোতিপ্ৰসাদ আগৰৱালা

আমাৰ নতুন ভাৰতৰ স্থাপত্য কি সাঁচত গঢ়িব লাগিব ? ই আজি আমাৰ কাৰণে এটা অতি গভীৰ ভাবেৰে চিন্তা কৰিবৰ বিষয় হৈ পৰিছে। স্থাপত্যতেই প্ৰতিফলিত হয় এটা জাতিৰ চৰিত্ৰ । এটা জাতিৰ জীৱনীও লিখা থাকে স্থাপত্যতে। পৃথিৱীৰ এক যুগৰ স্থাপত্য পৃথিৱীৰ বুৰঞ্জীৰ সেই যুগ বৰ্ণোৱা এটা পাতৰ দৰেই। ভাৰতত বা অসমত আদি যুগৰপৰা আজিলৈকে থকা স্থাপত্যৰ নিদৰ্শন চাই আমি ভাৰতৰ বা অসমৰ সংস্কৃতি-সভ্যতাৰ বুৰঞ্জী গাই যাব পাৰোঁ। সেই কাৰণেই আমাৰ নতুন স্থাপত্যৰ ৰূপ আজি আমাৰ গভীৰ চিন্তাৰ বিষয়। যি জাতি প্ৰগতিৰ ৰাজআলিলৈ ওলাই আহিছে সেই জাতিৰ স্থাপত্য হ'ব লাগিব আন্ধাৰ বাটৰ দিক্ নিৰ্ণয় কৰা এটা আলোক-স্তম্ভৰ দৰে। সেই স্থাপত্যই জনতাক আগবাঢ়িবলৈ পোহৰৰ জিলিঙনি ছটিয়াই থাকিব লাগিব। স্থাপত্যই জনতাক আগবঢ়াই নিবও পাৰে, এটা স্থিতিশীল অৱস্থাতো ৰাখি থব পাৰে আৰু সঙ্কীৰ্ণ ৰক্ষণশীলতাকে খামুচি ধৰি থাকিবলৈকো মন্ত্ৰ দিব পাৰে। সেইকাৰণেই আজি আমি প্ৰগতিৰ ৰাজআলিলৈ ওলাই নতুন দিনলৈ যাত্ৰা কৰাৰ ক্ষেত্ৰত স্থাপত্যৰ বিষয়ে দ'কৈ নাভাবি নোৱাৰোঁ।

মানুহৰ মনৰ ওপৰত সুকুমাৰ কলাৰ প্ৰভাৱ শক্তিশালী। সদায়েই সুকুমাৰ কলাক মানুহৰ মনত কোনো দাৰ্শনিক সত্য, ধাৰ্মিক তত্ত্বৰ বিষয়ে দ'কৈ সাঁচ বহুৱাবলৈ ব্যৱহাৰ কৰা হৈছে। স্থাপত্যও সুকুমাৰ কলা। দৰাচলতে সুকুমাৰ কলাৰ ভিতৰত ইয়েই মানুহৰ সমুখত থাকি, সমূহ জনসংখ্যাৰ আগত থাকি ইয়াৰ প্ৰভাৱ বিস্তাৰ কৰি থাকিব পাৰে। সেই কাৰণেই প্ৰত্যেক ধৰ্মমতে তেওঁলোকৰ মঠ-মন্দিৰ, মছজিদ, গীৰ্জাবোৰ সকলো ঘৰ-বাৰীতকৈ ভালকৈ সাজে আৰু সেই স্থাপত্যৰ গাম্ভীৰ্য্যৰে তাৰ কলা-কুশলতা নিৰ্মাণ-কৌশল আৰু ৰৌপিক গঢ়েৰে মানুহৰ মন আকৃষ্ট কৰিবলৈ চেষ্টা কৰে। সেইদৰেই সকলোৱেই ৰাজকীয় আৰু



আদৰ্শবাদী দলবোৰে সদায়েই বিশেষকৈ জনতাৰ ওপৰত সিহঁতৰ প্ৰভাৱ বিস্তাৰৰ কাৰণে স্থাপত্যৰ সহায় লৈছে।

এখন দেশৰ, এটা জাতিৰ সভ্যতা-সংস্কৃতিৰ স্থাপত্যই যেনিবা এটা মূৰ্তি বা প্ৰতিমাহে। সেইদৰে এটা নৱোদ্বোধিত জাতীয়তাৰ সভ্যতাৰ সংস্কৃতিৰ প্ৰচাৰৰ বাবে স্থাপত্যকো ইঙ্গিতবৰ্ষীৰূপে জাতীয় খনিকৰী প্ৰতিভাই ৰূপ দিব লাগিব। ন'হলে সেই নতুন যুগৰ সি স্থাপত্য নহ'ব। আমি যদি পুৰণি স্থাপত্যৰ গঢ়তেই এই নতুন জাতীয় আদৰ্শবাদী আমাৰ স্থাপত্যক হবলৈ প্ৰকাশ দিওঁ তেন্তে ই এটা স্থাপত্যিক 'এনাক্ৰনিজম্'হে হ'ব। সেইকাৰণেই আজি ভাৰতীয়ই বা অসমীয়াই পৃথিৱীলৈ এক নতুন সংস্কৃতি-সভ্যতাৰ আদৰ্শ দাঙি ধৰি সেইমতে নৱভাৰতীয় স্থাপত্যৰ ৰূপ উলিয়াব লাগিব। যদি সেয়ে নহয় তেন্তে বুজা যাব যে আমাৰ দেশৰ কলা-কৃষ্টিত এতিয়াও নতুনৰ পোহৰ পৰা নাই আৰু পৰিছে যদিও সি সেই নৱজীৱনৰ পোহৰৰ পৰশত সাৰ পাই উঠা নাই।

আজিৰ দিনত ভাৰতীয় বা অসমীয়া স্থাপত্যত প্ৰতিফলিত হ'ব লাগিব আমাৰ আজিৰ নতুন মনটো। সেই কাৰণেই আমি আঁহ ফালি ফালি চাব লাগিব আমাৰ নতুন ভিতৰখন ভালকৈ ফঁহিয়াই ফঁহিয়াই। ভূত, ভৱিষ্যত আৰু বৰ্তমানৰ নানা ভাবৰ ক্ৰিয়া-প্ৰতিক্ৰিয়াৰ ধুঁৱলি-কুঁৱলীৰ মাজেদি আমাৰ নতুনকৈ ওলোৱা মনটোৱে পুৰণি সৃষ্টিৰ মোহ ত্যাগ কৰি বৰ্তমানৰ খেলি-মেলি আঁতৰাই ভৱিষ্যতৰ সাৰ্বভৌম জনজীৱনৰ অৰুণোদয়ৰ প্ৰথম আলোক-প্ৰপাতত স্নান কৰি এটা মহামানৱীয় প্ৰগতিৰ বাটলৈ ওলাই আহিবলৈ উগ্ৰ চেষ্টা কৰিছে। এই মনটোৱে নিজে ওপজা মাটি কঠাতে তাৰ স্থিতি লৈ, তাতেই থিয় হৈ নিজৰ ভৰিৰ তলৰ মাটিৰেই ৰস খাই, আৰু সি যি জলবায়ুৰ মাজত জনম লভিছে তাৰপৰাই সি বিকাশৰ সমল আহৰণ কৰি, আকাশমুৱা হৈ বিশ্বৰূপ ধৰিবলৈ বিচাৰিছে। এই মনটোৱেই হৈছে পৃথিৱীৰ প্ৰগতিবাদীৰ মন। ভাৰতীয় প্ৰগতিবাদীৰ তথা অসমীয়া প্ৰগতিবাদীৰ মনটোও হৈছে এয়েই। তাৰমানে হৈছে আজি আমি আমাৰ ঘৰুৱা বৈশিষ্ট্য আৰু সভ্যতা-সংস্কৃতিৰ প্ৰকাশৰ এটা স্থানীয় বৈচিত্ৰ্য ৰক্ষা কৰিবলৈ এটা বিশ্ব সভ্যতা-সংস্কৃতি গঢ়িবলৈ আগবাঢ়ি ওলাইছোঁ। সেইকাৰণেই বিশ্ব-বৈচিত্ৰ্য ৰক্ষা কৰিবলৈ, আমি আমাৰ অসমীয়া সভ্যতা-সংস্কৃতি ৰক্ষা কৰিবলৈ যি চিন্তা বা কৰ্ম কৰিম সি সঙ্কীৰ্ণ প্ৰাদেশিকতা হ'ব নোৱাৰে। কিন্তু আমি যদি আমাৰ সভ্যতা-সংস্কৃতি এই সাৰ্বভৌম আদৰ্শৰপৰা আঁতৰাই আমাৰ মনটোক কেৱল লুইতৰ বৰ চাপৰিতেই এৰাল দি থওঁ তেন্তে আমাৰ মনটো অসমৰ গৰুৰ দৰেই

টিলিকা হৈ থাকিব। আমাৰ সংস্কৃতি, সাহিত্য, কলা সকলোৱেই থাকিব অসমৰ নামঘৰতে পৰি। অসমীয়া সাহিত্যক আমি যদি বিশ্বসভাত আগ-শাৰীত বহুৱাব খোজোঁ তেন্তে অসমীয়া সাহিত্যিকৰ চিন্তাই বিশ্বক সামৰিব পৰা হ'ব লাগিব। অসমীয়া ৰাজনৈতিক এজন যদি সৰ্বভাৰতীয় ৰাজ-নৈতিক হিচাবে জিলিকিব খোজে তেন্তে সেইজনে সৰ্বভাৰতৰ বিষয়ে, গোটেই ভাৰতীয়সকলৰ সমস্যাৰ বিষয়ে চেষ্টা কৰিব পৰা মনৰ অৱস্থালৈ যাব লাগিব। সেইদৰে এজন অসমীয়া বিশ্বকবি হ'বলৈ হ'লে তেওঁৰ চিন্তাত জলি উঠিব লাগিব সমগ্ৰ মানৱ জাতিৰ সমস্যা। মানৱ জাতিৰ সমস্যায়েই যেতিয়া অসমীয়াৰো সমস্যা তেতিয়া সেই অসমীয়া বিশ্বকবি-জনৰ চিন্তাত নিশ্চয় অসমীয়াৰ সমস্যাও সোমাই এনেয়ে হ'লেও থাকিবই। ঈশ্বৰ হৈছে সৰ্বব্যাপী। আমি সকলো কাম ঈশ্বৰত সমৰ্পণ কৰি কৰিলে আমাৰ কৰ্মবন্ধন নহয় বুলি শাস্ত্ৰই কয়। সেইদৰেই আমি সাৰ্বজনীন বিশ্বসংস্কৃতিৰ এটা বৈচিত্ৰ্য হিচাবে অসমীয়া সংস্কৃতি-সভ্যতা গঢ়িবলৈ গৈ সেইভাৱেৰে চিন্তা আৰু কৰ্ম কৰিলে সি কেতিয়াও প্ৰাদেশিক সঙ্কীৰ্ণতা নহ'ব। তাকে নকৰিলেই আমি সঙ্কীৰ্ণতাত বান্ধ খাম। আৰু সেয়ে হ'লেই আমি বিশ্বসভাত যি আসন বিচাৰি ওলাইছোঁ তাক পাবলৈ অসমৰ্থ হম। মুঠৰ ওপৰত আমি অসমীয়াই বিশ্বমানৱ হৈ ফুটি উঠিব খোজোঁ, তাকে আমি হ'ব খোজোঁ সভ্যতা-সংস্কৃতিৰ মৌলি-কতাৰ মাজেদি, আমাৰ বৈশিষ্ট্যৰ ভিতৰেদি। বিশ্ব-বৈচিত্ৰ্যৰ বাবে অসমীয়াই বঙালী, মাৰাঠী, গুজৰাটীয়ে আৰু সেইদৰেই ভাৰতীয়ই, আমেৰি-কানে, ফৰাছীয়ে, ইংৰাজে, ৰুছিয়ানে, চীনাই তাকেই কৰিব লাগিব। এই বিশ্ব-বৈচিত্ৰ্যবোধৰ ভাৱেৰে সকলো জাতি, মহাজাতি, উপজাতিয়ে নিজৰ সভ্যতা-সংস্কৃতি গঢ়িবলৈ আগবাঢ়িলে তাত আৰু সংঘৰ্ষৰ ঠাই ক'ত? তেতিয়া হ'লে বঙালী বা মাৰাঠীয়ে যেনেকৈ নিজৰ সভ্যতা-সংস্কৃতিৰ বৈশিষ্ট্য ৰক্ষা কৰাটো কৰ্তব্য বুলি ভাবিব আনফালে তেওঁলোকে যে অসমীয়া সংস্কৃতিকো ৰক্ষা কৰিব লাগিব সেই কৰ্তব্যও উপলব্ধি নকৰি নোৱাৰিব। অসমীয়া ভৈয়ামীয়াসকলেও তেতিয়া আমাৰ অসমৰ জন-জাতি সকলৰ সভ্যতা-সংস্কৃতি যে ৰক্ষা কৰিব লাগিব তাকো বুজিব পাৰিব ভালকৈয়ে। বিশ্বসংস্কৃতিৰ বৈচিত্ৰ্যবোধ থাকিলেই যাক সাংস্কৃতিক সংঘৰ্ষ লোকে বুলিব খোজে সি আৰু কেনেকৈ থাকিব? বিশ্বশান্তিৰ বাটো এই ফালেদিয়েই।

আজি আমাৰ এই মনটোকেই প্ৰতিফলিত কৰি তুলিব লাগিব আমাৰ নতুন অসমৰ স্থাপত্যত। তেনেহলে আমাৰ স্থাপত্যৰ বিষয়ে মূল কথা



কেইটা আমি পালোঁ যে ইয়াত থাকিব লাগিব নিজা বৈশিষ্ট্য আৰু আমাৰ বিশ্বমুখী মনৰ প্ৰতিবিম্ব। এই হ'ল এককথা। তাৰ পাচত আমাৰ স্থাপত্য গঢ়িবলৈ যাওঁতে ভাবিব লাগিব আৰু এটা কথা। সেইটো হৈছে আমি তাত যিটো নিজা বৈশিষ্ট্য প্ৰকাশ কৰিম তাৰ ৰূপ হ'ব কি? আজি আমি প্ৰগতিবাদী ভাৰতীয়ই—অসমীয়াই থিৰ কৰিছোঁ যে, আমাৰ ৰাষ্ট্ৰ কোনো ধৰ্মৰ ওপৰত প্ৰতিষ্ঠিত হ'ব নালাগে। হ'ব লাগিব ধৰ্ম-নিৰপেক্ষ ৰাষ্ট্ৰ। আমাৰ সকলো ৰাজহুৱা জাতীয় বস্তুও হ'ব লাগিব সেয়েই। আমাৰ জাতীয় স্থাপত্য নিশ্চয় ধৰ্ম নিৰপেক্ষ হ'বই লাগিব। শেষত আমি আমাৰ স্থাপত্য গঢ়াৰ মূলকথা কেইটা পালোঁগৈ যে, ই হ'ব লাগিব বিশ্বমুখী—তাৰ পাচত জাতীয় বৈশিষ্ট্য, কিন্তু ধৰ্মনিৰপেক্ষ-অসাম্প্ৰ-দায়িক। এই কথাখিনি আমি বাঁহ, কাঠ, ইটা লোহা, চিমেণ্ট, টিন, চূণ, বালি আৰু ৰঙেৰে কিছুমান ঘৰ সজাৰ গঢ়-সাঁচৰ মাজেদি প্ৰকাশ কৰিব লাগিব আৰু তাকো কৰিব লাগিব এটা শিল্পীসুলভ ঐক্য ৰক্ষা কৰি, বিজ্ঞানসন্মতকৈ 'ইউটিলিটিক' বা আৱশ্যকতাক তাত প্ৰথম আৰু প্ৰধান আসনত বহুৱাই। সচাকৈয়ে আজি নৱভাৰতৰ স্থাপত্য বা নৱভাৰতীয় অসমীয়া, বঙালী বা মাৰাঠী স্থাপত্য এই আটাইকেইটাৰে সমন্বয়ত গঢ়ি তোলাটো আজি আমাৰ নতুন স্বাধীন ভাৰতীয় ৰাষ্ট্ৰ গঢ়াতকৈও এটা টান কথা হৈ পৰিছে। কিন্তু মহাকালক আমি কথা দিছোঁ, আমি নতুন ভাৰত গঢ়িম বুলি—অৱশ্যেই সেই নতুন অসমৰ স্থাপত্য আমি গঢ়ি মহাকালক সন্তুষ্ট কৰিব লাগিব। যদি তাকে কৰিব নোৱাৰোঁ মহাকালৰ বৰ নাপালে আমাৰ নতুন পৃথিৱীত ঠাই নাপাম। মাত্ৰ নতুন পৃথিৱী গঢ়া নতুন মানুহৰ আমি খৰিভাৰী আৰু পানী যোগনিয়াৰ হৈ থাকিব লাগিব যে ই ধ্ৰুৱ।

এতিয়া ওপৰত কৈ অহা থূলমূল কথা কেইটাৰ ওপৰত যদি প্ৰতিষ্ঠা কৰি আমি আমাৰ অসমীয়া নতুন স্থাপত্য গঢ়িব খোজোঁ তেন্তে প্ৰথমতে আমি বিশ্বস্থাপত্যৰ বৰ্তমান কি ৰূপ তাক চাব লাগিব। আমি পৃথিৱীৰ নৱতম স্থাপত্যৰ ফালে চালে দেখোঁ যে তাত আলঙ্কাৰিক আড়ম্বৰক একে-বাৰে বাদ দি নৈৰ্মাণিক গঢ় কেৱল মাত্ৰ সহজ সৰল 'ছিমেট্ৰীৰ' মাজেদি স্থাপত্যিক সৌন্দৰ্য্য ফুটাই তুলিব খুজিছে আৱশ্যকতাক প্ৰথম আৰু প্ৰধান স্থান দি। সৰলতাৰ সৌন্দৰ্য্যই হৈছে নৱতম বিশ্বস্থাপত্যৰ আদৰ্শ। ইয়াত সৌন্দৰ্য্য সৃষ্টি কৰিব খুজিছে কেৱল বিবিধ জ্যামিতি-পৰিধিৰ সমাবেশে। এই সমাবেশ বা ছিমেট্ৰীয়েই হৈছে নৱতম স্থাপত্যৰ প্ৰাণ বা

তাৰ পাচত থকা আঙ্কিক বাস্তৱ। এই সৌন্দৰ্য্য প্ৰকাশৰ মাজেদিয়েই ছিমেট্ৰীৰ সমাবেশৰ পৰিকল্পনা শিল্পীয়ে এনে সূক্ষ্ম চাতুৰ্য্যেৰে কৰিছে যে সেই সমাবেশেই মানৱৰ নৱতম সাংস্কৃতিক আদৰ্শকো ফুটাই তুলিছে। আজি পৃথিৱীৰ নানা দেশৰ মডাৰ্ণিষ্ট, কিউবিষ্ট, ফিউচাৰিষ্টিক্ আৰ্কি-টেক্‌ছাৰ দেখিলেই মানুহৰ মনলৈ এটা অভিনৱ কম্পন আহে। মানুহ জাতিটো যেন এটা নতুন আলোকৰ যুগলৈ ওলাইছে। ই আমাক নতুন দিনলৈ আঙুলিয়াই দিছে। আজি যি বিশ্বস্থাপত্য গঢ়ি উঠিছে এই বিশ্ব-স্থাপত্যৰ মূল কথাখিনি ঠিক ৰাখি আমেৰিকান, ইংৰাজ, জাৰ্মাণ, ৰুছিয়ানে তেওঁলোকৰ নিজৰ জাতীয় স্থাপত্যৰ যি বৈশিষ্ট্য সেই বিশ্বস্থাপত্যৰ গঢ়ত নিবহ-নিপানীকৈ জীণ যাব তেনে গঢ়, সাঁচ আৰু ঠাঁচ নিজৰ জাতীয় পুৰণি স্থাপত্যৰপৰা বাছি উলিয়াই সেই বিশ্বস্থাপত্যৰ জাতীয় বিচিত্ৰতাৰ বহণ খুৱাইছে। আজি তাকেই কৰিব লাগিব আমি ভাৰতীয়ই, অসমীয়াই, বঙালীয়ে, গুজৰাটীয়ে, মাদ্ৰাজীয়ে আৰু আন সকলোৱে। বিশ্বস্থাপত্যৰ নৱতম শ্ৰেষ্ঠ নিদৰ্শন যিবোৰ ইউৰোপ আমেৰিকাত প্ৰকাশ পাইছে তাক আমি সূক্ষ্মভাৱে পৰ্য্যবেক্ষণ কৰিলে দেখিবলৈ পাওঁ যে, এই বিলাকত আমাৰ পুৰণি ভাৰতীয় বিশেষকৈ হিন্দু আৰু বৌদ্ধ স্থাপত্যৰ বহুতো জ্যামিতিক গঢ় সন্নিবেশিত হৈছে। ইয়াৰে গুৰিৰ কথা বিচাৰিলে আমি পাওঁ যে, যিবোৰ শিল্পী-প্ৰতিভাই এই বিশ্বস্থাপত্যৰ নানান পৰিকল্পনা কৰিছিল আৰু কৰিছে তেওঁলোকে গোটেই পৃথিৱীৰেই স্থাপত্যসমূহ চালি-জাৰি চাইছে। ভাৰতীয় হিন্দু আৰু বৌদ্ধ স্থাপত্যৰপৰা আলঙ্কাৰিক ৰূপ নিপুণতাৰে আঁতৰাই তাৰ কেৱল মাত্ৰ জ্যামিতিক ৰূপ উলিয়াই চালে দেখোঁ যে তাৰ সৌন্দৰ্য্যৰ ৰৱভেঁটিটো পতা আছে অতি সহজ আৰু সৰল সমাবেশৰ পৰিকল্পনাত। সেই কাৰণেই নিশ্চয় বৰ্তমানৰ বিশ্বস্থাপত্যত ভাৰতীয় বৌদ্ধ আৰু হিন্দু স্থাপত্য মনিব পৰাকৈ জিলিকি আছে। কিন্তু এই বিশ্বস্থাপত্যই ইউৰোপত জনম লৈ আমাৰ আগলৈ অহাত আমি সাধাৰণতে ভাৰতীয় স্থাপত্যৰ অনুপ্ৰেৰণাও যে তাত আছে তাক ভাবি নোচোৱাৰ বাবেই আমাৰ চকুতো ধৰা নপৰে। কিন্তু পৃথিৱীৰ সকলো স্থাপত্যৰ বিষয়ে সূক্ষ্ম পৰ্য্যবেক্ষণ কৰা শিল্পীৰ চকুত ধৰা পৰে। বুদ্ধগয়াৰ মন্দিৰটোৰ গাৰপৰা যদি আমি সকলো অলঙ্কাৰ আঁতৰাই দিওঁ আৰু তাৰ মূৰত থকা টুপবোৰো খহাই পেলাই কেৱল তাৰ শুদ্ধ জ্যামিতিক ৰূপটো থওঁ তেন্তে দেখিম যে সি আজিকালি যি আধুনিক 'চাইনোটাফ্' সি প্ৰায় সেইটোৱেই। সেই কাৰণেই আমি যদি কওঁ যে বৰ্তমান বিশ্ব-স্থাপত্যৰ 'চাইনোটাফ্'ৰ পৰিকল্পনাটো বুদ্ধগয়াৰ বৌদ্ধস্থাপত্যৰ শিল্পীয়ে



অস্বীকাৰ কৰিবলৈ হাবাথুৰি খাব লাগিব। সেই দৰেই দাক্ষিণাত্যৰ মঠ-মন্দিৰবোৰ তাৰ আলঙ্কাৰিক ভাগৰ কাৰুকাৰ্য্যৰপৰা উলিয়াই আনি চালে সি আমেৰিকাৰ "স্কাই স্ক্ৰেপাৰ'ৰ মোমায়েকৰ পুতেক যেন হ'ব। এই দৰেই আমি উত্তৰ ভাৰতীয় কোনো মঠ-মন্দিৰৰ ওপৰৰ দ'লটো নাইকিয়া কৰি তাৰ অলঙ্কাৰ খহাই কেৱল বৈখিক ৰূপটো উলিয়ালে বাৰ্লিনৰ আধু-নিক স্থাপত্যৰ নিদৰ্শনৰ বিল্ল্ৰয়থেকৰ স্থাপত্যৰ সৈতে মিলি যোৱা যেন লাগিব। সেইদৰেই আধুনিক বিশ্বস্থাপত্যৰ বৈখিক পৰিকল্পনাত কতোবা প্ৰাচীন মিচৰীয়, কতোবা সিংহলীয়, কতোবা কাম্বোডীয়, কতোবা চীনদেশীয় স্থাপত্যৰ কোনো কোনো বিশেষত্বৰ সৈতে মিল ওলাব। বিশ্বস্থাপত্যকেই আমি হুবহু আমাৰ ভাৰতীয় স্থাপত্যৰ আদৰ্শ বুলি গ্ৰহণ কৰিলেও সচাকৈয়ে আমাৰ মনটো তাত প্ৰতিফলিত নহয়। আমাৰ আজিৰ স্থাপত্যত সেই বিশ্বদৃষ্টিভঙ্গী থকাৰ লগে লগে আমাৰ ভাৰতীয় আৰু অসমীয়াৰ বৈশিষ্ট্যও উজ্জ্বলভাৱে স্পষ্টকৈ জিলিকিব লাগিব। তাৰ বৈখিক সমাবেশতো আমাৰ নতুন ভাৰতীয় আৰু অসমীয়াৰ মনৰ মৌলিকত্ব ফুটি উঠিব লাগিব, সেয়ে হ'লেহে সি আমাৰ আজিৰ বা কাইলৈৰ স্থাপত্য হ'ব।

আমি আমাৰ স্থাপত্যক বিশ্বমুখী কৰাৰ আহিলা আৰু তাৰ পৰি-কল্পনাটো বিশ্বস্থাপত্যৰ বৰ্তমান নিদৰ্শনত পাইছোঁৱেই। এতিয়া আমি চাব লাগিব, আমাৰ পুৰণি ভাৰতীয় আৰু অসমীয়া স্থাপত্যৰপৰা তাৰে সৈতে খাপ খুৱাব পৰা কি কি অসাম্প্ৰদায়িক গঢ় পাওঁ। হিন্দুৰ পুৰণি মঠ-মন্দিৰ, বৌদ্ধস্তূপ আৰু মন্দিৰ, মুছলমানৰ মছজিদ, সমাধি আৰু বজাৰ কাৰেং আজি যদিও আমাৰ অলেখ আছে, তথাপিও আমি সেইবোৰৰ গঢ় একে উশাহতে লব নোৱাৰোঁ। সেইবোৰ স্থাপত্যৰ গঢ় এনেভাৱে সেই সেই ধৰ্ম আৰু সম্প্ৰদায়ৰ সৈতে সাঙোৰ খাই আছে যে তাক ব্যৱহাৰ কৰিলেই সাম্প্ৰদায়িক ছাঁ আহি আমাৰ স্থাপত্যত পৰিবই। অৱশ্যে যিবোৰ তাৰপৰা গ্ৰহণ কৰিলে আমাৰ নতুন পৰি-কল্পনাত জাতীয় বৈশিষ্ট্য ফুটাই তুলিবলৈ আমাক সহায় কৰিব তাক আমি বাছি বাছি সাৱধানে লব লাগিব।

বৃটিচ যুগৰ অসমত অসমীয়া স্থাপত্য বুলি একো এটা বস্তু নথকাৰ দৰেই। বৃটিচৰ যুগত আমাৰ যিবোৰ ৰাজহুৱা ঘৰ-বাৰী হ'ল সেইবোৰ আটাইবোৰেই এলিজাবেথীয়, ভিক্টোৰিয়ান যুগৰ ইংৰাজী স্থাপত্যৰ নিদৰ্শনৰ। চিলঙৰ লাট চাহাবৰ বঙলা, বিধান সভাৰ ঘৰ আদিৰো সেই একে অৱস্থাই। আমাৰ কাছাৰী ঘৰবোৰ সেই ইউৰোপীয় স্থাপত্যৰ

আদৰ্শৰেই। ভাৰতৰ কিছুমান ঠাইত বৃটিচৰ আমোলত আধুনিক ভাৰতীয় স্থাপত্য এটা গঢ়াৰ চেষ্টা চলিছিল। ইয়াত আমাৰ ভাৰতীয় শিল্পীতকৈও ইংৰাজ শিল্পীয়েহে বেচিকৈ ভাগ লৈছিল। বিলাতৰ ইণ্ডিয়া হাউচ আৰু দিল্লীৰ বৰলাটৰ ভৱনকে এই বিধ স্থাপত্যৰ ডাঙৰ নিদৰ্শন বুলি ধৰিব পাৰি। কিন্তু ইয়াত ভাৰতীয় মনৰ একোটো নাই। মাথোন ইউৰোপীয় আধুনিক স্থাপত্যৰ লগত পুৰণি ভাৰতীয় স্থাপত্যৰ গঢ়-সাঁচ ব্যৱহাৰ কৰি এটি বৃটিচ ভাৰতীয় ইম্পিৰিয়েল স্থাপত্যৰ গঢ় দিয়াৰ চেষ্টাহে আছে। শিল্পীৰ দৃষ্টিকোণৰপৰা এইবোৰৰ মূল্য কি সেই কথা বুৰঞ্জীলৈ এৰা হ'ল। ইয়াৰ বাহিৰেও ভাৰতীয় বৃটিচ যুগৰ আন সকলো স্থাপত্যই গ্ৰীচীয়, ৰোমীয় নাইবা গথিক স্থাপত্যৰ আংশিক নিদৰ্শনহে।

বৃটিচ যুগত ভাৰতীয় শিল্পীৰ ফালৰপৰাও অৱশ্যে এটা আধুনিক স্থাপত্য গঢ়াৰ চেষ্টা হৈছিল। সেইবোৰৰ নিদৰ্শন হৈছে প্ৰধানতে বৰোদাৰ লক্ষ্মীবিলাস প্ৰাসাদ, কাশী হিন্দু বিশ্ববিদ্যালয়, নিজামৰ ৰাজ্যৰ কিছুমান ঘৰ আৰু শান্তিনিকেতনৰ উত্তৰায়ণ। এইবোৰৰ বাহিৰেও ভাৰতৰ ডাঙৰ ডাঙৰ নগৰ-চহৰবোৰত ভাৰতীয় স্থাপত্য শিল্পীয়ে বৌদ্ধ-হিন্দু-মোগল স্থাপত্যৰ আলম লৈ তাতে 'কাল্চাৰিষ্ট' 'মডাৰ্ণিষ্ট' ইত্যাদিৰে এটা বুজাবুজি কৰি কিছুমান স্থাপত্যৰ নিদৰ্শন দিছে। সেয়ে হ'লেও সেইবোৰ ধৰ্মীয় বা সাম্প্ৰদায়িক স্থাপত্যৰ আলম লৈ কৰাত তাত সাম্প্ৰদায়িকতাৰ ভাব থাকি গৈছে। সেই কাৰণে আজি ভাৰতে যি ধৰ্ম নিৰপেক্ষ স্থাপত্য বিচাৰিছে তাক সেই স্থাপত্যৰ নিদৰ্শনে যোগাব পৰা নাই।

মুঠতে আমাৰ কাম্য নৱভাৰতীয় স্থাপত্য ভাৰতৰ কোনো ঠাইতেই আজিলৈকে গঢ়ি উঠা নাই। বৰ্তমানে দিল্লীৰ আমাৰ যিটো লোক-সভা ভৱন সিও বৃটিচ-ভাৰতীয় ইঙ্গ-ভাৰতীয় স্থাপত্য। তেন্তে আমাৰ স্বাধীন ভাৰতৰ জাতীয় স্থাপত্য কেনেকুৱা হ'ব? এইটোৱেই হৈছে স্বাধীন ভাৰতীয় স্থাপত্য শিল্পীৰ সমুখত ডাঙৰ প্ৰশ্ন। স্বাধীন অসমীয়াৰো সেই একেটা প্ৰশ্নই। এতিয়া আমি আজিৰ বা কাইলৈৰ আমাৰ স্থাপত্য গঢ়িব লাগিব বিশ্বস্থাপত্য ভাৰতীয় নৱস্থাপত্যৰ কোলাতে, অসমীয়া স্থাপত্যিক অসাম্প্ৰদায়িক বিশেষত্ব ফুটাই তুলি। তাৰ বাবে আমি মঠ-মন্দিৰৰ ওচৰলৈ গ'লেই মস্কিল কিন্তু আমাৰ ৰংঘৰ, কাৰেংঘৰ, তলাতল ঘৰ আদিৰ কাষত হাত পাতিব পৰা যেন লাগে। আমাৰ স্থাপত্যৰ গঢ়ৰ বিশেষত্বৰ বাবে অসমীয়া গহনা-গাঠৰি, অসমীয়া কাঁহী-বাটি, অসমীয়া কাপোৰত বছা ফুলৰ চানেকি আদি তন্ন তন্ন কৰি চাব লাগিব। তাৰ উপৰি



আমাৰ অসমৰ জনজাতীয় বৈচিত্ৰ্যৰ মাজৰপৰা আমি যথেষ্ট অসাম্প্ৰদায়িক উপকৰণ পাম। অসমীয়া কেঁচৰছা আৰু নগা মণিপুৰী কেঁচৰছা চানেকিবোৰ এনে আচৰিত ভাৱে বৰ্তমান কিউবিষ্ট আৰু মডাৰ্ণিষ্ট আৰ্টৰে সৈতে মিলে যে সেইবোৰ দেখিলে আজিকালি কিউবিষ্ট আৰু মডাৰ্ণিষ্টে তাক আমাৰ বিহা-মেখেলাৰ পাতলিৰপৰা আৰু নগা পৰ্বতৰপৰা চুৰকৈ নি ইউৰোপত মেলা যেন বোধ হ'ব। সেইদৰেই আমাৰ সকলো পুৰণি সংস্কৃতিৰ সমল সম্পদ চালি-জাৰি চালে নতুন দিনৰ নতুন বস্তু গঢ়িবলৈ আমি ভালকৈয়ে আহিলা পাম। সেই কাৰণেই নতুন দিনৰ সংস্কৃতি গঢ়িবলৈ ওলোৱাৰ সময়ত পুৰণি খোঁৱা-চাং বিচাৰি চলাথ কৰি য'ৰ যি বস্তু যেনেকৈ যি অৱস্থাত আছে তাক সেইভাৱে আনি নতুন চাকিৰ পোহৰত থৈ সূক্ষ্মভাৱে চাব লাগিব। সনাতন বস্তুৰ মূল্যৰ বস্তুখিনি নতুন সংস্কৃতি সৃষ্টিৰ কাৰণে ৰাখি, বাকী থকা ধুনীয়া বস্তুখিনিৰ মোহ এৰি সেইবোৰক যাদুঘৰত থবলৈকো মনত দৃঢ়তা হ'ব লাগিব। যিখিনি সাংস্কৃতিক বস্তুক আমি নতুন দিনৰ জীৱন্ত আহিলা হিচাবে নাপাওঁ সি যিমানেই আমাৰ মৰমৰ হওক লাগিলে তাক এৰিব লাগিব; আমাৰ অতি মৰমৰ মানুহৰ জীৱ নাইকিয়া হ'লে দেহটোৰ মায়া ত্যাগ কৰি যেনেকৈ সেই শটো পুৰি বা পুতি থওঁ সেইদৰেই পুৰণি সংস্কৃতিৰ প্ৰাণ নথকা বস্তুখিনিকো আমি তাৰ মায়া এৰি যাদুঘৰতহে থব লাগিব। পুৰণি মানুহ বুঢ়া হৈ তাৰ প্ৰাণ নাইকিয়া হ'লে যেনেকৈ কাঠসংস্কাৰ কৰিব লাগে তেনেকৈ পুৰণি বস্তুকো ত্যাগ কৰা বাঞ্ছনীয়। কিন্তু জীয়াই থকা যি জ্ঞানী বুঢ়া মানুহ তেওঁৰ শুভ্ৰকেশ থকা বাবে আমি যেনেকৈ নতুন দিনতো তেওঁৰ সনাতন মূল্যৰ উপদেশ লৈ আগবাঢ়ি যাওঁ ঠিক সেইদৰে যিখিনি পুৰণি সাংস্কৃতিক সমলে আমাৰ নতুন সংস্কৃতি গঢ়িবলৈ সহায়ক হ'ব সেইখিনিক নিশ্চয় আমি শিৰত তুলি লবই লাগিব। এনে মূল্যবান বাহানি আপুৰুগীয়া সমল আমাৰ অসমীয়া সংস্কৃতিত যথেষ্ট আছে। আমি তাক লবই লাগিব।

আমাৰ নতুন ভাৰতীয় তথা অসমীয়া স্থাপত্য কেনেকুৱা গঢ়ৰ হ'ব সেই বিষয়ে প্ৰথমে ভাবিবলৈ আৰম্ভ কৰোঁ মই বিলাতত থকা কালতেই। তেতিয়া লণ্ডনত ইণ্ডিয়া হাউচ সজা হ'ব ধৰিছে, আৰু ভাৰতত নয়াদিল্লীৰ নিৰ্মাণ কাৰ্য্য চলিব লাগিছে। সেই সময়তে লণ্ডন মহানগৰীত মডাৰ্ণিষ্ট কিউবিষ্ট আদি স্থাপত্যৰ আদৰ্শেৰে ঘৰ-বাৰী নকৈ সাজিবলৈ আৰম্ভ হৈছে। তেতিয়াই স্বাভাৱিকতে আমি ভাৰতীয় ল'ৰাবিলাকে, বিশেষকৈ যি বিলাকে গান্ধী আন্দোলনত নামি স্বাধীনতাৰ এটা পিয়াহ বুকুৰ ভিতৰত লৈ

ফুৰিছিলোঁ, সেইবিলাকে ভাৰতীয় স্থাপত্য—অকল স্থাপত্যই নহয়, ভাৰতে কি সংস্কৃতি-সভ্যতা জগতৰ আগত দাঙি ধৰিব তাক দকৈ চিন্তা কৰিবলৈ চেষ্টা কৰিছিলোঁ। বিলাতত থাকোঁতে আৰু তাৰ পাচত ইউৰোপ-ভ্ৰমণৰ কালত মই গ্ৰীচীয় ৰোমীয় গথিক আদি সকলো পুৰণি ইউৰোপীয় স্থাপত্যৰ নকৈ হোৱা ঘৰবোৰ বৰ মনোযোগেৰে চাই ফুৰিছিলোঁ। তাৰ লগে লগে সেই বিষয়ে জানিবৰ কাৰণে যিবোৰ সাহিত্য পঢ়িব লাগে তাকো বহলাই পঢ়িবলৈ চেষ্টা কৰিছিলোঁ। ইউৰোপৰপৰা উভতি আহোঁতে মই কনষ্টাণ্টিনেপল, মছোল, বাগদাদ, কাৰবালা, পুৰণি বেবিলন, বছোৰা এইবোৰ চহৰত ইছলামীয় স্থাপত্য নিদৰ্শন, খলিফাৰ দিনৰ মছজিদ আৰু আন আন স্থাপত্যৰ নিদৰ্শনৰ ঘৰ-বাৰীবোৰ প্ৰত্যক্ষে চাই তাৰ বিষয়ে জানিবলৈ চেষ্টা কৰিছিলোঁ। মই উত্তৰ ভাৰত, মধ্যভাৰতৰ বহু চহৰলৈ গৈছোঁ আৰু তাৰ পুৰণি হিন্দু, বৌদ্ধ আৰু মোগল স্থাপত্যৰ চানেকিবোৰো চাইছোঁ। ইয়াৰ বাহিৰে সিংহলীয়, দক্ষিণ ভাৰতীয় (কাৰ্ণাটিক), পূৱ এচীয়, মঙ্গোলীয় আৰু ৰুছীয় আদি পৃথিৱীৰ ন আৰু পুৰণি যাবতীয় স্থাপত্যৰ নিদৰ্শন, ছবি, সাহিত্য আৰু বিশেষকৈ বোলছবিৰ যোগেদি মোৰ চিনাকি হৈছে। ইয়াৰ উপৰিও ডঃ আনন্দকুমাৰ স্বামী আৰু ভাৰতীয় স্থাপত্যৰ বিষয়ে জনা ইংলিচমেন হাভেলৰ মতামতৰ বিষয়েও মই ভালকৈ অৱগত হ'বলৈ চেষ্টা কৰি, আজিলৈকে ভাৰতৰ নতুন স্থাপত্য কি গঢ়েৰে গঢ়িব খুজিছে তাকো লক্ষ্য কৰি, আমি নৱভাৰতীয় স্থাপত্য আৰু অসমীয়া স্থাপত্যৰ বিষয়ে সপোন দেখি আহিছোঁ।

এইখিনিতে আৰু এটা কথা কোৱা ভাল হ'ব যে অসমীয়া সংস্কৃতিৰ প্ৰাণস্বৰূপ শ্ৰীশঙ্কৰদেৱৰ জন্মস্থান বৰদোৱাত যিটো নামঘৰ আছে সি আড়ম্বৰবৰ্জিত আৰু তেনেই সহজ সৰল, কেৱল মণিকূটৰ ওপৰত দ'ল আৰু নামঘৰটো। দ'লটো বাদ দিলে তাৰ বৈখিক ৰূপ বাৰ্লিনত সজা মেক্সৰাইনহাৰ্টৰ জনতাৰ থিয়েটাৰ ( Valkishe The tre ) ঘৰৰ লগত মিলাব পাৰি। আমাৰ নামঘৰত থকা সিংহাসনৰ সিংহবোৰ একৱাই পেলালে তাত আজি কালিৰ কিউবিষ্ট পৰিকল্পনা, ডাৱৰ নোহোৱা আকাশৰ জোন জিলিকাদি জিলিকি পৰে। অসমৰ যিবোৰ নামঘৰ এতিয়াও পুৰণি স্থাপত্যৰ আহিৰে সজা হৈছে সেইবোৰ এনেকুৱাই। তেনেহলে অসমীয়া স্থাপত্যৰ এটা প্ৰধান নিদৰ্শন বুলি যদি আমি নামঘৰবোৰক ধৰোঁ তেন্তে দেখাতেই সি সহজ সৰল ৰৌপিক সৌন্দৰ্য্যৰ ওপৰত প্ৰতিষ্ঠিত। তাৰ টুপটুপলি, অলঙ্কাৰৰ আড়ম্বৰ নাই। অসমীয়া নামধৰ্ম যেনেকৈ সহজ সৰল দৰ্শনৰ ওপৰত প্ৰতিষ্ঠিত অসমীয়া নামঘৰৰ স্থাপত্যও



তেনেকুৱাই। তেন্তে আজি অসমীয়া স্থাপত্যৰ আদৰ্শও সেই সহজ সৰল ৰৌপিক সৌন্দৰ্য্যত হ'ব লাগিব। অতি আচৰিত কথা যে শ্ৰীশঙ্কৰদেৱৰ এই নামঘৰৰ সহজ সৰলতাই আজি বিশ্বস্থাপত্যৰ আধুনিক আৰু ভাৱিষ্যিক্ ৰূপৰো আদৰ্শ। সেইকাৰণেই ৰবীন্দ্ৰনাথৰ উত্তৰায়ণ বা বেলুৰ মঠ বা কাশীৰ হিন্দু বিশ্ববিদ্যালয়ৰ স্থাপত্যৰ নিদৰ্শন অসমীয়া স্থাপত্যৰ আদৰ্শ হ'বই নোৱাৰে। বিশ্বস্থাপত্যৰ বৰ্তমান আদৰ্শৰ ফালৰপৰা চাবলৈ গ'লে আমাৰ নামঘৰৰ ৰৌপিক পৰিকল্পনা আজি পাঁচশ বছৰ আগতো আগবাঢ়িহে আছিল। তাৰমানে আজি আমি হিন্দু বিশ্ববিদ্যালয় বা তেনে ধৰণৰ আলঙ্কাৰিক বা অৰ্ধ আলঙ্কাৰিক স্থাপত্য বিচাৰিলে আকৌ শঙ্কৰীযুগৰ পিচলৈহে যাব লাগিব।

আদৰ্শত গান্ধীসংস্কৃতি শ্ৰীশঙ্কৰদেৱৰ আদৰ্শৰ সৈতে একেই। গান্ধী-প্ৰতিভাই আজি বৃটিচ সাম্ৰাজ্যৰ সৈতে সংগ্ৰাম কৰি যদিও এটা বিৰাট আয়তন পাইছে আৰু বিশ্ববিশ্ৰুত হৈছে তথাপিও চিন্তাৰ ফালৰপৰা শঙ্কৰ-প্ৰতিভাও সেই একে মহত্তৰেই পৰিচায়ক। আজি যদি ভাৰতীয়ই গান্ধী-সংস্কৃতি লবলৈ যায় তেন্তে নৱভাৰতীয় স্থাপত্যৰ আদৰ্শও সেই শ্ৰীশঙ্কৰ-দেৱৰ নামঘৰৰ সহজ সৰল চানেকিৰেই হ'ব লাগিব। অৱশ্যে শিল্পীয়ে সেই সহজ সৰলতাৰ মাজেদিয়েই আমাৰ আগৰ নামঘৰতকৈ অভিনৱ বৈচিত্ৰ্যপূৰ্ণ ঘৰ-বাৰী সাজি উলিয়াব লাগিব। শ্ৰীশঙ্কৰদেৱৰ আদৰ্শও সৰলতা, মহাত্মা গান্ধীৰ আদৰ্শও সৰলতা আৰু নৱতম জনজীৱনৰ বিষয়ে যি সাম্যবাদী আদৰ্শই পৃথিৱীত ৰূপ লৈ ওলাইছে সেইবোৰৰ আদৰ্শও সৰলতাই। এতেকে নৱভাৰতীয় তথা অসমীয়া স্থাপত্যও প্ৰতিষ্ঠিত হ'ব লাগিব সৰল সহজ ৰৌপিক পৰিকল্পনাৰ ওপৰতেই।

যি সকল শিল্পীয়ে পাৰে অঙ্কনৰ যোগেদি আৰু যিসকলে আঁকিব নাজানে তেওঁলোকে তাৰ সমালোচনা দি আমাৰ নতুন অসমীয়া স্থাপত্যৰ ৰূপ উলিয়াবলৈ চেষ্টা কৰক। অসমীয়া বৈজ্ঞানিক ইঞ্জিনীয়াৰ আদিয়ে তাত বাস্তৱ ৰূপ দিয়ক। আজি অসমীয়া জীৱনত এক অগ্নি মুহূৰ্ত উপ-স্থিত। এই মুহূৰ্ততেই আমি ভৱিষ্যতৰ ভাৰতবৰ্ষত অসমীয়া জাতিৰ বাবে এখন সুউচ্চ আসন উলিয়াই থব পাৰিব লাগিব। অসমৰ স্থাপত্যৰ যোগেদি যদি আমি এক নৱভাৰতীয় স্থাপত্যৰ আহি দাঙি ধৰিব পাৰোঁ তেন্তে আমি সদৌ ভাৰতকে এই বিষয়ত বাট দেখুৱাব পাৰিম।

বৃটিচ যুগৰ আৰম্ভণিতে বঙালী আৰু মাৰাঠীয়ে ভাৰতৰ সাংস্কৃতিক জীৱনৰ নেতৃত্ব কৰিছিল। আজি আমি অসমীয়ায়ো তাকে কৰিব পাৰিম বুলি মোৰ মনত দৃঢ় বিশ্বাস হৈছে। যোৱা বিয়াল্লিছৰ আন্দোলন যেতিয়া

ভাৰতৰ আন আন প্ৰদেশত নুমাই, গ'ল, তেতিয়াও তাৰ অগ্নি অসমৰ মৃত্যু-বাহিনীৰ ডেকা-ডেকেৰীয়ে জ্বলাই থৈছিল অসমৰ গাঁৱে-ভূঁঞে, হাবিয়ে-বননিয়ে বহু দিনলৈকে। যি জাতিটোৰ বুকুৰ অগ্নি আন আন ভাৰতীয়তকৈও প্ৰচণ্ডভাৱে জ্বলিব পাৰে, আজি আত্ম-বিস্মৃতিৰপৰা সাৰ পাই উঠা এই জাতিটোৰ মনৰ অগ্নিও অৱশ্যেই জ্বলি উঠিব--মাঘৰ বিহুৰ মেজিৰ জুইকুৰাৰ দৰেই। কোনে ক'ব পাৰে কাইলৈ অসমীয়া প্ৰতিভাৰ জুয়ে বিশ্বক আলোকিত কৰি নুতুলিব বুলি? এই জাতিটোৰ 'কোৱালিটী' নাথাকিলে কি হ'ল—ইয়াৰ 'কোৱালিটী' যে সোণ-সেৰীয়া আৰু হীৰা-মূলীয়া তাক বুৰঞ্জীয়ে চিঞৰি কৈ আছে। আজি অসমীয়া ল'ৰা-ছোৱালীয়ে বুকুৰ তেজেৰে স্বাধীনতাক নোৱাই-ধুৱাই সিংহাসনত বহুৱাইছে। সিহঁতৰ প্ৰতিভাৰ সুবাসিত পদুমেৰে সিহঁতে আজি পূজা কৰিব সেই স্বাধীনতাক আৰু তাৰ বৰ লৈ জগতৰ পদূলিয়েদি অসমীয়া প্ৰতিভাৰ নৱ শোভাযাত্ৰা আগ বাঢ়ি যাব। আজি আমাৰ দেশ নিৰ্মাণৰ গুৰি ধৰোঁতাসকলে চাব লাগিব কেনেকৈ ইমান দিনে একো ডাঙৰ সুযোগ নোপোৱা অসমীয়া শিল্পীসকলৰ প্ৰতিভাই, অসমীয়া বৈজ্ঞানিক আৰু ইঞ্জিনীয়াৰসকলে কেনেকৈ নিজৰ শিল্প-প্ৰতিভা আৰু নিৰ্মাণ-কৌশল ভাৰতক দেখুৱাবলৈ সুবিধা পায়, সুবিধা আৰু সুযোগ নাপাই মৰামুজা হৈ থকা প্ৰতিভাই কেনেকৈ ঠন ধৰি উঠিব পাৰে।

জোনাকী যুগৰ চাকি জ্বলাওঁতা চন্দ্ৰকুমাৰে জোনাকীৰ আত্মপৰিচয়ত লিখিছিল—"অসমীয়া জাতিৰ প্ৰতিভা ভাগ্যৰ জাপৰ তলত সোমাই আছে। সুযোগ আৰু সুবিধা পালেই এদিন ই ভমকাই উঠিবই উঠিব।"

আজি স্বাধীনতাই আমাৰ সেই ভাগ্যৰ জাপ মুকলি কৰি দিছে। আজি অসমীয়াৰ প্ৰতিভা ভমকাই জ্বলি উঠাৰ মাহেন্দ্ৰ ক্ষণ। সেই মনীষীৰ ভৱিষ্যত বাণীয়ে আজি দিঠকত ৰূপ লওক। লক্ষ্মীনাথৰ মহাবাণী সাৰ্থক হওঁক—

"বাজক ডবা বাজক শঙ্খ
বাজক মৃদঙ্গ খোল,
অসম আকৌ উন্নতি পথত
জয় আই অসম বোল।"

# হাতেলিখা পুথি

## বেণুধৰ শৰ্মা

যি দেশ যিমান প্ৰাচীন আৰু উন্নত সেই দেশৰ সাহিত্যও সিমান চহকী আৰু ভিন ভিন জ্ঞান-বিদ্যাৰ সমলেৰে শকত-আৱত। উঠা-পৰা জগতৰে নিয়ম। আজি যি জাতি উন্নতিৰ কলচীত থিয় হৈ জগতক জলক-তবক লগাইছে, কাইলৈ আকৌ দেখিব অৱনতিৰ অতল তলিত পৰি সেই জাতিবেই একেবাৰে নাম নোহোৱা হৈছে। কিন্তু জাতীয় পৰাক্ৰম বিলুপ্ত হ'লেও সামাজিক অস্তিত্ব থাকি যায়। সেই সমাজে জয়-জয় ময়-ময় অৱস্থাত যি সাহিত্য সৃষ্টি কৰে সেই সাহিত্য কেতিয়াও নিশ্চিহ্ন হ'ব নোৱাৰে; তাৰ অৱশেষ ৰৈ যায়। সেই অৱশেষেই পতিত জাতিৰ অন্তৰত অনুপ্ৰেৰণাৰ জোঁকাৰ একোটা মাৰি অতীত গৌৰৱ আৰু সভ্যতালৈ মনত পেলাই দিয়ে। আমাৰ সাঁচিপতীয়া পুথিবিলাকো এনে অৱশিষ্ট গৌৰৱৰে চানেকি।

অসমৰ ভৌগোলিক-ঐতিহাসিক অৱস্থান আৰু অসমীয়া সংমিশ্ৰণ পৰিস্থিতি যেয়ে এবাৰ ভালকৈ গমি-পিটি বিচাৰ কৰি চাইছে সেয়ে দেখিবলৈ পাইছে যে, ভাৰতৰ ভিতৰত অসম এখন অতি পুৰণি দেশ আৰু ইয়াৰ সমাজো অতি পুৰণিকলীয়া। সমাজ প্ৰাচীন হোৱা বাবেই পুৰুষে পুৰুষে সৃষ্টি হোৱা বা অৰ্জন কৰা নাইবা উপলব্ধি কৰা জ্ঞান-বিভূতিৰ ফলৰাশি নিহিত থাকি যায় প্ৰাচীন হাতেলিখা পুথিবিলাকত। এই পুৰণি পুথিৰ সাহিত্যত (ক্লাছিকচ্) গইনা লৈহে আধুনিক সাহিত্যই গা আৰু গৌৰৱ কৰিব পাৰে। এয়ে সকলো উচ্চ আৰু উন্নত সাহিত্যৰ স্বাভাৱিক নিয়ম। একেদিনাই কোনো সাহিত্য স্বয়ম্ভূ হৈ উদয় হোৱা নাই আৰু হ'বও নোৱাৰে। অসমীয়া ভাষা-সাহিত্যও, সেইৰূপে, একেদিনাই যে উদ্ভৱ হোৱা নাই, আগৰ দিনত আমাৰ মানুহে লিখি থৈ যোৱা পুথিবিলাকেই তাৰ সাক্ষী।

সেইবিলাক পুথি লিখা হৈছিল তুলাপাতত, বাঁহপাতত, মাদুৰিবনৰ লেখিয়া পাতত আৰু সাঁচিপাতত। ভাৰতৰ অন্যান্য ভাষাত কাগজক

তুলাপাত বোলেনে নোবোলে ক'ব নোৱাৰোঁ ; অসমত হ'লে অনন্ত কালৰ-পৰাই তুলাপাত শব্দটো চলি আহিছে। মহাবলী আলেকজেণ্ডাৰে ভাৰত আক্ৰমণ কৰে খৃষ্টাব্দৰ ৩২৭ৰ পূৰ্বেই। তেওঁৰ লগত অহা সেনাপতি নিৰ্য়াকচে পশ্চিম ভাৰতত তুলাৰে কাগজ কৰা দেখি গৈছিল। তুলাৰে যে কাকত কৰা হৈছিল, এই কথাষাৰ আজিও অসমীয়া ভাষাইহে জীয়াই ৰাখিছে। ইয়াৰ দ্বাৰাই এইটোৱেই প্ৰমাণ হয় যে, অন্ততঃ যীচুখৃষ্টৰ ৪০০ বছৰমানৰ আগতে অসমীয়া ভাষা কওঁতাসকলে তুলাপাত ব্যৱহাৰ কৰিছিল। অকল তুলাপাততেই যে আখৰ লিখা হৈছিল এনে নহয় ; কোমলদৈ বাঁহৰ চোঁচ উলিয়াই তাৰেও তুলাপাত কৰি লোৱা হৈছিল। তাত বাদেও এবিধ মাদুৰিবনৰ পাতৰ নিচিনা দীঘল আৰু তাতকৈ অলপ বহল এবিধ বনৰ পাতত পুথি লিখা হৈছিল। ভুটীয়াই অনা ভুজপত্ৰতো কোনো কোনো সময়ত মন্ত্ৰ লিখি তাবিজত সুমুৱাই লোৱা অভ্যাস আছিল। অসমৰ নিচিনা জেকা জলবায়ুৰ দেশত সাঁচিপাতক লিখা কাকত কৰা ৰীতি আৰু প্ৰচলন সকলোতকৈ পুৰণি আৰু ব্যাপক আছিল। অসমৰ বাহিৰে সাঁচি-গছ আন ঠাইত নহয়। সেই সাঁচিগছৰ পাতত লিখা পুথি যাউতিযুগীয়া। সাঁচিপতীয়া পুথি দেখিলেই সেই পুথি অসমৰ বুলি নিসন্দেহে ক'ব লাগিব। সাঁচিপাতত পুথি লিখা নিয়মটো যে খৃষ্টীয় সপ্তম শতিকাৰ আগৰেপৰা আছে তাক আমি বুৰঞ্জীৰপৰা জানিব পাৰোঁ; কুমাৰ ভাস্কৰবৰ্মাই কটকী হংসবেগৰ হাতত উত্তৰ ভাৰতৰ চক্ৰৱৰ্তী ৰজা শ্ৰীহৰ্ষবৰ্ধনলৈ যি বিলাক উপঢৌকন পঠিয়াইছিল, তাৰ ভিতৰত 'অগৰুত্বক নিৰ্মিত পুস্তিকা' অৰ্থাৎ সাঁচিপতীয়া পুথিও আছিল বুলি হৰ্ষ-চৰিতত লিখা আছে।

সাঁচিপাত সাঁচি নামেৰে এবিধ গছৰ বাকলি। সাঁচিপাত লিখিবৰ উপযোগী কৰাৰো এটি পদ্ধতি আছে। সেই পদ্ধতি অসমতহে জনা আছে। বুঢ়া সাঁচিগছৰ বাকলি গছৰপৰা এৰুৱাই আনি ধোঁৱাচাঙত শুকুৱাই থব লাগে। শুকাই কৰ্কৰীয়া হ'লে খাৰণিত খাৰ কাঢ়ি বাকলিবোৰ আকৌ শুকুৱাব লাগে। তাৰ পাচত সেইবোৰ পুথিৰ জোখমতে কাটি, চেঁচুৰে চাঁচি-চাঁচি, বাকলিৰ নিকৰিবোৰ পেলাই দিব লাগে। ঝাও (শিল) মাৰি পাতবোৰ মিহি কৰি আকৌ শুকুৱাব লাগে। এইবেলি পাত-খিনি হেঁচা দি থব লাগে। তাৰ পাচত, ঘিলা মাৰি সমান কৰি মাটিমাহৰ ৰসেৰে বোলাই হাইতাল ঘঁহিব লাগে। ঘঁহা হৈ গ'লে, পাতবোৰ জাপি-জুপি, কুটনীৰে জুখি, মাজতে বিন্ধা এটা দিয়া হয়। সেই বিন্ধাটোক পুথিৰ নাভি বা 'নাই' বোলে। নাইটোত জৰী সুমুৱাই পুথিখনহঁত কটকটীয়াকৈ বান্ধি থব পাৰি।



পুথি লিখাৰ সঁজুলি আছিল কাপ, মহীচুঙা, কুটনী, আঁকমাৰি আৰু বিন্ধনা। লেকেচীয়া বাঁহৰ বা ঢেঁকীয়াৰ নাইবা খাগৰি কাপেৰে লিখিব লাগিছিল। চিঞাহীক বুলিছিল মহী আৰু চিঞাহী থোৱা পাত্ৰটোক বুলিছিল মহীচুঙা বা মৈলাম। সেই চিঞাহী তৈয়াৰ কৰা হৈছিল এইদৰে— চৰুছাই বা ৰৰা-চাউলৰ ছাই, কেহাৰাজৰ ৰস, লোৱাচুৰ, গৰুমূত, শিলিখা, আমছাল, জামছাল, এইবোৰ বস্তু একেলগে লৈ কেৰাহীত সিজাই মাটিৰ চৰু এটাত ভৰাই নিয়ৰত থৈ দিব লাগে। চৰুটোৰ বাহিৰে যি ৰস ঘামি ঘামি নিগৰি ওলাব সেয়ে অসমীয়া মহী। এই মহীৰে লিখা আখৰৰ বোল পানী নপৰিলে কেতিয়াও মাৰ নাযায় ; কত বছৰলৈকে যে ফটফটীয়া হৈ থাকে এতিয়াও নিৰ্ণয় কৰিব পৰা নাই। এনেকুৱা কাপ-মহীৰেই পুৰণি কামৰূপত বিস্তৰ সাঁচিপতীয়া পুথি লিখা হৈছিল।

লিখন কাৰ্য্য কৰোঁতাসকলৰ নাম আছিল লিখক বা লিখাৰু। যি প্ৰথমতে লিখিছিল তেওঁক বোলা হৈছিল লেখক বা লেখোঁতা নাইবা লেখাৰু। লিখাৰু পদে নকলকাৰক আৰু লেখাৰু পদে ৰচক বুজাইছিল। লেখক লিখকৰ প্ৰভেদ ৰাখি লিখকে অৰ্থাৎ নকলকাৰকে পুথি সামৰণিত এইদৰে লিখি থৈছিল—

"যথা দৃষ্টং তথা লিখিতং লেখকে নাস্তি দূষণং।"

পুথি লেখকৰ যে কৰই নালাগে, লিখকৰো যিহে লেকেটা পৰিশ্ৰম আৰু আমনি লগা অধ্যৱসায় ! একোখন বিৰাট পুথি দেখিলে, পুথি লিখকৰ সেই গুণৰ প্ৰতি শ্ৰদ্ধাত আপোনা-আপুনি মূৰ দোঁ-খাই যায়। ছপা আখৰৰ দৰেই এই হাতেলিখা পুথিৰ আখৰবোৰ নিমজ আৰু মলথু যেন, আৰু শাৰীবোৰ পোন, ক'তো বেঁকা-বেঁকি নাইবা লেপ-থেপ নহয়। হাজাৰ বাৰশ পাত লিখিলেও এটা আখৰো উঠা-পৰা নহয়, নাইবা এটি আকাৰ-ইকাৰো পৰি নাযায়। লিখকে কঁকাল কুঁজাকৈ, গলধন চপৰাই, বুকু থৰকৈ, তললৈ মূৰ কৰি, বৰ দুখেৰে, গজমুঠীয়া কাপেৰে পুথি একোখন লিখি 'পুত্ৰৰ দৰে লালন-পালন কৰিব' বুলি এই শ্লোকটি লিখি লিখাওঁতাজনলৈ আৰু পঢ়োঁতাসকললৈ বৰ আশাৰে অৰ্পণ কৰিছিল—

"ভগ্নপৃষ্ঠ কটি গ্ৰীৱ স্তব্ধ দৃষ্টি ধৃত ব্ৰত
যত্নেন লিখিতাং পুস্তিং পুত্ৰৱৎ প্ৰতিপালয়েৎ।"

পুথি লিখা বাবে লিখাওঁতাজনে লিখকক বৰ ভক্তিভাৱে, পুথিৰ আকাৰ অনুসৰি, একো টকাকৈ কানি, পাঁচ টকাকৈ ৰূপ আৰু পাটৰ বা মুগাৰ একোসাজকৈ কাপোৰ দান কৰিছিল। অৱশ্যে এই দান-দক্ষিণা প্ৰাচীন কালৰেপৰা আছিল যদিও, ওপৰত কোৱা দানৰ বস্তুকিটা পোন প্ৰথম অসমীয়া অভিধান লেখোঁতা যাদুৰাম ডেকা বৰুৱাই তেওঁৰ পুৰোহিত লিখকক দিয়া বুলি এঠাইত লিখা আছে।

ৰামসৰস্বতী, কণ্ঠভূষণ, কবিৰাজ চক্ৰৱৰ্তী প্ৰমুখ্যে প্ৰাচীন অসমীয়া কবিকুলক পুথিলেখা আৰু লিখা বাবেই কোঁচ আৰু আহোম ৰজাসকলে সিবিলাকৰ পৰিয়াল ভৰণ-পোষণ কৰিবলৈ আৰু আলপৈচান ধৰি সিবিলাকৰ জীৱন নিৰ্বাহৰ পথ সুগম কৰিবলৈ তামৰ ফলি মাৰি এজনীয়াকৈ মাটি আৰু পাইক দান দিছিল। কমতেশ্বৰ দুৰ্লভনাৰায়ণ, মহাৰাজ নৰনাৰায়ণ আৰু স্বৰ্গদেও ৰুদ্ৰসিংহ, শিৱসিংহ, ৰাজেশ্বৰসিংহ প্ৰমুখ্যে আহোম ৰজাসকলৰ পুথি লেখোৱা পৃষ্ঠপোষকতা বুৰঞ্জী প্ৰসিদ্ধ। ৰামসৰস্বতীয়ে ইমানবিলাক পুথি লিখিছিল যে দৰঙীৰজাৰ ঘৰলৈ নিওঁতে সেই বিলাক ম'হৰ গাড়ীত ভৰাইহে নিব পৰা হৈছিল। ছপাপুথি ওলোৱা বহুদিনৰ পিচলৈকে হাতেলিখা সাঁচিপতীয়া পুথিলৈ অসমীয়া মানুহে ইমান ভয়-ভক্তি কৰিছিল যে সেই পুথিত কালিকা আছিল বুলি সেৱা জনাইছিল। বাহী গাই পুথি নুছুইছিল। আৰু থবৰ সময়তো আছুতীয়াকৈ থাপনা, ঠগা বা কৰণিত সামৰি সুতৰি থৈ দিছিল। পুথিৰ প্ৰতি মানুহৰ ইমান ভক্তি আছিল যে পুথিৰ ভিতৰত সোমাই থকা বিষাল চেলা একোজনীকো সৰস্বতী চেলা নাম দি নামাৰি বা নমৰাকৈ নূৰত লৈ এৰি দিছিল। 'ক' বুলিব নজনা মুৰাৰি নামৰ ভকত এজনে ৰত্নাৱলী পুথি পঢ়িবলৈ যাওঁতে মাধৱদেৱে মহাপুৰুষে কৈছিল, "পুথি পঢ়োঁতে আৰু থওঁতে মান-সৎকাৰ কৰিব লাগে। আনৰ পুথি আনিলে কড়ি-একঁড়া দিহে আনিব লাগে। সামৰি থওঁতে সেৱা কৰি থব লাগে।"

পুথিৰ পাতবোৰ বন্ধা হয় যদিও পঢ়োঁতে খিলা-খিলাকৈ বা খন-খনকৈ উলিয়াই পঢ়িব লাগে। সেইদেখি, পুথি শব্দত সংখ্যাবাচক বিশেষণ 'খন' ব্যৱহাৰ কৰা হয়। আৰু কিতাপৰ হ'লে, লিখা পাতবোৰ গোটাই এটা কৰা হয়; ইয়াক খন-খনকৈ মেলি আঁতৰোৱা নহয়; সেইগুণে কিতাপৰ পিচত নিৰ্দিষ্ট সংখ্যাৰ বিশেষণ 'টো' হয়। যেনে—পুথিখন, কিতাপটো। পুথি, পুস্তক, পুৰণি ভাৰতীয় শব্দ। 'কিতাপ' শব্দ আধুনিক আৰু মোগলৰ দিনৰপৰাহে প্ৰচলিত।

শিলালিপি, মুদ্ৰা আৰু পুথিবিলাকত থকা অসমীয়া আখৰৰ গঢ় গুপ্ত, কুটীল আখৰৰ লগত মিলে। ব্ৰাহ্মী আখৰৰপৰা কুশান আৰু কুশানৰ-পৰা গুপ্ত আখৰ ওলায়। গুপ্তৰপৰা কুটীল আৰু কুটীলৰপৰাই কামৰূপী বা অসমীয়া আখৰৰ সৃষ্টি হয়। বিধ বিধ অসমীয়া পুথিৰ আখৰবিলাক পণ্ডিত হেমচন্দ্ৰ গোস্বামীৰ মতে তিনি ঠাঁচত ভগাব পাৰি। গড়গঞা ঠাঁচ, বামুণীয়া ঠাঁচ আৰু লহকৰী বা কায়থেলী ঠাঁচ। লহকৰী পুথিৰ আখৰ মুকুতা যেন ফটফটীয়া। বৃটিচ অহাৰ পাচত তুলাপতীয়া পুথিত এবিধ লতা আখৰো ব্যৱহাৰ কৰা হৈছিল। অসমীয়া আৰু মৈথেলী আখৰৰ ইমান সাদৃশ্য আছে যে পুথিৰ আখৰ চাই কোন পুথি অসমীয়া আৰু কোন পুথি মৈথেলী ধৰা টান। মৈথেলী ভাষাৰ পুথি-ভঁৰালত বিচাৰিলে অসমীয়া পুথি ওলোৱাৰ সম্পূৰ্ণ সম্ভাৱনা। দ্বাৰভঙা মহাৰজাৰ ৰাজ-গ্ৰন্থালয়ত মৈথেলী বুলি অসমীয়া পুথি সংৰক্ষণ কৰা সংবাদ পোৱা গৈছে।



আগৰ কালত অসমীয়া মানুহে পুথিক ইমান আদৰ কৰিছিল যে খোৱা-পিন্ধাৰ চিন্তাতকৈ পুথি ৰক্ষা কৰা চিন্তাইহে সিবিলাকক বেচি বাউল কৰিছিল। মন্ত্ৰপুথি, বেজালিপুথি, দেহাৱলী বা দেহবিচাৰৰ গীত, ধৰ্ম-পুথি, বৰগীত, নাট, সাধুকথা, চৰিতপুথি, বুৰঞ্জী, শুভঙ্কৰী, গণিত, জ্যোতিষ, নিদানৰ পুথি, হস্তী-ঘোঁৰা-গৰু-পহু আদিৰ চিকিৎসা পুথি, পুখুৰী খনা আৰু পানীত বহ চলা পুথি, স্থপতি, ভাস্কৰ্য্য প্ৰভৃতি বিবিধ বিষয়ৰ পুথি সংস্কৃত ভাষাৰে লিখাবিলাক বাদ দিলেও অসমীয়া ভাষাতে উভৈনদী হৈ আছে। ৰাজনৈতিক বিপ্লৱ, ঘনে ঘনে হৈ থকা ভূঁইকঁপ আৰু ধুমুহা-বৰষুণ, জেকামাটি, উঁই-নিগনিৰ উৎপাত, বানপানী, ঘৰপোৰা, উৰুখনি পৰা ঘৰ—এইবোৰ এৰাব নোৱাৰা বিপদ আৰু আলৈ-আহুকাল আৰু পৰিয়ালৰ ৰোগ-ব্যাধি নুগুচিলে পুৰণি পুথিয়েই তাৰ কাৰণ বুলি পুথিবিলাক নৈত উটুৱাই দিয়াৰ অন্ধ-বিশ্বাস থকাৰ বাবেই আমাৰ দেশৰ অসংখ্য পুথি-পাঁজি নষ্ট হ'ল; তথাপি সেই পুথি ধ্বংস হোৱা নাই যেন লাগে, দুষ্প্ৰাপ্য হে হৈছে। হিমালয়ৰ পাদদেশত বসতি কৰা মহৰ্ষি সামগায়নৰ পুত্ৰ মহামুনি পালকাপ্যৰ হস্ত্যায়ুৰ্বেদ বা গজ-চিকিৎসা শাস্ত্ৰৰ নিচিনা পুথিও পুৰণি অসমতেই ৰচিত আৰু সাঁচিপাতত লিখিত হৈছিল। অকল দাক্ষিণাত্যতহে তেনে পুথি পাবলৈ আছে বুলি ক'লে পুৰণি কামৰূপলৈ বক্ৰদৃষ্টি কৰা বুলিহে ক'ব লাগিব। যোগিনীতন্ত্ৰ, কালিকা-পুৰাণ, খিল হৰিবংশ আজিকালি ছপা হৈ ওলাইছে। কিন্তু পুৰণি কামৰূপৰ মানুহে লিখা পুথিকিখন তাতকৈ বহুগুণে বিস্তাৰিত আৰু তাৰ ৰচনা প্ৰণালীও স্বকীয়া বুলি কেইবাজনো ভাৰতীয় সংস্কৃত পণ্ডিতে স্বীকাৰ কৰিছে। অষ্ট্ৰীয়াৰ

ভ্ৰমণকাৰী চোমা ডা বাৰই তিব্বতত 'বাহগৰ' নামে এখন সংস্কৃতীয়া পুথি পাইছিল। সেই পুথিত বুদ্ধদেৱে ব্ৰহ্মপুত্ৰৰ দক্ষিণে অৱস্থিত হয়গ্ৰীৱ-মাধৱ দেৱালয়ৰ পাৰত, শালগছৰ তলত, নিৰ্বাণ লাভ কৰিছিল বুলি উল্লেখ আছে। সেই পুথিও যে কামৰূপীয় পুথি তাক সিদ্ধান্ত কৰিবলৈ সৰহপৰ 'নালাগে। দেশ ভগনতেই হওক বা অন্য কাৰণতেই হওক অসমৰ পুথি আজিও দূৰদূৰান্তৰ দেশত বিচাৰিলে পাবলৈ আছে। ৰাজস্থানৰ জয়পুৰ পুথি-ভঁৰালত, পাটনাৰ খোদাবক্স লাইব্ৰেৰীত আৰু ত্ৰিবেন্দ্ৰম মহাৰাজৰ গ্ৰন্থাগাৰত হাতেলিখা সাঁচিপতীয়া পুথি আছে বুলি দেখা লোকে কৈছে। অইন কি পাকিস্তানৰ ৰংপুৰতো ইছলাম ধৰ্মীৰ ঘৰত ভাগৱতী ধৰ্মৰ সাঁচিপতীয়া পুথি সাঁচি থোৱা হৈছে। বৃটিচ মিউজিয়াম, কমনৱেল্থ্, বিলেচনচ লাইব্ৰেৰী, লাইপজিগ বিশ্ববিদ্যালয় আৰু লাইডেল বিশ্ববিদ্যালয়, আনকি মস্কো বা লেনিনগ্ৰেড লাইব্ৰেৰীতো অসমৰ পুৰণি পুথি থকাৰ উঁহ ওলাইছে।

অসম গৱৰ্ণমেণ্টে বৃটিচ মিউজিয়ামৰপৰা ফট' মাৰি আনি প্ৰকাশ কৰা 'ত্ৰিপুৰা বুৰঞ্জী'খনিও তাৰে এটা নিদৰ্শন।

বৃটিচ কৰ্তৃপক্ষক খাটি-লুটি অসমীয়া সাহিত্যপ্ৰাণ হেমচন্দ্ৰ গোস্বামীয়ে ১৯১২ চনতে চৰকাৰী সহযোগেৰে ১২০০মান পুথি নষ্ট হোৱাৰপৰা উদ্ধাৰ কৰিলে। সেই উদ্ধাৰ কৰা পুথিৰ সাহিত্য সমলেই আৰ্য্য সাহিত্যৰ লগত অসমীয়া সাহিত্যৰ আসনখনিও সমানে গজগজীয়া কৰিলে। ভাৰতৰ এই পূৱ প্ৰান্তত থকা দেশখনিৰ সাহিত্য-সংস্কৃতি-লিপি-ভাষা সকলোৰে বিশিষ্টতা নিহিত আছে সাঁচিপতীয়া পুৰণি হাতেলিখা পুথিত।

# উত্তৰ-পূব সীমান্তৰ সংস্কৃতি

## মুক্তিনাথ বৰদলৈ

বিচিত্ৰ এই দেশ—এই ভাৰতভূমি! তাতোকৈ বিচিত্ৰ এই উত্তৰ-পূব সীমান্ত অঞ্চল—য'ত তথাকথিত সভ্যতাৰ ৰবদৈচিলাই প্ৰাচীন ঐতিহ্য এতিয়াও মচি পেলাব পৰা নাই; নাইবা সংস্কৃতিৰ ৰূপক কৃত্ৰিমতাই বিজতৰীয়া কৰা নাই। প্ৰায় তিনি আৰু আধা লাখ লোক অধ্যুষিত ৩১,৪৩৮ মাইল ব্যাপী এই ভূভাগত প্ৰায় একুৰি প্ৰধান জনজাতি আৰু আন একুৰি উপজাতিৰ সংস্কৃতি, ভাষা শ শ বছৰ ধৰি জীয়াই আছে।

এই জনজাতিসকলক ঘাইকৈ চাৰিটা ভাগত ভগাই এই অঞ্চলৰ সাংস্কৃতিক পটভূমিৰ এটা আভাস পাব পাৰি। পোনতে বৌদ্ধ নাইবা বৌদ্ধ প্ৰভাৱিত জাতি—খাম্‌তি, মন্‌পা চেৰদুক্‌পেন, মিজি, খাৱা, টাংচা, চিংফৌ আদি; দ্বিতীয়তে আদী, গালং বোৰি, আপাটানি আদি চন্দ্ৰ-সূৰ্য্যৰ (দইনি-প'লো) উপাসক জাতিসমূহ; তৃতীয়তে বৈষ্ণৱ ধৰ্মাৱলম্বী বা সমগোষ্ঠীয় ডফলা, পৰ্বতীয়া মিৰি, মিকিৰ, অকা, নক্তে, কিছুদূৰ ৰাংছু জনজাতিসকল; চতুৰ্থতে প্ৰাচীন ধৰ্মানুসৰণ কৰি অহা মিচিমি জনজাতিসকল।

কামেঙৰ মন্‌পা, চেৰদুক্‌পেন জনজাতি তিব্বতীয় গেইলুক্‌পা (ৰঙা-চোলা) বৌদ্ধ সম্প্ৰদায়ৰ লোক। মিজি, খাৱা আদি ওচৰ-চুবুৰীয়া জাতি-সমূহ বৌদ্ধ নহ'লেও মন্‌পা, চেৰদুক্‌পেনৰ প্ৰভাৱ কম-বেচি পৰিমাণে তেওঁলোকৰ মাজত দেখা যায়। উত্তৰ চিয়াঙৰ মেম্বা, খাম্বাসকল তিব্বতীয় বৌদ্ধধৰ্মৰ অন্তৰ্গত গেইলুক্‌পা সম্প্ৰদায়ৰ। লোহিত জিলাৰ খাম্‌তিসকল হীনযান ঠালৰ নৈষ্ঠিক বৌদ্ধ। চিংফৌ, টাংচাসকলৰ ধৰ্মজীৱনৰ ওপৰত বৌদ্ধধৰ্মৰ প্ৰভাৱ সুপৰিস্ফুট। দ্বিতীয় ভাগৰ আদী অৰ্থাৎ পদম্‌, মিন্যং, গালং, বোৰি, পাচি আৰু কিছুদূৰ সোৱণশিৰীৰ আপাটানিসকলে ঘাইকৈ চন্দ্ৰ-সূৰ্য্যৰ ধৰ্ম পালন কৰে। এই ভাগটো অৰ্থাৎ চন্দ্ৰ-সূৰ্য্য

পূজাৰীসকল উত্তৰ-পূৱ সীমান্তত সংখ্যা গৰিষ্ঠ । এই শাখাৰ লোকসকলৰ উপাস্য চন্দ্ৰ-সূৰ্য্য আৰু দেৱ-দেৱীসকল ।

তৃতীয় ভাগৰ লোকসকলৰ ভিতৰত টিৰাপৰ নক্তেসকল ঘাইকৈ বৈষ্ণৱ। নক্তে নৃপতিশিৰোমণি নথাখুনবাও বা নৰোত্তমে প্ৰজা সমন্বিতে শ্ৰীৰাম আতাৰ শিষ্যত্ব গ্ৰহণ কৰি বৈষ্ণৱ হয় । এওঁলোক নাজিৰাৰ চলিহা বাৰেঘৰ সত্ৰৰ শিষ্য । এওঁলোকৰ ওচৰ-চুবুৰীয়া ৱাংছুসকল নৈষ্ঠিক-ভাৱে বৈষ্ণৱ নহ'লেও নক্তেসকলৰ প্ৰভাৱে তেওঁলোককো ছুইছেগৈ । উত্তৰ লক্ষীমপুৰৰ শিৰফুটা সত্ৰ ধাৰনৰাৰ শিষ্যবৃন্দৰ ভিতৰত ডফলা (বিশেষকৈ দক্ষিণবাসী ডফলা), পৰ্বতীয়া মিৰিসকল প্ৰধান । আনহাতে কামেঙৰ অকাসকল তেজপুৰৰ বৈষ্ণৱ সত্ৰ নিকামুলৰ শিষ্য । চতুৰ্থ ভাগত প্ৰকৃতিৰ অধিষ্ঠাতা-অধিষ্ঠাত্ৰী দেৱ-দেৱীৰ উপাসক মিচিমিসকলৰ ইদু (চুলিকটা), তাৰাও (ডিগাৰু), কামান (মিজু) আদি জনজাতি পৰে ।

সংস্কৃতিৰ ওপৰত ধৰ্মৰ প্ৰভাৱ অসামান্য—এই কথাৰ যথাৰ্থতা মন্‌পা, চেৰদুক্‌পেন, খাম্‌তিসকলৰ বিষয়ে প্ৰযোজ্য । কামেঙৰ মন্‌পা, চেৰদুক্‌পেন থকা ঠাইবোৰ ধৰ্ম-ধ্বজা (ফান), বাটঘৰ (কাক্‌লিং), ধৰ্ম-চৈত্য (চৰ্‌তেন), ধৰ্ম-প্ৰস্তৰ (মানে), ধৰ্ম-উষা (মানে গুংগুৰ) আদিৰে সুশোভিত । খাম্‌তি অধ্যুষিত অঞ্চলত সুসজ্জিত বৌদ্ধ-বিহাৰ, বাপুচাং আদি চকুত লগা । সেইদৰে মন্‌পা, চেৰদুক্‌পেনৰ গীত-ভাওনা আদিও ঘাইকৈ বৌদ্ধ-ধৰ্মৰ মূলমন্ত্ৰ অহিংসা আৰু প্ৰেমৰ আধাৰত ৰচিত । মন্‌পা-সকলৰ বাদ্যযন্ত্ৰ, নৃত্যই আজি যথেষ্ট প্ৰসিদ্ধি লভিছে ; মুখা পিন্ধি কৰা নাচ, মৃত্যু-নৃত্য মন্‌পা, মেম্বা, খাম্বাসকলে অতি নিপুণতাৰে অনুষ্ঠিত কৰে । আনহাতে খাম্‌তিসকলে কৰা ৰণ-নৃত্য, কুকুৰা-নৃত্য আদি উচ্চাঙ্গ ললিত কলা ।

দ্বিতীয় ভাগত দেখুৱা ঘাইকৈ আদী, গালংসকলৰ 'পনং' বা বৃন্দ-নৃত্য নানা উৎসৱ উপলক্ষত প্ৰদৰ্শন কৰা হয় । কৃষি উৎসৱ, মপিন, এতৰ, চলুং আদিত ওজাই (মিৰি) কৃষিৰ ইতিহাস কথা বৰ্ণাই পদ গায় আৰু তিৰোতাসকলে মণ্ডলাকৃতি হৈ বিবিধ পদক্ষেপ আৰু ভঙ্গিমাৰে ঘোষাৰ পুনৰাবৃত্তি কৰে । সোৱণশিৰীৰ আপাটানিসকলৰ কৃষি উৎসৱসমূহত অনুষ্ঠিত মলকো আদি উৎসৱ এটা বীৰ্য্যবান জাতিৰ পক্ষেহে সম্ভৱ । কামেং আৰু সোৱণশিৰীৰ উত্তৰাঞ্চলৰ ডফলাসকলেও এই দেৱ-দেৱী পূজা, কৃষি উৎসৱ পালন কৰে ।

তৃতীয় ভাগত পৰে বৈষ্ণৱধৰ্মাৱলম্বী সোৱণশিৰীৰ ডফলা, পৰ্বতীয়া মিৰিসকল । দুইমুখৰ ওচৰে-পাজৰে থকা মিকিৰসকলেও বৈষ্ণৱধৰ্ম



টিৰাপ সীমান্তৰ নক্তে নৃত্য



চুলিকটা (ইদু) মিচিমি নৃত্য



টাংছা গাভৰু



অয়ে-অলঙ্কাৰেৰে মনপা তিৰোতা



তাঁতশালত মনপা গাভৰু



দিৰাংৰ গোম্পা



ডফলা ছোৱালী



পালন কৰে। নানা কাৰণত থাবমৰা সত্ৰাধিকাৰ আৰু ডফলা, পৰ্বতীয়া মিৰিসকলৰ যোগাযোগ সঘন আৰু ঘনিষ্ঠ নোহোৱাত এই বৈষ্ণৱসকলৰ মাজত আদিম ধৰ্মৰ অনুষ্ঠানৰ লগতে কিছু নাম-কীৰ্তন আদি প্ৰচাৰিত হৈছে। পৰোক্ষভাৱে এই পৰ্বতীয়া বৈষ্ণৱসকলে ভৈয়ামৰ বৈষ্ণৱধৰ্ম অবিকল প্ৰৱৰ্তন নকৰি নিজৰ ৰুচি বা প্ৰয়োজন অনুসৰি ধৰ্ম পালন কৰে; কিন্তু জাতিহীন গণতান্ত্ৰিক একশৰণ নামধৰ্মৰ মূল মতবোৰ শিপোৱাত থাবমৰা সত্ৰাধিকাৰৰ গুৰু দায়িত্ব আছে।

তাৰ পাচত নক্তেসকল। শ্ৰীৰাম আতাৰ ওচৰত শৰণ লোৱা নক্তে-নৃপতি ভক্তপ্ৰৱৰ লথাখুনবাও বা নৰোত্তম আৰু নক্তে প্ৰজাসকলে বৈষ্ণৱ ধৰ্ম গ্ৰহণ কৰি এক নতুন সংহতিৰ সূচনা কৰে। চলিহা বাৰেঘৰৰ উদাৰ দৃষ্টিভঙ্গীৰ গুণত নক্তেসকলে নিজৰ আহাৰ-বিহাৰ, থকা-মেলা অক্ষুণ্ণ ৰাখিও নিজকে বৈষ্ণৱ বুলি গৌৰৱ অনুভৱ কৰিব পাৰিছে। দৰাচলতে ই বৰ্তমান যুগত এক মহান আদৰ্শ। ভৈয়ামৰ বৈষ্ণৱ ভকতৰ সাঁচত ঢালি এক বিজাতবীয়া বৈষ্ণৱ সৃষ্টি কৰাতকৈ নিজৰ বৈশিষ্ট্য ৰক্ষা কৰিও, 'হৰিনামে সাৰ' কৰাত বাট দেখুৱাওঁতা চলিহা বাৰেঘৰ সত্ৰ দেশৰ বাইজৰ ধন্যবাদ, সমৰ্থন আৰু সহায়ৰ পাত্ৰ।

ৱাংছুসকলেও নক্তে ওচৰ-চুবুৰীয়াসকলৰ লগত থাকি আৰু বিশেষকৈ যাউতিযুগীয়া ভৈয়ামৰ লগত বেপাৰ-বণিজ আদি সম্পৰ্ক ৰখাত নানাৰূপে ভৈয়ামৰ বহুত কথাৰে নিজৰ আচাৰ-ব্যৱহাৰ, ৰীতি-নীতি প্ৰভাৱিত কৰিবলৈ সুবিধা পাইছে। সেইবুলি আদিম দেৱ-দেৱীৰ পূজা ৱাংছুসকলৰ মাজত প্ৰচলিত হৈ আছে।

কামেং জিলাৰ অকাসকলে আজি প্ৰায় চাৰিকুৰি বছৰ আগেয়ে নিকা-মুল সত্ৰৰ এজনা গোসাঁইৰ শৰণ লৈছিল। অকা অঞ্চলত থকা 'গোসাঁই থানে' আজিও সেই কথা সোঁৱৰাই থাকে, যদিও বুঢ়া-মেথাসকলত বাজে ডেকাতৰপে প্ৰায় পাহৰাৰ দৰে হৈছে। তাৰ কাৰণ হৈছে, সত্ৰৰ লগত অকাসকলৰ যোগাযোগ নাছিল আৰু নিকামুল সত্ৰৰ ফালৰপৰাও ১৯৬৩ লৈ পুনৰ যোগাযোগ স্থাপন কৰাৰ কোনো সুবিধা নাছিল।

চতুৰ্থ ভাগৰ মিচিমিসকলৰ ধৰ্মত প্ৰকৃতিৰ নানা শক্তিত বিৰাজমান দেৱ-দেৱতাৰ স্তৱ-স্তুতি, পূজা-পাঠ কৰা হয়। ইন্দু (চুলিকটা) মিচিমি-সকলৰ কলা-সুন্দৰ স্তুতি-নৃত্যত গাম্ভীৰ্য্য, লালিত্য বৰ্তমান।

ওপৰত দিয়া ভাগবোৰৰ বাহিৰেও কোনো নৃতাত্ত্বিকে উত্তৰ পূব সীমা-ন্তৰ জনজাতিক ঘাইকৈ দুটা ঠালত ভগায়—প্ৰথম বড়ো-গোত্ৰীয় (Bodic)

আৰু অন্যান্য ( Non-Bodic )। আৰু এই বিভাগ অতি বৈজ্ঞানিক নহ'লেও সংস্কৃতিৰ বিচাৰ কৰাত ই সুবিধাজনক। উদাহৰণ-স্বৰূপে বড়োগোত্ৰীয় জনজাতিবিলাকে শিল আৰু কাঠ ঘৰৰ সঁজুলি আৰু অন্যান্য আচবাব্ আদিৰ কাৰণে ব্যৱহাৰ কৰে। এইবিলাক জনজাতিয়ে উলৰ কাপোৰ বৈ সি লয় আৰু মূৰত উণৰ টুপী, পাগুৰি আদি শিৰস্ত্ৰাণ বা আচ্ছাদন লয়। মন্‌পা, চেবদুক্‌পেন আদিয়ে মূৰত উণৰ টুপী, চিংফৌ, খাম্‌তি, মিজু আৰু দিগাৰু মিচিমিয়ে কপাহী পাগুৰি, অকা, মিজিসকলে বাঁহৰ পাগুৰি পিন্ধে। চুলিৰে বেণী গুঁথি খোপা বন্ধা জনজাতিসমূহ হ'ল অকা, মিজি, খাৱা, দিগাৰু আৰু মিজু, মিচিমি, খাম্‌তি আৰু চিংফৌ। এই জাতিবোৰে মণি, ৰূপৰ অলঙ্কাৰ ব্যৱহাৰ কৰে। তেওঁলোকৰ প্ৰধান আহাৰ ঘাইকৈ গোমধান, কণীধান; অৱশ্যে খাম্‌তি আদি জনজাতিৰ ঘাই আহাৰ ধান, কণীধান আদি। তেওঁলোকৰ হস্তশিল্পবোৰ ঘাইকৈ কাঠৰ; তদুপৰি ধাতুৰ কাম, কাঠ-কুন্দাই নানা দ্ৰব্য সজা আৰু বিশেষকৈ ছবি অঁকা। এই জনজাতি-বোৰৰ সকলোৰে মাজত নৃত্য প্ৰচলিত। তেওঁলোকে নানা বাদ্য-যন্ত্ৰও ব্যৱহাৰ কৰে।

বড়োগোত্ৰীয় জনজাতিৰ বাহিৰৰ ভাগত (Non-Bodic) পৰা জনজাতিসকল হৈছে—নক্তে, ৱাংছু, ডফলা, আপাটানি, পদম্‌, মিন্যাং, গালং আদি। এওঁলোকে ঘাইকৈ বেত আৰু বাঁহ ঘৰ আৰু আন সঁজু-লিৰ কাৰণে ব্যৱহাৰ কৰে; কোনো গছৰ আঁহ আৰু কপাহেৰে সূতা কাটি কাপোৰ বৈ লয়; বেতেৰে গোঁথা টুপী পিন্ধে; কড়ি, মণি, ৰূপৰ টকা অলঙ্কাৰৰূপে পিন্ধে। কোনো জাতিয়ে ( যেনে নক্তে, ৱাংছু ) কড়ি, ছাগলিৰ লোমৰ অলঙ্কাৰসাজি পিন্ধে। তেওঁলোকে চুলিত খোপ্ কাটে নাইবা সম্পূৰ্ণকৈ চুলি কাটে। কোনোৱে (যেনে নক্তে, ৱাংছু) গলধনত আৰু কোনো জাতিয়ে ( যেনে ডফলা, আপাটানি ) কপালত খোপা বান্ধে। তেওঁলোকৰ প্ৰধান আহাৰ ধান আৰু কণীধান। বাঁহ-বেতৰ নানা প্ৰকাৰৰ বস্তু আৰু কিছুদূৰ লো-ৰ কামত তেওঁলোক পাকৈত। তেওঁলোকৰ নৃত্যবোৰ সাধাৰণতে বৃন্দ-নৃত্য; বাদ্যযন্ত্ৰ বিশেষ নাই বুলিলেও হয়। অৱশ্যে টাংচাসকলে বৰকাঁহ, গগনা, টোকাৰী, ৱাংছু আৰু নক্তে সকলে কাঠৰ ঢোল (Log-drum) ব্যৱহাৰ কৰে। ডেকা-চাঙৰ জনপ্ৰিয়তা এই জাতিসকলৰ বিশেষত্ব। ধৰ্মই জনজাতিসমূহৰ সংস্কৃতি নানা ধৰণে নানা ৰূপত প্ৰভাৱিত কৰিলেও কৃষিৰ প্ৰভাৱ জনজাতীয় সংস্কৃতিৰ ওপৰত জাজ্বল্যমান। এইফালৰপৰা অসমীয়াৰ বিহুৰ লগত বহুত সাদৃশ্য



পোৱা যায়। উত্তৰ-পূব সীমান্তৰ জনজাতীয় ঘাই কৃষি উৎসৱবোৰ হৈছে :—

কামেঙৰ মন্‌পা আৰু চেৰদুক্‌পেনসকলৰ নতুন বছৰ (মাঘ-ফাগুন)ৰ উৎসৱ লোচেৰ। এই উৎসৱত ন কাপোৰ পিন্ধা, খোৱা-বোৱা, ৰং-ধেমালি, গীত-নাচ উলহ-মালহকৈ কৰা হয়। গুৰুজনক মান সৎকাৰ কৰা, সকলোবিলাকক আশীৰ্বাদ কৰা আমাৰ ৰঙালি বিহুৰ দৰেই এই উৎসৱৰ বিশেষত্ব। অকাসকলৰ প্ৰধান উৎসৱ হুফুখ্ৰ বা নেচি দাউ পালন কৰোঁতেও অনুৰূপ ভোজ-ভাত, গীত-নাচ কৰা হয়।

সোৱণশিৰীৰ আপাটানিসকলৰ প্ৰধান উৎসৱ মলকো সাধাৰণতে চ'ত-বহাগত পৰে। এই উৎসৱত ভোজ-ভাত, নাচ-গান কৰাৰ বাহিৰেও আপাটানিসকলে 'ববো' নামৰ এবিধ শাৰীৰিক ব্যায়াম প্ৰদৰ্শন কৰে। ৫০ বা ৬০ ফুট এডাল খুটা পুতি তাৰ মূৰত এডাল গোটা বেত বন্ধা হয়; সেই বেতডালৰ আন এটা মূৰ ৬০ বা ১০০ ফুট আঁতৰত এটা চুটি খুটিৰ মূৰত বন্ধা হয়। ডাঙৰ খুটিটোৰ ওপৰত কাৰুকাৰ্য্য আৰু ফুল-জালি থাকে। একোজন মানুহে একোবাৰত সেই বেতডালত ধৰি দুলি, দুলি, খৰ বাগৰ মাৰে আৰু নানা কৌশল দেখুৱায়। ভৰ পৰি নাচি থকা বেতডাল দোঁখাই মানুহজনে সৈতে দুলি থকা দৃশ্য চাৰ্কাচৰ দৰে অতি চমৎকাৰ আনন্দদায়ক। আপাটানিসকলে বিশ্বাস কৰে যে 'ববো'ত দুলিলে বছৰটোলৈ কোনো বেমাৰ-আজাৰ হ'ব নোৱাৰে।

ডফলাসকলৰ চিৰম-মলোচচুম্‌ (পুহ-মাঘ) এটা উল্লেখযোগ্য কৃষি উৎসৱ। এই উৎসৱ খোৱা-বোৱা, গীত-নৃত্যৰ উপৰিও ধানৰ জন্মৰ কাহিনী গাই অধিক শস্যৰ বাবে প্ৰাৰ্থনা জনায়।

চিয়াঙৰ আদী, গালংসকলৰ কৃষি-উৎসৱবোৰ বিহুৰ দৰে ঋতু-উপযোগী আৰু বিবিধ। মাঘ-ফাগুনত পালন কৰা মপিন উৎসৱত শস্য-ধনৰ অধিষ্ঠাতা দেৱজনৰ পূজা উপলক্ষে পাঁচদিন জুৰি স্তোত্ৰ-পাঠ, পূজা আদি অনুষ্ঠান চলে। আন কেতবোৰ উৎসৱৰ দৰে এই উৎসৱতো ফাকুৱাৰ দৰে আদীসকলে পৰস্পৰক পিঠাগুড়ি সানি অভিনন্দিত কৰে। অৱশ্যে এই মপিন উৎসৱ ব্যয়-সাপেক্ষ কাৰণে তিনি চাৰি বছৰেৰে পালন কৰা হয়। চ'ত-বহাগত পালিত আৰণ উৎসৱত পূজা-সেৱা, বলি বিধান, ভোজ-ভাত আদি অনুষ্ঠানৰ উপৰিও নাচ-গান, ন-কাপোৰ পিন্ধা আদি প্ৰধান অঙ্গ। জেঠ-আহাৰত পথাৰৰ শইচক মেঠোন, গাহৰি আদি জন্তুৰ-পৰা ৰক্ষা কৰিবলৈ বেৰ দিয়া কাম হাতত লোৱা হয় আৰু আনুষ্ঠানিক-ভাৱে এতৰ উৎসৱ উদযাপন কৰা হয়। এই সাদিনীয়া উৎসৱ পূজা-সেৱা,

জেওৱা দিয়া, ভোজ আদি কাৰ্য্যেৰে কৃষিৰ শুভাৰম্ভ হয়। আবান উৎসৱৰ বিশেষত্ব এই যে উৎসৱৰ আঠদিনে কাজিয়া-পেচাল, গালি-শপনি, মাৰ-কিল আদি অসামাজিক কাৰ্য্যৰপৰা সম্পূৰ্ণভাৱে বিৰত থাকি সকলোৱেই সংযম পালন কৰিব লাগে। আহাৰ-শাওণৰ সাতদিনীয়া চলুং উৎসৱ ধানৰ উৎপত্তিক কেন্দ্ৰ কৰি পালন কৰা হয়। পথাৰত ধান নিবোৱাৰ পাচৰ আজৰি সময়খিনি উপভোগ কৰিবলৈ কৃষিজীৱী আদীসকলে একেৰাহে 'পনুং' নৃত্য কৰি শস্য বৃদ্ধিৰ হকে কামনা জনায়।

দিগাৰু মিচিমিসকলৰ দি ৰাতাই, চুলিকটা (ইদু) মিচিমিৰ ৰেহ্ অনুৰূপ প্ৰধান কৃষি তথা ধৰ্মৰ উৎসৱ।

চিংফৌ আৰু খাম্‌তিসকলৰ উৎসৱসমূহ প্ৰধানকৈ বৌদ্ধমূলক। নাবাচাং চিতাং, চাৰে চিতাং, মেৰি চিতাং, ওৱাঅক চিতাং, চৌমুন কান্দা পই, কথিন পই, ওৱান্‌বে পই আদি ওৰেও বছৰে নানা উপলক্ষত ধৰ্মানুষ্ঠানৰূপে পালন কৰা হয়। তাৰ উপৰিও চাংকেন্ খাম্‌তি, চিংফৌসকলৰ ঘাই ধৰ্মোৎসৱ। বহাগ মাহৰ আৰম্ভণিতে উলহমালহকৈ খাম্‌তি, চিংফৌ, মুনিহ-তিৰোতা, ল'ৰা-ছোৱালীয়ে পথাৰৰ মাজত এটা ঘৰ সাজি তাত পতাকা, ফুলজালিৰে সজাই তোলে; আৰু তেতিয়া আনুষ্ঠানিকভাৱে বুদ্ধমূৰ্তি তালৈ আনি প্ৰতিষ্ঠা কৰি স্নান কৰাই ন-কানি-কাপোৰ পিন্ধোৱা হয়। ফাকুৱাৰ দৰে পৰস্পৰৰ গাত পানী ছটিয়াই সকলোৱে প্ৰীতি-সম্ভাষণ বিনিময় কৰে। গাত ন-সাজ পিন্ধি সৰুবিলাকে গুৰুজন আৰু ভিক্ষুসকলক প্ৰণাম জনায় আৰু বয়সিয়ালসকলে সৰুবিলাকক আশীৰ্বাদ দিয়ে। নানা ধৰণৰ পিঠা কৰি খোৱা আৰু খুউৱা এই উৎসৱৰ বিশেষত্ব। নাচ-গান, ৰং-তামাচাৰ পয়োভৰো এই উৎসৱত হয়।

নক্তেসকলৰ আহিন-কাতিমহীয়া লকু প্ৰধান উৎসৱ। এই উৎসৱ উপলক্ষে ভোজ-ভাত, মেজি জ্বলোৱা, ঘৰে ঘৰে নাচ-গান, চিকাৰ আদি কৰা হয়। সৰহ গীতত প্ৰাচীন কালৰ যুদ্ধ-বিগ্ৰহ, নক্তে সমাজ ৰীতি-নীতি আদি গৌৰৱময় কীৰ্তি-কাহিনী থাকে। ৱাংছুসকলৰ ওঁজিয়েলে অনুৰূপ প্ৰধান কৃষি-উৎসৱ।

তাংচাসকলৰ মো নামৰ উৎসৱটো এক প্ৰধান উৎসৱ। কণীধান পকিবৰ সময়ত এই উৎসৱ পালন কৰি সৰহ শস্যৰ বাবে ডাঙৰীয়া দেৱতা (ঈশ্বৰ)ৰ প্ৰাৰ্থনা জনাই তাংচা পুৰুষসকলে গছ-পাতৰ অলঙ্কাৰ সাজি গা-মূৰ সজায়।

চমুকৈ উত্তৰ-পূৱ সীমান্তৰ উৎসৱসমূহ প্ৰধানতঃ কৃষিকাৰ্য্যৰ নানা বতৰত পালন কৰা হয়। বলি-বিধান, পূজা-সেৱাও ইয়াৰ অন্যতম অঙ্গ। সৰহ শস্য, ৰাইজৰ আৰু পৰিয়ালৰ মঙ্গলৰ বাবে প্ৰাৰ্থনা এইবোৰ উৎসৱৰ উদ্দেশ্য। মাছ-মঙহ, লাওপানীৰে ভোজ-ভাত খোৱাত বাজেও পিঠাগুড়িৰ পিঠা কৰি খোৱা এই উৎসৱবোৰৰ বিশেষত্ব। অতীত কাহিনী পুনৰাবৃত্তি কৰি স্মৃতি আৰু শ্ৰুতিৰূপে গোৱা গীত আৰু তাৰ আনুষঙ্গিক নাচে জনজাতীয় সংস্কৃতি আজিও জীপ দি ৰাখিছে আৰু পৰোক্ষে ভাৰতীয় সংস্কৃতিক আচ্ছন্ন কৰিছে। ঠাৰতে ক'বলৈ গ'লে উত্তৰ-পূৱ সীমান্তৰ সঙ্গীতৰ ভঁৰাল অতি সমৃদ্ধ আৰু ইয়াৰ সঙ্গীত-ঐশ্বৰ্য্যৰ গৱেষণা আৰু অনুশীলন অত্যাৱশ্যকীয় জাতীয় কাম।



সাহিত্য-সম্পদৰ ফালৰপৰা জনজাতীয় গীত, প্ৰবাদ, সাধুকথা নানা দিশৰপৰা ধনী। তাৰ বাহিৰেও পুৰণি সোণালী দিনবোৰৰ ভৈয়াম আৰু পৰ্বতৰ যোগাযোগ, মিলা-প্ৰীতিৰ বিবিধ কাহিনী বুৰঞ্জীৰ পাতত, বুঢ়ালোকৰ মুখত এতিয়াও জীয়াই আছে। ঠায়ে ঠায়ে আহোম, চুটিয়া আদি নৃপতিসকলৰ প্ৰাচীন কীৰ্তিচিন বৰ্তমান। প্ৰবাদমতে সতীৰ মূৰ পৰা পীঠস্থান মালিনীথান (চিয়াং), তাম্ৰেশ্বৰী (লোহিত), পৰশুৰাম কুণ্ড (লোহিত), ভীষ্মক নগৰ (লোহিত), ভালুকপুং (কামেং), প্ৰভাপগড়, ইটানগৰ বা মায়াপুৰ (সোৱণশিৰী) আদি ভালেমান বুৰঞ্জী-প্ৰসিদ্ধ প্ৰাচীন কীৰ্তি-চিন জনজাতীয় সংস্কৃতিৰ লগত সাঙোৰ খাই আছে। অসম সাহিত্য সভাই উত্তৰ-পূৱ সীমান্ত প্ৰশাসনৰ দুই-চাৰিখন কিতাপ ওলাইছে যদিও জনজাতীয় জীৱনৰ সন্দৰ্ভত গৱেষণা কাম এতিয়াও কৰিবলৈ বহুত আছে। কোৱা বাহুল্য যে লিখিত সাহিত্য খাম্‌তি, মেন্‌পাসকলত বাজে আন জনজাতীয় শিক্ষিত লোকেও এই বিষয়ে জাতীয় স্বাৰ্থৰ ফালৰ পৰা জনজাতীয় সাহিত্য পৰিপুষ্ট কৰাত আৰু প্ৰাচীন গৌৰৱময় কাহিনী উদ্ধাৰত মিচিং, বড়ো আদি শিক্ষিত লোকসকলৰ দৰে আন্তৰিকতাৰে চেষ্টা কৰিব লাগে।

সামৰণিত জনজাতীয় সংস্কৃতিৰ বিশেষত্ব কেইটামানৰ কথা ক'ব লাগিব। সঙ্গীত, হস্তশিল্প, চিত্ৰাঙ্কন, পৌৰাণিক কাহিনী, সাজ-পোছাক, চুলি কটাৰ ধৰণ আৰু উৎসৱবোৰত এই সংস্কৃতিৰ দিশবোৰ প্ৰকট।

সাঙ্গীতিক দিশৰপৰা প্ৰধান জনজাতীয় সুৰবোৰক সম্ভৱতঃ ভাৰতীয় সবল লোক-সঙ্গীতৰ সুৰৰ লগত আসন দিব লাগিব। আন লোক-গীতৰ সুৰৰ দৰে উত্তৰ-পূৱ সীমান্তৰ সুৰবোৰ ঘাইকৈ একোটা নিৰিখত বন্ধা অৰ্থাৎ বিশেষ গ্ৰামত নিৰ্দিষ্ট স্বৰত তাৰ প্ৰকাশ। সেই সুৰৰ বিশেষত্ব হৈছে তাৰ আবেদনত, কথাৰ সুপ্ৰয়োগত আৰু উপলক্ষ একোটাৰ লগত সামঞ্জস্যত। আনহাতে মন্‌পা আদি কোনো জনজাতিৰ ধৰ্মগীতৰ

সুৰবাৰত আৰোহণ-অৱৰোহণ লক্ষ্য কৰিবলগীয়া ; সেই সুৰৰ গতি ক্ষেত্ৰ বিশেষে বিলম্বিত, মধ্য বা দ্ৰুত। নৃত্যৰ ছন্দবোৰো তদ্ৰূপ। হাত-ভৰিৰ মুদ্ৰাও অজটিল আৰু ৰেহা লগা। তালবোৰ দ্বিমাত্ৰিক নাইবা ত্ৰিমাত্ৰিক। চেৰদুক্পেন, মন্‌পা ধৰ্মগীতবোৰ নৃত্যৰ লগত পৰিবেশন কৰোঁতে পোনতে আলাপ, তাৰ পাচত সুৰ সম্বলিত কথা ; তাৰ পাচতহে নৃত্য আৰম্ভ হয়। ঢোল, তাল, কাঁহ, কালি আদি বাদ্যৰ লগত খাম্‌তি, মন্‌পা, চেৰদুক্পেন, তাংচা, অকা, ইদুমিচিমি আদি জনজাতিয়ে নাচে। আন বিলাকে দা, যাঠি আদি লৈ নৃত্য কৰে আৰু নৃত্যতকৈ উদ্দেশ্য আৰু কথাতহে তেনে ক্ষেত্ৰত গুৰুত্ব দিয়া হয়। সৰহ ভাগ জনজাতীয় গীতেই বৃন্দ-গীত, যদিও ন'বা ওমলোৱা গীত, খুহুতীয়া গীত আদি গাইগুটীয়াকৈ গোৱা হয়। নতুন যুগৰ অভ্যুদয়ৰ গুণত গীতৰ কথা-বস্তুও গান্ধীৰজা, জৱহৰলাল, ভাৰত, জয়হিন্দ, দিল্লী, পেলেন (Aeroplane), মটৰ আদি শব্দেৰে ৰূপত ৰাংচৰোৱা দেখা গৈছে। ৰেডিঅ' গ্ৰামোফোনৰ অনুগ্ৰহত আধুনিক বা শাস্ত্ৰীয় সুৰৰ আভাসো আজিৰ কোনো কোনো জনজাতীয় গীতত শুনা যায়।

হস্তশিল্পৰ ভিতৰত কাঠ, বাঁহ, বেতৰ কাম ; বোৱা-কটা ; কমাৰ, কুমাৰৰ কাম প্ৰধান। কাঠৰ কামত উল্লেখযোগ্য হৈছে কাঠ-কুন্দাই মুখা (মন্‌পা, খাম্‌তি), কাঠৰ পাত্ৰ (মন্‌পা), কাঠৰ পুতলা, মূৰ্তি আৰু ফুলজালি, ধোঁৱাখোৱা (ৱাংছু, মন্‌পা ইত্যাদি) আদি বস্তু। বাঁহৰ কামৰ ভিতৰত বাঁহৰ পাত্ৰ আৰু তাৰ ওপৰত নানা কাৰুকাৰ্য্য (ৱাংছু), বাঁহৰ চিত্ৰিত পৰ্দা (খাম্‌তি), বাঁহৰ ফুলজালি (আপাটানি, আদী, ডফলা, নক্তে, তাংচা), ছাগলী বা বান্দৰৰ নোম ৰং দি তাৰ ফুলজালিৰে সজোৱা লাঠি বা যাঠি আৰু এশ-এবুৰি শিল্প-সৃষ্টি দেখিলে জনজাতীয় গভীৰ সৌন্দৰ্য্য-বোধক প্ৰশংসা নকৰি নোৱাৰি। সেইদৰে বেতৰ নানা ৰকমৰ কামৰ ভিতৰত ৰং দিয়া বেতৰ হাৰ, বাজু, কমৰবন্ধ, পেটী, সঁফুৰা, হোৰা (ৱাংছু, আপাটানি, ডফলা, নক্তে, গালং) উল্লেখযোগ্য।

বোৱা-কটা উত্তৰ-পূব সীমান্তৰ এক বৈশিষ্ট্য। সৰহ ভাগ জনজাতিৰ তিৰোতা পাকৈত শিপিনী। কঁকালত বান্ধি বোৱা তাঁতত বেলেগ ৰঙৰ সূতাৰ সংমিশ্ৰণ কৰি নানা ধৰণৰ ফুল তুলি যিবোৰ চাদৰ, মেখেলা, চোলা, মোনা ওলাইছে তাৰ বোৱন, ৰং আৰু ফুলৰ কাৰণে সেই বস্তুবোৰৰ সমাদৰ সদৌ ভাৰতত্ আৰু বিদেশতো ক্ৰমাৎ বাঢ়ি আহিছে। ৰঙা, হালধীয়া, সেউজীয়া, ক'লা, নীলা ৰঙৰ সূতা বোলাই সেই ৰঙৰ সংমিশ্ৰণত নানা ধৰণৰ কাপোৰ আদী, গালং, খাম্‌তি, মিচিমি, চিংফৌ আদি ভালেমান



জনজাতীয় তিৰোতাই বৈ তাঁতত সপোনৰ সৃষ্টি কৰে। মন্‌পা তিৰোতাই সূতা আৰু উণেৰে থঙা, আসন, দলিচা, চোলা আদি জাতিকাৰ বস্তু বৈ উলিয়ায়। আবৰ জিম, গালে, গালুক ; খাম্‌তি লুঙি, মোনা ; মিচিমি মোনা, চোলা ; টাংচা লুঙি, মোনা ; মন্‌পা দলিচাৰ সৌন্দৰ্য্য আৰু সমাদৰ পূৰ্বেই উনুকিওৱা হৈছে। কাপোৰৰ ফুলত সৰল ৰেখাৰ ত্ৰিভুজ, চতুৰ্ভুজ আদি বৰফিৰ চানেকি নানা ধৰণে অৱলীলাক্ৰমে সজাই বিচিত্ৰ ৰূপায়ণ কৰি নানা ফুল, নানা চানেকি, নানা মূৰ্তিৰে (পদম্, মিন্যং, গালং, মিচিমি, ৱাংছু, খাম্‌তি) কাপোৰ, চোলা, মোনা আদি উত্তৰ-পূব সীমান্তৰ শিপিনীসকলে বয়। ৰঙৰ সংমিশ্ৰণৰ ভাৰসাম্য, ফুলজালিৰ সংযত সৃষ্টি এই বয়ন-শিল্পৰ এটি বিশেষত্ব। সুখৰ কথা যে উত্তৰ-পূব সীমান্ত প্ৰশাসনে ঠায়ে ঠায়ে কুটীৰ শিল্প প্ৰশিক্ষণ উৎপাদন কেন্দ্ৰ খুলি বোৱন-শিল্পক অকল যে উদগনি যোগাইছে এনে নহয়, শিল্পীসকলক নতুন সৃষ্টি কৰিবলৈকো অনুপ্ৰাণিত কৰিব পাৰিছে। ইতিমধ্যে জনজাতীয় ৰুমাল, নেকটাই, গালে, গালুক, চাদৰ, জিম আদি নানা চানেকিৰে ব্যৱসায়ৰ ভেঁটিত উৎপাদন কৰা হৈছে।

লোৰ কাম মাত্ৰ কেইটিমান জনজাতিৰ মাজত সীমাবদ্ধ। লোৰ কামৰ ভিতৰত দা, যাঠি উল্লেখযোগ্য (খাম্‌তি, চিংফৌ, ডফলা, আদী, মিজি, অকা, ৱাংছু ইত্যাদি)। দা-ৰ ৰূপৰ খাপৰ ওপৰত কাৰুকাৰ্য্যৰ ভিতৰত অকা দা-ৰ খাপ অতি সুন্দৰ। লগতে ৰূপৰ ধোঁৱাখোৱা (পাইপ), অলঙ্কাৰ গঢ়া (মিচিমি, অকা) শিল্পটো এসময়ত জনপ্ৰিয় আছিল যদিও ক্ৰমাৎ লুপ্ত হৈ আহিছে।

কুমাৰৰ কাম স্থান বিশেষেহে আছে (কামেং, উত্তৰ চিয়াং), কাৰণ কুমাৰ মাটিৰ লগত এই কামৰ ঘনিষ্ঠ সম্বন্ধ। নতুন যুগৰ প্ৰভাৱত এলু-মিনিয়াম লো-ৰ বাচনৰ আমদানিয়ে এই পুৰণিকলীয়া জনজাতীয় শিল্পটো নিস্তেজ কৰিছে।

চিত্ৰাঙ্কন কম-বেচি পৰিমাণে উত্তৰ-পূব সীমান্তৰ নানা ঠাইত দেখা গ'লেও মন্‌পা, খাম্‌তিসকলৰ মাজত এই শিল্প পুৰুষানুক্ৰমে চলি আহিছে। পশ্চিম কামেঙৰ মন্‌পা, কাক্‌লিং (বাটঘৰ), মন্ত্ৰঘৰ, ঘৰ-দুৱাৰ, আচবাব্ আদি মন্‌পা শিল্পীৰ তুলিকাৰে মনোহৰ ; খাম্‌তিসকলৰ বাঁপুসকলে চিত্ৰা-ঙ্কন কিছু পৰিমাণে চৰ্চা কৰে। এই ফালৰপৰা ভাৰতৰ আৰ্টস্কুলত জন-জাতীয় চিত্ৰাঙ্কনৰ এটা শাখা প্ৰৱৰ্তন কৰিলে ভাৰতীয় শিল্প সমৃদ্ধ হোৱাৰ লগতে এই চিত্ৰাঙ্কন শিল্পও লোপ হোৱাৰপৰা নিস্তাৰ পাব পাৰে। 'উল্কি' অৰ্থাৎ মানুহৰ গাত ফুলজালি আপাটানি, ৱাংছুসকলৰ বৈশিষ্ট্য। জ্যামিতিসম্মত এই উল্কিবোৰ আগতে প্ৰথা অনুসৰি কৰা হৈছিল।

আপাটানিসকলৰ থুঁতৰি, ভৰিত অঁকা উল্কিবোৰ বোধ হয় জাতীয় বিশেষত্বৰূপে অঁকা হৈছিল ; আনহাতে ৱাংছুসকলৰ মুখ, হাত, বুকু, পিঠি, ভৰিত অঁকা উল্কিবোৰ (মূৰকটা যুগৰ) বীৰত্বৰ নিদৰ্শন ; কিন্তু শিল্পৰ দৃষ্টিৰপৰা সেই উল্কিৰ ৰচনাই গোষ্ঠী কেন্দ্ৰিকতাত বাজেও সৌন্দৰ্য্যবোধৰ পৰিচয় দিয়ে। প্ৰকৃতিৰ বুকুত লালিত-পালিত এই জনজাতীয় মনৰ গতিৰ পম খেদাত অৱশ্যে এই ছবিবোৰে সহায় কৰিব।

কিন্তু উত্তৰ-পূব সীমান্তৰ নতুন যুগ কেতিয়াবাই আৰম্ভ হৈ গ'ল ; এই নৱযুগৰ নানা বোলৰ সংস্পৰ্শত আদিম যুগৰ এই আপুৰুগীয়া সংস্কৃতিত যে বোল লাগিব, তাত আচৰিত বা দুখিত হোৱাৰ একো কাৰণ নাই। আজি স্বাধীন ভাৰতে জনজাতীয় সংস্কৃতিক বৰপীৰা দি তাৰপৰা বহুত লব বিচাৰিছে, ই সুখৰ কথা। কবিগুৰুৰ ভাষাত 'ই দিব আৰু লব, মিলাব মিলিব নাযাব ঘূৰি' ; যুগে যুগে ভাৰতীয় সংস্কৃতিয়ে দান কৰাৰ উপৰিও গ্ৰহণ কৰিছে নানা সংস্কৃতিৰপৰা। জনজাতীয় সংস্কৃতিৰ জোখকাঠী হ'ব ই নিজৰ বৈশিষ্ট্য ৰাখিও ভাৰতীয় সংস্কৃতিৰ ঐশ্বৰ্য্য বঢ়াই তোলা। দৰাচলতে আদান-প্ৰদানৰ যোগেদি দেশৰ আৰু নিজৰ সমৃদ্ধি নিশ্চিন্ত কৰাতেই যথাৰ্থ সংস্কৃতিৰ সাৰ্থকতা।

# অসমত সংস্কৃত চৰ্চা

মনোৰঞ্জন শাস্ত্ৰী

খৃষ্ট জন্মৰ বহু শতাব্দী পূৰ্বৰপৰাই যেতিয়া আৰ্য্যসকলে এই প্ৰদেশত বসতি আৰম্ভ কৰিছিল ; তেতিয়াৰপৰাই অসম বা কামৰূপ ৰাজ্যত আৰ্য্য-সংস্কৃতি তথা সংস্কৃত ভাষা অবিচ্ছিন্ন পৰম্পৰাভাৱে চলি আছে বুলি অনুমান কৰিব পাৰি, যদিও তেতিয়াৰ কালত ইয়াত ৰচিত বুলি প্ৰমাণিত কোনো গ্ৰন্থ বা লিখাৰ প্ৰমাণ পোৱা নাযায়।

এই প্ৰদেশত সংস্কৃত ভাষা-সাহিত্যৰ প্ৰচলন বিষয়ে প্ৰাচীনতম অবিসম্বাদী লিখা প্ৰমাণ হ'ল আনুমানিক খৃষ্টপূৰ্ব কেইবা শতকৰো আগত ৰচিত বুলি স্বীকৃত, মহৰ্ষি পালকাপ্যৰ প্ৰণীত, 'হস্ত্যায়ুৰ্বেদ' গ্ৰন্থ[১] আৰু আনুমানিক খৃঃ ৪ৰ্থ শতকৰ মহাৰাজ ভূতিবৰ্মদেৱৰ প্ৰচাৰিত বৰগঙ্গা শিলা-শাসন।

তাৰ পাচত এই বিষয়ত সুস্পষ্ট তথা বিস্তৃত আলোকপাত কৰিছে খৃষ্টীয় ৬ষ্ঠ শতকৰ বৰ্মবংশভাস্কৰ, মহাৰাজ ভাস্কৰ বৰ্মদেৱৰ তাম্ৰশাসন দুখনে। এই তাম্ৰশাসন দুখনৰপৰাই সেই কালত যে এই প্ৰদেশত সংস্কৃত ভাষা আৰু সাহিত্য সুপ্ৰতিষ্ঠিত তথা বহুল প্ৰচাৰিত আছিল আৰু এই ভাষাত নিবদ্ধ সকলো বিষয়ৰ গ্ৰন্থবিলাক অধীত, আলোচিত, সংৰক্ষিত তথা ৰচিতও হৈছিল সেইটো নিঃসন্দিগ্ধভাৱে অনুমান কৰিব পাৰি।

তাত শাসন প্ৰদাতৃ ৰজা, তেওঁৰ পূৰ্বপুৰুষসকল তথা শাসনেৰে প্ৰদত্ত ব্ৰহ্মোত্তৰ ভূমিৰ সম্প্ৰদান ব্ৰাহ্মণসকল ঋগ্ যজুঃ সাম অথৰ্ব এই চাৰিবেদ, ধৰ্মশাস্ত্ৰ, অৰ্থশাস্ত্ৰ, ষড়ঙ্গ অৰ্থাৎ শিক্ষা, ব্যাকৰণ, নিৰুক্ত, ছন্দঃ জ্যোতিষ শাস্ত্ৰ, সাংখ্য, মীমাংসা, ন্যায় আদি দৰ্শন শাস্ত্ৰ ; অলঙ্কাৰ তথা

১ 'অসমৰ বৈষ্ণৱ দৰ্শনৰ ৰূপ-ৰেখা'—পৃঃ ১০—১২।
'সভাপতিৰ সম্বোধন' বঙ্গীয় সাহিত্য পৰিষৎ পত্ৰিকা, ৪ৰ্থ সংখ্যা চন ১৩২১।

সাহিত্য শাস্ত্ৰ আদি সকলো শাস্ত্ৰতে পাৰ্গত আছিল বুলি উল্লেখ কৰা আছে।[২]

সেইদৰে এতিয়ালৈ আৱিষ্কৃত, পৰবৰ্তী কামৰূপীয় ৰজাসকলৰো তাম্ৰ-শাসনবিলাকত সংস্কৃতৰ বিভিন্ন শাস্ত্ৰত পাৰ্গত পণ্ডিতসকল এই প্ৰদেশত থকাৰ কথা উল্লিখিত আছে। [৩]

খৃষ্টীয় ৯ম শতিকাৰ কামৰূপৰ ৰাজধানী হাটপেশ্বৰ—(আধুনিক তেজপুৰ) অপৰিমিত সৌভাগ্যশালী, সাধু বিদ্বান লোকসকলৰ আশ্ৰয়স্থান (অপৰিমিত সুভগ সাধুৱিদ্বজ্জনাধিষ্ঠানঃ) আছিল বুলি বৰ্ণনা কৰা আছে।[৪]

আনকি সময় বিশেষে অন্য প্ৰদেশৰ ৰজায়ো এই কামৰূপ ৰাজ্যৰপৰা বেদ শাস্ত্ৰত পাৰ্গত, বিদ্বান ব্ৰাহ্মণক নি নিজ ৰাজ্যত স্থাপিত কৰিছিল।

খৃঃ ৭ম শতিকাৰ শেষ বা ৮ম শতিকাৰ আদি ভাগত আধুনিক অন্ধ্ৰ প্ৰদেশৰ কলিঙ্গৰাজ, অনন্তবৰ্মদেৱে কামৰূপীয় ব্ৰাহ্মণ পৰাশৰ গোত্ৰীয়, বিষ্ণু সোমাচাৰ্য্যক নিজ ৰাজ্যলৈ নি তেওঁৰ বিদ্যাৱত্তাৰ পুৰস্কাৰস্বৰূপে ভূমি সম্পত্তি আদি দি তাত স্থায়ীভাৱে ৰাখিছিল।[৫]

৯৮১ খৃষ্টাব্দত পৰমাৰ ফৈদৰ বাক্‌পতিৰাজে তেনেকুৱাকৈ কামৰূপৰ উত্তৰ কূলৰ ব্ৰাহ্মণ পণ্ডিত এজনক নি ব্ৰহ্মোত্তৰ দান কৰি নিজ ৰাজ্যত স্থাপন কৰাৰ প্ৰমাণ পোৱা গৈছে।[৬]

এইবিলাক প্ৰমাণৰ দ্বাৰা সেইকালত ইয়াত বিভিন্ন সংস্কৃত শাস্ত্ৰৰ অধ্যয়ন-অধ্যাপনা বিস্তৃতভাৱে প্ৰচলিত আছিল বুলি নিঃসন্দেহে বুজা যায়। তাম্ৰশাসনবিলাকত যি ৰচনা-নৈপুণ্য, কাব্যিক প্ৰতিভা আৰু বহুমুখী জ্ঞানৰ গাম্ভীৰ্য্য প্ৰকাশ হৈছে শাসন-ৰচক সকলৰ সেই সৃজনী ক্ষমতা অকল শাসন ৰচনাতে প্ৰযুক্ত তথা পৰ্য্যৱসিত হৈছিল আৰু বেচি-দূৰ অগ্ৰসৰ হোৱা নাছিল বুলি নাইবা ভাস্কৰ বৰ্মদেৱৰ নিচিনা মহাবিদ্যোৎ-সাহী ৰজাসকলৰ জ্ঞানচৰ্চাত পৃষ্ঠপোষকতা এইখিনিতে (শাসন ৰচনাতে)

ভাস্কৰ বৰ্মাদেৱৰ ডুবি তাম্ৰশাসন Journal of the Assam Research Society Vol. XII No. 1 and II তথা 'অসমৰ বৈষ্ণৱ দৰ্শনৰ ৰূপৰেখা' ২য় অধ্যায় পৃঃ ৫৫-৫৬।

[৩] কামৰূপ শাসনাৱলী আৰু 'অসমৰ বৈষ্ণৱ দৰ্শনৰ ৰূপৰেখা'—২য় আধ্যায়।

[৪] বণমালদেৱৰ তাম্ৰশাসন 'কামৰূপশাসনাৱলী' পৃঃ ৬৩

[৫] Journal of the Assam Research Society Vol. III, PP. 113-115.

[৬] Journal of the Assam Research Society Vol. V, PP. 112-115ত প্ৰকাশিত ৰায় ৺কনকলাল বৰুৱা বাহাদুৰৰ প্ৰবন্ধ।



ক্ষান্ত হৈছিল, অধিক দূৰ প্ৰসাৰিত হোৱা নাছিল বুলি, অথবা শাসন প্ৰণেতা কেইজনৰ বাহিৰে আৰু তেনেকুৱা গুণী-কৃতী লোক এইদেশত নাছিল বুলি এইবোৰ অস্বাভাৱিক বা অযৌক্তিক কথা কল্পনা কৰাতকৈ শাসন-প্ৰণেতৃসকল তথা তেওঁবিলাকৰ সমসাময়িক গুণী জ্ঞানীসকলৰ দ্বাৰা নানা বিষয়ৰ গ্ৰন্থও ৰচিত হৈছিল আৰু এই প্ৰদেশৰ বিদ্যোৎসাহী ৰজাসকলৰো পৃষ্ঠপোষকতা সিমানদূৰ প্ৰসাৰী আছিল বুলি এই স্বাভাৱিক তথা যৌক্তিক কথাটোহে মানি লোৱা উচিত।

তেন্তে সেই কৃতী লোকসকলৰ ৰচিত গ্ৰন্থৰাশি কলৈ গ'ল, সেইবোৰৰ এখনো আমাৰ অনুসন্ধানত ধৰা নপৰে কিয়? এই প্ৰশ্নৰ অতি বিশ্বাস-যোগ্য উত্তৰ এই—ভাৰতবৰ্ষৰ এই অংশটো চিৰকালেই প্ৰাকৃতিক দুৰ্য্যোগ পূৰ্ণ, ইয়াৰ স্বাভাৱিক বাতাৱৰণ সেমেকা, মানুহৰ মনবিলাকো তাৰ প্ৰভা-ৱতে আপেক্ষিকভাৱে সেমেকা বা উদ্যমহীন। এনে সেমেকা বাতাৱৰণত কোনো বস্তুৱে অধিক দীৰ্ঘকাল স্থায়ী নহয়, সোনকালে গেলি-পচি জীৰ্ণ-শীৰ্ণ হৈ ক্ষয়প্ৰাপ্ত হয়। ইয়াৰ ওপৰত আছে ৰাষ্ট্ৰবিপ্লৱ। অন্য প্ৰদে-শত হাজাৰ ডেৰ হাজাৰ বছৰ আগৰ পুৰণি হাতে লিখা পুথি পোৱা গৈছে। কিন্তু আমাৰ ইয়াত চাৰিশ বছৰ আগত লিখা পুৰণি পুথি এখনো পাবলৈ নোহোৱা হ'ল। সাঁচিপাতত লিখা পুথিও ৩-৪ শ বছৰীয়া পুৰণি অতি দুৰ্লভ। যিবিলাক হাতে লিখা পুথি ১০ বছৰ আগত আমাৰ দেশৰ আঢ্য-ৱন্ত তথা বিদ্যা চৰ্চানিৰত পৰিয়ালৰ ঘৰে ঘৰে পোৱা গৈছিল আজি বিচাৰিলে তেনে বহুতৰে শুংসূত্ৰ পোৱা নাযায়। পুৰণি অসমৰ সংস্কৃত গ্ৰন্থকাৰসকলৰ এতিয়ালৈ উপলব্ধ গ্ৰন্থত যি মহাভাৰত, ৰামায়ণ, কৌটিল্যৰ অৰ্থশাস্ত্ৰ, মনুসংহিতা আদি গ্ৰন্থৰ পদে পদে উল্লেখ তথা উদ্ধৃতি পোৱা যায় সেইবিলাক গ্ৰন্থৰো হাতে লিখা পুথি অতি দুষ্প্ৰাপ্য হৈ পৰিছে।

যিবিলাক গ্ৰন্থ অসমত অসমীয়া পণ্ডিতৰ দ্বাৰা প্ৰণীত হৈছিল সেই-বিলাকৰ পুথি তেনেকৈয়ে বিলুপ্ত হৈ যোৱা সম্ভৱ। আজিলৈ যিখিনি নষ্টাৱশিষ্ট গ্ৰন্থ টিকি আছে সি হয়তো এক শতাংশতকৈও কম। বিখ্যাত অসমীয়া সংস্কৃত গ্ৰন্থকাৰ নীলাম্বৰাচাৰ্য্য (খৃঃ ১৩শ শতিকাৰ), দামোদৰ মিশ্ৰ (খৃঃ ১৫শ শতিকা), পীতাম্বৰ সিদ্ধান্ত বাগীশ ভট্টাচাৰ্য্য (খৃঃ ১৬শ শতিকা) আৰু ভট্টদেৱে যিবিলাক গ্ৰন্থ ৰচনা কৰিছিল বুলি আমি অবি-সম্বাদীভাৱে নিঃসন্দেহে জানিব পাৰিছোঁ সেইবিলাকৰ বহু কেইখনেই ইতিমধ্যে বিলুপ্ত হৈ গৈছে।

পুৰণি কামৰূপৰ গ্ৰন্থকাৰৰ প্ৰণীত বুলি নিৰ্ণয় কৰিব পৰা যিবোৰ গ্ৰন্থ পোৱা গৈছে তাৰ বেচি ভাগেই স্মৃতিনিবন্ধ আৰু কৰ্মকাণ্ড বিষয়ক

গ্ৰন্থ। জ্যোতিষ, তন্ত্ৰ, আয়ুৰ্বেদ, ব্যাকৰণ আৰু পুৰাণৰ গ্ৰন্থও কিছু সংখ্যক পোৱা গৈছে। কাব্য আৰু অলঙ্কাৰ বিষয়ক গ্ৰন্থৰ সংখ্যা কম। তাতোকৈ দৰ্শন আদি গভীৰ বিষয়ৰ গ্ৰন্থৰ সংখ্যা তেনেই কম। ইয়াৰ কাৰণ, যিবিলাক বিষয়ৰ মানুহৰ দৈনন্দিন জীৱনৰ লগত অপৰিহাৰ্য্য সম্পৰ্ক আছে, যিবিলাক গ্ৰন্থৰ যোগেদি সম্প্ৰদায় বিশেষৰ বা ব্যক্তিবিশেষৰ জীৱিকা নিৰ্বাহ হৈছিল সেইবিলাক বিষয়ৰ গ্ৰন্থৰ প্ৰতিলিপিও অধিক হৈছিল আৰু তাৰ ৰক্ষণাবেক্ষণতো লোক বেচি যত্নপৰ আছিল। দৰ্শন, কাব্য আদিৰ গ্ৰন্থৰ সম্পৰ্ক জনসাধাৰণৰ জীৱনৰ লগত তেনেকুৱা ঘনিষ্ঠ নহয়। ইপিনে "কাব্যালাপাংশ্চ বৰ্জ্জায়েৎ" "তৰ্কশাস্ত্ৰ মহাব্যাধ্ৰী" এইবোৰ ধাৰণাৰ বিস্তৃতিৰ কাৰণেও তেনেবোৰ বিষয়ৰ গ্ৰন্থৰ ৰক্ষণাৱেক্ষণত লোক বেচি উদাসীন হৈ পৰাটো সম্ভৱ। তথাপি ক্ষয়াবশিষ্ট যিখিনি পুৰণি হাতেলিখা পুথি এতিয়ালৈ বহুতৰ ঘৰত অনাদৃতভাৱে পৰি আছে আৰু যিখিনি অসমৰ বিভিন্ন প্ৰতিষ্ঠানৰ যোগেদি সংগৃহীত হৈছে সেইবোৰৰ যথোচিত সংগ্ৰহ সংৰক্ষণ, অনুশীলন আৰু সংশোধন (গৱেষণা) কাৰ্য্য কৰিব পাৰিলে আৰু তাৰ ফল প্ৰকাশ হ'লে পুৰণি কালত অসমো যে সংস্কৃত শিক্ষাত পিচপৰা নাছিল, সংস্কৃত ভাষা-সাহিত্য তথা ভাৰতীয় সংস্কৃতিত যে অসমৰো গুৰুত্বপূৰ্ণ অৱদান আছে সেইটো অজ্ঞাত বা অস্বীকৃত হৈ নাথাকিব বুলি নিশ্চিতভাৱে ক'ব পাৰি।

পুৰণি অসমৰ ইতিহাসৰ যিখিনি উপাদান পোৱা হৈছে তাৰ দ্বাৰা ভাৰতৰ অন্যান্য প্ৰদেশৰ দৰে অসমতো সংস্কৃত ভাষাই নিত্য, শাশ্বত, ৰাষ্ট্ৰভাষা তথা জাতীয় সম্পদৰূপে পৰিগণিত হৈ চলি আছিল বুলি বুজা যায়।

তেতিয়া আন আন ভাষাত নানা জাতীয় লোকে কথা-বতৰা কৈছিল যদিও, সাময়িক অস্থায়ী কথাবোৰ প্ৰকাশত আৰু সংৰক্ষণত প্ৰাদেশিক ভাষাৰ ব্যৱহাৰ হৈছিল যদিও, যিবিলাক কথা চিৰস্থায়ী হৈ থাকিব লাগে বুলি ভাবিছিল, যিবিলাক ঘটনা বা সংবাদ জাউতিযুগীয়াকৈ ৰখাটো কৰ্তব্য বুলি বিশ্বাস কৰিছিল তেনেবোৰ কথা শিলত, তামৰ ফলিত বা মন্দিৰ আদিৰ গাত সংস্কৃত ভাষাৰে ক্ষোদিত কৰি ৰখা হৈছিল। এজন ৰজাই আনজন ৰজালৈ দিয়া গাম্ভীৰ্য্যপূৰ্ণ চিঠি-পত্ৰ, প্ৰশস্তিবাণী আদিতো তেনেবোৰ কথা সংস্কৃত ভাষাতহে লিখা হৈছিল।[৭] ইয়াৰ প্ৰমাণ স্বৰূপে আনৰ কথা নক'লেও হয়, চুটিয়া, কছাৰী, কোচ, আহোম, ত্ৰিপুৰা,

[৭] কছাৰী বুৰঞ্জী, আহোম বুৰঞ্জী তথা ত্ৰিপুৰা বুৰঞ্জী।



জয়ন্তীয়া আদি বিভিন্ন কুলজাত ৰজাসকলৰ প্ৰচাৰিত যি শিলাশাসন, তামৰ ফলি বা চিঠি-পত্ৰৰ আহি পোৱা গৈছে, সেইবোৰ যে সংস্কৃত ভাষাত লিখা সেয়ে যথেষ্ট নহয় জানো? আনকি, পুৰণি অসমৰ ৰজাই নাৱৰীয়া-বিলাকক জনাবলগীয়া নিৰ্দেশো সংস্কৃত ভাষাৰেহে সৰ্বসাধাৰণৰ দৃষ্টিত পৰাকৈ যুগমীয়াভাৱে শিলত ক্ষোদিত কৰি প্ৰচাৰ কৰিছিল।[৮]

সংস্কৃত ভাষা জনতাৰ মাজত বহুলভাৱে প্ৰচাৰিত, প্ৰতিষ্ঠিত তথা প্ৰিয় ভাষা নহ'লে সেই ৰজা সকলে এনেবোৰ বৃথা প্ৰয়াসেৰে সময়, শক্তি আৰু অৰ্থৰ অপচয় কৰিবলৈ যাব কিয়?

তেতিয়া লিখা-পঢ়া শিকা বুলিলে সংস্কৃত ভাষা তথা 'অ'ৰ পৰা 'ক্ষ'-লৈকে যি সংস্কৃত ভাষাৰ বৰ্ণমালা তাকে লিখিবলৈ পঢ়িবলৈ, আৰু বুজিবলৈ অভ্যাস কৰাক বুজাইছিল। পাচত আহোম আদি ভাষাৰ লিখা-পঢ়া-শিক্ষা যেই সেই জাতীয় লোকৰ মাজত সীমাবদ্ধভাৱে হৈছিল যদিও সৰ্ব-সাধাৰণ জনতাৰ মাজত সি লিখা-পঢ়া শিক্ষা বুলি পৰিগণিত হোৱাৰ কোনো প্ৰমাণ পোৱা নাযায়।

অসমীয়া ভাষা-সাহিত্য সৰ্বদাই সংস্কৃত মুখাপেক্ষী। গতিকে অসমীয়া সাহিত্যত যিসকল সন্ত, মহন্ত, কবি, পণ্ডিতলোকে অৱদান যোগাইছে সেই সকলোৱে মূলতঃ সংস্কৃত ভাষা-সাহিত্যত পাৰদৰ্শী লোক আছিল। মাধৱ কন্দলি, হৰিবৰ বিপ্ৰ, পীতাম্বৰ কবি, হেম সৰস্বতী, ৰুদ্ৰ কন্দলি, কবি কংসাৰি, শ্ৰীমন্ত শঙ্কৰদেৱ, অনন্ত কন্দলি, মাধৱদেৱ, ৰামসৰস্বতী, কবি অনিৰুদ্ধ, ভট্টদেৱ আদি যিসকল পুৰণি অসমৰ কবিৰ নাম আমি পাওঁ সেই সকলোৱে সংস্কৃত ভাষা সাহিত্যত একোজন বিদগ্ধ পণ্ডিত-লোক আছিল। সংস্কৃত নাজানিছিল অথচ শিক্ষিত লোক বুলি পৰিগণিত হৈছিল অথবা অসমীয়া ভাষা-সাহিত্যত উল্লেখযোগ্য বৰঙনি যোগাইছিল এনেকুৱা লোকৰ অস্তিত্বৰ এতিয়ালৈকে কোনো প্ৰমাণ আৱিষ্কৃত হোৱা নাই। অৱশ্যে লিখা পঢ়া নজনা লোকে আধ্যাত্মিক বিষয়ত মহান শিক্ষিত বুলি পৰিগণিত হোৱা কথাটো বেলেগ।

সেই কালত ব্ৰাহ্মণৰ পক্ষে যজন, যাজন, দান, প্ৰতিগ্ৰহ, অধ্যয়ন, অধ্যাপনা এই ষট্‌কৰ্ম অপৰিহাৰ্য্য আছিল। গতিকে বিদ্বান্ ব্ৰাহ্মণ মাত্ৰেই ঘৰত ছাত্ৰ ৰাখি নিজে জনা, শাস্ত্ৰৰ অধ্যাপনা কৰিছিল। ৰজাই ব্ৰহ্মোত্তৰ ভূমি দানেৰে আৰু ৰাজকোষৰপৰা ধন দানেৰে তেনে ব্ৰাহ্মণৰ বৃত্তিৰ

[৮] হৰ্জৰ বৰ্মাৰ প্ৰচাৰিত, তেজপুৰৰ নিকটবৰ্তী পাষাণ গাত্ৰলিপি।
কামৰূপ শাসনাৱলী—পৰিশিষ্ট পৃঃ ১৮৭।

ব্যৱস্থা কৰিছিল। ফলত প্ৰত্যেকজন পণ্ডিত ব্ৰাহ্মণৰ অধীনত একোখন বিদ্যালয় বা চতুষ্পাঠী আছিল।[৯] তেনেকুৱা গুৰু-গৃহত থাকি বিদ্যার্থীয়ে নানা শাস্ত্ৰত জ্ঞান লাভ কৰিছিল। গুৰু-গৃহত পঢ়া শেষ কৰি সমাৱৰ্তনৰ পাচত পণ্ডিত লোকে (স্নাতকে) গৃহাশ্ৰমত প্ৰৱেশ কৰিবৰ অৰ্থে ৰজাৰ ওচৰত জীৱিকাৰ সংস্থান প্ৰাৰ্থনা কৰি লৈছিল।[১০]

এনে ব্ৰাহ্মণৰ বিদ্যালয়ত যে অকল ব্ৰাহ্মণেই পঢ়িছিল এনে নহয় সকলো জাতিৰ শিক্ষাৰ্থীয়ে তাত শিক্ষা লাভ কৰিছিল। পুৰণি তাম্ৰশাসনত উল্লিখিত, ব্যৱহাৰিক, লিখক, কৰণিক (কাকতী) আদি ৰাজ কৰ্মচাৰীবিলাক তথা শাসনৰ অক্ষৰ খোদাই কৰা লোকসকল অব্ৰাহ্মণ অথচ সুশিক্ষিত আছিল। তাম্ৰশাসনৰ দ্বাৰা ভূমিদান কৰা ৰজাসকলো একো একোজন সৰ্বশাস্ত্ৰত পাৰ্গত বিদগ্ধ পণ্ডিত আছিল। মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱে মহেন্দ্ৰ কন্দলিৰ টোলত লিখা-পঢ়া শিকাৰ কথা সৰ্বজন বিদিত।

ব্ৰাহ্মণৰ বাহিৰে অন্যান্য জাতিৰ বা ধৰ্মৰ বিদ্বান লোকবিলাকেও বিভিন্ন বিদ্যাৰ অধ্যাপনা কৰিছিল আৰু ৰজাই ব্ৰাহ্মণক সুবিধা দিয়াৰ দৰে তেওঁবিলাককো নিজৰ নিজৰ বিদ্যাৰ বৃদ্ধি, সংৰক্ষণ, তথা প্ৰসাৰণৰ সা-সুবিধা দান কৰিছিল। ৰাজতৰঙ্গিণীকাৰৰ লিখাৰ পৰা আনুমানিক খৃষ্টীয় ১ম শতিকাত কামৰূপৰ ৰজা সকলে বিদ্বান বৌদ্ধ শ্ৰমণ সকলৰো পৃষ্ঠপোষকতা কৰিছিল বুলি বুজা যায়।[১১] চৈনিক পৰিব্ৰাজক হিউৱেন-চাঙে, মহাৰাজ ভাস্কৰ বৰ্মা পৰম বিদ্যোৎসাহী আৰু গুণগ্ৰাহী ৰজা আছিল বুলি উল্লেখ কৰিছে। তেতিয়া এই দেশলৈ আন আন দেশৰ পৰাও সুযোগ্য বিদ্যাৰ্থীবিলাক শিক্ষা লাভৰ অৰ্থে আহিছিল বুলিও তেওঁ উল্লেখ কৰিছিল।

পুৰণি কালত এই প্ৰদেশত সংস্কৃতৰ ধৰ্মশাস্ত্ৰ আৰু দৰ্শন-শাস্ত্ৰৰ চৰ্চাৰ বিষয়ে আমি অন্যত্ৰ অলপ-অচৰপ আলোচনা কৰিছোঁ।[১২] তাত উল্লিখিত কথাৰ পুনৰাবৃত্তিৰ দ্বাৰা প্ৰবন্ধ দীঘলীয়া কৰাৰপৰা বিৰত থাকিলোঁ।

---

[৯] ডাঃ বিৰিঞ্চিকুমাৰ বৰুৱাদেৱৰ—"A Cultural History of Assam PP.133-141 দ্ৰষ্টব্য।

[১০] মহাৰাজ বলবৰ্মাৰ তাম্ৰশাসন,—'কামৰূপ শাসনাৱলী' পৃঃ ৭৯।

[১১] ৰাজতৰঙ্গিণী ৩।১০।

[১২] (ক) আমাৰ 'অসমৰ বৈষ্ণৱ দৰ্শনৰ ৰূপৰেখা' ১ম, ২য়, অধ্যায়।

(খ) 'The Kamarupa School of Dharmashastra' Published in the "Pragjyotisha" A Souvenir of the XXII session, All India oriental Conference, Gauhati, 1964.



জ্যোতিষ, তন্ত্ৰ, আয়ুৰ্ব্বেদ আদি আন বিষয়ৰো কামৰূপীয় পণ্ডিতৰ ৰচিত বহুত গ্ৰন্থ আছে। স্বতন্ত্ৰ প্ৰবন্ধৰ দ্বাৰাহে সেই সেই বিষয়ৰ আলোচনা সম্ভৱপৰ।

এই প্ৰসঙ্গত সংস্কৃত শিক্ষাত পুৰণি অসমৰ অব্ৰাহ্মণ লোকৰ অৱদান বিষয়ে যি সামান্য লুপ্তাৱশিষ্ট উপাদান পোৱা গৈছে তাৰে উল্লেখ কৰাটো আমি অধিক প্ৰয়োজনীয় বুলি ভাবিছোঁ।

১। জীৰ্ণ-শীৰ্ণ হ'লেও নীতিবৰ্মাৰ ৰচিত 'কিচক বধ' নামৰ সংস্কৃত কাব্য এখনৰ একাধিক হাতে লিখা পুথি অসমৰ তথা পুৰণি কামৰূপৰ নানা ঠাইত পোৱা গৈছে। এই গ্ৰন্থ এবাৰ ঢাকা বিশ্ববিদ্যালয়ৰপৰা ডাঃ সুশীলকুমাৰ দে'ৰ সম্পাদনাত প্ৰকাশ হৈছিল। ইয়াৰ সুবিজ্ঞ সম্পাদকে নানা আলোচনাৰ দ্বাৰা ইয়াৰ গ্ৰন্থকাৰ পুৰণি কামৰূপৰ বুলি কোৱা নাই যদিও পূৰ্ব ভাৰতৰ লোক আছিল বুলি আৰু এই গ্ৰন্থৰ ৰচনাৰ কাল আনুমানিক খৃঃ ১২শ শতিকা বুলি নিৰ্ণয় কৰিছে। এই প্ৰদেশত প্ৰণীত গ্ৰন্থবিলাকত এই গ্ৰন্থৰ উল্লেখ তথা উদ্ধৃতি দেখি, অকল পুৰণি অসমৰ পণ্ডিতসকলৰ মাজতহে এই গ্ৰন্থৰ বহুল প্ৰচলন আছিল বুলি ঠাৱৰাব পাৰি। অসমৰ বৰ্মা উপাধিধাৰী ৰাজ পৰিয়াল পূৰ্ব ভাৰতত অতি প্ৰসিদ্ধ। গতিকে এই নীতিবৰ্মা পুৰণি কামৰূপৰ লোক আছিল বুলি নিশ্চিতভাৱে অনুমান কৰিব পাৰি।

২—৩। ৰত্নাৱলী তথা নাগানন্দ নাটকৰ প্ৰণেতা ৰজা হৰ্ষদেৱ আৰু মুদ্ৰাৰাক্ষস নাটকৰ প্ৰণেতা কবি বিশাখদত্তও পুৰণি কামৰূপৰ লোক আছিল বুলি কোনো কোনো পণ্ডিতে সযুক্তিক নিৰূপণ কৰিছে।[১৩]

---

(গ) "Nitambaracharya" in the Indian Historical Quarterly, June, 1957.

(ঘ) Mahamahopadhyaya Rajaguru Damodara Mishra in the Journal of the Gauhati University 1954 and 1956.

(ঙ) Vedacharya and Sambatsara in the Journal of the Assam Research Society, Hem Chandra Goswami Commemoration Volume, Vol. XIV, 1960.

(চ) "Study of Advaita Philosophy in Ancient Assam Prof. B. K. Barua Commomoration Volume 1966.

[১৩] ৺যোগেন্দ্ৰচন্দ্ৰ ঘোষ পুৰাতত্ত্ব বিচক্ষণৰ প্ৰবন্ধ Journal of the Assam Research Society Vol. III, PP. 5--9.

And Journal and Proceedings of Asiatic Society of Bengal, Vol. XXVI, PP. 241--245.

৪। ইয়াৰ পাচত উল্লেখযোগ্য কামৰূপীয় মহাৰাজ ৰত্নপালৰ পুত্ৰ, পুৰন্দৰ পালৰ ৰচিত 'নীতিকুসুম' গ্ৰন্থ। এই গ্ৰন্থৰ পুথি এখন হেমচন্দ্ৰ গোস্বামীদেৱে সংগ্ৰহ কৰিছিল আৰু ৰংপুৰ সাহিত্য সভাৰ কোনো এখন অধিবেশনত এই গ্ৰন্থৰ বিষয়ে আলোচনাও হৈছিল। কিন্তু এতিয়া এই পুথিখন কলৈ গ'ল তাৰ কোনো শুং-সূত্ৰ আমি বিচাৰি উলিয়াব নোৱাৰিলোঁ।

৫। বিখ্যাত ভাৰৱি কবিকৃত কিৰাতাৰ্জুনীয় কাব্যৰ 'তত্ত্বচন্দ্ৰিকা' নামৰ পাণ্ডিত্যপূৰ্ণ, টীকাগ্ৰন্থ এখন পোৱা গৈছে। এই গ্ৰন্থৰ প্ৰণেতা গদসিংহ, পুৰণি কামৰূপৰ কৰ্ণপুৰ নামৰ ঠাইত ওপজিছিল আৰু তেওঁৰ ককায়েক সিদ্ধসিংহৰ ওচৰত অধ্যয়ন কৰি সকলো শাস্ত্ৰত পাৰদৰ্শিতা লাভ কৰাৰ পাচত এই গ্ৰন্থ প্ৰণয়ন কৰিছে। এওঁ খৃঃ ১৩শ শতিকাৰ পূৰ্ববৰ্তী লোক আছিল বুলি গ্ৰন্থৰ ভিতৰুৱা লিখাৰপৰা অনুমান কৰিব পাৰি। এইজনা পণ্ডিত ব্ৰাহ্মণ নাছিল, সম্ভৱতঃ ক্ষত্ৰিয় আৰু বৌদ্ধ ধৰ্মাৱলম্বী আছিল। গ্ৰন্থৰ মাজে মাজে শ্লোক ব্যাখ্যা প্ৰসঙ্গত শ্ৰোত্ৰিয়সকলৰ মত (ইতি শ্ৰোত্ৰিয়াঃ) বুলি বৈদিক ব্ৰাহ্মণসকলৰ মতৰ উল্লেখ কৰিছে।

৬—৮। মহাসিদ্ধ মৎস্যেন্দ্ৰ নাথৰ (খৃঃ ১০ম শতিকা) অৱতাৰিত 'কৌলজ্ঞান নিৰ্ণয়', 'অকুলবীৰ তন্ত্ৰ' আৰু 'শ্ৰীকামাখ্যা গুহ্যসিদ্ধি তন্ত্ৰ'। এওঁ ভগৱান মহেশ্বৰেই কৈৱৰ্তৰূপে অৱতীৰ্ণ হৈছিল বুলি আৰু একাধাৰে ব্ৰাহ্মণ তথা কৈৱৰ্ত আছিল বুলি শাস্ত্ৰত কথিত আছে।[১৪] এই কথাৰ দ্বাৰা ঐতিহাসিকসকলে তেওঁ কৈৱৰ্ত-কুলত জন্মিছিল বুলি অনুমান কৰে।[১৫] এওঁ চন্দ্ৰদ্বীপত (আধুনিক পূব পাকিস্তানৰ সন্দিপ) জন্ম গ্ৰহণ কৰি কামাখ্যাত সিদ্ধিলাভ কৰিছিল আৰু কামৰূপতে এই গ্ৰন্থবিলাক প্ৰকাশ কৰিছিল।[১৬]

কামৰূপৰ পালবংশৰ ৰজা গোপালৰ পুত্ৰ, হৰ্ষপালৰ ভায়েক এজনে সিদ্ধ পদ্মবজ্ৰৰপৰা দীক্ষা গ্ৰহণ কৰি তান্ত্ৰিক বজ্ৰযান পন্থ লৈছিল আৰু সিদ্ধি লাভৰ পাচত অনঙ্গবজ্ৰ নামেৰে খ্যাত হৈছিল। এওঁ বহুত

১৪ "কৌলজ্ঞান নিৰ্ণয়" ১৬।১২, ৩৫, ২৭ শ্লোক দ্ৰষ্টব্য।

১৫ ৰায় কনকলাল বৰুৱা বাহাদুৰৰ প্ৰবন্ধ, Journal of the Assam Research Society, Vol. VI, PP. 77-80.

১৬ ডঃ পি. চি. বাকচিৰ লিখিত, কৌলজ্ঞান নিৰ্ণয়ৰ ভূমিকা (Introduction) আৰু ৰায় কনকলাল বৰুৱা বাহাদুৰৰ প্ৰবন্ধ Journal of the Assam Research Society Vol. VI, PP. 77-80.



তন্ত্ৰগ্ৰন্থ প্ৰণয়ন কৰিছিল, তাৰে ভিতৰত ৯—১০। 'প্ৰজ্ঞোপায় বিনিশ্চয়-সিদ্ধি' আৰু 'হেবজ্ৰতন্ত্ৰ' প্ৰধান। মহাৰাজ গোপালৰ পিতাক মহাৰাজ ইন্দ্ৰপালেও বজ্ৰযান পন্থ গ্ৰহণ কৰি সেই সম্প্ৰদায়ত 'দাৰিকপা' নামেৰে খ্যাত হৈছিল। তেওঁৰ শিষ্যা আছিল সহজযোগিনী চিন্তা। এই নাৰী সিদ্ধাজনী কামৰূপৰে লোক আছিল বুলি ঐতিহাসিকসকলে অনুমান কৰে। এই সহজযোগিনী চিন্তাৰ অৱতাৰিত, ১১। বজ্ৰযান সম্প্ৰদায়ৰ 'ব্যক্ত ভাৱানুগত তত্ত্বসিদ্ধি' নামৰ গ্ৰন্থ এখন পোৱা গৈছে।[১৭]

১২—১৩। অপভ্ৰংশ ভাষাত ৰচিত 'ডাকাৰ্ণৱতন্ত্ৰ' তথা সংস্কৃত 'কামৰত্ন তন্ত্ৰ' বজ্ৰযান পন্থৰ এই দুখন গ্ৰন্থৰো গ্ৰন্থকাৰ কামৰূপীয় লোক আছিল বুলি ঐতিহাসিক, ৰায় কনকলাল বৰুৱা বাহাদুৰে অনুমান কৰে।[১৮]

১৪—১৫। খৃঃ ষোড়শ শতিকাৰ শ্ৰীমন্ত শঙ্কৰদেৱৰ প্ৰণীত 'ভক্তি-ৰত্নাকৰ' গ্ৰন্থ আৰু যুৱৰাজ শুক্লধ্বজৰ (ছিলাৰায়) প্ৰণীত, 'সাৰৱতী' নামক, গীত-গোবিন্দ কাব্যৰ টীকা-গ্ৰন্থ সংস্কৃত ভাষা-সাহিত্যত অসমৰ অন্যতম উল্লেখযোগ্য অৱদান।

ভাস্কৰ বৰ্মাৰপৰা ধৰ্মপাললৈকে কামৰূপীয় ৰজাসকলৰ নানা শাস্ত্ৰত পাণ্ডিত্য তথা কাব্যকলা-কৌশলৰ কথা এতিয়ালৈ আৱিষ্কৃত তাম্ৰশাসন-বিলাকত সুস্পষ্টভাৱে বৰ্ণিত আছে।

মহাৰাজ ধৰ্মপালৰ পুষ্পভদ্ৰা তাম্ৰশাসনৰ প্ৰথম ৮টা শ্লোক মহাৰাজৰ স্বৰচিত। তাৰ বাহিৰেও 'সদুক্তি কৰ্ণামৃত' নামৰ কবিতাসংগ্ৰহ গ্ৰন্থত ধৰ্মপালৰ ৰচিত ১০টা সুন্দৰ শ্লোক উদ্ধৃত কৰা হৈছে। এই ধৰ্মপাল যে কামৰূপীয় ৰজা ধৰ্মপালৰ বাহিৰে আন হ'ব নোৱাৰে সেইটো, কোনো কোনো পণ্ডিতে সযুক্তিক প্ৰতিপন্ন কৰিছে।[১৯] মহাৰাজ ধৰ্মপালৰ প্ৰস্থানকলস আৰু অনিৰুদ্ধ নামৰ দুজন সভাকবি আছিল। মহাৰাজ ধৰ্মপালৰ শুভঙ্কৰ পাটকলিপি প্ৰস্থানকলসৰ দ্বাৰা আৰু পুষ্পভদ্ৰা লিপিৰ অৱশিষ্টাংশ (অৰ্থাৎ নৱম শ্লোকৰপৰা) অনিৰুদ্ধৰ দ্বাৰা ৰচিত হৈছিল।[২০]

১৭ ৰায় কনকলাল বৰুৱা বাহাদুৰৰ প্ৰবন্ধ, Journal of the Assam Research Society Vol. PP. 77-80.

১৮ তথা।

১৯ এন্ এন্ দাশগুপ্ত মহাশয়ৰ প্ৰবন্ধ, Journal of the Assam Research Society Vol. IV, PP. 56-57.

২০ শুভঙ্কৰ পাটক তাম্ৰশাসন ১৫শ শ্লোক, কামৰূপ শাসনাৱলী পৃঃ ১৫৪ তথা পুষ্প-ভদ্ৰা তাম্ৰশাসন ২২শ শ্লোক, কামৰূপ শাসনাৱলী পৃঃ ১৭৭।

আধুনিক অসমৰ সংস্কৃত শিক্ষাৰ গৌৰৱ স্তম্ভ আনন্দৰাম বৰুৱাৰ নামো এই প্ৰসঙ্গত উল্লেখযোগ্য যদিও সেই বিষয়ে স্বতন্ত্ৰ প্ৰবন্ধৰ আৱশ্যক। আজিৰপৰা এশ বছৰ আগলৈকে সংস্কৃত ভাষাত কবিতা কৰিব পৰা বিদ্বান-লোক অসমৰ আভিজাত্যসম্পন্ন ঘৰত বহুতেই আছিল। যোৰহাটৰ হেৰম্বপ্ৰসাদ বৰুৱাদেৱে তেখেতৰ ককাদেউতাকে ৰচনা কৰা দুটা দেৱীস্তুতি বিষয়ক সুন্দৰ শ্লোক মোক দেখুৱাইছিল।

ওপৰত সংস্কৃত শিক্ষাত অসমৰ অব্ৰাহ্মণ পণ্ডিত লোকৰ অৱদানৰ বিষয়ে হে লিখা হৈছে। অসমৰ ব্ৰাহ্মণ পণ্ডিতৰ ৰচিত সংস্কৃত পুথি এশতকৈ বেছি পোৱা গৈছে যদিও সেই বিলাকৰ ইয়াত উল্লেখ কৰা নহ'ল।

কোচৰজা মহাৰাজ নৰনাৰায়ণৰ ৰাজসভা মহাৰাজ বিক্ৰমাদিত্যৰ ৰাজসভাৰ দৰে নৱৰত্নেৰে সুশোভিত আছিল। সেই নৱৰত্ন হ'ল:—

(১) প্ৰয়োগ ৰত্নমালা ব্যাকৰণৰ গ্ৰন্থকাৰ মহামহোপাধ্যায় পুৰুষোত্তম বিদ্যাবাগীশ।

(২) অষ্টাদশ কৌমুদীকাৰ মহামহোপাধ্যায় পীতাম্বৰ সিদ্ধান্ত বাগীশ ভট্টাচাৰ্য্য।

(৩) তন্ত্ৰ কৌমুদী আদি নানা গ্ৰন্থৰ গ্ৰন্থকাৰ, মৈথিল, নৈয়ায়িক পণ্ডিত দেৱনাথ ঠক্কুৰ।

(৪) মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱ।

(৫) অলঙ্কাৰ কৌস্তভ, বৃত্তমালা আদি বহু সংস্কৃত গ্ৰন্থৰ প্ৰণেতা, গৌড়ীয় বৈষ্ণৱ, মহাকবি কৰ্ণপুৰ।

(৬) লীলাৱতী গ্ৰন্থৰ অসমীয়া ভাঙনী কৰোঁতা, বিদগ্ধ গণিতবিদ্ বকুল কায়স্থ।

(৭) মহাভাৰতৰ পদ ভাঙনী কৰোঁতা কবি ৰামসৰস্বতী।

(৮) 'কামৰূপীয় খণ্ডসাধ্য'ৰ গ্ৰন্থকাৰ, মহাজ্যোতিৰ্বিদ্ শ্ৰীধৰ দৈবজ্ঞ আৰু

(৯) নৃত্য-গীতবাদ্যত পাৰদৰ্শী, সঙ্গীতশাস্ত্ৰজ্ঞ কেন্দুকলাই বা কেন্দুকলাৱিদ্।

মহাৰাজ নৰনাৰায়ণৰ দিনৰপৰাই কোচবেহাৰৰ ৰাজহাউলিত এখন সংস্কৃত বিদ্যালয় অবিচ্ছিন্নভাৱে আজিলৈ চলি আছে। ভাৰত স্বাধীন হোৱাৰ পাচত কোচবেহাৰ পশ্চিম বঙ্গ ৰাজ্যৰ অন্তৰ্ভুক্ত হ'লত পশ্চিম বঙ্গৰ বিদ্যোৎসাহী চৰকাৰে সেই বিদ্যালয়ক সংস্কৃত মহাবিদ্যালয়ৰ (সংস্কৃত কলেজ) ৰূপদান কৰি তাৰ সংৰক্ষণৰ সুব্যৱস্থা কৰিছে।

আহোম ৰজাসকলেও তেওঁবিলাকৰ ৰাজত্ব সুপ্ৰতিষ্ঠিত হোৱাৰপৰা



সংস্কৃত শিক্ষা আৰু ভাৰতীয় সংস্কৃতিৰ পৃষ্ঠপোষকতা কৰিছিল। বজ্ৰ কন্দলি, কবিৰাজ চক্ৰৱৰ্ত্তী, কবিচন্দ্ৰ, ধৰ্মদেৱ কবি, কবি সূৰ্য্য গৌৰীকান্ত, অনন্তাচাৰ্য্য বা মহাদেৱ ভট্টাচাৰ্য্য, চন্দ্ৰ কন্দলি, আয়ুৰ্বেদবিদ্ কামদত্ত, নাৰায়ণদাস, তন্ত্ৰশাস্ত্ৰবিদ্ কৃষ্ণৰাম ভট্টাচাৰ্য্য ন্যায়ৰত্ন, কালীচৰণ ভট্টাচাৰ্য্য আদি পণ্ডিতসকলে বিভিন্ন আহোম স্বৰ্গদেৱৰ পৃষ্ঠপোষকতাত ৰচনা কৰা সংস্কৃত আৰু অসমীয়া ভাষাৰ বহু গ্ৰন্থ পোৱা গৈছে।

আহোম ৰাজহাউলিতো পৰম বিদ্যোৎসাহী, মহাৰাজ ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ দিনৰপৰা ৰাজকীয় সংস্কৃত বিদ্যালয় এখন চলি আছিল। বৃটিচ চৰকাৰৰ আমোলত খৃঃ ১৯শ শতিকাৰ শেষাৰ্ধত সেই বিদ্যালয়ৰ শেষ অধ্যাপক মিত্ৰধৰ পণ্ডিত (মিত্ৰধৰ বৰুৱা) দেৱৰ জীৱনাৱসানৰ লগে লগে হে তাৰ অৱসান ঘটিছে।

প্ৰধান প্ৰধান সত্ৰ আৰু দেৱালয়বিলাকত, দৰঙ্গী ৰজাৰ হাউলিত, গৌৰীপুৰ, বিজনি, বেলতলা, লক্ষ্মীপুৰ, বিলাসীপাৰা আৰু ৰূপসী আদিৰ জমিদাৰসকলৰ হাউলিত তথা সেই কালৰ আঢ্যৱন্ত আভিজাত্যসম্পন্ন, ডা-ডাঙৰীয়াসকলৰ হাউলিবিলাকতো একোখন সংস্কৃত বিদ্যালয় থকাৰ সম্বাদ পোৱা যায়। তাৰ উপৰিও সংস্কৃতৰ বিশেষ বিশেষ শাস্ত্ৰত ব্যুৎপন্ন পণ্ডিতসকলৰ প্ৰত্যেকৰ ঘৰতে একোখন বিদ্যালয় আছিল।

সেই বিদ্যালয়বিলাকৰ যোগেদি পণ্ডিতসকলৰ জীৱিকা নিৰ্বাহ হৈছিল আৰু সমাজত সমাদৰ তথা প্ৰতিষ্ঠা বৃদ্ধি পাইছিল।

ৰজাঘৰৰ অথবা পৃষ্ঠপোষক বদান্য, তথা আঢ্যৱন্ত লোকসকলৰ নিয়মিত সাহায্যৰ উপৰি জনসাধাৰণৰপৰাও এই বিদ্যালয়বিলাকে নানা পিনেদি সাহায্য পাইছিল।

চ'ত মাহত ছাত্ৰবিলাকে চৈতালি ফুৰাৰ নিয়ম আছিল। ছাত্ৰবিলাকৰ ৪-৫ জনকৈ একোটা দল বান্ধি ফাগুন-চ'তৰ সংক্ৰান্তিৰ দিনাৰপৰা কমপক্ষেও ৭ দিন অবিচ্ছিন্নভাৱে বিভিন্ন গাঁৱৰ প্ৰত্যেক ঘৰত গৈ সংস্কৃত শ্লোক গাই আশীৰ্বাদ দিয়ে আৰু গৃহস্থক প্ৰশংসা কৰে। তাৰ বিনিময়ত গৃহস্থই ছাত্ৰবিলাকক টকা-পইচা তথা খাদ্য সামগ্ৰী আদি দান কৰে। এইদৰে চৈতালি ফুৰি ছাত্ৰসকলে যি টকা-পইচা পায় তাৰে অধ্যাপকক গুৰু-দক্ষিণা দিয়ে। অধ্যাপকে ছাত্ৰসকলক সেই টকাৰ কিছু খৰচ কৰি এটা প্ৰীতিভোজ খুৱায়। এই চৈতালি ফুৰাটো ছাত্ৰসকলৰ পক্ষে তথা চৈতালি ফুৰা ছাত্ৰক কিছু নহয় কিছু টকা-পইচাৰ দক্ষিণা দিয়া আৰু তেওঁবিলাকক খুওৱাটো গৃহস্থ লোকৰ পক্ষে পৰম পৱিত্ৰ কৰ্তব্য বুলি সকলোৱে ভাবিছিল।

সেই কালত একোজন অধ্যাপকেৰেই একোখন বিদ্যালয় অধ্যাপকৰ ঘৰৰ অংশ হিচাবেই চলিছিল। ছাত্ৰবিলাকৰ থকা-খোৱাৰ ব্যৱস্থা অধ্যাপকৰ যোগেদি ৰাজ-কোষৰপৰা তথা পৃষ্ঠপোষক ৰাইজৰপৰাই হৈছিল। কিছুমান ছাত্ৰই নিজে নিজৰ খোৱা-থকাৰ ব্যৱস্থা কৰি লৈছিল। উচ্চ-শ্ৰেণীত পঢ়া ছাত্ৰবিলাকে নিম্নশ্ৰেণীত পঢ়া ছাত্ৰবিলাকক পঢ়াবও লাগিছিল। এনেকুৱাকৈ অধ্যাপনা কাৰ্য্যত যোগ দিয়া ছাত্ৰক ওজা ছাত্ৰ বোলা হৈছিল। অন্যান্য ছাত্ৰই ওজা ছাত্ৰবিলাকক সন্মান কৰি চলিছিল। অধ্যাপকজনে উচ্চতম শ্ৰেণীৰ ছাত্ৰকহে পাঠ পঢ়াইছিল।

আজিৰ দৰে পৰীক্ষা লোৱাৰ ব্যৱস্থা নাছিল যদিও ছাত্ৰবিলাকৰ ভিতৰত শাস্ত্ৰজ্ঞানৰ প্ৰতিযোগিতা হৈছিল। মাজে মাজে ছাত্ৰবিলাকৰ মাজত শাস্ত্ৰাৰ্থ বিচাৰ বা তৰ্কসভা হৈছিল। সেই বিচাৰত নৈপুণ্য প্ৰদৰ্শন কৰোঁতা বিজয়ীসকলক অধ্যাপকৰপৰা আৰু ৰাইজৰপৰা প্ৰশংসা-পত্ৰ তথা পুৰস্কাৰ দিয়া হৈছিল। ডা-ডাঙৰীয়া লোকৰ ঘৰত হোৱা শ্ৰাদ্ধ, বিয়া, পূজা-পাৰ্বণ আদি উৎসৱ উপলক্ষে হোৱা, পণ্ডিতসভা তথা আন উপলক্ষে হোৱা পণ্ডিত-সভাতো তেনেকৈ ছাত্ৰসকলৰ ভিতৰত, ক্ষেত্ৰ বিশেষে অধ্যাপকসকলৰ ভিতৰতো শাস্ত্ৰজ্ঞানৰ প্ৰতিযোগিতা হৈছিল। সেই পণ্ডিত সভাই যোগ্যলোকক উপাধি দিছিল আৰু আন পুৰস্কাৰেৰেও সন্মানিত কৰিছিল। এনেকৈ চলা জ্ঞানৰ প্ৰতিযোগিতাই আজিৰ পৰীক্ষাৰ কাৰ্য্য কৰিছিল।

বিদ্যালয়ত সৰ্বসাধাৰণভাৱে স্ত্ৰী-শিক্ষাৰ ব্যৱস্থা নাছিল। কিন্তু আঢ্যৱন্ত লোকৰ ঘৰৰ ছোৱালীক বা বোৱাৰীক ঘৰতে অধ্যাপক নিযুক্ত কৰি লিখা-পঢ়া আৰু অন্যান্য প্ৰয়োজনীয় কলাবিদ্যা শিকোৱাৰ প্ৰমাণ পোৱা যায়। বিদুষী, সহজযোগিনী চিন্তাৰ কথা আমি আগেয়ে উল্লেখ কৰি আহিছোঁ। পিতাক, শহুৰেক বা পতিৰ ওচৰত শিক্ষালাভ কৰি কোনো কোনো তিৰোতাই বিদুষীৰূপে খ্যাতি লাভ কৰাৰ প্ৰমাণৰূপে পুৰুষোত্তম বিদ্যাবাগীশৰ গৃহিণী, ভৱানী দেৱীৰ নাম উল্লেখযোগ্য।

'তিথিতত্ত্ব'ৰ পুৰণি জীৰ্ণ-শীৰ্ণ হাতেলিখা পুথি এখনৰ অন্তত লিখকে (লিপিকাৰে) লিখি থোৱা তলত দিয়া শ্লোক দুটা পোৱা যায়:—

"শ্ৰীকামৰূপ ধৰণী পতি পণ্ডিতানাং
মধ্যেসভং নিজমতাদৰণং চিকীৰ্ষুঃ।
যদাগমদ্ বিবিধশাস্ত্ৰবিধৌ সুদক্ষঃ
নাৰ্য্যাপ্যসৌ দ্বিজৱৰস্ত নিৰাগকাৰি॥"



"যা সাৰ্বভৌমজননী গত যৌৱনা সা
নাম্না ভৱানী (?) পুৰুষোত্তম দেৱপত্নী।
মা সম্প্ৰদায় কথয়া ৰঘুনন্দনং তং
প্ৰস্তূয় প্ৰস্তুত কথং মূ (?) কতাং নিনায়॥"

অৰ্থাৎ—নিজ মতৰ সমাদৰ বঢ়োৱাৰ ইচ্ছাৰে যেতিয়া নানা শাস্ত্ৰ বিধিত পাৰ্গত, পণ্ডিত দ্বিজ এজন কামৰূপ ৰজাৰ পণ্ডিত-সভাৰ মাজলৈ আহিল তেতিয়া এজনী তিৰোতাই তেওঁক অবাক কৰিছিলে। পুৰুষোত্তম দেৱৰ পত্নী, সাৰ্বভৌমৰ মা'ক ভৱানী দেৱী তেতিয়া বুঢ়ী হৈছে। তেওঁ সাম্প্ৰদায়িক কথাৰে কথা আৰম্ভ কৰোঁতেই সেই ৰঘুনন্দন পণ্ডিতৰ মাত বন্ধ কৰি দিছিল।

এই শ্লোকৰ লিখকজনৰ ছন্দশাস্ত্ৰত নৈপুণ্য স্বীকাৰ নকৰিলেও সেই কালৰ পণ্ডিত সমাজত প্ৰচলিত কথাকে যে এই শ্লোক দুটাত সন্নিবদ্ধ কৰা হৈছে সেই বিষয়ে সন্দেহ কৰিবৰ কাৰণ নাই। স্ত্ৰী-সূদ্ৰ আদি সৰ্বসাধাৰণে যাতে সংস্কৃত ভাষাত সহজে ব্যুৎপত্তি লাভ কৰিব পাৰে সেই উদ্দেশ্যেই নৰনাৰায়ণ ৰজাই পুৰুষোত্তম বিদ্যাবাগীশৰ দ্বাৰা প্ৰয়োগৰত্নমালা ব্যাকৰণ প্ৰণয়ন কৰাইছিল বুলি কথিত আছে।

অসমত বৃটিচ চৰকাৰৰ শাসন প্ৰৱৰ্তিত হ'লত প্ৰথমতে অসমৰ শিক্ষা জগততো এটা গুৰুতৰ বিপ্লৱ উপস্থিত হ'ল। ইংৰাজী শিক্ষাৰ অৰ্থে যিবিলাক স্কুল পতা হ'ল তাত বঙালী ভাষা চলোৱা হ'ল। হাইস্কুলৰ অন্যান্য বিষয়ৰ শিক্ষকৰ দৰে সংস্কৃত শিক্ষকো বঙালী পণ্ডিত নিযুক্ত হ'ল। শাসনৰ ক্ষেত্ৰত অসমীয়া লোকৰ প্ৰভাৱ নোহোৱাৰ কাৰণে অসমীয়া সংস্কৃত পণ্ডিত আছিল যদিও তেওঁবিলাকে স্কুলত শিক্ষকতা লাভৰ সুযোগ নাপালে। প্ৰথম অৱস্থাত নৈষ্ঠিক সংস্কৃত পণ্ডিতে বৃটিচ চৰকাৰৰ চাকৰি লবলৈ আগ্ৰহান্বিত তথা সম্মতো হোৱা নাছিল।

তেতিয়াৰপৰাই ওপৰ অসমৰ পিনে পৃষ্ঠপোষকৰ অভাৱত সংস্কৃত শিক্ষা লাহে লাহে বিলুপ্তিৰ পথত আগবাঢ়িব ধৰিলে। শ্ৰীহট্ট, গোৱালপাৰা আৰু কামৰূপৰ পণ্ডিতসকলে স্থানীয় বা নিকটৱৰ্তী স্থানৰ ৰজা, জমিদাৰবিলাকৰপৰা কিছু পৃষ্ঠপোষকতা বা সহায় সহানুভূতি লাভ কৰিছিল। কোচবেহাৰৰ ৰজা, বিজনীৰ ৰজা, মইমনসিঙৰ গৌৰীপুৰ, গোৱালপাৰাৰ গৌৰীপুৰ, ৰূপসী, লক্ষ্মীপুৰ আদিৰ জমিদাৰসকলৰ লগত কামৰূপ তথা গোৱালপাৰাৰ পণ্ডিতসকলৰ ঘনিষ্ঠভাৱে অহা-যোৱা সম্পৰ্ক আছিল। তেওঁবিলাকৰ বাৰ্ষিক বাসন্তী পূজা, দুৰ্গাপূজা, ৰাস যাত্ৰা আদি উৎসৱৰ

সময়ত উপস্থিত পণ্ডিতবিলাকৰ কাৰণে পাণ্ডিত্যৰ তাৰতম্য আৰু দাতাৰ আভিজাত্য তথা আৰ্থিক অৱস্থাৰ তাৰতম্য অনুসৰি প্ৰতি উৎসৱত ১৫৲ টকাৰ পৰা ১০০৲ টকালৈকে কম-বেচিভাৱে পণ্ডিত বিদায় বা দক্ষিণাৰ ব্যৱস্থা আছিল। তদুপৰি দুমোনী, এমোনী আৰু আদমোনী সিধা দিয়াৰ নিয়ম আছিল। এই ব্যৱস্থা অনুসৰি পণ্ডিত লোকে বছৰি ২০০৲ৰ পৰা দুহাজাৰলৈকে ধন পাইছিল। তেতিয়াৰ এশ টকা আজিৰ দিনৰ দুহাজাৰ টকাৰ সমান। এই বজা জমিদাৰসকলৰ হাউলিত মাজে মাজে পণ্ডিত-সভা হৈছিল। তাত পণ্ডিতসকলৰ শাস্ত্ৰাৰ্থ বিচাৰৰ প্ৰতিযোগিতা হৈছিল। সেই প্ৰতিযোগিতাত যোগ দিয়া সকলেও বুজন পৰিমাণৰ দক্ষিণা বা পুৰস্কাৰ পাইছিল। এইদৰে কামৰূপ, গোৱালপাৰা আৰু সিপিনে শ্ৰীহট্টত সংস্কৃত শিক্ষাৰ পৰম্পৰা ৰক্ষিত হৈছিল।

অসমত বিশ্ববিদ্যালয় হোৱাৰ আগেয়ে হাইস্কুল-কলেজৰ ছাত্ৰসকলে কলিকতা বিশ্ববিদ্যালয়ৰ পৰীক্ষা দিয়াৰ দৰে বেঙ্গল সংস্কৃত এছোচিয়েচন গঠিত হোৱাৰপৰা অসমৰ সংস্কৃতৰ ছাত্ৰসকলেও সেই বেঙ্গল এছোচিয়েচনৰ পৰীক্ষা দিছিল। তাৰ পাচত অসমৰ কেইজনমান প্ৰভাৱশালী আৰু বিদ্যোৎসাহী লোকৰ প্ৰচেষ্টাত অসমত বৃটিচ চৰকাৰৰ শিক্ষা বিভাগে সংস্কৃতৰ আদ্য মধ্য পৰীক্ষাৰ প্ৰৱৰ্তন কৰিলে আৰু ছাত্ৰৰ পৰীক্ষাত কৃতিত্ব অনুসৰি অসমৰ সংস্কৃত বিদ্যালয়ৰ অধ্যাপকসকলকো কিছু মাসিক বৃত্তি দিয়াৰ ব্যৱস্থা কৰিলে।

তেতিয়াও অসম সংস্কৃত বোৰ্ড হোৱা নাই; গতিকে অসমীয়া ছাত্ৰ-সকলে বঙ্গ চৰকাৰৰ পৰিচালিত উপাধি পৰীক্ষা দি পাণ্ডিত্যৰ প্ৰমাণ-পত্ৰ লৈছিল। অৱশ্যে গৌৰীপুৰ বিদ্যোৎসাহিনী সভা, কামৰূপ সংস্কৃত সঞ্জীৱনী সভা, শ্ৰীহট্ট ব্ৰাহ্মণ পৰিষৎ আদিয়েও পৰীক্ষা কৰি সংস্কৃত পণ্ডিতক সামাজিক উপাধিৰে স্বীকৃতি দিয়াৰ ব্যৱস্থা ৰাখিছিল। কিন্তু সেই পৰীক্ষা চৰকাৰৰ পৰিচালিত বা সেই উপাধি চৰকাৰী স্বীকৃতিপ্ৰাপ্ত হোৱা নাছিল।

কেইজনমান সংস্কৃতানুৰাগী অসমীয়া, বঙালী আৰু বিলাতী চৰকাৰী কৰ্মচাৰীৰ বিদ্যোৎসাহিতা, গুণগ্ৰাহিতা তথা উদাৰ প্ৰচেষ্টাৰ ফলত ১৯২৪—২৫ চনত শ্ৰীহট্ট গৱৰ্ণমেণ্ট সংস্কৃত কলেজ আৰু অসম সংস্কৃত সমিতি (অসম সংস্কৃত বোৰ্ড) গঠিত হ'ল। তেতিয়াৰপৰাহে অসম চৰকাৰৰ পক্ষৰপৰা সংস্কৃতৰ ছাত্ৰৰ কাৰণে 'শাস্ত্ৰী' উপাধি প্ৰৱৰ্তন কৰা হ'ল। তেতিয়াৰ বঙ্গ চৰকাৰেও অসম চৰকাৰৰ প্ৰদত্ত 'শাস্ত্ৰী' উপাধি বঙ্গ চৰকাৰৰ 'তীৰ্থ' উপাধিৰ সমকথা বুলি মানি লৈছিল। তেতিয়াৰ প্ৰতিষ্ঠাপক-



সকলে অসমৰ একমাত্ৰ শ্ৰীহট্ট গৱৰ্ণমেণ্ট সংস্কৃত কলেজখন সময়ত কলিকতা গৱৰ্ণমেণ্ট সংস্কৃত কলেজৰ স্তৰত উঠিবগৈ বুলি আশা পোষণ কৰিছিল। কিন্তু, কালৰ কি পৰিহাস, ২৪ বছৰ কাল চলাৰ পাচতে ১৯৪৭ চনত ভাৰত বিভাজনৰ ফলত অসমত চৰকাৰী সংস্কৃত কলেজৰ বিলুপ্তি ঘটিল।

স্বাধীন অসমত সংস্কৃত শিক্ষাৰ শোচনীয়তাৰ অৱস্থাৰ প্ৰতি আজিৰ অসমৰ বিদ্যোৎসাহী লোকসকলৰ মনোযোগ আকৃষ্ট হোৱাটো কামনা কৰি এইখিনিতে অসমত সংস্কৃত চৰ্চাৰ বিষয়ে চমু আলোচনাটিৰ সামৰণি পেলোৱা হ'ল।

# পুৰণি অসমৰ মুদ্রা

সৰ্বানন্দ ৰাজকুমাৰ

## আগকথা

প্রাক্ বৃটিচ যুগলৈকে অর্থাৎ ১৮২৬ খৃঃৰ আগলৈকে আমি পুৰণি অসম ধৰিব পাৰোঁ। প্রাক্ বৃটিচ যুগৰ অসম এজন ৰজাৰ তলত নাছিল। পাটকাই পর্বতৰ পূবৰ খামজাঙৰপৰা মানাহলৈকে টাই-আহোম সাম্রাজ্য আছিল। এই সাম্রাজ্যৰ উত্তৰে বুৰঞ্জীয়ে চুকি নোপোৱা কালৰপৰা পশ্চিমৰপৰা পূবলৈ ভোট, মন্পা, চেৰদুক্পেন, খাৱা বা খোৱা, অকা, মিজি, ডফলা, আপাটানি, ছুলুং বা চুলু, পর্বতীয়া মিৰি বা অঙ্কামিৰি, আদী বা আবৰ, মেম্বা, খাম্বা, মিছিমি, পাদাম আবৰ আদি পর্বতীয়া জনজাতিৰ বসতি। টাই-আহোম সাম্রাজ্যৰ পূবে ব্রহ্মদেশ, দক্ষিণে নগা, কছাৰী, জয়ন্তীয়া, খাচি, গাৰো আদি জনজাতিৰ ৰাজ্য আৰু পশ্চিমে মোগল সাম্রাজ্য। এই মোগল সাম্রাজ্যৰ কোচবিহাৰ আৰু গোৱালপাৰা আৰু আহোম সাম্রাজ্যৰ কামৰূপ অতীজ কামৰূপৰ অন্তর্ভুক্ত আছিল আৰু এসময়ত তাত কমতাপুৰ আৰু পাচত কোচৰাজ্য প্রতিষ্ঠিত হৈছিল। চাওলুঙ্ ছুকাফাই সৌমাৰত টাই-আহোম ৰাজ্য স্থাপন কৰোঁতে কছাৰী ৰাজ্য ব্রহ্মপুত্রৰ দক্ষিণপাৰে দিখৌ নৈৰ পূবৰপৰা কলং-কপিলী নৈলৈকে আছিল। চাওফা ছুহুঙমুঙৰ দিনত (১৪৯৭-১৫৩৯ খৃঃ) টাই-আহোম-বিলাকে কছাৰী ৰাজ্য দখল কৰাত তেওঁবিলাকে কাছাৰত কছাৰী ৰাজ্য স্থাপন কৰি মাইবঙত ৰাজধানী পাতিছিল। কাছাৰৰ কছাৰী ৰাজ্যৰ পূবে মণিপুৰ ৰাজ্য, পশ্চিমে মোগল সাম্রাজ্য, উত্তৰে জয়ন্তীয়া আৰু খাচীয়া ৰাজ্যবিলাক আৰু দক্ষিণে মিজো পাহাৰ অৱস্থিত আছিল।



### আহোম সাম্রাজ্য আৰু অন্যান্য ৰাজ্যসমূহ

টাই জাতিৰ মাও-ছান শাখাৰ মুঙ্-খাম্-মুঙ্-জা (টাই ভাষাত মুঙ্-দেশ; খাম্-সোণ; মুঙ্-দেশ; জা-এৰা।) দেশৰ ৰজা চাও-চাঙ্-এঙউ আৰু মাও-লুঙ্ (মাও-পাতল; লুঙ-ডাঙৰ) দেশৰ ৰজা চাও-টাই প্লুঙৰ জীয়েক নাঙ্-মুঙ্-ব্লুক-খাম্-ছেঞৰ (নাঙ্-কন্যা; মুঙ্-দেশ; ব্লুক-ফুল; খাম্-সোণ; ছেঞ্-উত্তম) পুতেক চাও-লুঙ্-ছু-কা-ফাই (চাও-দেৱতা; লুঙ্-ডাঙৰ; ছু-বাঘ; কা-অহা; ফ্রা-স্বর্গ) পিতৃ ৰাজ্য এৰি ডয়-কাও-ৰঙ্ (ডয়-পর্বত; কাও-ন; ৰঙ-গোট খোৱা অর্থাৎ নটা পর্বতৰ সমষ্টি। পাচত এই পর্বতৰ নাম পাটকাই হয়।) পাৰ হৈ কিছুমান নগাক বশ কৰি ১২২৮ খৃঃত সৌমাৰত প্রৱেশ কৰিছিল। তেওঁ সৌমাৰৰ মৰাণ আৰু বৰাহী ৰাজ্য দখল কৰি টাই-আহোম সাম্রাজ্যৰ ভেঁটি স্থাপন কৰিলে। তেওঁৰ উত্তৰাধিকাৰীসকলে চুটিয়া, উত্তৰ পাৰৰ ভূঞা, দক্ষিণ পাৰৰ ভূঞা, কছাৰী, কমতাপুৰ, কোচ আদি ৰাজ্য দখল আৰু খাচি-জয়ন্তীয়া পর্বতৰ উত্তৰ কাষৰীয়া ৰজা আৰু ৰজা পোৱালিবিলাক বশ কৰি টাই-আহোম সাম্রাজ্য গঠন কৰিছিল। তেওঁবিলাকৰ উত্তৰে আৰু দক্ষিণে থকা পর্বতীয়া জনজাতি-বিলাকে তেওঁবিলাকৰ প্রাধান্যতা স্বীকাৰ কৰি বশ মানিছিল আৰু তেওঁ-বিলাকৰ লগত আদান-প্রদান, যাতায়াত, বেহা-বেপাৰ আদি কৰিছিল আৰু কিছুমানে কৰো দিছিল। ভৈয়ামৰ বাসিন্দাসকলৰ বাহিৰেও তেওঁবিলাকৰ সাম্রাজ্যত পর্বতৰপৰা অহা খামটি, চিংফৌ, মিকিৰ, লালুং, গাৰো আদি জনজাতিয়েও বাস কৰিছিল। কছাৰী আৰু জয়ন্তাৰাজ্য সাময়িকভাৱে তেওঁবিলাকৰ কৰতলীয়া আছিল। তেওঁবিলাকে পূবে নৰা আৰু ব্রহ্মা, দক্ষিণে মণিপুৰ, নগা, কছাৰী, জয়ন্তীয়া আৰু পশ্চিমে কমতাপুৰ, কোচ, গৌৰ আদি দেশৰ ৰজা আৰু মোগল সম্রাটৰ লগত বৈবাহিক সম্বন্ধ আৰু মিত্রতা স্থাপন কৰিছিল। দৰঙ্গী, জাগীৰ সাতৰজা, ৰহাৰ পাঁচ ৰজা (সৰা, খাহিগৰীয়া, টোপাকুছীয়া, বাৰেপূজীয়া, মিকিৰ), নেলী, গোভা, ডিমৰীয়া, পাণবৰীয়া, বেলতলা, লুকী, ৰাণী, ভোলাগাঁও, দ্বাৰমৈৰাপুৰ, বৰদুৱাৰ, বনাগাঁও, বকো ছয়গাঁও, পানতন, যগাই (বগাই) আদি ৰজা আৰু ৰজা পোৱালী টাই-আহোম সম্রাটৰ কৰতলীয়া আছিল। টাই-আহোম ৰাজত্বৰ শেষভাগত খামটি আৰু চিংফৌবিলাক স্বাধীন হৈ পৰিছিল আৰু মায়ামৰীয়া ভৰথসিংহ আৰু সৰ্বানন্দ সিংহই শিৱসাগৰ মহকুমাৰ একো অংশত মায়ামৰীয়া ৰাজ্য প্রতিষ্ঠা কৰিছিল।

## অসমত মুদ্ৰাৰ প্ৰচলন

উপৰোক্ত পটভূমিত অসমৰ পুৰণি মুদ্ৰা বিচাৰ কৰিব লাগিব। অসমত পোৱা মুদ্ৰাৰ ভিৰত পঞ্চদশ আহোম সম্ৰাট চাওফা ছুক্লেন্‌মুঙ্‌ ওৰফে স্বৰ্গদেও গড়গঞা ৰজাই (১৫৩৯-৫২ খৃঃ) ১৫৪৩ খৃঃত মৰোৱা মুদ্ৰাই সকলোতকৈ পুৰণি। এইজনা স্বৰ্গদেৱৰ সমসাময়িক দ্বিতীয় কোচ ৰজা নৰনাৰায়ণে (১৫৪০-৮৪ বা ৮৭ খৃঃ) ১৪৭৭ শকত অৰ্থাৎ ১৫৫৫ খৃঃত মৰোৱা মুদ্ৰা পোৱা গৈছে। কছাৰী ৰজাসকলে মৰোৱা মুদ্ৰাৰ ভিতৰত যশোনাৰায়ণে (১৫৩৬-১৫৮৩ খৃঃ) ১৫০৫ শকত অৰ্থাৎ ১৫৮৩ খৃঃত মৰোৱা মুদ্ৰাই সকলোতকৈ পুৰণি। জয়ন্তীয়া ৰজাসকলে মৰোৱা মুদ্ৰাৰ ভিতৰত ১৫৯২ শক অৰ্থাৎ ১৬৭০ খৃঃৰ মুদ্ৰাই সবাতকৈ পুৰণি। মণিপুৰীয়া ৰজাই মৰোৱা মুদ্ৰা ৰূপৰ ঘূৰণীয়া চানেকিৰ সৰু সৰু টুকুৰা। তাত একোটা মাত্ৰ আখৰ আছে। ১৭৯৬ খৃঃত ভৰথসিংহ আৰু ১৭৯৪ আৰু ১৭৯৫ খৃঃত সৰ্বানন্দ সিংহই মৰোৱা ৰূপৰ মুদ্ৰা আছে। আহোম, কোচ, কছাৰী, জয়ন্তীয়া, মণিপুৰীয়া আৰু মায়ামৰীয়া ৰজাসকলৰ মুদ্ৰাৰ বাহিৰে অসমত অন্য ৰজাই মৰোৱা মুদ্ৰা আৱিষ্কাৰ হোৱা নাই।

## আহোম মুদ্ৰা

হৰকান্ত বৰুৱা সদৰামিনৰ 'অসম বুৰঞ্জী'ৰ ১৯ পৃষ্ঠাত অষ্টম স্বৰ্গদেও বামুণী কোঁৱৰ ওৰফে চাও ছুডাঙ্‌ফাৰ (১৩৯৭-১৪০৭ খৃঃ) শিঙ্গৰিঘৰ উঠা উৎসৱ বৰ্ণনাত পোৱা যায় "সেই সময়তে যথাসাধ্য আহোম অক্ষৰে ৰূপৰ সোণৰ মোহৰ মাৰে।" সদৰামিন বৰুৱাই পুনৰ ৩৭ পৃষ্ঠাত সপ্তদশ স্বৰ্গদেও প্ৰতাপসিংহ ওৰফে বুদ্ধিস্বৰ্গনাৰায়ণ ওৰফে চাওছুচেঙ্‌ফাৰ (১৬০৩-৪৩ খৃঃ বা ১৬১১-৪৯ খৃঃ) বিষয়ে লিখোঁতে লিখিছে—"আৰু কোচানৰ ৰজাই নিজ নামেৰে হিন্দু আখৰুৱা মোহৰ মৰা শুনি সেই আখৰুৱাকৈ মোহৰ কৰিবলৈ কেনে ঠানৰ মোহৰ কৰা হ'ব বুলি হিন্দু পণ্ডিত আদিত সোধাত পণ্ডিতসকলে যোগিনী-তন্ত্ৰ শাস্ত্ৰ চাই ক'লে বোলে, অথচ শ্লোক :—

> অষ্ট কোণঞ্চ সৌমাৰং যত্ৰ দিক্করবাসিনী।
> তস্মিন্ বিশন্তি যে লোকা জ্ঞানাদজ্ঞানতোহপিবা।
> তেহপি দেব্যাঃ প্ৰসাদেন সিদ্ধিং গচ্ছন্তি নান্যথা। এই বচনেৰে

বুজাত স্বৰ্গদেৱে আঠচুকীয়া সৌমাৰৰ অধিপতি হৈছে আৰু অন্য ৰজাৰ



এনে মোহৰ দেখা নাই এতেকে আঠচুকীয়া মোহৰকে মাৰা সকলোৱে ভাল দেখোঁ; এনে বোলাতে সেইৰূপেই ৰূপ সোণৰ চাকলি কৰাই বুদ্ধিস্বৰ্গনাৰায়ণ নামৰে কেৱল স্বৰ্গনাৰায়ণ নামেৰে হিন্দু আখৰুৱাকৈ মোহৰ মৰালে। তাৰপৰাহে ৮ চুকীয়া ৰূপৰ সোণৰ মোহৰ চলিল। ৯৮॥" চাৰ এডোৱাৰ্ড গেইট চাহাবেও যোগিনী-তন্ত্ৰৰ শ্লোক অনুসৰি টাই-আহোমৰ আঠকোণীয়া ৰাজ্য হোৱাৰ কাৰণে আঠকোণীয়া মোহৰ মৰাইছিল বুলি লিখি গৈছে।

উপৰোক্ত কথাকেইটা সমৰ্থন কৰিব নোৱাৰি। স্বৰ্গদেও বামুণী কোঁৱৰে মৰোৱা মুদ্ৰা আৱিষ্কাৰ হোৱা নাই। সদৰামিন বৰুৱাদেৱে কি আকৃতিৰ আৰু ভাষা আৰু কি কথা লিখি মুদ্ৰা মৰাইছিল লিখা নাই। এইজনা স্বৰ্গদেৱৰ ৰাজত্বৰ কাল ১৩৯৭-১৪০৭ খৃঃ। ১৫৪৩ খৃঃৰ আগৰ আহোম মুদ্ৰাৰ আবিকাৰ হোৱা নাই। স্বৰ্গদেও বামুণী কোঁৱৰ ১৪০৭ খৃঃত স্বৰ্গী হোৱাৰপৰা ১৫৩৯ খৃঃত স্বৰ্গদেও গড়গঞা ৰজা সিংহাসনত বহালৈকে এই ১৩২ বছৰৰ ভিতৰত ছজন স্বৰ্গদেও সিংহাসনত উঠিছিল। সেইসকলৰ মুদ্ৰা আৱিষ্কাৰ হোৱা নাই। কিন্তু হৰকান্ত বৰুৱা সদৰামিনদেৱে তেখেতৰ 'আহোম বুৰঞ্জী'ত লিখি থৈ গৈছে "এওঁ চুপিম্‌ফা ৰাজা মৰণান্তে এওঁৰে মুদ্ৰা চুহুম্মুং ১৪১৯ শকত (১৪৯৭ খৃঃ) ৰজা হ'ল। দিহিঙ্গৰ চৰগুৱাৰ বৰ নগৰত শিঙ্গৰিঘৰ উঠি মোহৰ মাৰিলে (২৩ খৃঃ)।" চাওফা-ছুহুম্‌-মুঙ্‌ ১৫১৫ খৃঃত কোচ ৰাজ্য প্ৰতিষ্ঠা হোৱাৰ আগতে শিঙ্গৰিঘৰত উঠিছিল। সুকুমাৰ মহন্তৰ ঘৰত পোৱা 'অসম বুঞ্জীৰ'ত পোৱা যায় যে এইজনা স্বৰ্গদেৱৰ দিনতে টাই-আহোম স্বৰ্গদেৱে কৰতোয়া গঙ্গালৈকে (১৫৩৩-৩৪ খৃঃ) ৰাজ্য জয় কৰাৰ পাচত স্বৰ্গদেৱে থাও মুঙ্-লুঙ্ ফ্ৰা-ছেঞ্-মুঙ্ বৰগোহাঁইৰ পুত্ৰ চন্‌খাম্ ঘৰ-সন্দিকৈক পঠাই উৰিষ্যাৰ ৰজা বিক্ৰম সেনৰ ৰাজ্যত জগন্নাথত এটা পুখুৰী খনাই, উৎসৰ্গা কৰি, ২০০ সোণৰ মোহৰ দান দিছিল। এই দুই অসম বুৰঞ্জীৰ কথাৰ পৰা বুজা যায় যে চাওফা ছুহুম্‌-মুঙ্ ওৰফে স্বৰ্গদেও দিহিঙ্গীয়া ৰজা ওৰফে স্বৰ্গনাৰায়ণে (১৪৯৭-১৫৩৯ খৃঃ). চাওফা ছুক্লেন্‌মুঙ্ ওৰফে স্বৰ্গদেও গড়গঞা ৰজাৰ (১৫৩৯-৫২ খৃঃ) আগতে মুদ্ৰা মৰাইছিল। অৱশ্যে এইজনা স্বৰ্গদেৱৰ মুদ্ৰা এতিয়াও আবিষ্কাৰ হোৱা নাই। 'আহোম বুৰঞ্জী' আৰু 'দেওধাই অসম বুৰঞ্জী'ত পোৱা যায় যে চাওফা ছুহানে (১৪৮৯-৯৩ খৃঃ) ধান চুৰ কৰা অপৰাধত টাইৰূবানবিলাকৰপৰা এশ ৰূপ বা একসেৰ ৰূপ আদায় কৰিছিল। পাচত স্বৰ্গদেৱে টাইৰূবানবিলাকৰ সৈতে মিচাং মেৰামত কৰাওঁতে তেওঁবিলাকে স্বৰ্গদেৱক যাঠি

নাইবা জোঙা বাঁহেৰে খুচি হত্যা কৰিলে। ইয়াত 'ৰূপমানে' ৰূপৰ মুদ্ৰা বুজাইছে নে টুকুৰা ৰূপ বুজাইছে ধৰা টান। 'আহোম বুৰঞ্জী'মতে "এশৰূপ" আদায় কৰিছিল। "এশৰূপ" মানে এশটা ৰূপৰ মুদ্ৰা হ'ব পাৰে। সেয়ে হ'লে চাওফা ছুহানৰ দিনত মুদ্ৰা আছিল। 'দেওধাই অসম বুৰঞ্জী' মতে "এসেৰ ৰূপ"। আহোম মুদ্ৰাবিলাক তোলা ভৰৰ আছিল। এতেকে "এসেৰ ৰূপ" মানে আশীটা ৰূপৰ মুদ্ৰা হ'ব পাৰে, নহ'লে এসেৰ ওজনৰ ৰূপৰ টুকুৰা হ'ব। যা হওক চাওফা ছুহানৰ মুদ্ৰা আবিকাৰ হোৱা নাই। সেই কাৰণে তেওঁ প্ৰথমে মুদ্ৰা মৰাইছিল বুলি ডাঠি ক'ব নোৱাৰি। মহাৰাজ বিশ্বসিংহই ১৫১৫ খৃঃত কোচৰাজ্য প্ৰতিষ্ঠা কৰিছিল আৰু চাওফা ছুহুম্-মুঙে ১৪৯৭ খৃঃত সিংহাসনত বহি মুদ্ৰা মৰাইছিল। কোচ ৰজাই ১৫৬৩ খৃঃত ওলম্বৰূপে নিয়া সোন্দৰ গোহাঁইক ১৫৬৪ খৃঃত মুক্তি দিছিল। এতেকে ১৬০৩ খৃঃৰ পাচত সোন্দৰ গোহাঁইৰ কথামতে কোচ ৰজাৰ মুদ্ৰা অনুকৰণ কৰি, স্বৰ্গদেৱে মৰোৱা কথা বিশ্বাসযোগ্য নহয়। ১৫৫৫ খৃঃৰ আগৰ কোচ ৰজাৰ মুদ্ৰা পোৱা হোৱা নাই, কিন্তু ১৫৪৩ খৃঃৰ আহোম মুদ্ৰা আছে। এতেকে স্বৰ্গদেওসকলে কোচ ৰজাক অনুকৰণ কৰি মুদ্ৰা মৰা কথা সচা হ'ব নোৱাৰে।

যোগিনী-তন্ত্ৰত সোমাৰৰ আঠটা কোণ ক'ত ক'ত আছিল পাৰলৈ নাই। সেই অষ্টকোণী সোমাৰৰ বাহুবিলাক জ্যামিতিৰ সমান বাহুৰ অষ্টকোণী ক্ষেত্ৰ আছিল বুলি ধৰি লব নোৱাৰি। প্ৰথম কোচ ৰজা বিশ্বসিংহৰ জীৱিত কালত (১৫১৫-৪০ খৃঃ) যোগিনী-তন্ত্ৰ লিখা যেন অনুমান হয়। যোগিনী-তন্ত্ৰত মহাৰাজ বিশ্বসিংহৰ (বিনুসিংহ) কথা আছে; কিন্তু তেওঁৰ পুত্ৰ মহাৰাজ নৰনাৰায়ণৰ কথা নাই। আঠ-চুকীয়া টাই-আহোম সাম্ৰাজ্যৰ সীমাৰ বৰ্ণনা গেইটে দিয়া নাই। Mr. A. W. Botham ৰ "Catalogue of the Provincial Coin Cabinet, Assam" আৰু Edward Gait ৰ "A History of Assam" ত পোৱা যায় যে পঞ্চদশ স্বৰ্গদেও ছুক্লেন্‌মুঙে ১৫৪৩ খৃঃত প্ৰথমে টাই-আহোম ভাষা আৰু লিপিত আঠচুকীয়া মুদ্ৰা মৰাইছিল। সেই মুদ্ৰা পোৱা গৈছে। চতুৰ্দশ স্বৰ্গদেও ছুহুম্-মুঙৰ দিনত (১৪৯৭-১৫৩৯ খৃঃ) চুটিয়া, ভূঞা আৰু কছাৰী ৰাজ্য টাই-আহোম সাম্ৰাজ্যত চামিল কৰিছিল আৰু টাই-আহোম সাম্ৰাজ্যৰ সীমা সোমাৰ পীঠ পাৰ হৈ বহুত দূৰলৈকে বিস্তৃত হৈছিল। সেই কাৰণে পঞ্চদশ স্বৰ্গদেৱে নিজকে কেৱল সোমাৰৰ ৰজা বুলি ঘোষণা কৰাৰ কোনো অৰ্থ নাই। টাই-আহোম সাম্ৰাজ্যৰ সীমা পূবে পাটকাইৰ পূবৰ খামজাঙৰ (খামায়াং) পৰা পশ্চিমে মানাহ



আৰু নগৰবেৰালৈকে বিস্তৃত হৈছিল। এই বৃহৎ সাম্ৰাজ্যৰ সম্ৰাটে তেওঁৰ সাম্ৰাজ্যৰ এক অংশ সোমাৰৰ ৰজা বুলি আঠচুকীয়া মুদ্ৰা মৰোৱা কথা ভাবিব নোৱাৰি। স্বৰ্গদেও ৰুদ্ৰসিংহই তেওঁৰ ৰাজত্বৰ দ্বিতীয় বছৰত নিজক সোমাৰেশ্বৰ বুলি মুদ্ৰা মৰাইছিল। মুদ্ৰাৰ নমুনা —(টকা) ওপৰ পিঠি:— (১) শ্ৰীশ্ৰীমৎ (২) সোমাৰেশ্বৰ (৩) দ-ৰ ৰুদ্ৰসিংহ (৪) সৎ শাকে ১৬১৯ (১৬৯৭ খৃঃ); তল পিঠি:—(১) শ্ৰীশ্ৰীহৰ (২) গৌৰী পদযু (৩) গল কমল (৪) মধুকৰ। স্বৰ্গদেও ৰুদ্ৰসিংহৰ ১৬৯৭ খৃঃৰ মুদ্ৰাৰ বাহিৰে অন্য কোনো মুদ্ৰাতে স্বৰ্গদেওসকলে সোমাৰেশ্বৰ বুলি উল্লেখ কৰা নাই। ১৬৯৬ খৃঃত অৰ্থাৎ যি বছৰত স্বৰ্গদেও ৰুদ্ৰসিংহ সিংহাসনত বহিছিল সেই খৃঃৰ মুদ্ৰাত স্বৰ্গদেৱে নিজক সোমাৰেশ্বৰ বুলি উল্লেখ কৰা নাই। তেওঁৰ দিনত টাই-আহোম সাম্ৰাজ্য সোমাৰতে আৱদ্ধ নাথাকি কেউফালে বহুদূৰলৈকে বিস্তৃত আছিল। সেয়ে হোৱাতো কেৱল ১৬৯৭ খৃঃত স্বৰ্গদেৱে নিজক কিয় সোমাৰেশ্বৰ বুলি উল্লেখ কৰিলে বুজা নাযায়।

গেইট চাহাবে 'A History of Assam' ত লিখিছে যে আহোম ৰাজ্যৰ লগত আঠখন ৰাজ্য চামিল কৰা কাৰণেও হয়তো স্বৰ্গদেওসকলে আঠকোণীয়া মুদ্ৰা মৰাইছিল। গেইট চাহাবে কোনজনা স্বৰ্গদেৱে কোন আঠখন ৰাজ্য টাই-আহোম সাম্ৰাজ্যৰ লগত চামিল কৰিছিল লিখা নাই। শ্ৰীপ্ৰেমধৰ চৌধুৰী আৰু শ্ৰীমুৰাৰিচৰণ দাসদেৱে 'Ancient Treasures of Assam' নামৰ কিতাপৰ 'Studies in Assam Numismatics' নামে প্ৰবন্ধত লিখিছে যে চাওফাছুছেঙ্ ওৰফে স্বৰ্গদেও প্ৰতাপসিংহই (১৬০৩-৪৩ খৃঃ বা ১৬১১-৪৯ খৃঃ) আঠখন ৰাজ্য জয় কৰাৰ কাৰণে কাঠচুকীয়া মুদ্ৰা মৰাইছিল বুলি 'আহোম বুৰঞ্জী'ত উল্লেখ কৰিছে। এই কথা টাই-আহোম ভাষাৰপৰা ইংৰাজীলৈ ৰায়চাহাব গোলাপচন্দ্ৰ বৰুৱাই অনুবাদ কৰা 'আহোম বুৰঞ্জী'ত পাৰলৈ নাই। যা হওক স্বৰ্গদেও প্ৰতাপসিংহৰ আগতে ১৫৪৩ খৃঃত চাওফা ছুক্লেন্‌মুঙে টাই-আহোম ভাষা আৰু লিপিত আঠচুকীয়া মুদ্ৰা মৰাইছিল। এতেকে উপৰোক্ত মত বিশ্বাসযোগ্য নহয়।

টাই-আহোমসকলৰ মুদ্ৰা তোলা ভৰৰ অৰ্থাৎ ৯৬ ৰতি (১৭৬ গ্ৰেইন) ওজনৰ আছিল। অন্য দেশৰ মুদ্ৰাৰ দৰে মুদ্ৰাবিলাক ঘূৰণীয়া নহৈ আঠ-কোণীয়া আছিল। কোনো জাতিয়ে কোনো সংখ্যাৰ ওপৰত বিশেষ গুৰুত্ব আৰোপ কৰে। অসমীয়া জাতিয়ে বাৰ সংখ্যাটোত বিশেষত্ব দিয়ে; যেনে—'সাতে পাচে বাৰ', 'বাৰমতৰা', 'বাৰকুৰি', 'বাৰেমিহলি',

"বাৰভূঞা', বাৰৰাজখোৱা', 'বাৰজনীয়া', বাৰমহন্ত', 'বাৰঠাকুৰ', ইত্যাদি। পাশ্চাত্য দেশবিলাকৰ বহুতৰ মতে 'তেৰ' সংখ্যাটো অমঙ্গলীয়া। টাই-আহোমসকলে 'আঠ' সংখ্যাটোত বিশেষ গুৰুত্ব দিছিল যেন লাগে। তেওঁবিলাকৰ মতে তেওঁবিলাকৰ আদি পুৰুষ 'লেঙ্দন্' ওৰফে 'ঙি-বিঙ্-খম্' ওৰফে 'ফুৰা' (যাক হিন্দুসকলে 'ইন্দ্ৰ'ৰ সৈতে একে বুলি কয়।) আঠলক্ষ দেৱতাৰ অধিপতি আৰু আঠলক্ষ বজ্ৰ আৰু বিজুলীৰ অধিকাৰী। লেঙ্দনৰ ভতিজাক বেন্খাম্‌ৰ সিংহাসন আঠ খলপীয়া। প্ৰথমে সৃজন কৰা সাপটোৰ আঠখন ফনা আছিল আৰু সেই আঠফনা আঠ দিশলৈ মুখ কৰি আছিল। পৃথিৱীখন আঠকোণীয়া আৰু আঠকোণত আঠটা খুটা আছে। ঈশ্বৰৰ দ্বিতীয়পুত্ৰ ছেঙ্-চ-ফা-ফা-খাম পানীত থকা আঠলাখ সাপৰ অধিপতি। ঈশ্বৰৰ তৃতীয়পুত্ৰ ছেঙ্-কাম্-ফা আঠনিযুত বজ্ৰৰ অধিপতি আছিল। যেই কোনো ৰাজ্যৰ দিশ আঠটাহে আৰু ইয়াক আঠফালেহে বহলাব পাৰি। চাও-ছুডাঙফাৰ দিনতে (১৩৯৭–১৪০৭ খৃঃ) ৰজাৰ ঘৰত হিন্দু ধৰ্মৰ প্ৰভাৱ পৰিছিল; কিন্তু তেওঁবিলাকে চাওফা (স্বৰ্গদেৱ) ছুক্লেন-মুঙৰ দিনতো (১৫৩৯–৫২ খৃঃ) হিন্দু হোৱা নাছিল। সেই কাৰণে স্বৰ্গদেৱে যোগিনী-তন্ত্ৰ অনুসৰণ কৰাৰ কোনো যুক্তি নাই। টাই-আহোমসকলৰ মতে পৃথিৱীৰ আঠটা দিশ (উৰ্দ্ধ আৰু অধঃৰ বাদে) হোৱাৰ কাৰণে আৰু অতীজত স্বৰ্গৰাজ লেঙ্দনে তেওঁৰ নাতি খুন্লুঙ আৰু খুন্লাইক পৃথিৱীৰ অধিপতি হ'বলৈ স্বৰ্গৰপৰা (৫৬৮ খৃঃ) নমাই পঠোৱাৰ কাৰণে সম্ভৱ স্বৰ্গদেও-সকলে আঠকোণীয়া মুদ্ৰা মৰাইছিল।

১৪৯৮ খৃঃত গৌড়ৰ ৰজা হুচেইন শাহে কমতাপুৰৰ খেনবংশী ৰজা নীলাম্বৰক যুদ্ধত পৰাস্ত কৰি কমতাপুৰ দখল কৰিছিল; কিন্তু টাই-আহোম-বিলাকে কেইবছৰমানৰ পাচতে মুছলমানবিলাকক কমতাপুৰ ৰাজ্যৰপৰা খেদি দিলে যদিও কমতাপুৰ শাসন নকৰিলে। তেতিয়াৰপৰা টাই-আহোমবিলাক মুছলমানৰ সংস্পৰ্শত আহিল।

গেইটৰ মতে আহোমবিলাকে ৰাজ্যবিস্তাৰ কৰি, মুছলমানৰ সংস্পৰ্শত অহাত হুচেইনী বংশৰ মুছলমান ৰজাসকলৰ মুদ্ৰা-নীতি অনুসৰণ কৰিবলৈ অনুপ্ৰাণিত হৈছিল। মিঃ এ. ডব্লিউ. বথামৰ মতে কেৱল লিপি আৰু আকৃতিৰ বাহিৰে আন আন বিষয়ত আহোম মুদ্ৰাবিলাক আল্লাউদ্দিন হুচেন শাহৰ পুত্ৰ নছৰৎ শাহ আৰু গিয়াচুদ্দিনৰ মুদ্ৰাৰ সৈতে একে আছিল। মিঃ বথামে আৰু কয় যে মুদ্ৰাৰ লিপিৰ ধৰণ বঙ্গদেশৰ ৰজা দনুজমৰ্দন আৰু মহেন্দ্ৰদেৱৰ (১৫শ শতিকা) পৰা প্ৰত্যক্ষভাৱে ধাৰ কৰা যেন অনুমান



হয়। যিহেতুকে মিঃ বথামে ভাৰতৰ সকলো পুৰণি মুদ্ৰাৰ বিষয়ে তুলনা-মূলকভাৱে গৱেষণা কৰিছিল আৰু তেওঁৰ মতবিলাক আজিও কোনেও ভুল বুলি প্ৰমাণ কৰা নাই সেই হেতুকে তেওঁৰ মতকে বাহাল ৰখা উচিত হ'ব।

যদিও চাওফা ছুক্লেন্ মুঙৰ আগতে টাই আহোম সম্ৰাটসকলে মুদ্ৰা মৰোৱা কথা কোনো কোনো বুৰঞ্জীত উল্লেখ আছে (ওপৰত উনুকিওৱা হৈছে); তথাপি ১৫৪৩ খৃঃত চাওফা ছক্লেন্ মুঙে মৰোৱা মুদ্ৰাৰ আগৰ মুদ্ৰা আৱিষ্কাৰ হোৱা নাই। প্ৰথমতে স্বৰ্গদেওসকলে কেৱল শিঙৰি ঘৰত উঠাৰ (ৰাজ্যাভিষেক) উপলক্ষেহে মুদ্ৰা মৰাইছিল। ত্ৰিংশত স্বৰ্গদেও ৰুদ্ৰসিংহ ১৬৯৫ খৃঃত ৰাজ সিংহাসনত উঠাৰপৰা ১৮২১ খৃঃ লৈকে স্বৰ্গদেওসকলে প্ৰত্যেক বছৰেই মুদ্ৰা মৰাইছিল। মুদ্ৰাৰ চিন আৰু লিপি মাজে মাজে সলনি কৰিছিল আৰু কেতিয়াবা একে বছৰতে কেইবা বাৰো সলনি কৰিছিল। প্ৰথমতে মুদ্ৰাবিলাক টাই-আহোম ভাষা আৰু লিপিত মৰোৱা হৈছিল। বিংশ স্বৰ্গদেও জয়ধ্বজসিংহই (১৬৫৪-৪৩ খৃঃ) আউনীআটী সত্ৰ স্থাপন কৰি তাত কুৰুৱাবাহী সত্ৰৰ ভাগৱতী নিৰঞ্জন বাপুক সত্ৰাধিকাৰ পাতি, তেওঁতে শৰণ লৈ সম্পূৰ্ণৰূপে হিন্দু হ'ল। স্বৰ্গদেওসকলৰ ভিতৰত তেৱেঁই প্ৰথমে শৰণ লোৱাৰ কাৰণে তেওঁক 'শৰণীয়া ৰজা' বোলা হৈছিল। হিন্দুধৰ্মৰ প্ৰভাৱত তেওঁৰ দিনৰ পৰা মুদ্ৰাত সাধাৰণতে সংস্কৃত ভাষা আৰু পুৰণি অসমীয়া লিপি প্ৰচলিত হ'ল। এই কথাৰপৰা অনুমান হয় যে স্বৰ্গদেওসকলে স্বৰ্গদেও জয়ধ্বজ সিংহৰ দিনৰপৰাহে অসমীয়া লিপি গ্ৰহণ কৰিছিল আৰু তেওঁৰ দিনৰ-পৰাহে টাই-আহোম ৰাজবংশ সম্পূৰ্ণ হিন্দু হয়। তেওঁৰ দিনৰপৰাই স্বৰ্গদেওসকলে টাই-আহোম আৰু অসমীয়া দুটা নাম গ্ৰহণ কৰিছিল। স্বৰ্গদেও চক্ৰধ্বজসিংহৰ (১৬৬৩-৭০ খৃঃ) পাচৰ তিনিজনা স্বৰ্গদেৱে উদয়াদিত্য, ৰামধ্বজ, চুহুং, ১৬৭০-৭৪ খৃঃ) টাই-আহোম ভাষাত মুদ্ৰা মৰাইছিল। পুনৰ স্বৰ্গদেও গদাধৰসিংহ ওৰফে চাওছুপাট ফাই (১৬৮১-৯৬ খৃঃ) তেওঁৰ ৰাজত্বৰ কালত আৰু স্বৰ্গদেও প্ৰমত্ত সিংহ (১৭৪৪-৫১ খৃঃ) আৰু স্বৰ্গদেও ৰাজেশ্বৰ সিংহই (১৭৫১-৬৯ খৃঃ) ৰাজ্যাভিষেকৰ বছৰত টাই-আহোম ভাষা আৰু লিপিত মুদ্ৰা মৰাইছিল। বোধহয় সেইবিলাক মুদ্ৰা ৰাজ্যাভিষেকৰ উৎসৱৰ উপলক্ষে পুৰস্কাৰৰূপে বিতৰণ কৰিবলৈ মৰাইছিল। পাচি ভাষা আৰু লিপিত স্বৰ্গদেও শিৱ সিংহৰ (১৭১৪-৪৪ খৃঃ) মহিষী বৰৰজা আইকুঁৱৰী ফুলেশ্বৰী দেৱী ওৰফে প্ৰমথেশ্বৰীদেৱী ওৰফে বেগম পৰহতেশ্বৰীয়ে (১৭২২-৩১ খৃঃ)

১৬৫১ শকত (১৭২৯ খৃঃ) চাৰি চুকীয়া আৰু স্বৰ্গদেও ৰাজেশ্বৰ সিংহই (১৭৫১-৬৯ খৃঃ) ১৬৭৫ শক (১৭৫৩ খৃঃ) আৰু ১৬৮৫ শকত (১৭৬৩ খৃঃ) আঠচুকীয়া আৰু চাৰিচুকীয়া মুদ্ৰা মৰাইছিল। স্বৰ্গদেও ৰাজেশ্বৰ সিংহই অসমীয়া লিপিত চাৰিচুকীয়া আৰু নাগেৰী লিপিত আঠ-চুকীয়া মুদ্ৰা মৰাইছিল। স্বৰ্গদেও লক্ষ্মীসিংহয়ো ১৭৭০ খৃঃত নাগেৰী লিপিত মুদ্ৰা মৰাইছিল। ব্ৰাহ্মণ পণ্ডিতৰ মতে একত্ৰিংশ স্বৰ্গদেও শিৱ-সিংহৰ ছত্ৰভঙ্গ যোগ পৰাত তেওঁ তেওঁৰ গুৰু কৃষ্ণৰাম ন্যায়বাগীশ ভট্টাচাৰ্য্য পৰ্বতীয়া গোসাঁইৰ উপদেশমতে তেওঁৰ তিনিজনা কুঁৱৰীক ক্ৰমানুয়ে তেওঁৰ জীৱিত কালত তেওঁৰ পৰিবৰ্তে ৰাজ্যশাসন কৰিবলৈ আৰু তেওঁ-বিলাকৰ নিজ নিজ নামত মুদ্ৰা মৰাবলৈ দিছিল। ৰজা হ'লেই মুদ্ৰা মৰাব নোৱাৰিছিল। মুদ্ৰা মৰাবলৈ হ'লে ৰজা শিঙৰি ঘৰত উঠিব লাগিব অৰ্থাৎ তেওঁৰ ৰাজ্যাভিষেক হ'ব লাগিব। ৰজা হোৱা কিছু দিনৰ পাচতহে কেতিয়াবা কেইবা বছৰৰো পাচতহে ৰাজ্যাভিষেক বা শিঙ্গৰি ঘৰত উঠা উৎসৱ সমাপন হৈছিল। ভালে কেইজন স্বৰ্গদেও শিঙ্গৰিঘৰত উঠিবলৈ নোপোৱাকৈ স্বৰ্গী হৈছিল। সেই কেইজন স্বৰ্গদেৱৰ মুদ্ৰা বোধ হয় আৱিষ্কাৰ হোৱা নাই। স্বৰ্গদেও ব্ৰজনাথসিংহই ৰজা নোহোৱাকৈয়ে মুদ্ৰা মৰাইছিল। তেওঁক ৰুচিনাথ বুঢ়াগোহাঁয়ে ১৭৩৯ শকত (১৮১৮ খৃঃ) ৰজাপাতিবলৈ গুৱাহাটীৰপৰা লৈ আহিছিল; কিন্তু তেওঁৰ গাত ঘুণ থকাত তেওঁক ৰজা নাপাতি তেওঁৰ পুতেক পুৰন্দৰসিংহক ৰজা পাতিলে। স্বৰ্গদেও পুৰন্দৰসিংহ শিঙ্গৰি ঘৰত উঠিবলৈ নাপালে। সম্ভৱ তেওঁ মুদ্ৰা মৰোৱা নাছিল। স্বৰ্গদেও ৰুদ্ৰসিংহই প্ৰথমে আধলি আৰু সিকি, স্বৰ্গদেও শিৱসিংহই আদমহীয়া আৰু চৰতীয়া আৰু স্বৰ্গদেও গৌৰীনাথ সিংহই (১৭৮০-৯৫ খৃঃ) তিনি ৰতীয়া মুদ্ৰা মৰাইছিল। তিনি ৰতিতকৈ সৰু মুদ্ৰা চৰতীয়া আৰু তিনি ৰতীয়া আছিল। স্বৰ্গদেও শিৱসিংহৰ দিনৰ পৰা নিয়মিতৰূপে সোণৰ মুদ্ৰা মৰোৱা হৈছিল। তাৰ আগতে স্বৰ্গদেও চাওফা ছুক্লেন্ মুঙ আৰু স্বৰ্গদেও উদয়াদিত্য সিংহই (১৬৭০-৭৩ খৃঃ) সোণৰ মুদ্ৰা মৰাইছিল। তামৰ মুদ্ৰা নাছিল। তিনি ৰতীয়াতকৈ সৰু মুদ্ৰাৰ স্থান কৰিয়ে পূৰণ কৰিছিল। আগেয়ে টেকেলিত টকা ভৰাই মাটিত পুতি ৰখাৰ দৰে কৰিও পুতি ৰাখিছিল।

চাওফাছুক্লেন্ মুঙৰ আগতে যদি কোনো স্বৰ্গদেৱে মুদ্ৰা মৰাইছিল তেনে সেই মুদ্ৰা নিজ নিজ ৰাজধানীত মৰাইছিল। চাওফা ছুক্লেন্ মুঙে প্ৰথমে গড়গাঁৱত ৰাজধানী স্থাপন কৰাৰ কাৰণে তেওঁ গড়গঞা ৰজা নামে জনাজাত হৈছিল। তেওঁৰ দিনৰপৰা স্বৰ্গদেও প্ৰমত্ত সিংহৰ দিনলৈকে



(১৭৪৪-৫১ খৃঃ) গড়গাঁৱত, স্বৰ্গদেও ৰাজেশ্বৰ সিংহৰ দিনৰপৰা (১৭৫১-৬৯ খৃ) স্বৰ্গদেও গৌৰীনাথ সিংহই (১৭৭০-৯৫ খৃঃ) যোৰ-হাটলৈ ৰাজধানী স্থানান্তৰিত কৰাৰপৰা ১৮২১ খৃঃ লৈকে দিছৈত (ভোগ-দৈ নৈ) মুদ্ৰা মৰাইছিল। সোণাধৰ বৰুৱা টাকশালৰ গৰাকী (Mint master) আৰু প্ৰধান সোণাৰি আছিল।

মুদ্ৰাবিলাকৰ বিবৰণ তলত দিয়া হল:—

(১) মুদ্ৰাবিলাক সাধাৰণতে আঠচুকীয়া; কিন্তু বাহু কেইটা পৰস্পৰে সম্পূৰ্ণৰূপে সমান নহয়।

(২) সমান মূল্যৰ মুদ্ৰাবিলাকৰ আয়তন পৰস্পৰে সম্পূৰ্ণৰূপে সমান নহয়।

(৩) মুদ্ৰাত মূল্য লিখা নাথাকে। আয়তনৰপৰা মূল্য বুজিব লগা হয়।

(৪) টকা, সিকি আৰু স্বৰ্গদেও ৰাজেশ্বৰ সিংহৰ অন্য মূল্যৰ কিছু-মান মুদ্ৰাৰ বাহিৰে অন্য মুদ্ৰাত মুদ্ৰা মৰা বছৰৰ উল্লেখ নাই। স্বৰ্গদেও শিৱসিংহৰ পৰিবৰ্তে ৰাজ্য শাসন কৰোঁতা তেওঁৰ তিনি গৰাকী মহিষীয়ে মৰা সিকিত মুদ্ৰা মৰা বছৰৰ উল্লেখ নাই; কাৰণ মহিষীসকলৰ নাম লিখোঁতে দুয়ো পিঠিৰ আৱশ্যক হৈছিল।

(৫) টকা আৰু আধলিৰ এপিঠিত ৰজাৰ নাম আৰু আন পিঠিত তেওঁৰ উপাস্য দেৱতাৰ নাম লিখা থাকে। টকাৰ যেই সেই এপিঠিত আৰু সিকিৰ বিপৰীত পিঠিত মুদ্ৰা মৰা বছৰ লিখা থাকে। আধলি, আদমহীয়া, চৰতীয়া আৰু তিনি ৰতীয়াত মুদ্ৰা মৰা বছৰৰ উল্লেখ নাথাকে। আদমহীয়া, চৰতীয়া আৰু তিনি ৰতীয়াৰ দুয়ো পিঠি জোৱাই ৰজাৰ নাম লিখা থাকে। স্বৰ্গদেও শিৱসিংহৰ তিনি গৰাকী মহিষীয়ে মৰা আধলিত উপাস্য দেৱতাৰ নাম নাই; কাৰণ দুয়ো পিঠি তেওঁলোকৰ নামটোৱেই জুৰিছে। টাই-আহোম ভাষা আৰু লিপিত মৰা টকীয়া মুদ্ৰাত চাওফা ছুক্লেন মুঙৰ (১৫৩৯-৫২ খৃঃ) উপাস্য দেৱতা 'তাৰা' (ত্ৰাণ কৰোঁতা) আৰু অন্যান্য স্বৰ্গদেওসকলৰ 'লেঙ্দন' (স্বৰ্গৰ অধিপতি)। সংস্কৃত ভাষা আৰু পুৰণি অসমীয়া লিপিত মৰা টকীয়া মুদ্ৰাত স্বৰ্গদেও জয়ধ্বজ-সিংহৰ (স্বৰ্গনাৰায়ণ ১৬৫৪-৬৩ খৃঃ) উপাস্য দেৱতা 'হৰিহৰ', স্বৰ্গদেও চক্ৰধ্বজ সিংহৰ (১৬৬৩-৭০ খৃঃ) 'শিৱৰাম' আৰু স্বৰ্গদেও ৰুদ্ৰসিংহৰপৰা (১৬৯৬-১৭১৪ খৃঃ) স্বৰ্গদেও যোগেশ্বৰ সিংহলৈকে (১৮-২১-২৪ খৃঃ) সকলো কেইজন স্বৰ্গদেৱৰ 'হৰগৌৰী'। স্বৰ্গদেও

ৰাজেশ্বৰ সিংহৰ ( ১৭৫১-৬৯ খৃ: ) কিছুমান মুদ্ৰাত 'হৰ গৌৰীৰ' পৰিবৰ্তে 'মহেশ্বৰী' উল্লেখ আছে। স্বৰ্গদেও পুৰন্দৰ সিংহৰ ( ১৮১৮-১৯ খৃ: ) দেউতাক ব্ৰজনাথ গোহাঁইদেও ৰাজসিংহাসনত বহা নাছিল ; কিন্তু তেওঁ ১৭৩৯ শকত ( ১৮১৮ খৃ: ) স্বৰ্গদেও ব্ৰজনাথ সিংহ বুলি মুদ্ৰা মৰাইছিল। তেওঁৰ উপাস্য দেৱতা 'ৰাধাকৃষ্ণ'। পাচি ভাষা থকা উপাস্য দেৱতাবিলাকৰ নামৰপৰা স্বৰ্গদেওসকলৰ নিজস্ব ধৰ্ম মতৰ কথা অনুমান কৰিব পাৰি।

"Ancient Treasures of Assam through the state museum Gauhati" নামে কিতাপৰ "Studies in Assam Numismatics প্ৰবন্ধত Curator শ্ৰী পি. ডি. চৌধুৰী আৰু শ্ৰী এম. চি. দাসদেৱে লিখিছে— "..............but Gadadhar Singha was not converted to Hinduism." এই কথা আমি সমৰ্থন কৰিব নোৱাৰোঁ। ৰজা হোৱাৰ আগতে তেওঁৰ নাম 'লাঙি' আছিল। টাই-আহোম ভাষাত দ্বিতীয় পুত্ৰ বা সবাতকৈ সৰু পুত্ৰক 'লাঙি' বোলে। তেওঁ ৰজা হৈ টাই-আহোম ভাষাত নাম ললে 'চাও ছুপাট্‌ফা' আৰু হিন্দু নাম ললে 'স্বৰ্গদেও গদাধৰ সিংহ।' টাই আহোম ভাষাত 'চাওফা' মানে 'স্বৰ্গদেও', "ছু" মানে 'বাঘ আৰু 'পট্' মানে 'গদা'। এতেকে 'চাও ছুপাট্‌ফা' মানে 'স্বৰ্গদেও গদাধৰ সিংহ'। তেওঁ হিন্দু নোহোৱাহেঁতেন হিন্দু নাম গ্ৰহণ নকৰিলেহেঁতেন। কোনোৱে কয় যে তেওঁ মুকলিমূৰীয়া গোসাঁইৰপৰা শক্তি মন্ত্ৰ গ্ৰহণ কৰিছিল। তেওঁ উমানন্দ দৌল, বিশ্বনাথ দৌল, ভোগ দৌল আৰু পুখুৰী, গোটা দৌল, চণ্ডী আৰু সূৰ্য্য-মাধৱ দৌল নিৰ্মাণ কৰাইছিল। তেওঁ বিশ্বনাথ দৌলত ১৬০৬ আৰু ১৬০৭ শকত ( ১৬৮৪ আৰু ১৬-৮৫ খৃ: ) মাটি দান দিয়া দুখন তামৰ ফলি বিশ্বনাথ দৌলৰ বৰ ঠাকুৰৰ হাতত ১৯৩৯ খৃ:ৰ আগতে দেখা পাইছিলোঁ। তেওঁ তিঙ্খাঙৰ যুদ্ধ ভূমিত হাল বাই, পুখুৰী খনাই আউনীঅটীয়া, বেঙেনাঅটীয়া আৰু কাটনী পৰীয়া তিনিজনা গোসাঁই আৰু মহাজনক অনাই পুখুৰী উৎসৰ্গ কৰি নাম থৈছিল 'ৰহদৈ'। তেওঁ চৰাইদেওৰ নামনিত পুখুৰী খনাই লাঙ্‌কুৰিৰ ( লাঙ্‌কুৰি-চৰাইদেও ৰক্ষক ) নামত উৎসৰ্গ কৰিছিল। টাই-আহোম-সকলৰ দেৱতাৰ নামত তেওঁ কেৱল এটা পুখুৰী উৎসৰ্গ কৰাহে পোৱা যায়। অসম ৰাজ্যিক যাদুঘৰৰ সহকাৰী 'কিউৰেটৰ' শ্ৰী এম. চি. দাস দেৱে তেখেতৰ 'A Study on Ahom Coins' নামে প্ৰবন্ধত লিখিছে— "He ( Gadadhara Sinha ) also used the Sanskrit language and Assamese script in some of his issues. The



legend on the reverse of one of his issues uesd as 'Sri Sri Siva Padaparasya' adhering to the feet of Lord Siva'. This signifies that was a worshiper of Siva." উপৰোক্ত কাৰণবিলাকত স্বৰ্গদেও গদাধৰ সিংহক অহিন্দু বুলিব নোৱাৰি।

(৬) মুদ্ৰাত লিখা কথাবিলাক সময়ে সময়ে একেজন স্বৰ্গদেৱে সলনি কৰিছিল।

(৭) মুদ্ৰাত অঙ্কিত চিহ্নবিলাক প্ৰতিবাৰে মুদ্ৰা মাৰোঁতে সলনি কৰিছিল আৰু কেতিয়াবা একে বছৰতে কেইবা বাৰো সলনি কৰিছিল।

(৮) সাধাৰণতে এটা 'ড্ৰেগন' অৰ্থাৎ পাখি লগা সিংহৰ ছবি ( ত্যাওতি ) মুদ্ৰাবিলাকৰ লিপিৰ তলত অঙ্কিত কৰিছিল। তেনে সিংহৰ ছবি মাটি দান দিয়া তামৰ ফলিতো আছিল। সেইটো স্বৰ্গদেওসকলৰ সিংহ চাব ৰূপে ব্যৱহাৰ হৈছিল। চাওফা ছুক্লেন মুঙৰ মুদ্ৰাবিলাকৰ উদীয়মান সূৰ্য্যৰ ; স্বৰ্গদেও গদাধৰ সিংহৰ কিছুমান মুদ্ৰাৰ ওপৰ পিঠিত পাখি লগা সিংহ আৰু তলপিঠিত নেজ ফালে ঠোঁট ঘূৰাই থকা এটা ম'ৰাৰ আৰু স্বৰ্গদেও ৰুদ্ৰসিংহৰ কিছুমান মুদ্ৰাত পাখি লগা সিংহই এটা হৰিণা খেদি নিয়া ছবি আছিল।

(৯) মুদ্ৰাবিলাকত ৰজাৰ মূৰৰ প্ৰতিমূৰ্তি নাছিল।

(১০) ৰূপৰ আধলি, সিকি আদি থকাৰ দৰে সোণৰো আছিল। কিছুমান ৰূপৰ মুদ্ৰাৰ লিপিৰ নমুনা তলত দিয়া হ'ল। তাত বন্ধনীৰ ভিতৰত দিয়া সংখ্যাই শাৰী বুজাইছে আৰু প্ৰথম ভাগে ওপৰ পিঠি আৰু পাচৰ ভাগে তলপিঠি বুজাইছে।

।। টকা ।।

১। টাই আহোম ভাষা আৰু লিপিৰ :—

(ক) (১) চাওফা (২) ছুক্লেন্ মু (৩) ঙ্ পিন্ চাও (৪) লাক্লি (৫) প্লেক্লি—(১) কাও (২) বয়ফা (৩) তাৰা (৪) হেউচু।

অসমীয়া ভাঙনী :— চাওফা—স্বৰ্গদেও ; ছুক্লেন্-মুঙ্—ৰজাজনৰ নাম ; পিন্—হ'ল ; চাও—ৰজা ; লাক্লি প্লেক্লি—১৪৬৫ শক (১৫৪৩ খৃ:) অৰ্থাৎ ১৫৪৩ খৃ: ত চাওফা ছুক্লেন্-মুঙ্ ৰজা হ'ল ( শিঙৰি ঘৰত উঠিল )। কাও—মই, বয়—প্ৰাৰ্থনা কৰোঁ, ফা—স্বৰ্গৰ, তাৰা—ত্ৰাণ কৰোঁতা ( ঈশ্বৰ ), হেউ—দিয়া, চু—নামত ; অৰ্থাৎ মই স্বৰ্গৰ ঈশ্বৰৰ নামত প্ৰাৰ্থনা কৰোঁ।

(খ) (১) চাওছু (২) পাট্‌ফা পি (৩) ন্ খুন্ লাক্ (৪) নি ৰাইচান—(১) কাওবয় (২) ফা লেন্ (৩) দল্ হেউ (৪) চু।

অসমীয়া ভাঙনী :—চাওফা—স্বৰ্গদেও, ছ—বাঘ, পাট—গদা, পিন—হ'ল, খুন্—ৰজা, লাক্নি ৰাইচান—১৬০৩ শক (১৬৮১ খৃ:) অৰ্থাৎ ১৬৮১ খৃঃত স্বৰ্গদেও গদাধৰ সিংহ ৰজা হ'ল (শিঙৰি ঘৰত উঠিল)। কাও—মই, বয়—প্ৰাৰ্থনা কৰোঁ, ফা—স্বৰ্গৰ, লেন্‌দন্—লেঙ্‌দন যাক হিন্দুৱে ইন্দ্ৰৰ লগত তুলনা কৰিছে ; হেউ—দিয়া ; চু—নামত ; অৰ্থাৎ মই স্বৰ্গৰ লেঙ্‌দাক প্ৰাৰ্থনা কৰোঁ।

(গ) (১) চাও ছ (২) নেন্ ফা পিন্ (৩) খুন্ লাক্নি (৪) কাট্ কেও—(১) কাওবয় (২) ফা লেন্ দ (৩) ন্ হেউ চু।

অসমীয়া ভাঙনী :— চাওফা—স্বৰ্গদেও, ছূ—বাঘ, নেন্—ধুনীয়া, (চাওছূনেন্ ফা—স্বৰ্গদেৱ প্ৰমত্ত সিংহৰ টাই আহোম নাম) ; পিন্—হ'ল, খুন্—ৰজা, লাক্নি কাট্ কেও—১৬৬৬ শক (১৭৪৪ খৃ:), অৰ্থাৎ ১৭৪৪ খৃঃত স্বৰ্গদেও প্ৰমত্ত সিংহৰ ৰজা হ'ল। কাও—মই ; বয়—প্ৰাৰ্থনা কৰোঁ, ফা—স্বৰ্গৰ, লেন্ দন্—লেঙ্ দন্ (যাক হিন্দুৱে ইন্দ্ৰৰ লগত তুলনা কৰিছে), হেউ—দিয়া, ছু—নামত। অৰ্থাৎ মই স্বৰ্গৰ লেঙ্‌দনক প্ৰাৰ্থনা কৰোঁ।

২। পাৰ্চী ভাষা আৰু লিপিৰ :—

(ক) (১) চাহ শিও সিং (২) ছিক্কা (৩) জদ চোঁ মহৰ (৪) বহুকনে বেগম পৰ্‌মতিছৰি (৫) চাহ—(১) ময়মনত মানুছ (২) ১৫ (৩) ছনে জলুছ (৪) জৰব গৰগাঁও (৫) ১৬৫১।

অসমীয়া ভাঙনী :—(১) ৰজা শিৱ সিংহৰ (২) টকা (৩) মোহৰৰ দৰে মুদ্ৰিত (৪) বেগম পৰমতিছৰিৰ (ৰাণী প্ৰমথেশ্বৰী) আদেশ অনুযায়ী (৫) ৰজা—(১) এজন অন্তৰঙ্গ বন্ধুৰ শ্ৰীবৃদ্ধি (২) ১৫ (৩) ৰাজা সিংহাসনত আৰোহণ কৰা তাৰিখ (৪) গড়গাঁৱত মুদ্ৰিত (৫) ১৬৫১ (১৭২৯ খৃ:)।[১] স্বৰ্গদেও শিৱসিংহ ১৭১৪ খৃঃত সিংহাসনত উঠিছিল। তেওঁ ৰাজ সিংহাসনত আৰোহণ কৰা ১৫ বছৰত অৰ্থাৎ ১৭২৯ খৃঃ এই মুদ্ৰা মৰাইছিল।

(খ) (১) শেয়দ শাহ চুলটান চোঁ খোৰ (২) ছিক্কা জদ হুঁ আলম পানাহ (৩) শ্ৰীৰাজেশ্বৰ সিং—(১) ১৬৭৪ মানুছ ময়মনত (২) ছনে জলুছ জৰব (৩) ৰংপুৰ।

(গ) (১) চেয়দ চাহ চুলটান চোঁ খোৰ (২) ছিক্কা জদ হুঁ আলম পনাহ (৩) শ্ৰীৰাজেশ্বৰ সিং—(১) মানুছ ময়মনত ১৬৮৫ (২) ছনে জলুছ জৰব ৰংপুৰ।

[১] মোঃ পীৰজাহান, বি. এ. বি. টি. চাহাবে কৰা অসমীয়া অনুবাদ



অসমীয়া ভাঙনী :—[(খ) আৰু (গ) ৰ ওপৰ পিঠিৰ লিপি একে।] ১। উজ্জ্বল জোন (বা মাহ), সূৰ্য্যৰ অনুৰূপ ৰজা (২) টকা মৰা হ'ল পৃথিৱীৰ আশ্ৰয়দাতা (৩) শ্ৰীৰাজেশ্বৰ সিংহ। বিপৰীত পিঠিৰ লিপিত (খ) আৰু (গ) ৰ মুদ্ৰা মৰা শক ক্ৰমে ১৬৭৪ (১৭৫২ খৃঃ) আৰু ১৬৮৫ (১৭৬৩ খৃঃ) আৰু মুদ্ৰা মৰা স্থান ৰংপুৰ। বাকী কথা ৰাণী প্ৰমথেশ্বৰী দেৱীৰ সৈতে একে।[২]

৩। সংস্কৃত ভাষা আৰু পুৰণি অসমীয়া লিপিৰ :—

(ক) (১) শ্ৰীস্ব (২) ৰ্গ নাৰায়ণ (৩) দেৱস্য শাকে (৪) ১৫৭০ —(১) শ্ৰীশ্ৰীহ (২) ৰি হৰ চৰ (৩) ন পৰায় (৪) নস্য। "স্বৰ্গনাৰায়ণ" শব্দই "জয়ধ্বজসিংহ"ক বুজাইছে।

(খ) (১) শ্ৰীশ্ৰীস্ব (২) ৰ্গ দেৱ চক্ৰধ্ব (৩) জ সিংহস্য শাকে (৪) ১৫৮৫ —(১) শ্ৰীশ্ৰীশি (২) ৱ ৰাম পদা (৩) ৰ বিন্দ পৰা (৪) য়নস্য।

(গ) (১) শ্ৰীশ্ৰীমৎ (২) স্বৰ্গদেৱ ৰুদ্ৰ (৩) সিংহস্য শা (৪) কে ১৬১৮—(১) শ্ৰীশ্ৰীহ (২) ৰ গৌৰী প (৩) দাম্বুজ মধু (৪) কৰস্য।

(ঘ) (১) শ্ৰীশ্ৰীমৎ (২) স্বৰ্গদেৱ শি (৩) ৱ সিংহ নৃপস্য (৪) শাকে ১৬৩৭—(১) শ্ৰীশ্ৰীহৰ (২) গৌৰী পদা (৩) ম্বুজ মধু ক (৪) ৰস্য। (মুদ্ৰাত চিন সলাই সলাই প্ৰত্যেক বছৰে ১৬৩৭ শকৰপৰা ১৬৫৪ আৰু ১৬৬০ শকত স্বৰ্গদেৱে নিজনামে মুদ্ৰা মৰাইছিল। তেওঁ ৰজা হৈ থকা বাকী কালছোৱাত তেওঁৰ তিনি গৰাকী ৰাণীয়ে মুদ্ৰা মৰাইছিল।)

(ঙ) (১) শ্ৰীশ্ৰী শিৱ (২) সিংহ নৃপ মহি (৩) ষী শ্ৰীফুলেশ্ব (৪) ৰী দেব্যা :—(১) শ্ৰীশ্ৰীহ (২) ৰ গৌৰী পদ (৩) পৰায়ণায় (৪) শাকে ১৬৪৬।

বৰৰজা আইকুঁৱৰী ফুলেশ্বৰী দেৱীয়ে প্ৰমথেশ্বৰী নামতো মুদ্ৰা মৰাইছিল।

(চ) (১) শ্ৰীশ্ৰীশিৱ (২) সিংহ নৃপ মহি (৩) ষী শ্ৰীপ্ৰমথেশ্ব (৪) ৰী দেব্যা :—(১) শ্ৰীশ্ৰীহৰ (২) গৌৰী পদ প (৩) ৰায়ণায় : (৪) শাকে ১৬৪৯।

(ছ) (১) শ্ৰীশ্ৰীশিৱ (২) সিংহ নৃপ তদ্ধা (৩) ল্লভ শ্ৰীমদাম্বি (৪) দেবীনাং—(১) শ্ৰীশ্ৰীহৰ (২) গৌৰী পদ (৩) পৰায়ণানাং (৪) শাকে ১৬৫৪।

[২] মোঃ পিৰজাহান, বি. এ. বি. টি. চাহাবে কৰা অসমীয়া অনুবাদ।

(জ) (১) শ্ৰীশ্ৰীশিৱ (২) সিংহ নৃপ তদ্বা (৩) ম্লভ শ্ৰীসৰ্বে (৪) শ্বৰী দেবী নাং —(১) শ্ৰীশ্ৰীহৰ (২) গৌৰীপদ (৩) পৰায়ণানাং (৪) ১৬৬১।

(ঝ) (১) শ্ৰীশ্ৰীস্বৰ্গ (২) দেৱ প্ৰমত্ত (৩) সিংহ নৃপস্য (৪) শাকে ১৬৬৭ —(১) শ্ৰীশ্ৰীহৰ (২) গৌৰী চৰণ (৩) কমল মধু (৪) কৰস্য।

(ঞ) (১) শ্ৰীশ্ৰীস্বৰ্গ (২) দেৱ শ্ৰীৰাজেশ্ব (৩) ৰ সিংহ নৃপস্য (৪) শাকে ১৬৭৪—(১) শ্ৰীশ্ৰীহৰ (২) গৌৰী চৰণ ক (৩) মল কমবন্দ (৪) মধুকৰস্য।

(ট) (১) শ্ৰীশ্ৰীস্বৰ্গ (২) দেৱ শ্ৰীলক্ষ্মী (৩) সিংহ নৃপস্য (৪) শাকে ১৬৯২—(১) শ্ৰীশ্ৰীহৰ (২) গৌৰী চৰণাৰ (৩) বিন্দ মকৰন্দ (৪) মধুকৰস্য।

(ঠ) (১) শ্ৰীশ্ৰীস্বৰ্গ (২) দেৱ শ্ৰীগৌৰীনা (৩) থ সিংহ নৃপস্য (৪) শাকে ১৭০৩—(১) শ্ৰীশ্ৰীহৰ (২) গৌৰী চৰণাৰ (৩) বিন্দ মকৰন্দ (৪) মধুকৰস্য।

(ড) (১) শ্ৰীশ্ৰীস্বৰ্গ (২) দেৱ শ্ৰীকমলেশ্ব (৩) ৰ সিংহ নাৰেন্দ্ৰস্য (৪) শাকে ১৭২০—(১) শ্ৰীশ্ৰীহৰ (২) গৌৰী চৰণ ক (৩) মল মকৰন্দ (৪) মধুকৰস্য।

(ঢ) (১) শ্ৰীশ্ৰীস্বৰ্গ (২) দেৱ শ্ৰীচন্দ্ৰকা (৩) ন্ত সিংহ নৰেন্দ্ৰস্য (৪) শাকে ১৭৪১—(১) শ্ৰীশ্ৰীহৰ (২) গৌৰী চৰণাৰ (৩) বিন্দ মকৰন্দ (৪) মধুকৰস্য।

(ণ) (১) শ্ৰীশ্ৰীস্বৰ্গ (২) দেৱ শ্ৰীব্ৰজনা (৩) থ নৃপস্য (৪) শাকে ১৭৩৯—(১) শ্ৰীশ্ৰী ৰাধা (২) কৃষ্ণ চৰণক (৩) মলমকৰন্দ (৪) মধুকৰস্য।

॥ আধলি ॥

(ক) (১) শ্ৰীশ্ৰী (২) ৰুদ্ৰ সি (৩) ং হস্য —(১) শ্ৰীশ্ৰী (২) শিৱ-পদ (৩) পৰস্য।

(খ) (১) শ্ৰীশ্ৰী (২) শিৱ সি (৩) ং হস্য—(১) শ্ৰীশ্ৰী (২) শিৱ পদ (৩) পৰস্য।

(গ) (১) শ্ৰীশ্ৰী শি (২) ৱসিংহ নৃপ (৩) মহিষী—(১) শ্ৰীপ্ৰম (২) থেশ্বৰী (৩) দেব্যাঃ।

(ঘ) (১) শ্ৰীশ্ৰী শি (২) ৱ সিংহ ন (৩) ৰেশ্বৰ—(১) তদ্বাল্ল (২) ভ শ্ৰীমদ অম্বি (৩) কাদেবী নাং (৪) ১৯।



(ঙ) (১) শ্ৰীশ্ৰী শি (২) ৱ সিংহ ন (৩) ৰেশ্বৰ—(১) তদ্বাল্ল (২) ভশ্ৰীসৰ্ব্বে (৩) শ্বৰ দেবী নাং (৪) ২৬।

(চ) (১) শ্ৰীশ্ৰীপ্ৰ (২) মত্তসিংহ (৩) নৃসপ্য—(১) শ্ৰীশ্ৰী (২) শিৱ পদ (৩) পৰস্য।

(ছ) (১) শ্ৰীশ্ৰীৰা (২) জেশ্বৰ সিংহ (৩) নৃপস্য—(১) শ্ৰীশ্ৰীশি (২) ৱ পদ পৰা (৩) য়ণস্য।

(জ) (১) শ্ৰীশ্ৰীল (২) ক্ষ্মী সিংহ (৩) নৰেন্দ্ৰস্য—(১) শ্ৰীশ্ৰীহ (২) ৰ গৌৰী প (৩) দপৰস্য (৪) ১।

(ঝ) (১) শ্ৰীশ্ৰী গৌ (২) ৰী নাথ সি (৩) ংহ নৃপস্য (১) ৰ শ্ৰীশ্ৰীহ (২) গৌৰীপ (৩) দপৰস্য (৪) ১।

(ঞ) (১) শ্ৰীশ্ৰীক (২) মলেশ্বৰ সি (৩) ংহ নৃপস্য—(১) শ্ৰীশ্ৰীহ (২) ৰ গৌৰী চৰ (৩) ণ স পৰস্য।

(ট) (১) শ্ৰীশ্ৰী চন্দ্ৰ (২) কান্ত সিংহ (৩) নৰেন্দ্ৰস্য—(১) শ্ৰাশ্ৰীহ (২) ৰ গৌৰীপ (৩) দপৰস্য।

(ঠ) (১) শ্ৰীশ্ৰী ব্ৰ (২) জনাথ সি (৩) ংহ নৃপস্য—(১) শ্ৰীশ্ৰীৰা (২) ধা কৃষ্ণপ (৩) দপৰস্য।

(ড) (১) শ্ৰীশ্ৰীজো (২) গেশ্বৰ সি (৩) ংহ নৃপস্য—(১) শ্ৰীশ্ৰীহ (২) ৰ গৌৰীপ (৩) দপৰস্য।

॥ সিকি ॥

(ক) (১) শ্ৰীশ্ৰী (২) শিৱ সিংহ (৩) নৃপস্য—(১) সাল (২) ১৬।

(খ) (১) শ্ৰী শি (২) ৱ সিংহ (৩) নৃপ—(১) জায়া শ্ৰী (২) প্ৰমথে (৩) শ্বৰ্য্যা ঃ।

(গ) (১) শ্ৰীশ্ৰী শি (২) ৱ সিংহম (৩) হিপ—(১) জায়া (২) শ্ৰী-মদাম্বি (৩) কানাং (৪) ১৯।

(ঘ) (১) শ্ৰীশ্ৰী শি (২) ৱ সিংহম (৩) হিপ—(১) জায়া (২) শ্ৰী-সৰ্বে (৩) শ্বৰীনাং।

(ঙ) (১) শ্ৰীশ্ৰী প্ৰ (২) মত্ত সিংহ (৩) নৃপস্য— (১) শাকে (২) ১৬৬৭।

(চ) (১) শ্ৰীশ্ৰীৰা (২) জেশ্বৰ সিংহ (৩) নৃপস্য —(১) ১৬৭৪।

(ঙ) (১) শ্ৰীশ্ৰীপ্ৰ (২) মত্তসিংহ (৩) নৃপস্য—(১) শাকে (২) ১৬৯২।

(জ) (১) শ্ৰীশ্ৰীগৌ (২) ৰীনাথ সি (৩) ংহ নৃপস্য—(১) শাকে (২) ১৭০৩।

(ঝ) (১) শ্ৰীশ্ৰীব্ৰ (২) জনাথ সি (৩) ংহ নৃপস্য—(১) শাকে (২) ১৭৩৯।

॥ আদমহীয়া ॥

(ক) (১) শ্ৰীশ্ৰীৰা (২) জেশ্বৰ—(১) সিংহ (২) নৃপস্য।
(খ) (১) শ্ৰীশ্ৰীল (২) ক্ষ্মী—(১) সিংহ (২) নৃপস্য।
(গ) (১) শ্ৰীশ্ৰীগৌ (২) ৰী নাথ—(১) সিংহ নৃ (২) পস্য।
(ঘ) (১) শ্ৰীশ্ৰীক (২) মলেশ্ব—(১) ৰ সিংহ (২) নৃপস্য।
(ঙ) (১) শ্ৰীশ্ৰীচ (২) ন্দ্ৰ কান্ত—(১) সিংহন (১) ৰেন্দ্ৰস্য।
(চ) (১) শ্ৰীশ্ৰীব্ৰ (২) জনাথ—(১) সিংহনৃ (২) পস্য।

॥ চৰতীয়া ॥

(ক) (১) শ্ৰীৰা (২) জেশ্বৰ—(১) সিংহ (২) নৃপস্য।
(খ) (১) শ্ৰীল (২) ক্ষ্মী—(১) সিংহ (২) নৃপস্য।
(গ) (১) শ্ৰীচ (২) ন্দ্ৰ—(১) কান্ত (২) স্য।
(ঘ) (১) শ্ৰীব্ৰ (২) জনাথ—(১) সিংহ (২) নৃপস্য।

॥ তিনিৰতীয়া ॥

(ক) (১) শ্ৰী (২) গৌ—(১) ৰীণা (২) থস্য।
(খ) (১) শ্ৰী (২) ব্ৰ—(১) জনা (২) থস্য।

ডিব্ৰুগড় মহকুমাৰ টেঙাপানী বাগানৰ মেনেজাৰ মিঃ জি. মিলাৰ ( Mr. G. Millar ) চাহাবে মাটি খান্দোঁতে পোৱা কিছুমান পুৰণি মুদ্ৰা ২৮।৫।৫৭ তাৰিখে লক্ষীমপুৰ জিলাৰ উপায়ুক্ত শ্ৰীলক্ষেশ্বৰ শৰ্মা, আই. এ. এছ.ৰ হাতত দিছিল। সেই মুদ্ৰাবিলাকৰ ভিতৰত আছিল স্বৰ্গদেও সকল—ৰুদ্ৰসিংহ, শিৱসিংহ, লক্ষ্মীসিংহ, আৰু গৌৰীনাথসিংহ আৰু ৰাণী অম্বিকা দেৱীৰ টকীয়া মুদ্ৰা ( ৰুদ্ৰ সিংহৰ দুটা আৰু বাকী বিলাকৰ এটাকৈ ), স্বৰ্গদেও ৰুদ্ৰসিংহৰ এটা, স্বৰ্গদেও শিৱ সিংহৰ তিনিটা, স্বৰ্গদেও প্ৰমত্ত সিংহৰ দুটা, স্বৰ্গদেও ৰাজেশ্বৰ সিংহৰ চাৰিটা, স্বৰ্গদেও লক্ষ্মী সিংহৰ সোতৰটা আৰু স্বৰ্গদেও গৌৰীনাথ সিংহৰ কুৰিটা আধলি,



স্বৰ্গদেও সৰ্বানন্দ সিংহৰ এটা টকা আৰু দুটা আধলি, আৰু ভৰথ সিংহৰ এটা আধলি। অসমৰ মুদ্ৰাৰ লগতে মোগল সম্ৰাটৰ মুদ্ৰাও আছিল—নুৰজাহানৰ দুটা, পাদ-চা-ই-আকা চাহজানৰ ১টা, আওৰেংজেবৰ এটা, চাহ অলমৰ এটা, দিন-ই-আলমৰ এটা আৰু পাদ-চা-ই-গাজীৰ যোলটা। এই মুদ্ৰাবিলাক অসমৰাজ্যিক যাদুঘৰত সংৰক্ষিত হৈছে।

## কোচ মুদ্ৰা

কামৰূপ ৰাজ্য ভাগি যোৱাৰ পাচত কৰতোয়াৰপৰা বৰ নদীলৈকে কমতাপুৰ ৰাজ্য গঠিত হৈছিল। ১৪৯৮ খৃঃত গৌড়দেশৰ চুলতান আলাউদ্দিন হুচেইন চাহে কমতাপুৰৰ খেন ৰজা নীলাম্বৰক যুদ্ধত পৰাস্ত কৰি, কমতাপুৰ ধ্বংস কৰিলে আৰু পুতেক দানিয়েলক কমতাপুৰৰ শাসনভাৰ গতাইদি, নিজ ৰাজ্যলৈ উলটি গ'ল। তাৰ কেইবছৰ মানৰ পাচত চাওফা ছূহুম্মুঙে ( ১৪৯৭-১৫৩৯ খৃঃ ) দানিয়েলক কমতাপুৰৰপৰা খেদাই দিলে; কিন্তু কমতাপুৰ শাসন নকৰিলে। সেয়ে হোৱাত কমতাপুৰত সৰু সৰু ৰজা আৰু ভূঞাৰ আৱিৰ্ভাৱ হ'ল। গুৱালপাৰা জিলাৰ খুটাবাট পৰগনাৰ চিকনা গ্ৰামৰ মেচ হাৰিয়া মণ্ডলৰ পুত্ৰ বিশুৱে ক্ৰমাৎ সেই সৰু সৰু ৰজা আৰু ভূঞাবিলাকক পৰাস্ত কৰি বৰনদীৰপৰা কৰতোয়ালৈকে দখল কৰি, ১৫১৫ খৃঃ ত ৰজা হ'ল। ৰজা হৈ তেওঁ নাম ললে বিশ্বসিংহ আৰু তেওঁ প্ৰথম কোচ ৰজা আৰু তেওঁৰ ৰাজ্য কোচৰাজ্য নামে প্ৰখ্যাত হ'ল। বিশ্বসিংহই মুদ্ৰা মৰোৱা নাছিল। তেওঁ স্বৰ্গী হোৱাত তেওঁ পুত্ৰ নৰনাৰায়ণ ১৫৪০ খৃঃত কোচ ৰাজ্যৰ ৰজা হ'ল। কোচ ৰজাসকলৰ ভিতৰত তেৰেঁই প্ৰথমে মুদ্ৰা মৰাইছিল। কোচ ৰজাৰ মুদ্ৰাবিলাক গোলাকাৰ আৰু বঙ্গ দেশৰ হুচেন চাহৰ মুদ্ৰাৰ আহিৰ। মুদ্ৰাত দুটা বৃত্ত আছে আৰু দুই বৃত্তৰ মাজত কিছুমান ফুট আছে। ভিতৰৰ বৃত্তৰ মাজৰ খালী ঠাইৰ ওপৰ পিঠিত ৰজাৰ নাম আৰু মুদ্ৰা মৰা শক আৰু তল পিঠিৰ মাজ ভাগত উপাস্য দেৱতাৰ নাম লিখা আছে। মুদ্ৰাৰ ভাষা সংস্কৃত আৰু লিপি পুৰণি অসমীয়া আৰু কথা টাই-আহোম মুদ্ৰাৰ সদৃশ। মহাৰাজ নৰনাৰায়ণে তেওঁৰ ৰাজ্যখন সোণকোষ নৈৰ ( গুৱালপাৰা জিলাৰ পশ্চিম সীমাত ) পূব আৰু পশ্চিম হিচাবে দুভাগত বিভক্ত কৰি পূবৰ ভাগ তেওঁৰ ভায়েক যুৱৰাজ আৰু সেনাপতি চিলাৰায়ৰ পুত্ৰ ৰঘুদেৱক কৰদ ৰাজ্যৰূপে দিলে আৰু পশ্চিমৰ ভাগ তেওঁৰ পুত্ৰ লক্ষ্মীনাৰায়ণৰ কাৰণে ৰাখিলে। পূৰখণ্ড ৰাজ্য কোচ হাজো আৰু

পশ্চিমখণ্ড ৰাজ্য কোচ বিহাৰ নামে জনাজাত হ'ল। মহাৰাজ নৰনাৰায়ণে ৰঘুদেৱক ( ১৫৮১-১৬০৩ খৃঃ ) তেওঁৰ নামত মুদ্ৰা মৰাবলৈ আদেশ দিয়া নাছিল আৰু নৰনাৰায়ণৰ নামত মুদ্ৰা মৰাবলৈ কৈছিল। মহাৰাজ নৰনাৰয়ণ ১৫৮৭ খৃঃত স্বৰ্গী হোৱাত ৰঘুদেৱে ১৫৮৮ খৃঃত স্বাধীনতা ঘোষণা কৰি, লক্ষ্মীনাৰায়ণক কৰ দিয়া বন্ধ কৰিলে আৰু নিজ নামত মুদ্ৰা মৰালে। সেই লৈয়ে মহাৰাজ লক্ষ্মীনাৰায়ণ ( ১৫৮৭-১৬২২ খৃঃ) আৰু মহাৰাজ ৰঘুদেৱ নাৰায়ণৰ মাজত বিবাদ লাগিল আৰু তাৰ ফলত দুয়োৰে অধঃপতন হ'ল। ১৫৯৬ খৃঃত মহাৰাজ লক্ষ্মীনাৰায়ণে নিজক মোগল সম্ৰাটৰ কৰতলীয়া বুলি ঘোষণা কৰিলে। মোগল সম্ৰাটে তেওঁক টকীয়া মুদ্ৰা মাৰিবলৈ নিদিয়া হ'ল। সেই কাৰণে তেওঁ অসম্পূৰ্ণ লিপিত আধলি মুদ্ৰা মৰাইছিল। আধলি মৰোৱা মুদ্ৰা যন্ত্ৰ আধলিৰ আকাৰতকৈ ডাঙৰ আছিল আৰু সেই কাৰণে তাৰ লিপিবিলাক অসম্পূৰ্ণ। সেই মুদ্ৰাবিলাক নাৰায়ণী মুদ্ৰা নামে জনাজাত। ৰঘুদেৱৰ পুত্ৰ মহাৰাজ পৰীক্ষিত নাৰায়ণে ( ১৬০৩-১৩ খৃঃ ) মহাৰাজ লক্ষ্মীনাৰায়ণক কৰ নিদিয়াত তেওঁ বঙ্গৰ নৱাব ছেখ আল্লাউদ্দিন ফঠপুৰি ইছলাম খানৰ হতুৱাই পৰীক্ষিতৰ ৰাজ্য আক্ৰমণ কৰোৱালে। বঙ্গৰ নৱাবৰ সৈন্যাধ্যক্ষ মকৰম খাঁই পৰীক্ষিতক যুদ্ধত পৰাস্ত কৰি, তেওঁক বন্দী কৰি, দিল্লীলৈ পঠাই দিলে আৰু বৰ নদীলৈকে কোচ হাজো ৰাজ্য মোগলৰ তলতীয়া কৰিলে। ইতিমধ্যে পৰীক্ষিতৰ ভায়েক বলীনাৰায়ণ আহোম সাম্ৰাজ্যলৈ পলাই গৈ স্বৰ্গদেও প্ৰতাপসিংহৰ ( ১৬০৩-৪১ খৃঃ বা ১৬১১-৪৯ খৃঃ ) শৰণাপন্ন হ'ল। স্বৰ্গদেৱে তেওঁক দৰঙ্গত কৰতলীয়া ৰজা পাতিলে। তেতিয়াৰপৰা তেওঁ আৰু তেওঁৰ উত্তৰাধিকাৰীসকল দৰঙী ৰজা নামে জনাজত হ'ল আৰু কৰতলীয়া ৰজাৰূপে তেওঁবিলাক মুদ্ৰা মৰোৱা বন্ধ কৰিব লগাত পৰিল। কোচ হাজোৰ মহাৰাজ ৰঘুদেৱ নাৰায়ণৰ কেইটামান টকা মুদ্ৰা পোৱা গৈছে। মহাৰাজ লক্ষ্মীনাৰায়ণৰ নাতিয়েক মহাৰাজ প্ৰাণনাৰায়ণে স্বাধীনতা ঘোষণা কৰি ১৫৫৫ শকত ( ১৬৩৩ খৃঃ ) টকা মুদ্ৰা মৰাইছিল। কোচবিহাৰৰ ৰজাসকলে খৃঃ উনৈশ শতিকাৰ শেষ ভাগলৈকে নিজ নামত মুদ্ৰা মৰাইছিল। ১৫৫৫ খৃঃৰ আগৰ কোচ ৰজাৰ মুদ্ৰা আৱিষ্কাৰ হোৱা নাই।

॥ মুদ্ৰাৰ নমুনা (টকা) ॥

(ক) (১) শ্ৰীশ্ৰী (২) মল্লনৰনাৰা (৩) য়ণস্য শকে (৪) ১৪৭৭—(১) শ্ৰীশ্ৰী (২) শিৱচৰণ (৩) কমল মধু (৪) কষস্য।



(খ) (১) শ্ৰীশ্ৰীম (২) লক্ষ্মী-নাৰায় (৩) ণস্য শাকে (৪) ১৫০৯—(১) শ্ৰীশ্ৰী (২) শিৱচৰণ (৩) কমল মধু (৪) কৰস্য।

(গ) (১) শ্ৰীশ্ৰী (২) ৰঘুদেৱনা (৩) ৰায়ণ ভূপা (৪) লস্য শাকে (৫) ১৫১০—(১) শ্ৰীশ্ৰী (২) হৰগৌৰী (৩) চৰণ-কম (৪) ল মধুক (৫) ৰস্য।

মুদ্ৰাবিলাকৰপৰা বুজা যায় যে মহাৰাজ নৰনাৰায়ণ আৰু যুৱৰাজ চিলাৰায়ে যদিও মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱ আৰু মাধৱদেৱ আৰু তেওঁবিলাকৰ ভাগৱতী বৈষ্ণৱ ধৰ্মৰ পৃষ্ঠপোষকতা কৰিছিল তত্ৰাচ কোচ ৰজা মহাৰজা নৰনাৰায়ণ, লক্ষ্মীনাৰায়ণ আৰু ৰঘুদেৱনাৰায়ণ বৈষ্ণৱ নাছিল।

## কছাৰী মুদ্ৰা

কছাৰীবিলাক অসমলৈ কেতিয়া আহিল কোনেও সঠিককৈ কব পৰা নাই। অতীজত তেওঁলোকৰ ৰাজ্য সদিয়াৰ ভালেমান পূবৰপৰা উত্তৰ-পূব বঙ্গলৈকে আছিল। কাছাৰ জিলাৰ প্ৰথম Superintendent captain Fisherৰ মতে কছাৰীবিলাকে অসম, ছিলেট, মৈমনসিং আৰু ব্ৰহ্মপুত্ৰৰ পূবৰ উপত্যকাত সাম্ৰাজ্য স্থাপন কৰিছিল আৰু তেওঁবিলাকৰ প্ৰধান নিবাস স্থান আছিল কামৰূপত। তেওঁৰ মতে ত্ৰিপুৰাৰ ৰজাও সেই ৰাজবংশৰে। Sir Edward Gait ৰ মতে এসময়ত কছাৰীবিলাকে অসমৰ অধিক ভাগত আৰু উত্তৰ-পূব বঙ্গত বড়ো ৰাজ্য স্থাপন কৰিছিল। তেওঁৰ মতে তামৰ ফলিত উল্লেখ কৰা কামৰূপৰ ম্লেছ ৰজাবিলাকৰ ভিতৰত কিছুমান বড়ো বা কছাৰী ৰজা। টাই-আহোমবিলাক অসমলৈ অহাৰ সময়ত (১২২৮ খৃঃ )ব্ৰহ্মপুত্ৰৰ দক্ষিণ পাৰে অসম উপত্যকাত দিখৌ নৈৰ পূবৰ পৰা কলং-কপিলী নৈলৈকে সমভূমিত কছাৰী ৰাজ্য আছিল। টাই-আহোমবিলাকে ক্ৰমাৎ কছাৰী ৰাজ্য এডোখৰ এডোখৰ কৰি দখল কৰিবলৈ ধৰিলে আৰু অৱশেষত কছাৰী ৰাজ্যৰ ৰাজধানী ডিমাপুৰ ১৫৩১ খৃঃত (কোনোৰ মতে ১৫৩৬ খৃঃ) ধ্বংস কৰি কছাৰী ৰজা ডেৰচোংফা ওৰফে ডেট্চুঙক হত্যা কৰিলে। কছাৰী ৰাজ্যত ৰজা নোহোৱা হ'ল। কিছুদিনৰ পাচত কছাৰী প্ৰজাসকলে প্ৰাৰ্থনা কৰাত চাওফা ছুহুম্মুঙে (১৪৯৭—১৫৩৯ খৃঃ) কছাৰী ৰাজকোঁৱৰ মদনক নিৰ্ভয়নাৰায়ণ নাম দি, তেওঁলৈ কন্যা দি কৰতলীয়াৰূপে লক্ষীন্দ্ৰপুৰত স্থাপন কৰিলে। তেতিয়াৰপৰা কছাৰী ৰজা স্বৰ্গদেৱৰ স্থাপিত-সঞ্চিত হ'ল। কছাৰীবিলাকে পাচত মাইবঙত ৰাজধানী স্থাপন কৰিলে। কছাৰী ৰজা যশনাৰায়ণৰ সেনাপতি

ভীমবল কোঁৱৰে ১৬০৬ খৃঃত স্বৰ্গদেৱৰ সেনাপতি সোন্দৰ গোহাঁইক যুদ্ধত হত্যা কৰি স্বাধীনতা ঘোষণা কৰিলে। কছাৰী ৰজা যশনাৰায়ণে প্ৰতাপ-নাৰায়ণ নাম ললে আৰু মাইবঙৰ নাম কীৰ্তিপুৰ ৰাখিলে। টাই-আহোম-সকলৰ হেঁচাত কছাৰী ৰজাই ১৭০৬ খৃঃত কীৰ্তিপুৰৰপৰা ৰাজধানী খাচ-পুৰলৈ তুলি নিলে। ১৭০৮ খৃঃত স্বৰ্গদেও ৰুদ্ৰসিংহৰ সেনাপতিসকলে জয়ন্তীয়া ৰজা ৰামসিংহৰ আৰু কছাৰী ৰজা তাম্ৰধ্বজক বন্দী কৰি আনিছিল। কছাৰী ৰজাই স্বৰ্গদেৱৰ বশ্যতা স্বীকাৰ কৰি, কৰ দিবলৈ গাত লোৱাত স্বৰ্গদেৱে তেওঁৰ নিজ ৰাজ্যত পুনৰ স্থাপন কৰিলে। সৰ্বশেষত ১৮৩০ খৃঃত কছাৰী ৰাজ্য বৃটিচে দখল কৰিলে।

১৫০৫ শকৰ (১৫৮৩ খৃঃ) আগৰ কছাৰী ৰজাৰ মুদ্ৰা আবিষ্কাৰ হোৱা নাই। কছাৰী ৰজাৰ মুদ্ৰাবিলাক গোলাকাৰ—জোৰ পতা ৰেখাৰ দুটা বৃত্তৰ মাজত কিছুমান ফুট আছে—মাজ ভাগত জোৰ পতা সৰল ৰেখাৰ ভিতৰত এটা বৰ্গক্ষেত্ৰ—ভিতৰৰ বৃত্ত আৰু বৰ্গক্ষেত্ৰৰ প্ৰত্যেক বাহুৰ মাজত জোৰ পতা ৰেখাৰ তিনিটাকৈ অৰ্ধবৃত্ত। ওপৰ পিঠিৰ বৰ্গক্ষেত্ৰৰ ভিতৰত ৰজাৰ নাম আৰু মুদ্ৰা মৰা শক আৰু তল পিঠিৰ বৰ্গক্ষেত্ৰৰ ভিতৰত ৰজাই উপাস্য দেৱতা আৰু ৰজাৰ বংশ সংস্কৃত ভাষা আৰু পুৰণি অসমীয়া লিপিত লিখা আছে। লিপিৰ চানেকি স্বৰ্গদেওসকলৰপৰা ধাৰ কৰা যেন লাগে। মুদ্ৰাত ৰজাৰ মূৰৰ ছবি নাই। মুদ্ৰাৰ আকাৰৰপৰা তাৰ মূল্য নিৰূপণ কৰিব লাগে।

॥ মুদ্ৰাৰ নমুনা—(টকা) ॥

(ক) (১) শ্ৰীশ্ৰীযশো (২) নাৰায়ণ দে (৩) ৱ ভূপালস্য (৪) শাকে ১৫০৫—(১) হৰগৌৰী (২) চৰণ-পৰা (৩) য়ণ হাচেঙ (৪) চা বংশজ।

॥ সিকি ॥

(ক) (১) শ্ৰীশ্ৰীযে (২) শা নাৰা (৩) য়ণ দেৱ—(১) হৰগৌৰ (২) ী চৰণ (৩) পৰায়ণ।

(খ) (১) শ্ৰীশ্ৰী (২) ন্দ্ৰ প্ৰতা (৩) প না—(১) হৰি চ (২) ৰণ ক (৩) মলম।

কছাৰী ৰজা তাম্ৰধ্বজৰ মুদ্ৰাও আছে বুলি কয়। শেষ কছাৰী ৰজা গোবিন্দ চন্দ্ৰয়ো (১৮১৩-৩০ খৃঃ) মুদ্ৰা মৰাইছিল।



মুদ্ৰাবিলাকৰপৰা জনা যায় যে কছাৰী ৰজাই অসমীয়া লিপি ব্যৱহাৰ কৰিছিল। ইয়াৰপৰা অনুমান হয় যে ধনশিৰী উপত্যাকাৰপৰা উঠি গৈ কাচাৰত ৰাজ্য স্থাপন কৰা কছাৰীসকলৰ ওপৰত অসমীয়া ভাষাই প্ৰভাব বিস্তাৰ কৰিছিল। কাচাৰৰ কছাৰী ৰজাসকলে কামৰূপৰ ৰজা হাচেং-চাৰ (হাছেংছা) বংশধৰ বুলি চিনাকি দিছিল। কছাৰীবিলাক প্ৰথমে শাক্ত হৈছিল আৰু পাচত তেওঁবিলাকৰ কিছুমান বৈষ্ণৱ হ'ল।

## জয়ন্তীয়া মুদ্ৰা

জয়ন্তীয়াবিলাকক ছিন্‌টেঙো বোলে। খাচি আৰু জয়ন্তীয়া গুৰিতে একে আৰু একে ভাষা-ভাষী। দুয়োকে মাতৃপ্ৰধান (Matriarchal) জন-জাতি বোলে; কিন্তু দৰাচলতে দুয়ো মাতৃ বংশানুক্ৰমিক (Marilineal)। মাতৃয়ে তেওঁলোকৰ গৃহস্থি নচলায় আৰু তিৰোতা ৰাজ সিংহা-সনত বহিব নোৱাৰে। মাতৃৰ ককাই বা ভায়েহে গৃহস্থি চলায়। তিৰোতা উত্তৰাধিকাৰিণী মাত্ৰ হয়। জয়ন্তীদেৱীয়ে কৈ গৈছিল যে জীয়াৰী পুত্ৰহে ৰজা হ'ব। খাচিবিলাকৰ ৰজাৰ ভাগিনিয়েকহে ৰজা হয়। খাচি আৰু জয়ন্তীয়াবিলাক মনখ্‌মেৰ (Mon-khmer) গোষ্ঠীৰ। তেওঁবিলাক কেতিয়া, কোন বাটে অসমলৈ আহি, খাচি-জয়ন্তীয়া পৰ্বতত বসতি কৰিবলৈ ললে কোনেও থিৰাং কৈ আজিলৈকে ক'ব পৰা নাই। জয়ন্তীয়াবিলাকৰ আদি ৰজাবিলাক ব্ৰাহ্মণ আছিল বুলি কয়। জয়ন্তীয়াৰ ব্ৰাহ্মণ ৰজা জয়ন্তৰায়ৰ জীয়েক জয়ন্তী দেৱীৰ নাম অনুসৰি জয়ন্তীপুৰ হ'ল। তেওঁ যি ঠাইত পাতাললৈ গ'ল সেই ঠাইতে তেওঁৰ ভনী আৰু সপত্নীৰ পুত্ৰ বৰগোহাঁয়ে মাটি খানি এডোখৰ তাম পাই, তাৰে মূৰ্তি কৰাই, জয়ন্তী-দেৱী নাম দি পূজা কৰিবলৈ ললে। জয়ন্তীদেৱী দুৰ্গাৰ অৱতাৰ আছিল বুলি কয়। জয়ন্তাৰ ৰজাবিলাক হিন্দু (শাক্ত) আছিল আৰু জয়ন্তীয়া-বিলাকৰ ওপৰত হিন্দু ধৰ্মৰ প্ৰভাৱ পৰিছিল আৰু হিন্দু নহ'লেও বহুতে হিন্দুৰ পূজা-অৰ্চনা (Rites) মানিছিল আৰু কালীপূজা কৰিছিল। জয়ন্তা ৰজাই ফালজুৰ পৰগনাৰ সতীৰ বাওভৰি পৰা পীঠত নৰ বলি দিছিল। জয়ন্তীয়া পৰ্বত আৰু তাৰ দক্ষিণে আৰু বাঁৰাক নৈৰ উত্তৰে থকা সমভূমি জয়ন্তীয়া পৰগনা জয়ন্তীয়া ৰাজ্যত ভুক্ত আছিল। জয়ন্তীয়া পৰগনাৰ বাসিন্দা হিন্দু আৰু মুছলমান। পূৰ্বে জয়ন্তীয়া পৰগনা অসমৰ চিলেট জিলাৰ ভিতৰত পৰিছিল; কিন্তু বৰ্তমান ই পূব পাকিস্তানৰ অন্তৰ্ভুক্ত। জয়ন্তীয়া ৰজাই জয়ন্তা পৰগনা পাচত দখল কৰিছিল। অতীজত

জয়ন্তীয়াবিলাক জয়ন্তীয়া পৰ্বততহে আছিল ; কিন্তু সমভূমি খণ্ডই হে প্ৰথমে জয়ন্তীয়া নাম পাইছিল । চাৰ এডোৱাৰ্ড গেইটে অনুমান কৰে যে জয়ন্তীয়া ৰজা পৰ্বতবাৱে খৃঃ ষোলশ শতিকাৰ আৰম্ভণতে ভৈয়ামৰ জয়ন্তাপুৰ দখল কৰিছিল । চাৰ এডোৱাৰ্ড গেইট আৰু মিঃ এ. ডব্লিউ. বথামৰ মতে ১৬৬৯, ১৬৭০, ১৭০৮, ১৭৩১, ১৭৩৪, ১৭৮২, ১৭৮৫ আৰু ১৭৯০ খৃঃত জয়ন্তা ৰজাসকলে মৰোৱা মুদ্ৰা আছে । সম্ভৱ এই চনবিলাকত ৰজাসকল ৰাজপাটত বহিছিল । জয়ন্তা ৰজাৰ মুদ্ৰাবিলাকত ৰজাৰ মূৰৰ ছবি বা নাম নাই ; কিন্তু "জয়ন্তাপুৰ পুৰন্দৰ" বা "জয়ন্তেশ্বৰ" বুলি লিখা আছে । টাই-আহোম সাম্ৰাজ্য আৰু কছাৰী ৰাজ্য জয় কৰাৰ (১৫৬৩ খৃঃ) পাচত কোচ যুৱৰাজ চিলাৰায়ে জয়ন্তা ৰজা ৰবগোহাঁই বা বিজয় মাণিকক যুদ্ধত ঘটুৱাই হত্যা কৰি, তেওঁৰ পুতেকক ৰজা পাতিলে আৰু ৰজাৰ নামত মুদ্ৰা মৰোৱা প্ৰথা বন্ধ কৰিলে বুলি কিছুমান বুৰঞ্জীয়ে কয় । এই কথা বিশ্বাস কৰা টান । জয়ন্তেশ্বৰৰ নামত মুদ্ৰা মৰা বন্ধ কৰা কঠাই বুজায় যে চিলাৰায়ে জয়ন্তীয়া ৰাজ্য জয় কৰাৰ আগতে জয়ন্তীয়া ৰজাৰ মুদ্ৰা আছিল ; কিন্তু তেনে মুদ্ৰা বা মুদ্ৰা মৰা লিখিত বিবৰণ পোৱা হোৱা নাই । চিলাৰায়ে জয়ন্তীয়া ৰাজ্য দখল কৰি, যাক ৰজা পাতিছিল তেওঁৰ মুদ্ৰা আবিষ্কাৰ হোৱা নাই । ১৬৬৯ খৃঃৰ আগৰ জয়ন্তীয়া ৰজাৰ মুদ্ৰা আবিষ্কাৰ হোৱা নাই অৰ্থাৎ চিলাৰায়ে জয়ন্তীয়া ৰাজ্য দখল কৰাৰ এশ বছৰৰ পাচৰহে জয়ন্তীয়া ৰজাৰ মুদ্ৰা আবিষ্কাৰ হৈছে । যি সময়ত জয়ন্তীয়া ৰজাৰ মুদ্ৰা আবিষ্কাৰ হৈছে, সেই সময়ত জয়ন্তীয়া ৰাজ্য কোচ ৰজাৰ তলত নাইবা তাত কোচ ৰজাৰ প্ৰতিপত্তি নাছিল । জয়ন্তীয়া ৰজাৰ আবিষ্কৃত মুদ্ৰাৰ বহুত আগতে কোচ ৰাজ্য বিভক্ত হৈছিল আৰু অৱনতি ঘটিছিল । এশ বছৰতকৈ অধিক কালৰ পাচত চিলাৰায়ৰ কথা মতে জয়ন্তীয়া ৰজাই মুদ্ৰাত নিজ নাম নিলিখা কথা পতিয়াবলৈ টান লাগে । ১৬৫৩ (১৭৩১ খৃঃ) আৰু ১৭১২ শকত (১৭৯০ খৃঃ) জয়ন্তেশ্বৰে মৰোৱা সিকি মুদ্ৰাত "বৰ গোহাঁই" আৰু "ৰাম সিংহ"ৰ নাম উল্লেখ আছে । জয়ন্তা ৰজাৰ মুদ্ৰাবিলাক গোলাকাৰ আৰু বঙ্গদেশৰ হুচেইনী বংশৰ মুদ্ৰাৰ অনুৰূপ । মুদ্ৰাৰ দুয়ো পিঠিত কাষৰ ফালে দুটাকৈ বৃত্ত আৰু দুয়ো বৃত্তৰ মাজত কিছুমান ফুট আছে । ভিতৰৰ বৃত্তৰ মাজৰ খালী ঠাইত দুয়ো পিঠিয়ে কথা লিখা । ওপৰ পিঠিৰ প্ৰথম শাৰীৰ কথাৰ তলত তিনিটা ফুট আৰু শেষৰ শাৰীৰ কথাৰ তলত এডাল পথলীয়া সৰল ৰেখা । তল পিঠিৰ বৃত্তৰ মাজৰ ফুটৰ ওপৰ ফালে চন্দ্ৰবিন্দু (ँ) আৰু তাৰ তলতে ভিতৰৰ বৃত্তৰ কথাৰ ওপৰ ফালে তিনটা ফুট, বাওঁফালে কাষত এটা হাত



বন্দুক, সোঁফালে কাষত দুটা মুঠি থকা এখন তৰোৱাল আৰু কথাৰ শেষৰ শাৰীৰ অন্তত মাজত ফুট থকা এটা তৰাৰ ছবি ( Solaman's seal ) অঁকা আছে । জয়ন্তীয়া ৰজাৰ টকাক "কত্ৰা টকা" বোলে । মুদ্ৰাৰ কথা-বিলাক সংস্কৃত ভাষাৰ আৰু লিপি পুৰণি অসমীয়া । ১৮৩৫ খৃঃত বৃটিচে জয়ন্তীয়া ৰাজ্য বৃটিচ ৰাজ্যত চামিল কৰিলে ।

॥ মুদ্ৰাৰ নমুনা—(টকা) ॥

(১) শ্ৰীশ্ৰীজ (২) য়ন্তীপুৰ পু (৩) ৰন্দৰস্য শা (৪) কে ১৫৯২—
(১) শ্ৰীশ্ৰীশি (২) ৱ চৰণ ক (৩) মল মধুক (৪) ৰস্য ।

## খাচি মুদ্ৰা

খাচিবিলাক বাস কৰা পৰ্বত দীঘলে প্ৰায় ৭০ মাইল আৰু পঠালিয়ে ৫০ মাইল । তেওঁবিলাকৰ ৰজা এজন নহয় । খাচি পৰ্বত ত্ৰিশখন সৰু সৰু ৰাজ্যত বিভক্ত আছিল । কিছুমান ৰাজ্য চিম, কিছুমান চৰ্দাৰ আৰু কিছুমান লিঙ্দহৰ ( Lyngdoh ) তলত আছিল । খাচি পৰ্বতৰ দক্ষিণ ফালে পৰ্বতৰ কাষৰ চিলেটৰ সমভূমি আৰু উত্তৰ ফালে পৰ্বতৰ কাষৰ কামৰূপৰ সমভূমিতো চিমসকলৰ প্ৰতিপত্তি আৰু দখল আছিল । কামৰূপৰ কাষত থকা চিমসকলে টাই-আহোম সম্ৰাটৰ বশ্যতা স্বীকাৰ কৰিছিল আৰু ভৈয়াম খণ্ডৰ বাবে কৰ দিছিল ; কিন্তু পৰ্বত অঞ্চলত স্বাধীন আছিল । তেওঁলোক পাটত বহোঁতে টাই-আহোম সম্ৰাটে পাৰ্য্যমানে টকা আদায় কৰিছিল । চিমৰ পুতেকৰ পৰিবৰ্তে ভাগিনিয়েকহে চিম হয় । কোচ যুৱৰাজ চিলাৰায়ৰ হাতত জয়ন্তা ৰজা পৰাজিত হোৱা দেখি খ্যৰিমৰ খাচি চিম বীৰ্য্যৱন্তই স্বইচ্ছাই তেওঁৰ বশ্যতা স্বীকাৰ কৰিলে । চিলাৰায়ে পোন্ধৰ হাজাৰ টকা, নশ সোণৰ মোহৰ, পঞ্চাশটা ঘোঁৰা আৰু ত্ৰিশটা হাতী কৰ নিৰ্দ্ধাৰণ কৰি, বীৰ্য্যৱন্তক কোচ ৰজা নৰনাৰায়ণৰ নামত মুদ্ৰা মাৰি, কোচ ৰজাৰ মুদ্ৰাৰপৰা তেওঁৰ মুদ্ৰা চিনাক্ত কৰিবৰ অৰ্থে মুদ্ৰাত এডাল গদাৰ ছবি দিবলৈ আদেশ দিলে । বীৰ্য্যৱন্ত বা অন্য কোনো খাচি চিমে মৰোৱা মুদ্ৰা আবিষ্কাৰ হোৱা নাই । খাচি চিমসকলে মুদ্ৰা মৰোৱা কোনো লিখিত বিবৰণ নাই । খাচি ৰাজ্যবিলাক ১৮৩৩ খৃঃত বৃটিচে বৃটিচ ৰাজ্যত চামিল কৰিলে ।

## মণিপুৰী মুদ্ৰা

কৰদ ৰাজ্যৰূপে বৃটিচৰ তললৈ যোৱাৰ আগলৈকে অতীজৰপৰা মণিপুৰ এখন স্বাধীন ৰাজ্য আছিল। এই ৰাজ্য অসম আৰু ব্ৰহ্মদেশৰ মাজত আৰু কেউফালে পৰ্বতে ঘেৰা। Mr. Meculloch চাহাবৰ মতে মণিপুৰৰ চাৰিওফালৰপৰা কুমাল (Koomal), লুৱাং (Looang), মৈৰাং (Meirang) আৰু মেঠেই (Meithei) নামে চাৰিটা জন জাতি আহি মণিপুৰত বসতি কৰিবলৈ ললে। কালক্ৰমত মেঠেইবিলাক ক্ষমতাশালী হৈ সকলোকে এটা মণিপুৰী জাতিত পৰিণত কৰিলে। মণিপুৰী বিলাক চেহেৰাত মঙ্গোলীয়সকলৰ দৰে। মণিপুৰীবিলাকে বৈষ্ণৱ হিন্দু আৰু ক্ষত্ৰিয় বুলি পৰিচয় দিয়ে। মণিপুৰ ৰাজ্যত অহিন্দু আৰু মুছলমানো আছে। মণিপুৰৰ অতীজৰ লিখিত বিবৰণ আছে। সেই বিবৰণে তেওঁবিলাকৰ বুৰঞ্জী ৩০ খৃঃ লৈকে লৈ যায়; কিন্তু ১৭১৪ খৃঃৰ পৰাহে তেওঁবিলাকৰ ধাৰাবাহিক বুৰঞ্জী পোৱা যায়। টাই-আহোম সম্ৰাটৰ লগত মণিপুৰৰ ৰজাৰ বৈবাহিক সম্বন্ধ ঘটিছিল আৰু দুয়ো মিত্ৰ ৰাজ্যত পৰিণত হৈছিল। আনহাতে ব্ৰহ্মদেশৰ ৰজাই কেইবাবাৰো মণিপুৰ আক্ৰমণ আৰু সাময়িকভাৱে দখল কৰিছিল।

মণিপুৰৰ মুদ্ৰাবিলাক ৰূপৰ ঘূৰণীয়া চানেকিৰ সৰু সৰু টুকুৰা। টুকুৰাবিলাকৰ ওজন ৮ পৰা ১৮ "গ্ৰেইন" হ'ব। ৰূপবিলাক প্ৰথমে বাটলুগুটিৰ দৰে সৰু সৰুকৈ ঘূৰণীয়া কৰি, জুইত কোমলাই হাঁতুৰীৰে চেপেটা কৰি তাত একোটা আখৰ বহুৱাই দিছিল। সেই আখৰটো মুদ্ৰা মৰোৱা ৰজাজনৰ নামৰ প্ৰথম আখৰ বুলি কয়। পুৰণি অসমীয়া লিপি তেওঁবিলাকে ব্যৱহাৰ কৰিছিল। সোণৰ মুদ্ৰা থকা কোনো প্ৰমাণ নাই। ১৭১২ খৃঃৰ পাচৰপৰা চাৰিচুকীয়া মুদ্ৰা প্ৰচলন হৈছিল বুলি কয়। মহাৰাজ চতুৰ্জিত সিংহৰ ১৭৩৪ শকৰ (১৮১২ খৃঃ) ১৭০ "গ্ৰেইন" ওজনৰ ৰূপৰ মুদ্ৰা আছিল। ৰূপৰ মুদ্ৰাতকৈ আকাৰত ডাঙৰ আৰু গধুৰ চাৰিচুকীয়া তামৰ মুদ্ৰাৰো প্ৰচলন আছিল বুলি কয়। ১৮৬৬ খৃঃত মণিপুৰত বৃটিচ মুদ্ৰাৰ প্ৰচলনৰ চেষ্টা বিফল হৈছিল। ১৮৯১ খৃঃৰ বৃটিচ অভিযানৰ পাচৰপৰা মণিপুৰৰ দেশীয় মুদ্ৰাৰ প্ৰচলন বন্ধ হ'ল।

## নগা মুদ্ৰা

লক্ষীমপুৰ আৰু শিৱসাগৰ জিলাৰ দক্ষিণ-পূবে, মণিপুৰৰ উত্তৰে, পাটকাই পৰ্বতৰ পশ্চিমে আৰু সংযুক্ত মিকিৰ পাহাৰ আৰু উত্তৰ কাছাৰৰ পূবে



নগাবিলাকৰ বসতি। নগাবিলাকৰ ভিতৰত বহুত বিভাগ আছে; যেনেঃ— আঙ্গামি, আও, লোটা, চেমা, কুকি, কাচচা, আৰঙ্, ৰেঙ্গমা, চ'পোমাহ বা মাও, খেজামি বা কলিয়া, হাতীঘৰীয়া, অচ্যৰিঙ্গীয়া, দোপদৰীয়া, নামচঙ্গীয়া, বৰদুৱৰীয়া, পানীদুৱৰীয়া, মুটন বা কুলুং, বানফেৰা, জবকা, চাঙনে, মুলুং, জাকটুঙীয়া, টাবলুঙীয়া, ৰাংপাং, দাদুম, টুপিগুণুজা, হুলা গুণুজা, কন্যাক ইত্যাদি। এই বিভাগবিলাকৰ আকৌ কেইবাটাকৈও খেল আছে। প্ৰায়ে খেল হিচাবে তেওঁবিলাকে গাঁও পাতি থাকে। সমগ্ৰ নগা জাতিৰ কোনো সাৰ্বভৌম ৰজা নাছিল। তেওঁবিলাকৰ গাঁৱে গাঁৱে এবোজন নায়ক আছিল আৰু কোনো কোনো অঞ্চলত কেইবাজনো নায়কৰ ওপৰত একোজন নায়ক আছিল। কিছুমান নগা গাঁও গণতন্ত্ৰমূলক-ভাৱে চলিছিল। প্ৰত্যেক বিভাগৰে পৃথক কথিত ভাষা আছে। অতীজৰে পৰা অসমীয়া ভাষা তেওঁবিলাকৰ আন্তৰ্জাতিক ভাষা। তেওঁবিলাকৰ নিজৰ নিজৰ ধৰ্ম আছে। ভৈয়ামৰ কাষৰ কিছুমান নগা অসমীয়া বৈষ্ণৱ মহন্তৰ শিষ্য। বৃটিচে নগা পাহাৰ দখল কৰাৰ পাচত তাত খৃষ্টান ধৰ্ম শিপাই পৰিছে। চাও লুঙ্-ছু-কা-ফাই ১২১৩ খৃঃত নিজ পিতৃ ৰাজ্য ত্যাগ কৰি, প্ৰায় পোন্ধৰ বছৰ কাল পাটকাই পৰ্বতৰ পূবৰ নগা ৰাজ্য-বিলাকত ঘূৰি-পকি কটাই, খামজাং জয় কৰি তাত শাসনকৰ্তা নিযুক্ত কৰাৰ পাচত, পাটকাইৰ ওপৰৰ নঙ্য়াঙ্ হ্ৰদৰ (টাই-আহোম ভাষাত "নঙ্" হ্ৰদ; য়াঙ্ জিলমিলা; অৰ্থাৎ জিলমিলাই থকা পানীৰ হ্ৰদ।) কাষেদি নামি আহি পাটকাইৰ পশ্চিমৰ নগাবিলাকক জয় কৰি ১২২৮ খৃঃত সৌমাৰত ৰজা হৈছিলহি। তেতিয়াৰপৰা টাই-আহোম ৰাজত্বৰ শেষলৈকে নগা আৰু টাই-আহোমৰ ৰাজনৈতিক আৰু অন্যান্য সম্বন্ধ আছিল। ভৈয়ামৰ কাষৰ বহুত নগা নায়কে টাই-আহোম সম্ৰাটৰ বশ্যতা স্বীকাৰ কৰি, কৰ দিছিল। অতীজৰপৰা নগাবিলাকে ভৈয়ামলৈ আহি বেহা-বেপাৰ কৰে। স্বৰ্গদেওসকলৰ লগত নগা ৰজাসকলৰ বৈবাহিক সম্বন্ধ ঘটিছিল। স্বৰ্গদেওসকলে বহুত নগাক ভৈয়ামত মাটি বৃত্তি দিছিল। ভৈয়ামলৈ নগা নমা দুৱাৰবিলাকত স্বৰ্গদেওসকলে বিষয়া, কটকী আদি স্থাপন কৰিছিল। নাগলোকত এজন ৰজা নোহোৱা বাবে বিভিন্ন ৰজাৰ লগত পৃথকভাৱে যুদ্ধ, সন্ধি, ৰাজনৈতিক সম্বন্ধ আদি কৰিব লগা হৈছিল। নগা পাহাৰ দখল কৰোঁতে বৃটিচৰ ভালে কেইবছৰ লাগিছিল। তেওঁবিলাকে ১৮৬৬ খৃঃত আঙ্গামি, ১৮৭৫ খৃঃত লোটা, ১৮৮৯ খৃঃত আও নগাৰ বাসভূমি দখল কৰিছিল। তেওঁবিলাকে ১৮৭৮ খৃঃত কহিমাত নগৰ স্থাপন আৰু

১৮৭৫ খৃঃত "ইনাৰ লাইন" সৃষ্টি কৰিছিল। কহিমাত নগৰ স্থাপন কৰি তেওঁবিলাকে নগা-পাহাৰ জিলা (কহিমা আৰু মককচাং মহকুমা) শাসন কৰিছিল। নগা-পাহাৰ জিলাৰ পূবে পাটকাইলৈকে থকা নগা-বিলাক বৃটিচৰ দিনত স্বাধীন আছিল।

নগাবিলাকৰ নিজৰ মুদ্ৰা থকা কথা জনা নাযায়; কিন্তু অসমৰ ৰাজ্যিক যাদুঘৰত আও নগাবিলাকে অতীজৰপৰা বৃটিচে তেওঁবিলাকক বশ কৰালৈকে কাড়ৰ দৰে ৮" ইঞ্চিমান দীঘল কিছুমান তামৰ টুকুৰা মুদ্ৰা ৰূপে ব্যৱহাৰ কৰিছিল। সেই মুদ্ৰাবিলাক "জবিলি" (Gabily) বুলি জনাজাত। চহকীবিলাকৰ হে জবিলি আছিল। জবিলিক পৱিত্ৰ-জ্ঞান কৰিছিল। ঘৰত শান্তি ৰক্ষা আৰু সম্পদ বঢ়াবৰ অৰ্থে গিৰীহঁতে ঘৰৰ লাই-খুটাত প্ৰায় পোন্ধৰটামান জবিলি বান্ধি থয়। নৰিয়া পৰিলে ভাল হ'বৰ কাৰণে দেৱ-দেৱীৰ অৰ্থে জবিলি উৎসৰ্গ কৰে। আগেয়ে ৫০ জবিলিত এটা দাস আৰু ১০০ জবিলিত এটা মেঠোন কিনিব পাৰিছিল।

## মায়ামৰীয়া ৰজাৰ মুদ্ৰা

মহাপুৰুষ মাধৱদেৱৰ (১৪৮৯-১৫৯৬ খৃঃ) শিষ্য ভৱানীপুৰীয়া গোপাল-দেৱ আৰু তেওঁৰ শিষ্য অনিৰুদ্ধদেৱ (১৫৫৩-১৬২৬ খৃঃ)। অনিৰুদ্ধ-দেৱে অসমত মায়ামৰীয়া ধৰ্ম প্ৰবৰ্তন কৰিছিল। এই ধৰ্মৰ শিষ্যসকলক মোৱামৰীয়া, পুৰণি ভকত, মতেক বা মটকো বোলে। এই ধৰ্মত অসমৰ প্ৰায় সকলো জাতি আৰু সম্প্ৰদায়ৰ মানুহ আছে। চাওফা ছুহিট্‌-পুঙ্‌-ঙাম্‌-মুঙ্‌ ওৰফে স্বৰ্গদেও গৌৰীনাথ সিংহৰ দিনত (১৭৮০-৯৪ খৃঃ) মায়ামৰীয়াবিলাকে বিদ্ৰোহ কৰি, ভালেমান ঠাইত "স্বয়ম্ভুৰজা" বা "নপতা ফুকন" পাতিছিল আৰু স্বৰ্গদেও গুৱাহাটীলৈ পলাই যাব লগা হৈছিল। ইষ্ট ইণ্ডিয়া কোম্পানীৰ সহায়ত ১৭৯৪ খৃঃৰ ২১ মাৰ্চত স্বৰ্গদেৱে পুনৰ ৰংপুৰ নগৰত প্ৰৱেশ কৰিলে। ১৭৯৩ খৃঃত কোম্পানীৰ গৱৰ্ণৰ জেনেৰেল হৈ অহা চাৰ জ'নছো'ৰে পৰৰাজ্যত হস্তক্ষেপ নকৰা নীতি গ্ৰহণ কৰি, কোম্পানীৰ সৈন্যক অসমৰপৰা ঘূৰি যাবলৈ আদেশ দিলে। সেই আদেশ মতে কোম্পানীৰ সৈন্য ১৭৯৪ খৃঃৰ ২৫ মে তাৰিখে ৰংপুৰ এৰি ঘূৰি গ'ল। ৰংপুৰৰ পূব খণ্ডৰ ৰাজ্য বিদ্ৰোহীৰ হাতত ৰল। ৰংপুৰত মায়া-মৰা মহন্ত ভৰথ সিংহ ১৭৯২ খৃঃত বা তাৰ আগতে ৰজা হৈছিল। তেওঁ-নিজক ভগদত্ত কুলোদ্ভৱ বুলি চিনাকি দিছিল। তেওঁ ১৭৯২ খৃঃৰপৰা ১৭৯৭ খৃঃলৈ তেওঁৰ নামত মুদ্ৰা মৰাইছিল। চাওছুহিঙ্‌ফা ওৰফে স্বৰ্গ-দেও কমলেশ্বৰ সিংহৰ দিনত (১৭৯৫-১৮১০ খৃঃ) ৰাজমন্ত্ৰী পূৰ্ণানন্দ



বুঢ়াগোহাঁই ডাঙৰীয়াই বৃটিচৰ আহিৰে গঠন কৰা ফৌজ পঠাই ভৰথ সিংহৰ ৰাজ্য পুনৰ টাই-আহোম সাম্ৰাজ্যত ভুক্ত কৰিলে। সেয়ে হোৱাত টাই-আহোম সাম্ৰাজ্য মটক ৰাজ্যৰ সীমালৈকে বিস্তৃত হ'ল।

ভৰথ সিংহৰ ৰাজ্যৰ পূবে মায়ামৰীয়া বুৰুক চুটিয়া সৰ্বানন্দ সিংহ ৰজা হৈ বেঙমৰাত (বৰ্তমান তিনিচুকীয়া) ৰাজধানী স্থাপন কৰিছিল। তেওঁৰ ৰাজ্যখন ব্ৰহ্মপুত্ৰ আৰু বুঢ়ীদিহিং নৈৰ মাজত (বৰ্তমানৰ ডিব্ৰুগড় মহকুমাৰ এক অংশ) আছিল। ৰাজ্যখন তিনিচুকীয়া আছিল। সেই ৰাজ্য মটক ৰাজ্য নামে প্ৰখ্যাত হৈছিল। তেওঁ টাই-আহোমক অনুকৰণ কৰি "স্বৰ্গদেও" উপাধি গ্ৰহণ কৰিছিল। তেওঁ যদিও টাই-আহোম নহয় তত্ৰাচ তেওঁৰ বংশধৰসকলে আজিও "গোহাঁই" উপাধি লিখে। তেওঁ নিজ নামত ১৭১৬ আৰু ১৭১৭ শকত (১৭৯৪ আৰু ১৭৯৫ খৃঃত) মৰোৱা মুদ্ৰা পোৱা গৈছে। ৰাজমন্ত্ৰী পূৰ্ণানন্দ বুঢ়াগোহাঁই ডাঙৰীয়াই মটক ৰাজ্য পুনৰ টাই-আহোম সাম্ৰাজ্যত চামিল কৰিব নোৱাৰি স্বৰ্গদেও সৰ্বানন্দ সিংহক "বৰসেনাপতি" উপাধি দি, মটক ৰাজ্যত স্থাপন কৰিলে। বৰসেনাপতিয়ে মটক ৰাজ্যৰপৰা খাজানা আদায় কৰি স্বৰ্গদেৱক শোধাবলৈ গাত লৈছিল। তেওঁৰ বংশধৰসকলে আজিও "সেনাপতি" উপাধি লিখে। তেওঁৰ উত্তৰাধিকাৰীবিলাকে মুদ্ৰা মৰোৱা নাছিল। ১৮৪২ খৃঃত বৃটিচে মটক ৰাজ্য বৃটিচ ৰাজ্যত চামিল কৰিলে।

কথিত আছে যে মায়ামৰীয়া ৰজাসকলে স্বৰ্গদেওসকলৰ মুদ্ৰাৰ আকৃ-তিৰে আঠচুকীয়া মুদ্ৰা নমৰাই নচুকীয়া মুদ্ৰা মৰাইছিল। এই কথা বুৰঞ্জীয়ে সমৰ্থন নকৰে। স্বয়ম্ভু ৰজাসকলৰ ভিতৰত ভৰথ সিংহ আৰু সৰ্বানন্দ সিংহই হে মুদ্ৰা মৰাইছিল। তেওঁবিলাকে মৰোৱা যিবিলাক মুদ্ৰা আবিষ্কাৰ হৈছে সেইবিলাক আঠচুকীয়া আৰু আকৃতি, গঠন, আহিঁ, লিপি আনকি পাখি লগা সিংহৰ ছবি পৰ্য্যন্ত সকলো বিষয়তে স্বৰ্গদেও সকলে মৰোৱা মুদ্ৰাৰ সৈতে একে।

মুদ্ৰাৰ নমুনা—(টকা)

১। (১) শ্ৰীভগদত্ত (২) কুলুত্তৱ শ্ৰীভ (৩) ৰথ সিংহ নৃপস্য (৪) শাকে ১৭১৮—(১) শ্ৰীশ্ৰীকৃষ্ণ (২) চৰণাৰবিন্দ (৩) মকৰন্দ প্ৰমত্ত (৪) মধুকৰস্য।

২। (ক) (১) শ্ৰীশ্ৰীস্বৰ্গ (২) দেৱ শ্ৰীসৰ্বান (৩) ন্দ সিংহ নৃপস্য (৪) শাকে ১৭১৬—(১) শ্ৰীশ্ৰীকৃষ্ণ (২) চৰণ-কমল (৩) মকৰন্দম (৪) ধুকৰস্য।

(খ) (১) শ্ৰীশ্ৰীস্বৰ্গ (২) দেৱ সৰ্বানন্দ (৩) সিংহ নাৰেন্দ্ৰস্য (৪) শাকে ১৭১৭—(১) শ্ৰীশ্ৰীকৃষ্ণ (২) পাদ পদ্ম দ্বন্দ (৩) মকৰন্দ বৃন্দ (৪) মধুকৰস্য।

॥ আধলি ॥

১। (১) শ্ৰীশ্ৰীভ (২) ৰথ সিংহ ন (৩) ৰেন্দ্ৰস্য—(১) শ্ৰীশ্ৰীকৃ (২) ষ্ণ পদপ (৩) বায়ণস্য।

২। (ক) (১) শ্ৰীশ্ৰীস (২) ৰ্বানন্দ সি (৩) ংহ নৃপস্য—(১)শ্ৰীশ্ৰী (২) কৃষ্ণমধু (৩) কৰস্য।

(খ) (১) শ্ৰীশ্ৰীসৰ্বা (২) নন্দ সিংহ ন (৩) ৰেন্দ্ৰস্য—(১) শ্ৰীশ্ৰীকৃ (২) ষ্ণ পদ প (৩) বায়ণস্য।

॥ আদমহীয়া ॥

১। (১) শ্ৰীশ্ৰীস (২) ৰ্বানন্দ—(১) সিংহ নৃ (২) পস্য।

॥ চৰতীয়া ॥

১। (১) শ্ৰীভ (২) ৰথ—(১) সিংহ (২) নৃপস্য।

২। (১) শ্ৰীস (২) ৰ্বানন্দ—(১) সিংহ (২) নৃপস্য।

মায়ামৰীয়া ৰজাসকল বৈষ্ণব হোৱাৰ কাৰণে তেওঁবিলাকৰ উপাস্য দেৱতা শ্ৰীকৃষ্ণ আছিল। তেওঁবিলাকে সোণৰ মুদ্ৰা মৰোৱা কথা পোৱা নাযায়।

অসমীয়া লিপিত এবিধ গাহৰি মোহৰ আছিল। তাৰ সন্মুখ পিঠিৰ লিপিঃ—(১) শ্ৰীশ্ৰীগাহু (২) বি নৃপ—বিপৰীত পিঠিত বোধহয় গাহৰিৰ ছবি। এই মুদ্ৰা কোন ৰজাই কত মৰাইছিল কোৱা টান।

অসমৰ পুৰণি মুদ্ৰাবিলাকৰপৰা নিশ্চয়কৈ ক'ব পাৰি যে প্ৰথমতে নহ'লেও পাচত মুদ্ৰা মৰোৱা সকলো ৰাজ্যৰ ৰজাসকল হিন্দু আছিল আৰু তেওঁলোকে সংস্কৃত ভাষা আৰু পুৰণি অসমীয়া লিপি গ্ৰহণ কৰিছিল। এই কথাই বুজায় যে এসময়ত অসমৰ সকলো ৰাজ্যৰ ৰজাৰ ধৰ্ম, ভাষা, লিপি, সংস্কৃতি আদিত এক আছিল।

---

সহায় লোৱা হয় :—

১। The Catalogue of the Provincial Coin Cabinet, Assam. By Mr. A. W. Botham, C.S.I., C.I.E., I.C.S.
২। A History of Assam. By Sir Edward Gait, K.C.S.I., C.I.E,, I.C.S.



৩। An Account of Assam. By Dr. J. P. Wade.
৪। The Khasis. By Major P. R. T. Gurdon, I. A.
৫। Ahom Buranji. Translated and edited by Rai Sahib Golap Chandra Barua.
৬। Ancient Treasures of Assam Through Assam State Museum, Gauhati. By Sri P. D. Chowdhury & Sri M. C. Das.
৭। A Study of Ahom Coins. By Sri M. C. Das.
৮। Imperial Gazetteers—Eastern-Bengal and Assam.
৯। Manipur District Gazetteers. By Mr. B. C. Allen, C. S. (1905).
১০। Khasi and Jaintia Hills District Gazetteers ,, ,,
১১। Cachar District Gazetteers ,, ,,
১২। Naga Hills District Gazetteers. ,, ,,
১৩। অসম বুৰঞ্জী। ৰচোঁতা স্বৰ্গীয় হৰকান্ত বৰুৱা সদৰামিন।
১৪। অসম বুৰঞ্জী। স্বৰ্গীয় সুকুমাৰ মহন্তৰ ঘৰত পোৱা পুথি। সম্পাদকঃ : সূৰ্য্যকুমাৰ ভূঞা।
১৫। জয়ন্তীয়া বুৰঞ্জী। সম্পাদক : সূৰ্য্যকুমাৰ ভূঞা।
১৬। কছাৰী বুৰঞ্জী। সম্পাদক : সূৰ্য্যকুমাৰ ভূঞা।
১৭। দেওধাই অসম বুৰঞ্জী। সম্পাদক : সূৰ্য্যকুমাৰ ভূঞা।
১৮। সাতসৰী অসম বুৰঞ্জী। সম্পাদক : সূৰ্য্যকুমাৰ ভূঞা।
১৯। চুটিয়া, ভূঞা আৰু মটক ৰাজ্য। শ্ৰীসৰ্বানন্দ ৰাজকুমাৰ।
২০। আহোম ৰজাসকলৰ মুদ্ৰা। শ্ৰীসৰ্বানন্দ ৰাজকুমাৰ। (টাই সংস্কৃতি। প্ৰথম বছৰ—প্ৰথম সংখ্যা। মাৰ্চ, ১৯৫৬ চন।)
২১। মোঃ পীৰজাহান, বি. এ; বি. টি.।
২২। Assam State Museum Gauhati ত সংৰক্ষিত মুদ্ৰা।
২৩। ডিব্ৰুগড় মহকুমাৰ টেঙাপানী বাগানৰ মেনেজাৰ Mr. G. Miller চাহাবে মাটিতলত পাই ২৮।৫।৫৭ তাৰিখে লক্ষীমপুৰ জিলাৰ উপায়ুক্ত শ্ৰীলক্ষেশ্বৰ শৰ্মা, আই. এ. এছ. দেৱক দিয়া মুদ্ৰা।
২৪। নিজ হাতত থকা মুদ্ৰা।

# অসমৰ অতীত ঐশ্বৰ্য্য

## প্ৰেমধৰ চৌধুৰী

আমাৰ অসম দেশ অতি পুৰণি, এই বিষয়ে কোনো সন্দেহ নাই। বিভিন্ন পৌৰাণিক শাস্ত্ৰত আমাৰ দেশৰ কথা পঢ়িবলৈ পাওঁহঁক। ৰামায়ণ, মহাভাৰতত আমাৰ দেশক 'প্ৰাগজ্যোতিষ' বোলা হৈছে। হৰিবংশ আৰু বিষ্ণু-পুৰাণতো প্ৰাগজ্যোতিষৰ উল্লেখ আছে। কিন্তু 'কামৰূপ' নামৰ উল্লেখ নাই। ব্ৰহ্মাণ্ড পুৰাণতো 'প্ৰাগজ্যোতিষ' নামহে পোৱা যায়। কালিকা পুৰাণত অৱশ্যে দুয়োটা নামৰে উল্লেখ আছে আৰু মহাকবি কালিদাসৰ গ্ৰন্থত অৰ্থাৎ ৰঘুবংশত দুয়োটা নামকে পোৱা যায়। এই উক্তি সমুদায়ৰ সাক্ষ্যপ্ৰদানে ফট্‌ফটীয়াকৈ দেখুৱাই দিয়ে যে অসম দেশ অতীজৰেপৰা সুপ্ৰসিদ্ধ আৰু আমাৰ চেনেহী আইৰ ঐতিহ্যসম্পদ কৃষ্টি-কলা প্ৰাচীন কালৰেপৰা জাকত জিলিকা।

অতীতক লৈ যি বিজ্ঞানে আলোচনা কৰে সেয়ে হ'ল প্ৰত্নতত্ত্ব। এই বিজ্ঞান তিনিটা মূল ভাগত বিভক্ত—লিপি, ভাস্কৰ্য্য আৰু মুদ্ৰাচৰ্চা। আজি আমাৰ 'বাপতি সাহোন'ৰ বিষয়ে আলচ কৰোঁতে ভাস্কৰ্য্য কলা আৰু স্থাপত্য বিদ্যাকে ঘাই আসন দিয়া হৈছে।

সাধাৰণতে অসমৰ ঐতিহাসিক যুগক সংক্ষেপে দুটা ভাগত বিভক্ত কৰা হয়, যেনে :—প্ৰাক্-আহোম আৰু আহোম যুগ। এই দুটা যুগকেই উপলক্ষ কৰি আমাৰ অতীত ঐশ্বৰ্য্যমূলক কেই আষাৰমান কথা এই প্ৰসঙ্গত উনুকিওৱা হৈছে। মোটামুটি হিচাবে কোৱা হয়,—চাৰি শতিকাৰ দ্বাদশ শতিকালৈকে প্ৰাক্-আহোম আৰু তাৰ পাচৰ কালছোৱা আহোম যুগ।

মূৰ্তি-বিজ্ঞান আৰু স্থাপত্য বিদ্যাৰ ইতিহাস লিখিবলৈ অসমত আৱশ্যকীয় উপকৰণৰ যথেষ্ট অভাৱ বুলি নানা জনে নানা ভাৱে বিভিন্ন প্ৰসঙ্গত কৈ গৈছে। তেওঁলোকৰ মতবাদত সত্যতা আছে বুলি ক'ব পাৰি। কিন্তু বৰ্তমানে অসমৰ বিভিন্ন ঠাইত যিমানবোৰ সমল সামগ্ৰী উদ্ধৃত হৈছে বা আন্ধাৰ চুকৰপৰা পোহৰৰ মুখলৈ অনা হৈছে তাৰ



সহায়েৰে এটি আনুষঙ্গিক আলোচনা সম্ভৱপৰ হৈ উঠিছে। গোৱালপাৰা, কামৰূপ, দৰং, নগাঁও, শিৱসাগৰ, লক্ষীমপুৰ জিলাৰ বিভিন্ন অঞ্চলত আবিষ্কৃত হোৱা ঐতিহাসিক স্মৃতি-চিহ্নই এনে এটি আলোচনাৰ হকে যথেষ্ট পৰিমাণৰ সমল যোগায়। লগতে আমাৰ ৰাজ্যিক সংগ্ৰহালয়ত সংৰক্ষিত কৰা সামগ্ৰীসমূহ যোগ দি আলচ কৰিলে সেই ৰচনা যে অতিকৈ সাৰুৱা হৈ উঠিব তাত কোনো সন্দেহ নাই।

অতীজতে হিন্দুৰ মঠ-মন্দিৰ বা দ'ল, দেৱালয় অস্থায়ীভাৱেহে নিৰ্মিত হৈছিল। শতপথ ব্ৰাহ্মণত ইয়াৰ আভাস পোৱা যায়। ভুপাল ৰাজ্যৰ বেশনগৰত থকা শিলৰ বিষ্ণু-মন্দিৰৰ ভগ্নাৱশেষেই অতি পুৰণি বুলি ধৰা হয় ; ইয়াৰ সময় খৃষ্টপূৰ্ব দ্বিতীয় শতিকা। এই মন্দিৰটো কি ধৰণৰ আছিল বুজা নাযায়।

পঢ়ুৱৈ সমাজে অৱশ্যে জানে, অতীজতে প্ৰকৃতি দেৱীৰ বিভিন্ন-ৰূপেই ৰৌদ্ৰ, সাম্য, ইত্যাদি ভাব-ভঙ্গিমাই আছিল উপাসনাৰ হেতু। লাহে লাহে পূজাৰ পদ বা পাত্ৰ কেৱল কল্পনাৰে বিষয়-বস্তু নহৈ বাস্তৱ মূৰ্তিৰ আকাৰ লবলৈ আৰম্ভ কৰে। খৃষ্টীয় শতাব্দীবোৰৰ আৰম্ভৰ লগে লগে বাস্তৱ-মূৰ্তি গঢ় লৈ উঠিল। গঢ়ি তোলা দেৱ-দেৱীৰ মূৰ্তিৰ বাস-স্থানবো লগতে আৱশ্যক হৈ পৰিল। প্ৰথমতে গছ-পাতৰ মণ্ডপ বা লতাকুঞ্জ, তাৰ পাচত নল-খাগৰিৰ পঁজা, লাহে লাহে হ'ল কাঠ-ইটাৰ কুটিৰ—এইদৰে গৈ গৈ গুপ্ত ৰজাসকলৰ দিনত পূজাৰ বিষয়-বস্তু মূৰ্তি-বিগ্ৰহ স্থাপনৰ অৰ্থে তৈয়াৰ হৈ উঠিল শিলৰ আৱাস। ইয়াৰ নাম হ'ল গৰ্ভগৃহ, সি আকাৰত চাৰিচুকীয়া, এখন মাথোন দুৱাৰমুখ ; তাত পোহৰৰ জিলিঙনি সোমাব নোৱাৰে, গতিকে সি ঘনীভূত অন্ধকাৰৰদ্বাৰা সমাচ্ছন্ন আৰু এই ধৰ্ম-ভাবাপন্ন স্থানতেই উত্তৰ হ'ল সাধু-সন্ন্যাসীৰ ধ্যানমগ্ন হোৱাৰ উত্তম পৰিস্থিতি। মন্দিৰৰ বিভিন্ন অংশক ভিন্ ভিন্ নাম দিয়া হ'ল। সমূহীয়াকৈ এই পৱিত্ৰ স্থানক (ভাৰতৰ প্ৰায় সকলো ঠাইতে) 'বিমান' বোলা হয়। 'পিৰামিড্' আকাৰৰ ওপৰলৈ উঠি যোৱা ভাগৰ নাম 'শিখৰ', তল ভাগক বোলা হয় 'গৰ্ভগৃহ', সমুখত থকা দীঘলীয়া ঘৰটোক য'ত যাত্ৰীসকলে পূজা অৰ্চনা কৰিবলৈ সন্মিলিত হয়, সেই ভাগক বোলা হয় 'মণ্ডপ'। এই মণ্ডপ আৰু গৰ্ভগৃহক লগ লগোৱা অংশৰ নাম 'অন্তৰাল', শিখৰৰ ওপৰত আমলক, আমলকৰ ওপৰত কলস আৰু এই কলসৰ ওপৰতে থাকে মন্দিৰৰ বিশেষ চিহ্ন, যেনে—ত্ৰিশূল থাকে শিৱ মন্দিৰত আৰু চক্ৰ বিষ্ণু মন্দিৰত। মোটামুটি হিচাবে হিন্দু মন্দিৰৰ এয়ে হ'ল চমু ইতিহাস। অসমৰ স্থাপত্য-শিল্পত এই স্বৰূপবোৰ পৰিদৰ্শিত হয়।

স্থাপত্য-বিদ্যা আৰু ভাস্কৰ্য্য-কলা—এই দুয়ো শাস্ত্ৰৰ অতি গূঢ় সম্বন্ধ—এটিক এৰি আনটিৰ চৰ্চা আলোচনা সম্ভৱপৰ নহয়—দুয়ো জানিবা এজোপা গছৰে দুটি ডাল ; এটি ডালৰে দুটি ফল। গতিকে স্থপতি শাস্ত্ৰৰ বিষয়ে এই প্ৰসঙ্গত থোৰতে উনুকিয়াই থোৱা হ'ল। নানা ধৰণেৰে কাৰুকাৰ্য্য খচিত মূৰ্তি-ভাস্কৰ্য্যৰে অলঙ্কৃত হ'ল হিন্দুসকলৰ মঠ-মন্দিৰ বা দ'ল-দেৱালয়। প্ৰত্যেকটোৱেই জানিবা একো একোটা সুসজ্জিত সংস্কৃতিমূলক সংগ্ৰহালয়।

ভাৰতীয় হিন্দু ভাস্কৰ্য্য চাৰিটা বিভাগত বিভক্ত। অৱশ্যে অতি সংক্ষিপ্তভাৱেহে এই কেইটি বিভাগ কৰা হৈছে। ইয়াৰে চতুৰ্থ বিভাগত পৰে উৰিষ্যা বঙ্গদেশৰে সৈতে অসমৰ ভাস্কৰ্য্য। চকলা মুখ, হেলনীয়া চকু, পাতল ওঁঠ, বহল কপাল, সৰু থুঁতৰি ইত্যাদি এই শাখাৰ মূৰ্তি-ভাস্কৰ্য্যৰ বিশেষত্ব বুলি ভাৰত বিখ্যাত ভাস্কৰ্য্যবিদ্ স্বৰ্গীয় গোপীনাথ ৰাওদেৱে মন্তব্য কৰি গৈছে।

গোৱালপাৰা, গুৱাহাটী, নগাঁও, তেজপুৰ, গোলাঘাট, শিৱসাগৰ আদি চহৰৰ মাজ ভাগতে ওচৰে-পাজৰে আৰু প্ৰত্যেকখন জিলাৰে ভিতৰুৱা ঠাইবোৰৰ উৎকৃষ্ট ধৰণৰ ভাস্কৰ্য্য-কলাৰ ভগ্নাৱশেষ যথেষ্ট পৰিমাণে পৰিলক্ষিত হয়।

গোৱালপাৰা জিলাত আবিষ্কৃত হোৱা মূৰ্তি-ভাস্কৰ্য্যমূলক অতীত ঐশ্বৰ্য্য-সমূহৰ ভিতৰত শ্ৰীসূৰ্য্য পাহাৰৰ স্মৃতি-চিহ্নই অন্যতম স্থান অধিকাৰ কৰিছে। এই অতীত সম্পদসমূহৰ বয়স এঘাৰ-বাৰশ বছৰ। এই জিলাৰে পঞ্চৰত্নৰ প্ৰাচীন ধ্বংসাৱলী, মহাদেৱ পাহাৰৰ ভগ্নাৱশেষ আদিয়ে এই জিলাৰ অতীত ঐশ্বৰ্য্য-বিভূতিৰ বিষয়ে উনুকিয়াই দিয়ে। শ্ৰীসূৰ্য্য পাহাৰৰ কীৰ্তি-চিহ্নৰ বিশেষত্ব উপলব্ধি কৰি কেন্দ্ৰীয় পুৰাতত্ব বিভাগে ইয়াৰ তত্ত্বাৱধান লবলৈ মনস্থ কৰিছে। তেখেতসকলৰ এই প্ৰয়াস শলাগিব-লগীয়া।

কামৰূপ জিলাৰ ভাস্কৰ্য্য নিদৰ্শনৰ বিষয়ে চমু টোকা এটি আগ বঢ়াওঁতে জয়জয়তে কামাখ্যা পাহাৰত অৱস্থিত ভাস্কৰ্য্যসমূহৰ কথাকে উল্লেখ কৰা যাওক। এই ভাৰত বিখ্যাত মহাতীৰ্থত প্ৰাক্-আহোম আৰু আহোম এই দুয়ো যুগৰে ভাস্কৰ্য্য আজিও বিদ্যমান। এই পাহাৰত পৰিদৰ্শিত হোৱা মূৰ্তি-ভাস্কৰ্য্যৰ সময় প্ৰায় অষ্টম শতিকাৰপৰা সপ্তদশ শতিকালৈকে বুলি নিৰূপণ কৰা হয়। স্বৰ্গীয় ৰাখালদাস বানাৰ্জীদেৱে কেন্দ্ৰীয় পুৰাতত্ব বিভাগৰ প্ৰতিবেদনত এনে ধৰণৰ মন্তব্য প্ৰকাশ কৰিছে। মাকে কেঁচুৱাক পিয়াহ খুউৱা দৃশ্য, বেণুগোপালৰ মূৰ্তি, ভৈৰৱ মূৰ্তি আদিয়ে অসমীয়া খনিকৰৰ কৌশল আৰু নিপুণতা সুন্দৰভাৱে প্ৰকাশ কৰে। আৰু আন



কিছুমান ভাস্কৰ্য্য যেনে পদুমফুল সিংহ আদিৰে নক্সা কটা শিলৰ দুৱাৰমুখ। গণেশ মূৰ্তি (পশ্চিম ফালে মন্দিৰলৈ উঠা প্ৰায় মাজ ভাগত) আদি স্মৃতি-চিহ্নবোৰ সচাকৈয়ে চকুত লগা। এই অতীত ঐশ্বৰ্য্যৰ কীৰ্তি-চিহ্নৰ বিশেষত্ব প্ৰশংসনীয় বুলিয়েই কেন্দ্ৰীয় চৰকাৰে ইয়াৰ সংৰক্ষণৰ ভাৰ বহন কৰিছে।

গুৱাহাটী চহৰতে থকা শুক্লেশ্বৰ দেৱালয়ৰ পাহাৰৰ গাতে কটা স্থূলকায় বিষ্ণু-জনাৰ্দনৰ মূৰ্তিসমূহে দৰ্শকৰ দৃষ্টি আকৰ্ষণ কৰে। এই ভাস্কৰ্য্য আহোম যুগৰ আগৰ। সময় প্ৰায় ৮ম-৯ম শতিকা। বৰ্তমানে কেন্দ্ৰীয় পুৰাতত্ব বিভাগৰ দ্বাৰা সংৰক্ষিত। এইদৰে গুৱাহাটীৰ আশে-পাশেও অশ্বক্ৰান্ত, উমানন্দ, চক্ৰাকাৰ আদি দেৱালয়ত নানা তৰহৰ কাৰুকাৰ্য্যপূৰ্ণ বিতোপন ভাস্কৰ্য্য-কলাৰ নিদৰ্শন দেখিবলৈ পোৱা যায়।

দৰং জিলাৰ পৰ্বতীয়া গাঁৱত পোৱা গঙ্গা-যমুনাৰ বাছকবনীয়া মূৰ্তি, বামুণী পাহাৰৰ বিশাল ধ্বংসাৱশেষ, তেজপুৰ চহৰৰ মাজ ভাগতে অৱস্থিত 'ক'ল' পাৰ্কত সজাই-পৰাই ৰখা বিবিধ মূৰ্তি-ভাস্কৰ্য্যই অতীতৰ উজ্জ্বল কাহিনী আজিও সোঁৱৰায়। এই প্ৰসঙ্গতে উনুকিয়াই থোৱা যাওক যে দহ পৰ্বতীয়া গাঁৱত আবিষ্কৃত হোৱা শিলৰ চৌকাঠৰ ভাস্কৰ্য্যই অসমত সৰ্বোচ্চ স্থানৰ অধিকাৰী হৈছে ; বয়সত প্ৰাচীনতম আৰু ভাস্কৰ্য্য কলাত অতুলন। এই চৌকাঠৰ গাত কটা পাত-লতা মূৰ্তি আদিয়ে আৰু চৌকাঠৰ তলত কটা গঙ্গ-যমুনাৰ বিতোপন মূৰ্তিয়ে ভাস্কৰ্য্য-কলা বিষয়ত অসমৰ নাম চৌদিশে উজ্জ্বল কৰি ৰাখিছে। ভাৰতীয় ভাস্কৰ্য্য-কলা বিষয়ক প্ৰায় সকলো গ্ৰন্থতে এই অনুপম সৌন্দৰ্য্যপূৰ্ণ শিলৰ চৌকাঠৰ সবিশেষ উল্লেখ আছে। এই অন্যতম ভাস্কৰ্য্যৰ বয়স গুপ্তযুগৰ শেষ ভাগ অৰ্থাৎ ষষ্ঠ শতিকা বুলি পৰিগণিত।

নগাঁও জিলাত বিশেষকৈ ডবকা অঞ্চলত মূৰ্তি-ভাস্কৰ্য্য স্থপতিবিদ্যাৰ নিদৰ্শনসমূহে সেই কালৰ শিলাকুটিসকলৰ দক্ষতা নিপুণতা আমাৰ আগত জল্জল্ পত্পত্কৈ দাঙি ধৰে। এইবোৰ নানা তৰহৰ সা-সম্পদৰ বয়স নৱম শতিকা বুলি ধাৰ্য্য কৰা হৈছে।

শিৱসাগৰ জিলাৰ বৰ চাহাবৰ বঙলাত সিঁচৰিত হৈ পৰি থকা শিলৰ মূৰ্তিবোৰে বৰ্তমানে অসম ৰাজ্যিক সংগ্ৰহালয়ত ঠাই পাইছে। এইবোৰৰ সময় একাদশ শতিকা। এই মূৰ্তিসমূহৰপৰা বুজা যায় যে একাদশ শতিকাত আমাৰ প্ৰদেশৰ এই পূব অঞ্চল কামৰূপ ৰজাসকলৰ শাসনাধীন আছিল।

আহোম ৰজাসকলৰ মঠ-মন্দিৰ দ'ল-দেৱালয়, আলি-পদূলি আদি

অসমৰ প্ৰায় সকলো ঠাইতে দেখা যায়। বহুক্ষেত্ৰত দেখা যায় যে অতীতৰ ধ্বংসস্তূপৰ ওপৰতে আহোম ৰজাসকলে নতুনকৈ মঠ-মন্দিৰ নিৰ্মিত কৰি অতীতৰ ঐতিহ্য ৰক্ষা কৰি আহিছিল। এই প্ৰসঙ্গতে কোৱা উচিত হ'ব যে আহোম যুগৰ শিল্পকলাৰ উৎকৃষ্ট নিৰ্দৰ্শন শিৱসাগৰ জিলাতেই বহু পৰিমাণে দেখা যায়। তেখেতসকলৰ কীৰ্তি-চিহ্ন, কাৰ্য্য-কলাপৰ অন্যতম নিৰ্দৰ্শন ইয়াতে বিয়পি আছে। ৰংঘৰ, কাৰেংঘৰ, শিৱদ'ল, দেৱীদ'ল, জয়দ'ল আদি ভালেমান মূৰ্তি-ভাস্কৰ্য্যৰে অলঙ্কৃত কীৰ্তিস্তম্ভ কেন্দ্ৰীয় চৰকাৰৰ সৌজন্যত সংৰক্ষিত। লক্ষীমপুৰ জিলাৰ ডিব্ৰুগড় চহৰৰ প্ৰায় কুৰি মাইল নিলগত থকা ৰাইদঙ্গীয়া দ'লৰ কথাও উল্লেখযোগ্য। এই দ'লটো আহোম যুগৰ মূৰ্তি-ভাস্কৰ্য্যৰে সুশোভিত। অসম ৰাজ্যিক প্ৰত্নতত্ত্ব বিভাগে ইয়াৰ সংৰক্ষণৰ ভাৰ লবলৈ মনস্থ কৰিছে।

অসমত আৱিষ্কৃত হোৱা খোদিত লিপিসমূহৰ ভিতৰত কামাখ্যা পাহাৰৰ পূব অঞ্চলৰ নামনিত আৱিষ্কৃত হোৱা শিলালিপিখনেই বয়সত প্ৰাচীনতম। এই ঠাই ডোখৰক উমাচল বোলা হয়। সেই গতিকে এই ঠাইত পোৱা শিলালিপিখন 'উমাচল শিলালিপি' বোলা হয়। এই শিলালিপিৰ সময় পঞ্চম শতিকা। এই কালৰ পাচতে বয়সত পুৰণি হিচাবে বড়গঙ্গা শিলালিপি। বৰ্তমানে এই ঠাই মিকিৰ পাহাৰৰ অন্তৰ্গত। এই শিলালিপি ভূতি বৰ্ম ৰজাৰ দিনৰ—সময় ষষ্ঠ শতিকা।

তামৰ ফলিবোৰৰ ভিতৰত ডুবি নামে গাঁৱত পোৱা ভাস্কৰবৰ্মাৰ তামৰ ফলিখনেই সবাতকৈ পুৰণি। কালক্ৰমিতা ৰাখি উল্লেখ কৰা যায় যে ভাস্কৰবৰ্মাৰ ডুবি তামৰ ফলি, নিধনপুৰ ফলি, হৰ্জৰ বৰ্মাৰ হাইয়ংথল ফলি, বনমাল বৰ্মদেৱৰ তামৰ ফলি আদিয়ে কামৰূপ ৰজাসকলৰ দিনৰ ভাস্কৰ্য্য-কলা, স্থপতি বিদ্যা আদিৰ জানিবলগীয়া নানা কথা উল্লেখ কৰে।

'টেৰাকটা' ভাস্কৰ্য্যৰ নিদৰ্শনো আমাৰ ইয়াত পোৱা যায়। আগতে উল্লেখ কৰি অহা দ-পৰ্বতীয়া শিলৰ চৌকাঠৰ লগতে কিছুমান টেৰাকটাও পোৱা হয়। এই টেৰাকটা নৰ-মূৰ্তিৰ কাৰুকাৰ্য্য অতি মনোৰম, নৰৰূপৰ স্বাভাৱিকতা তাত সুন্দৰভাৱে ফুটি ওলাইছে। মধ্যযুগৰ (শেষ ছোৱাৰ) ভালেমান টেৰাকটা ৰাজ্যিক সংগ্ৰহালয়ত ৰখা হৈছে। ইয়াৰ কাৰুকাৰ্য্য অতি মনোৰম; বিজ্ঞ দৰ্শকসকলে শলাগি গৈছে।

ষোড়শ শতিকাৰ কোচৰজা নৰনাৰায়ণৰ আগলৈকে অসমৰ কোনো ৰজাৰ মুদ্ৰা পোৱা নাযায়। অৱশ্যে প্ৰাক্-আহোম যুগত মুদ্ৰাৰ প্ৰচলন যে আছিল সেই বিষয়ে শিলমপুৰ লিপিৰপৰাই প্ৰমাণ পোৱা যায়। আহোম ৰজাসকলৰ ভিতৰত ছুকুলেঙমুঙেই প্ৰথমতে মুদ্ৰা কৰিছিল বুলি কোৱা



হৈছিল। আচলতে ছুদাংফা (বামুণী কোঁৱৰ) ৰজাই পোন প্ৰথমতে মুদ্ৰা মাৰে। কিন্তু তেওঁৰ দিনৰ মুদ্ৰা আজিলৈকে আৱিষ্কৃত হোৱা নাই। এওঁৰ সময় হৈছে ১৩৯৭-১৪০৭ খৃঃ। আহোম ৰজাসকলৰ মুদ্ৰাৰ বিশেষত্ব হৈছে যে এইবোৰ প্ৰায়েই আঠচুকীয়া।

অসম সাহিত্য সভাৰ সপ্তম অধিৱেশনৰ সমাৰোহ হয় গুৱাহাটী চহৰত, ডিচেম্বৰ, ১৯৩৭ চন। এই সভাৰ বুৰঞ্জী শাখাৰ সভাপতিৰ গুৰুভাৰ লয় স্বৰ্গীয় বুৰঞ্জীবিদ্ কনকলাল বৰুৱাদেৱে। তেখেতে ভাষণ-প্ৰসঙ্গত এইদৰে কৈছিল—"পুৰণি কামৰূপৰ সীমাৰ ভিতৰত বৰ্তমান অসম পৰি যায়, সেইবাবে অনুসন্ধানৰ ক্ষেত্ৰ বহল কৰি কামৰূপ অনুসন্ধান সমিতি নাম দিয়া একো অন্যায় হোৱা নাই। এই সমিতিৰ ইংৰাজী নাম কৰা হৈছে 'Assam Research Society'।···এই সমিতিৰ ঘৰৰ ওচৰতে লগালগিকৈ অসম প্ৰাদেশিক মিউজিয়াম সাজিবলৈ যো-জা কৰা হৈছে। ···এজন মাৰোৱাৰী ভদ্ৰলোক, ৰায় বাহাদুৰ নওপৎৰায় কেড়িয়াৰ বদান্যতাৰ ফলত আৰু অসম গৱৰ্ণমেণ্টে মঞ্জুৰ কৰা টকাৰ সহায়ত এই ঘৰটি সাজিবলৈ কাৰবাৰ কৰা হৈছে। এই বুৰঞ্জী শাখাৰপৰা ৰায়বাহাদুৰ কেড়িয়াক আৰু অসম গৱৰ্ণমেণ্টক, বিশেষকৈ শিক্ষা মন্ত্ৰী মৌলানা ওৱাহীদক ধন্যবাদ দিয়া একান্ত উচিত।"

স্বৰ্গীয় কনকলাল বৰুৱাদেৱে তেখেতৰ বহুমূলীয়া ভাষণৰ আন এটি প্ৰসঙ্গত এইদৰে কৈছিল—"আজি আপোনালোকৰ আগত আমাৰ জাতীয় আৰু দেশীয় বুৰঞ্জীত আলোচনা সম্পৰ্কে দুই চাৰি আষাৰ কথা ক'বলৈ থিয় হ'লোঁ। থিয় হৈও অলপ ভয় লাগিছে, কাৰণ আজি কেইদিনমানৰ আগেয়ে এই গুৱাহাটীতে কংগ্ৰেছ মহাসভাৰ সভাপতি পণ্ডিত জৱাহৰলাল নেহৰুৱে হেনো কৈ গৈছে যে পুৰণি কীৰ্তি-কলাপৰ গীত গাই পূৰ্ব পুৰুষ-সকলৰ গৌৰৱকে নিজৰ গৌৰৱ বুলি ভাবি বৰ্তমান অৱস্থালৈ মন নকৰি ভেম কৰি বহি থকা অমাৰ্জনীয় অপৰাধ। এই কথা সচা বুলি আমিও জানো আৰু সেই বাবেই গুৰিতে কৈছোঁ যে ভৱিষ্যত উন্নতিৰ বাট সুগম কৰাৰ নিমিত্তেই অতীতৰ বুৰঞ্জী চৰ্চা কৰা আৱশ্যক। এইটো স্বীকাৰ কৰোঁ যে ৰাজনীতি আৰু অৰ্থনীতিৰ চৰ্চা কৰা বৰ্তমান সময়ত অতি আৱশ্যক, কিন্তু সেই বুলি সাহিত্য, বিজ্ঞান, বুৰঞ্জী আদি একেবাৰে দলিয়াই পেলাব নোৱাৰি। দেশৰ আটাইবিলাক মানুহেই ৰাজনীতিত লাগি থাকিবনে? তেনেহ'লে আমাৰ উন্নতি সৰ্বাঙ্গীন কেনেকৈ হ'ব?.......১৯১২ চনত কামৰূপ অনুসন্ধান সমিতি স্থাপিত হয়।....এই সমিতি স্থাপিত হ'বৰপৰাই পুৰণি ঠাইবিলাকলৈ সেই বিলাকৰ তথ্য অনুসন্ধান

কৰা, পুৰণি শিলা-লিপি, তাম্র-লিপি, মুদ্রা-লিপি, অস্ত্র-লিপি আদি পাঠ কৰি তাৰপৰা ঐতিহাসিক সত্য উদ্ধাৰ কৰা, পুৰণি পুঠি সংগ্ৰহ কৰা, পুৰণি ভাস্কৰ্য্য, স্থাপত্য আৰু চিত্ৰকলা আদিৰ চানেকি সংগ্ৰহ কৰা ইত্যাদি কাৰ্য্য কৰা হৈছে........। আজি পাঁচ বছৰ হ'ল কামৰূপ অনুসন্ধান সমিতিয়ে 'Journal of the Assam Research Society' নামে এখনি তিনিমহীয়া আলোচনী প্ৰকাশ কৰিছে। আৰম্ভণিৰেপৰা এই আলোচনী সম্পাদকৰ ভাৰ মোৰ গাতে আছে। আজি কালি ভাৰতবৰ্ষৰ সকলো প্ৰদেশতে একোখনকৈ Resarch Society বা গৱেষণা সমিতি আছে।"

১৯১২ চনত স্থাপিত হোৱা কামৰূপ অনুসন্ধান সমিতিৰ মুখ্য উদ্দেশ্য আছিল অসমত এটি মিউজিয়াম স্থাপন কৰা। সুদীৰ্ঘ আঠাইশ বছৰ কাল অতিবাহিত হোৱাৰ পাচত সমিতিৰ সৎ উদ্দেশ্য সফল হ'ল। গুৱাহাটী চহৰত 'মিউজিয়াম' গঢ়ি উঠিল আৰু ১৯৪০ চনত এই শিক্ষাগাৰৰ দুৱাৰ ৰাইজলৈ মুকলি কৰা হ'ল। অসম ৰাজ্যিক সংগ্ৰহালয় পোনতে আছিল মাথোন প্ৰত্নতত্ত্ব পৰ্য্যায়ৰ। ইয়াৰ কলেবৰ এতিয়া বহুগুণে বাঢ়িছে আৰু বিবিধ শাখা বা বিভাগ যেনে--প্ৰত্নতত্ত্ব, শিল্পকলা, সাহিত্যিক চ'ৰা, গান্ধী কোঠা, অস্ত্ৰ-সস্ত্ৰ, ভূতত্ত্ব, জীৱ-জন্তু শাখা ইত্যাদিয়ে ইয়াত ঠাই পোৱাত বিভিন্ন ঠাইৰ বিজ্ঞসকলে পৰিদৰ্শন কৰি এই প্ৰতিষ্ঠানটি বহুমুখী সংগ্ৰহালয়ৰ শাৰীত উপনীত হৈছে বুলি মন্তব্য কৰিছে। আৰু লগতে শলাগি গৈছে এইবুলি—এই সংগ্ৰহালয় অতীতৰ ৰত্নৰাজীৰ অমূল্য ভাণ্ডাৰ; অসমৰ অতীত ঐশ্বৰ্য্যৰ মোহন মন্দিৰ।

# অসমীয়া সংস্কৃতি আৰু মুছলমান

**আব্দুছ ছাত্তাৰ**

কোনো এটা সংস্কৃতিত এটা জাতিৰ জাতীয় জীৱন প্ৰতিভাত হয়। জাতীয় জীৱন প্ৰতিভাত হোৱা এটা সংস্কৃতিত ভালেকেইটা দিশ আছে। এই দিশসমূহ বিভিন্ন জাতিৰ সভ্যতা আৰু ভাষা-ভাষী লোকৰ সংমিশ্ৰণতহে পৰিপূৰ্ণ হয়। দেশৰ বাহিৰৰ আৰু ভিতৰৰ নীতি-নিয়ম, আহাৰ-বিহাৰ, ভাব-চিন্তা, ভাষা-উপভাষাৰ সংমিশ্ৰণতহে একোটা সংস্কৃতি গঢ়ি উঠে। এখন দেশ বুলিলে নানা জাতি-উপজাতি আৰু বিভিন্ন ধৰ্মৰ সংমিশ্ৰণ হয়। এনে সংমিশ্ৰণৰ ফলতেই এটা জাতিৰ কৃষ্টি-সংস্কৃতিৰ পৰিসৰ বৃদ্ধি পায় আৰু জাতীয় ভাষা পুষ্ট হয়। ভাষাই হ'ল সংস্কৃতিৰ মূল ভেঁটি।

যেতিয়া আমি অসমীয়া সংস্কৃতি বুলি কওঁ তেতিয়া কেৱল যে অসমীয়া থলুৱা মানুহখিনিৰ সংস্কৃতিকে অৰ্থাৎ মাত-কথা, আচাৰ-নীতি, পোছাক-পৰিচ্ছদকে বুজোঁ এনে নহয়। অসম দেশত যিসকল দেশী-বিদেশী জাতি-উপজাতিৰ লোকৰ সমাগম হৈছিল তেওঁলোকৰ সামূহিক সম্বন্ধত স্বাভাৱিকতে গঢ়ি উঠা আচাৰ-নীতি, ভাব-চিন্তাই অসমীয়া সংস্কৃতিক জিপ্ দিছিল। অসমলৈ মুছলমানৰ আগমন হোৱাৰ লগে লগেই ইয়াৰ থলুৱা লোকৰ লগত তেনেই ওচৰ-সম্বন্ধ এটা স্থাপন হৈছিল, সেয়েহে এই নতুনকৈ অহা জাতিটোৰ লগত অসমীয়া সংস্কৃতিৰ সম্বন্ধও ওত-প্ৰোতভাৱে জৰিত হৈছিল। গতিকে অসমীয়া সংস্কৃতিৰ বিভিন্ন দিশ মুছলমান আগমনৰ দ্বাৰা পৰিপুষ্ট হৈছিল। সাম্প্ৰদায়িক সম্প্ৰীতি আৰু জাতীয় সংহতিতে এইবোৰ সম্ভৱ হৈছিল। ঐতিহাসিকভাৱে ত্ৰয়োদশ শতিকাৰ প্ৰথম দশকতে মুছলমানসকলৰ অসমলৈ আগমন হয়। গতিকে তেতিয়াৰপৰা অসমীয়া জীৱনত নতুন কিছুমান সামগ্ৰী, আদব-কায়দা, পোছাক-পৰিচ্ছদ, সঙ্গীত-বাদ্য, চিত্ৰ-কলা, স্থপতি বিদ্যা আৰু খোৱা-বোৱা আদিও এই দেশত প্ৰচলন হ'ল আৰু উদাৰ অসমীয়াই ভাল পোৱা-বোৰক নিজৰ ভিতৰত ঠাই দিলে। মুছলমানেও নিজৰ বহুতো এৰি

এই দেশীয় নীতি-নিয়ম, আহাৰ-পাতি গ্ৰহণ কৰিলে। সবাতোকৈ ডাঙৰ কথা যে অসমীয়াই ভাষা-সাহিত্যত বিনা দ্বিধাই হাজাৰ-বিজাৰ শব্দ সুমুৱাই ল'লে। ওপৰত উল্লেখ কৰা বিভিন্ন দিশৰ মূল কথা কেইটামান আলোচনা কৰি সংস্কৃতিৰ মূল ভেঁটি ভাষা সম্বন্ধে সম্যক আলোচনা কৰিম।

কলিয়াবৰৰ যুদ্ধত মুছলমান সেনাপতি তুৰ্বকে ১৫৪৩ চনত পোন প্ৰথম বাৰৰ কাৰণে বঙ্গদেশৰপৰা বন্দুক আনি এই যুদ্ধতে ব্যৱহাৰ কৰে। ইয়াৰ আগতে অসমত বন্দুক সজা নহৈছিল। পাচত ইয়াকে চাই ৰজাঘৰীয়া কাৰিকৰে বন্দুক সাজিবলৈ লয়। জনা যায় যে মীৰ-জুমলাৰ অসম আক্ৰমণতে অসমীয়া সৈন্যই বৰতোপ ব্যৱহাৰ কৰিছিল আৰু এই দেশতে অসমীয়াই সাজিছিল। এই কাৰিকৰসকলৰ ভিতৰত অসমীয়া মুছলমান গেন্ধেলা গৰিয়াই সজা ৰুদ্ৰতোপটোৱেই আছিল আটাইতকৈ ডাঙৰ।

আহোম ৰজা প্ৰতাপসিংহৰ দিনত প্ৰথম মুছলমান সদাগৰ ৰতনচাহ অসম দেশত সোমোৱাত ভালেখিনি বিদেশী সামগ্ৰী আমাৰ দেশত প্ৰচলন হ'ল। ইয়াৰ পাচত মোগল-আহোমৰ কেইবাখনো যুদ্ধত মোগলৰ ভালে-খিনি যুদ্ধৰ আহিলা অসমীয়াই লাভ কৰে। যুদ্ধ-বন্দী মুছলমানৰ সতি-সন্তানেই অসম দেশত মুছলমান প্ৰজাৰূপে বসবাস কৰিবলৈ লয়। অসমীয়া থলুৱা তিৰোতাৰে ঘৰ কৰি মুছলমান প্ৰজা বাঢ়িবলৈ উপক্ৰম কৰে। এইদৰেই, এই অসমৰ মাটিত নতুন মুছলমানে নিজকে খাপ খুৱাই বংশ পৰম্পৰাৰূপে যি সমাজ গঢ়িলে সি অসমীয়া সমাজৰে একে হৈ গ'ল। এনে এটা অৱস্থাৰ সৃষ্টি হ'ল যে নামটোতো মুছলমানত্ব হেৰাই গ'ল। পদো, যোগাই, কুপেশ্বৰ, বুবাই, দিদাই আদি নাম লৈয়ো মুছলমান বতি আছিল। মুছলমানী খোৱা-বোৱা অসমীয়া সমাজে গ্ৰহণ কৰিলে। ঘিউৰ গন্ধ ল'ব নোখোজা অসমীয়া সমাজত মুছলমানৰ প্ৰভাৱতে অসমীয়া 'খানা-পিনা'ত পোলাও, কোৰ্মা, কোপ্তা, কাবাব সোমাই পৰিল আৰু মুছলমান সমাজতো খাৰণি, খৰিচা, খাৰ-খাৰণি, কোমল চাউল, সান্দহ আৰু নানা ধৰণৰ পিঠা-পনাৰ ব্যৱহাৰ হ'ল।

ৰজা আছিল উদাৰ—গদাধৰসিংহই মুছলমান ৰজাৰ মাটি জৰিপ কৰা প্ৰথা ভাল দেখি বঙ্গদেশৰপৰা অভিজ্ঞ লোক অনাই সেই প্ৰথাৰে সমগ্ৰ দেশত জৰিপ আৰম্ভ কৰি দিলে। আনকি প্ৰাচীন মোগল চৰকাৰৰ বিষয়-বাবৰ সাদৃশ্য ৰাখি আদালতৰ ফুকনো সৃষ্টি কৰিলে।

ক্ৰমান্বয়ে মুছলমানৰ পৰ্দা প্ৰথা কেৱল মুছলমানৰ মাজতে আৱদ্ধ নাথাকি আভিজাত্যৰ চিনাকিৰূপে সম্ভ্ৰান্ত হিন্দু পৰিয়ালতো ইয়াৰ প্ৰচলন হ'বলৈ



ধৰিলে। সঙ্গীতৰ বিভিন্ন বাদ্য-যন্ত্ৰৰো মুছলমানৰ লগে লগে অসমত প্ৰচলন হ'বলৈ ধৰিলে। আতৰ, গোলাব পানী, চোৰ্মা আৰু জোতা আদিৰ প্ৰচলন হ'বলৈ ধৰিলে। লগে লগে আতৰদানী, গোলাবদানী, চোৰমাদানী, নিমখদানী, পিক্দানী আদিৰো প্ৰচলন হয়। কাণফুলি আৰু নাকফুল পিন্ধা প্ৰথাও ইছলামী সমাজৰপৰাই এই দেশৰ তিৰোতাই ব্যৱহাৰ কৰিবলৈ লয়। যুজাৰুৱে ঘোঁৰাত উঠা কথাটোও মুছলমান অসমলৈ অহাৰপৰাহে প্ৰচলিত হয়। আহোম ৰজা প্ৰতাপসিংহৰ দিনত সোণাৰি, জয়হৰি আৰু নৰহৰি এই তিনিওজন অসমীয়া মুদৈয়ে ঢাকাৰ নৱাবৰ অনুমতি লৈ অসম দেশৰ বাহিৰত বেপাৰ-বাণিজ্য কৰিছিল। স্বাভাৱিকতে এওঁলোকৰপৰাও বহুতো মুছলমানী সামগ্ৰী আমাৰ দেশলৈ আমদানি হৈছিল।

আওৰঙ্গজেবৰ তৃতীয় পুত্ৰই আহোম ৰজা জয়ধ্বজ সিংহৰ জীয়াৰী ৰমণী গাভৰুক (ৰহমত বানু) বিয়া কৰোৱাৰ কাৰণে মাজে সময়ে আহোম ৰজালৈ উপঢৌকন আদি পঠাইছিল। এনেদৰেও মোগল ৰজাঘৰীয়া নানা সামগ্ৰীৰ অসমৰ ৰজাঘৰতো প্ৰচলন হৈছিল। সূত্ৰধাৰী নৃত্য অসমৰ থলুৱা সংস্কৃতিৰ এক বিশেষ নিদৰ্শন। কিন্তু এই নৃত্যৰ যিটো পোছাক তাতো মোগল সংস্কৃতিয়ে বোল সানিলে। চাপকন আৰু মূৰৰ পাগটোত মোগল পোছাকৰ লগত বিশেষ সাদৃশ্য আছে। আনকি, স্বৰ্গদেও ৰুদ্ৰ-সিংহই 'পাগ-জেমা' পিন্ধি অসমৰ কৌটিকলীয়া ৰাজ-পোছাকৰে পৰিবৰ্তন কৰিলে। অসমীয়া সাজ-পোছাকত মোগল প্ৰভাৱ ৰাজ অনুগ্ৰহতে হৈছিল।

মীৰজুমলাৰ লগত অসমলৈ পাঁচজন পীৰ আহে। ১৬৮৭ চনত বঙা মাটিত ছচেন ছাহে সজোৱা মছজিদকে আৰম্ভ কৰি অসমত লাহে লাহে কেইবাটিও মছজিদ আৰু দৰ্গাহ নিৰ্মাণ হ'বলৈ ধৰিলে। মছজিদৰ গম্বুজ আৰু মিনাৰ আদিয়ে মোগল স্থপতি বিদ্যাৰ নিদৰ্শন অসম দেশত প্ৰৱৰ্তালে। মুছলমানী পীৰ-ফকীৰ, মোল্লা-মুন্সি আৰু মৌলবীৰ সংখ্যা বঢ়াৰ লগে লগে অসমীয়া হিন্দু সমাজতো এওঁলোকৰ প্ৰভাৱ পৰিবলৈ ললে। মৌলবীৰ দোৱা-পঢ়া পানী, তাবিজ-মাদুলি আদি সম্ভাৰেৰে ভূত-প্ৰেত, খেতৰ-পিশাচ খেদোৱাত হিন্দুসকলে বিনা দ্বিধাই ব্যৱহাৰ কৰিবলৈ ল'লে। আনকি, বিপদ-আপদ খণ্ডনৰ কাৰণে দৰ্গাহ আৰু মছজিদতো মম একোডাল মানস কৰি আগবঢ়োৱা প্ৰথা এতিয়াও বিদ্যমান।

আজান ফকীৰ অহাৰ লগে লগে ইছলামৰ একেশ্বৰবাদ প্ৰচাৰৰ কাৰণে তেওঁৰ ৰচিত জিকিৰ-জাৰিসমূহ অসম দেশত নাম-কীৰ্তন গোৱাৰ দৰে

গাই প্ৰচাৰ কৰিবলৈ ল'লে। ৰাজ অনুগ্ৰহত শিৱসাগৰৰ শৰাগুৰি চাপৰিত ফকীৰক থাকিবলৈ দিলে। ফকীৰসকলৰ মঠ আদি আছিল লাখেৰাজ মাটিত। আনফালেদি, জিকিৰ-জাৰিসমূহ অসমীয়া ভাষাত ৰচিত হ'লেও ভালেখিনি আৰবী-ফাৰ্চী শব্দ এই গীতসমূহত সোমাই পৰিল। অসমীয়া সাংস্কৃতিক জীৱনত এই গীত-পদবোৰৰ স্থায়ী মূল্য আছে।

স্বৰ্গদেও ৰুদ্ৰসিংহৰ দিনত নেৱাজ নামৰ এজন মুছলমান ফকীৰ আন কেইবাজনো ফকীৰেৰে সৈতে ৰাজধানীতে আছিল। ৰজাই নিজৰ মঙ্গলৰ কাৰণে এই নেৱাজ ফকীৰক হাজোলৈ মুছলমানী ধৰণে প্ৰাৰ্থনা কৰিবলৈ পঠাইছিল। ইয়াৰ পৰাই সেই সময়ত এই পীৰসকলৰ কেনে প্ৰভাৱ আছিল আৰু ৰজা ঘৰকে আৰম্ভ কৰি সাধাৰণ প্ৰজায়ো এই মুছলমানী ফকীৰসকলক সম্ভাৱ দৰ্শাইছিল তাক সহজে বুজা যায়। আনকি, বৈবাহিক সম্বন্ধও দুয়ো সমাজৰ মাজত হৈছিল। ৰজা ইমানেই উদাৰ আছিল যে মুছলমানক সাহসিকতাৰ কাৰণে নাইবা প্ৰশংসনীয় কাম কৰিলে পুৰস্কাৰস্বৰূপে আহোম জীয়াৰীকো দিবলৈ কুণ্ঠাবোধ কৰা নাছিল। ফুকনৰ ঘৰৰ খেলৰ নৰাৰ আমানত উল্লালৈ স্বৰ্গদেউ পুৰন্দৰ সিংহই এজনী আহোম জীয়াৰী উপহাৰ দিছিল। এই আহোম ৰমণীৰে জীয়াৰীক সাতাৰনৰ বিদ্ৰোহী আখৰকটীয়া পৰিয়ালৰ বাহাদুৰ গাওঁবুঢ়াই বিয়া কৰায়। এই বাহাদুৰেই মণিৰাম দেৱানৰ সোঁ হাত স্বৰূপে সাতাৰনৰ বিদ্ৰোহত আগ ভাগ লৈ অসম দেশৰ স্বাধীনতাৰ কাৰণে কলীয়া পানীত নিৰ্বাসন ভোগ কৰিছিল। ৰাজনৈতিক জীৱনত সক্ৰিয় অংশ গ্ৰহণ কৰি স্বাধীনচিতীয়া অসমীয়াৰূপে দেশ প্ৰেমৰ আদৰ্শ ৰাখি গ'ল।

বৈষ্ণৱ গুৰু শ্ৰীশঙ্কৰদেৱৰ উদাৰ ধৰ্ম মতত সকলো সম্প্ৰদায়ৰ লোককে সহ-স্থান দিয়াত চান্দখাঁৰ নিচিনা মুছলমান দৰ্জীও তেওঁৰ ভক্ত হৈ পৰিল। এওঁৰ ৰচিত ভকতীয়া গীত কেইটামান অসমীয়া সাহিত্যৰ বিশেষ সম্পদ।

আমাৰ সাংস্কৃতিক জীৱনত মুছলমানৰ প্ৰভাৱ আৰু সম্প্ৰসাৰিত হ'ল যেতিয়া স্বৰ্গদেউ ৰুদ্ৰসিংহৰ দিনত (১৬৯৬—১৭১৪) দেশ গঢ়িবলৈ লৈ ৰজাই বিশেষ পাৰদৰ্শিতা থকা লোক ভাটীদেশৰ পৰা আমাৰ দেশত নিগাজীকৈ পাতিলে। ইয়াত আছিল—আঠোটা মুছলমান পৰিয়াল। ফাৰ্চী পঢ়ীয়া, আখৰ কটীয়া, শিলা কটীয়া, গুণাকটীয়া, খনিকৰ, নেগেৰীয়া, দৰ্জি আৰু জোলা। এওঁলোকৰ দুই এটা ফৈদৰ কামৰ সম্যক আভাস তলত দিয়া হ'ল।

ফাৰ্চীপঢ়ীয়াৰ কাম আছিল ৰজাঘৰীয়া খত্-পত্ৰ পঢ়ি তাক অসমীয়াত



বুজাই দিয়া। নাইবা বিদেশী ৰজাৰ লগত চিঠিৰ আদান-প্ৰদানৰ কাৰণে ফাৰ্চীৰে চিঠি-পত্ৰ লিখা।

আখৰকটীয়াৰ কাম আছিল—নিষ্পিখেৰাজ আৰু লাখেৰাজ মাটিৰ কাৰণে শিলৰ বা তামৰ ফলিত আখৰ কটা। এই পৰিয়ালৰ লোকেই হাঁতী-দাঁতৰ ফণি, সঁফুৰা আৰু পাটী আদি কৰিছিল আৰু ৰজাৰ মোহৰো মাৰিছিল। বাহাদুৰ গাঁওবুঢ়া আছিল এই পৰিয়ালৰ দিল গাঁওবুঢ়াৰ নাতিয়েক।

এই আঠোটা পৰিয়ালৰ ভিতৰত খনিকৰ পৰিয়ালৰ কাম আছিল শিল-কাঠৰ মূৰ্তি গঢ়াৰ উপৰিও সুন্দৰ সুন্দৰ চিত্ৰ অঁকা। হস্তীবিদ্যাৰ্ণৱ নামৰ সুকুমাৰ বৰকাথৰ পুথিত ৰজা শিৱসিংহৰ পৃষ্ঠপোষকতাত মুছলমান শিল্পী দিলবৰে বৰ সুন্দৰ ছবি আঁকিছিল। এই ছবিসমূহ অতি আপুৰুগীয়া আৰু মোগল যুগৰ চাৰু চিত্ৰৰ অনুপম নিদৰ্শন। গতিকে চিত্ৰকৰী আৰু খনিকৰী বিদ্যাতো মুছলমানৰ দান উলাই কৰিব লগা নহয়। দৰ্জিৰ ব্যৱসায়ৰ প্ৰসাৰতা অসম দেশত ভাটীৰপৰা আহি নিগাজিকৈ বহা মুছলমানৰ পৰাই হয়। এই দৰ্জিসকলেই অসমীয়া সৰ্বসাধাৰণ প্ৰজাক চৌগা-চাপকন, কুৰ্তা-পায়জামা সি দিয়াত অসমীয়া সাজ-পোছাকৰূপে কেতিয়াবাই এই পোছাকসমূহ অসম দেশত বিয়পি পৰিল। এই ব্যৱসায়ৰ লগতে—বখিয়া, আস্তৰ, আস্তিন, ৰেফু (ৰিপু), গিৰা, অঙ্গস্তান সমাজত প্ৰচলন হোৱাৰ লগে লগে অসমীয়া ভাষাতো এইবোৰ শব্দ আপোনা-আপুনি সোমাই পৰিল।

এই মুছলমান পৰিয়াল কেইটাৰ যোগেদিয়েই আমাৰ অসমীয়া সমাজত বিভিন্ন ধৰণৰ সামগ্ৰী, যেনে :—জোতা, আতৰ, গোলাব জল, হুকা, নলিচা, ইজাৰ বান্ধ, পিকদানী, আতৰদানী, গালিচা আৰু চামিয়ানাৰ (চন্দ্ৰতাপ) ব্যৱহাৰ হ'বলৈ ধৰে।

বুৰঞ্জীৰ সাক্ষ্য লৈ জানিব পাৰি যে শৰাইঘাটৰ ৰণৰ আগতে মোমাই তামূলী বৰবৰুৱাই গাঁও সংগঠন কৰোঁতে দুঘৰ গৰীয়া আৰু দুঘৰ মৰীয়াকো আন আন অসমীয়া সম্প্ৰদায়ৰ লোকসকলৰ লগতে বসবাস কৰিবলৈ দিছিল। অসমীয়া গাঁও এখনত বামুণ, মুছলমান, আহোম, কৈৱৰ্ত, কেওঁট-কলিতা, কোঁচ-চুটিয়া আদি থকাটো অপৰিহাৰ্য্য আছিল। সাম্প্ৰদায়িক সম্প্ৰীতি আৰু আবেগিক সংহতি এনেদৰে স্থাপন হৈছিল কাৰণেই মুছলমানৰ পুৱা-গধূলিৰ আজানৰ ধ্বনিয়ে হিন্দু জীয়াৰী-বোৱাৰীক শয্যা ত্যাগ কৰা আৰু গৰু-গাই বন্ধা আৰু খোলাৰ সময় নিৰূপণ কৰাত সহায় কৰি আহিছে।

'চিৰাজ'ৰ নিচিনা গল্পত লক্ষ্মীধৰ শৰ্মাই এনে এখন সম্প্ৰীতিপূৰ্ণ হিন্দু-মুছলমান সমাজৰ ছবিকে চিত্ৰিত কৰি গ'ল।

অসমীয়া সাহিত্যত চুফীবাদৰ প্ৰৱেশ লাভ কৰিলে দ্বিজৰামৰ মৃগাৱতী চৰিতৰ দ্বাৰা। কিন্তু কুতুবনেই হিন্দী সাহিত্যত চুফীবাদৰ প্ৰৱৰ্তন কৰিলে—মৃগাৱতীৰ প্ৰেমাখ্যানৰ দ্বাৰা। এই মৃগাৱতী চৰিতৰ আন এটা নাম হ'ল—চাহাপৰী উপাখ্যান। আধুনিক যুগত জ্ঞান-মালিনীৰ কবি মফিজুদ্দিন আহমদ হাজৰিকাই ঘৰুৱা অসমীয়া শব্দাৱলীৰে চুফীবাদৰ ভাবধাৰা তেওঁৰ কবিতাৰ যোগেদি অসমীয়া সাহিত্যত প্ৰৱৰ্তন কৰিলে। বিশ্বখনিকৰ কবিতাটিয়েই তাৰ জ্বলন্ত প্ৰমাণ। ঘৰুৱা শব্দেৰে আৰু জঁতুৰা ঠাঁচেৰে পৰিপূৰ্ণ এনে এখন কাব্য পুথিয়ে অসমীয়া ভাষাৰ স্বকীয়তা প্ৰমাণ কৰাত চিৰদিনেই সহায় কৰিব বুলি ন দি ক'ব পাৰি! সেয়েহে 'জ্ঞান-মালিনী' হাজৰিকাৰ অসমীয়া সাহিত্যলৈ বিশিষ্ট অৱদান।

বাদ্যযন্ত্ৰ আৰু সঙ্গীততো অসমীয়া মুছলমানৰ অৱদান আছে। ফৰ্মুদ আলি কন্দৰ্পেশ্বৰ সিংহৰ ৰজা ঘৰীয়া গায়ন-বায়নৰ ওপৰত ওজা আছিল। তেওঁ কুঁৱৰীসকলক সঙ্গীত শিকাইছিল। এওঁ আছিল এজন সুন্দৰ বেহেলা বাদক। কাৱালী, খেয়াল, গজল আদিও মুছলমানৰ যোগেদিহে অসম দেশত প্ৰৱেশ লাভ কৰিলে। চেতাৰৰ প্ৰচলনো মুছলমানৰ প্ৰভাৱতে এই দেশত হয়।

অসমৰ আব-হাৱাৰ লগত মুছলমানসকলে নিজকে খাপ খুৱাই লৈছিল কাৰণে থকা ঠাইখনকে নিজৰ দেশৰূপে, জন্মভূমিৰূপে আৰু স্বৰ্গতকৈও অধিক বুলি জ্ঞান কৰি অসমীয়া সাংস্কৃতিক জীৱনত এওঁলোকে অপৰিসীম দান দি যে গ'ল তাক সহজে অনুমান কৰিব পাৰি। তদুপৰি অসমীয়া ভাষা-সাহিত্যত ইয়াৰ ছাপ মচিব নোৱাৰা হৈ ভাষাটোতে হাজাৰ-বিজাৰ আৰবী-ফাৰ্চী আৰু পস্তু শব্দ নিজ ৰূপত বা থলুৱা ৰূপত ব্যৱহৃত হৈ আমাৰ ভাষা সমৃদ্ধ কৰিছে আৰু সৌষ্ঠৱ বঢ়াইছে। মুছলমানসকলৰ দ্বাৰা অসমীয়া ভাষাত আৰবী-ফাৰ্চী, পস্তু, টাৰ্কী আদি ভাষাৰ শব্দ-সম্ভাৰ আমাৰ ভাষাৰ অন্তৰ্গত হয়।

# পুৰণি অসমৰ খেল-ধেমালি

ভুবন সন্দিকৈ

ভোকহে ভাতৰ আঞ্জাৰ দৰে, খেল-ধেমালি ৰং-তামাচাৰ আঞ্জা হ'ল মানসিক আৰু শাৰীৰিক পৰিশ্ৰম। যি মানুহৰ ভোক নাই তেওঁ ঘিউ-মৌ-মাখন খায়ো একো জুতি পাব নোৱাৰে। তেনেকৈ যিজন লোকৰ গাৰ খাটনি আৰু মনৰ খাটনি সমুলঞ্চে নাই, যাৰ গা-মন অৱশ হোৱা নাই, তেওঁৰ কাৰণে খেল-ধেমালি ৰং-ৰহইচ মিছা। কিন্তু আজি কালি দেখা যায় কম পৰিশ্ৰম কৰা বা একেবাৰেই পৰিশ্ৰম নকৰা মানুহৰহে খেল-ধেমালিৰ ৰং-ৰহইচ কৰাৰ, ছাঁয়াচিত্ৰ, অভিনয়, নাচ-গান চোৱাৰ ধুম-ধাম বেচি। তাৰপৰা আন্তৰিক তৃপ্তি কিমান পায় ক'ব নোৱাৰি। দুখ-ভাগৰত জৰ্জৰিত চিন্তাত বুৰ গৈ থকা মানুহৰ ভাগ্যত হয়তো সেইবিলাক নিমিলিবও পাৰে।

সি যিকি নহওক পৃথিৱীৰ মানুহ জাতিৰ জন্মৰেপৰা সকলো ঠাইতে সকলো সময়তে মানুহে খেল-ধেমালি কৰি আহিছে। ই মানুহৰ প্ৰবৃত্তিৰ-পৰা উদ্ভৱ হোৱা স্বাভাৱিক কথা। কেঁচুৱাই হাত-ভৰি নচুৱাই কিৰিলি পাৰিয়েই খেল-ধেমালি কৰিয়েই ৰং পায়। তাক কোনেও শিকোৱা নাই। এইভাৱে ব্যক্তি সমাজৰপৰা গৈ খেল-ধেমালিয়ে জাতীয় ৰূপ লয়গৈ। তাহানিতে আমাৰ মানুহে কঠোৰ পৰিশ্ৰম কৰি ভাল খাৱন খাই ৰং-ৰহইচ কৰি বলী সুস্থ দীৰ্ঘায়ু হৈ আছিল। তাহানিৰ দৰে লালী নিছিগা ৰঙত বাউল হৈ দেহ-মন জুৰুৱা লোক আজি আমাৰ মাজত কেইজন আছে?

এসময়ত আমাৰ দেশত বহুতো জতুৱা খেল-ধেমালি আছিল যিবিলাক হয়তো আমাৰ মানুহে খেলিবলৈ বা কৰিবলৈ একেবাৰেই এৰি পেলালে। অৱশ্যে অকল যে খেল-ধেমালিহে এৰিলে এনে নহয়, আৰু বহুত কথা এৰিলে। এতিয়া পুৰণি খেল-ধেমালিৰ নিয়ম পাহৰাই নহয় একেবাৰে খেলৰ নাম পৰ্য্যন্ত মনৰপৰা এৰা পৰিল। এইবিলাক সোঁৱৰি পুনৰ উদ্ধাৰ কৰিবলৈকো কোনো লিখিত কথা বা সেই সময়ৰ খেলাৰু লোক নাই।

গতিকে সময়ত গৈ এইবিলাক সাধুকথাৰ দৰে হ'বগৈ। স্বৰ্গদেও সকলৰ দিনত হোৱা কিছুমান খেল-ধেমালিৰ কথা দুই এক বুৰঞ্জী আৰু অন্যান্য সাঁচিপতীয়া পুথিত পোৱা যায়। তাৰ উপৰি দুই চাৰিজন বুঢ়া-মেঠাই এই সম্পৰ্কে কিছু কথা ক'ব পাৰে। তদুপৰি অতিকৈ আধুনিকতাই হেঁচা মাৰি নধৰা ভিতৰুৱা গাঁও আৰু জনজাতিৰ বাইজৰ মাজত পুৰণা দুই এটা খেল চলি আছে। সেইবিলাকৰ আভাস লৈয়েই পুৰণা খেল-ধেমালিৰ কথা লিখিবলৈ লোৱা হৈছে। অৱশ্যে ইয়াত জনজাতীয় বাইজৰ আনকি নামনি অসমৰ বাইজৰো পুৰণা খেল-বিলাক বাদ পৰি গৈছে।

স্বৰ্গদেওসকলৰ পৃষ্ঠপোষকতাত যিবিলাক খেল-ধেমালি হৈছিল সেই-বিলাক জাতীয় খেল-ধেমালিত পৰিণত হৈছিল। তাক কেৱল ৰজা, ডা-ডাঙৰীয়াসকলেই উপভোগ কৰা নাছিল। "আগৰ দিনত আহোম ৰজাসকলে নানা ৰকম আনন্দ উৎসৱ পাতি নিজৰ আৰু প্ৰজাৰ মনত ৰং লগাইছিল।" এই উৎসৱ ৰজা-প্ৰজা সকলোৱে উপভোগ কৰিছিল। নিৰূপিত দিনৰ আগতে ৰজাৰ বিষয়া আৰু চহৰৰ চাৰিওফালৰ প্ৰজাক অমুক দিনা ধেমালি হ'ব বুলি জনোৱা হৈছিল। ৰজাৰ বিষয়া আৰু প্ৰজা—ল'ৰা-বুঢ়া, ডেকা-গাভৰু, ছা-ছোৱালী সকলোৱে উৰুলীকৃত হৈ নগৰলৈ আহি ৰং-ধেমালি চাইছিল। এই ধেমালি চাবৰ সুবিধাৰ কাৰণে পাচলৈ আহোম স্বৰ্গদেওসকলে পুৰণি ৰংপুৰৰ তলাতল ঘৰৰ ওচৰত পকী-ৰংঘৰ সজাই লৈছিল। (দেওধাই অসম বুৰঞ্জী, ১৩৭ পৃঃ)।

ৰংঘৰৰ পথাৰত যি সাত বিহুৰ খেল-ধেমালি উৎসৱ হৈছিল তাক গ্ৰীচ দেশৰ অলিম্পিকৰ দৰে জাতীয় উৎসৱত পৰিণত হৈছিল। আমাৰ উপন্যাস ৰাজ্যৰ ৰজা ৰজনীকান্ত বৰদলৈদেৱে তেখেতৰ 'ৰংপুৰত সাত-বিহুৰ উৎসৱ'ৰ বিবৰণত লিখিছে—"আজি ৰংপুৰৰ ৰং পথাৰত লোকে লোকাৰণ্য। ভাল মানুহ, চহা, হোজা, নগৰীয়া, গাঁৱলীয়া, ল'ৰা, তিৰোতা ডেকা-গাভৰু, মিৰি-মিৰিয়নী ইত্যাদি প্ৰায় প্ৰজায়ে আজি ৰংপুৰৰ পথাৰত। অতি কমেও একলাখৰ কিজানি কম নহ'ব।"—সেইমতে আমাৰ মাজৰে, সেই সময়ৰ কোচ ৰাজ্য, কছাৰী ৰাজ্য, চুটিয়া ৰাজ্য, জয়ন্তীয়া ৰাজ্য, মণিপুৰ ৰাজ্য আৰু সৰু বৰ সকলো পাৰ্বত্য ৰাজতে নানা ধৰণৰ খেল-ধেমালিয়ে ৰজাঘৰৰ পৃষ্ঠপোষকতা পোৱাৰ কথা জানিব পাৰি। কিন্তু সেইবিলাকৰ বিশদ বিবৰণ পোৱা নাযায়।

দেওধাই অসম বুৰঞ্জীত ৰজাদিনীয়া কিছু খেল-ধেমালিৰ কথা আছে। এই খেল-ধেমালিবিলাকৰ পৰিচালনা কৰা বিষয়া, খেলৰ মানুহ আৰু



ওস্তাদ আছিল। ৰংপুৰত খেল-ধেমালি কৰাৰ এটি ৰংঘৰ আজিও থিয় হৈ আছে। এই ৰংঘৰ স্বৰ্গদেও প্ৰমত্ত সিংহই ১৬৭০—১৬৭৩ শকৰ ভিতৰত সজাইছিল। বুৰঞ্জীত স্বৰ্গদেও ৰুদ্ৰসিংহ, শিৱসিংহয়ো ৰংঘৰ সজোৱা কথা আছে। সেইবিলাক বাটৰ কাণত চিনো নাইকিয়া হ'ল। ৰাজেশ্বৰ সিংহই ৰংচোৱা দ'ল বন্ধালে। (সাতসৰী অসম বুৰঞ্জী—১৫২)। এওঁ ৰজাদেৱে এক দুটুপীয়া, বৰটো ৰংঘৰৰ ওচৰতে, দ'ল ঘৰৰ দৰে সৰুকৈ এটা পকী ৰংঘৰ কৰিলে। (তুংখুঙীয়া অঃ বুঃ ৭৪)। ইয়াৰ ভেঁটিৰ চিন এতিয়াও আছে।

আমি এতিয়া তেতিয়াৰ ৰংঘৰৰ ৰং-তামাচাৰ চমু আলোচনা কৰিম। ৰংঘৰৰ কেউফালে আহল-বহল মুকলি ঠাই মেৰাই মাটিৰে ওখ ঢাপ বা গড় মৰাইছিল। তালৈ সোমোৱাৰ বাট আছিল। ৰজা, ডা-ডাঙৰীয়া আদিয়ে ৰংঘৰৰ ওপৰৰপৰা বা অন্য মাচাঙৰপৰা আৰু প্ৰজাই গড় ঢাপৰ ওপৰ খাপত কেউফালে বহি খেলবিলাক চাইছিল। ৰংঘৰৰ ওপৰ মহলাত বহি যেনিয়েই মন যায় তেনিয়েই চাবলৈ সৰু কোঠাৰ দৰে ভালেমান দীঘল বাট আছে। গড় ঢাপৰ চিন, খেললৈ অহা হাতীৰ খোজৰ চিনো এতিয়ালৈকে ভাগি-ছিগি আছে। যোৰহাটলৈ নগৰ নিয়াৰ পাচতো স্বৰ্গদেও কমলেশ্বৰ সিংহই ৰংঘৰৰ পথাৰতে প্ৰজা চপাই খেল-ধেমালিৰ ব্যৱস্থা কৰিছিল।

এই খেলবিলাকৰ ভিতৰত ঘাইকৈ শেনৰ খেল বা শেন মেলা, হাতীৰ যুজ ম'হৰ যুজ, মানুহৰ যুজ, বাঘ-ভালুক, গাহৰি, ঘঁৰিয়াল, গঁড়, ঘোং, মেঠোন আদিয়েই প্ৰধান। আমাৰ দেশত, পৃথিৱীৰ কোনো কোনো দেশত সেই সময়ত প্ৰচলিত বন্দী হৈ থকা মানুহক বাঘ, সিংহ, ভালুকৰ মাজত মেলি ৰং চোৱাৰ নিয়ম নাছিল।

শেনৰ খেলৰ তদাৰক লোৱা শেনচোৱা বৰুৱা, বৰা সেই খেলৰ খেলুৱা আৰু ওস্তাদ আছিল। এই চৰাই বিলাকক শিকোৱা তালাপি কৰা তাৰ লক্ষণ বুজাৰ বিষয় পুৰণি শেনচোৱা পুথিত আছে।[১] শেন মেলাৰ আগতে

[১] পুৰণি সাঁচিপতীয়া শেনচোৱা পুথিৰপৰা :—"শেন চাৰিবিধ—চাহবচা, কোমাৰু বচা, অৰঙ্গী বচা, ইৰাণি বচা। তাৰে আকৌ ভাগ—চিতেচৰা, বেচেৰা, বহৰি, কুহিশেন।" "কুহিত বহৰি ইয়াক ভাল ওস্তাদে পালে মন বুজি শিকাই লব পাৰিলে পাকত কনুৱা ধৰিব পাৰে।"

খেললৈ শেন মেলাৰ মন্ত্ৰ—শেন চৰাইটো মেলোঁতে গাত ছুই এই মন্ত্ৰ পঢ়ি মেলিব।—"লগৰ ভাগৰ দুওটি আখি। সমে ভাগিলে চাৰিটি পাখী। দেৱীয়ে বোলে

শেনৰ পৰীক্ষা হয়, তাক বাউল দিয়া বোলে। ইয়াকো চাবলৈ ৰজা আৰু প্ৰজাৰ সমাগম হয়। ভালেমান ঠাইত সৰু সৰু মাছ দি চৰাইৰ চোং পাতে। মাছ খাবলৈ পাই বনৰীয়া কনুৰা চৰাই বাঢ়ি যায়। হাজাৰ বাৰশ আহি একে চোঙ্গতে গোট খায়হি। চৰাইৰ চোঙ্গৰ বিষয়াবিলাকে এইদৰে বহুত ঠাইত কনুৰা চৰাইৰ চোঙ্গ পাতে। সিফালে শেনচোৰা বিষয়াসকলে পোহনীয়া শেনক নানা খেল শিকোৱাৰ পাচত পৰীক্ষা আৰম্ভ কৰে। ইয়াকে বাউলি দিয়া বোলে। দেওধাই অসম বুৰঞ্জীত এই সম্বন্ধে আছে।

এটা পাৰ চৰাই এঠাইত বান্ধি থৈ শেনৰ চকুৰপৰা গিলিপ (চকু ঢকা কাপোৰ) গুচাই আৰু ঠেঙত দীঘল ডোল লগাই এৰি দিয়ে। যদি শেনে পাৰচৰাই কোবাই পুনৰ শেনচোৰাৰ হাতত পৰেহি তাক পুনৰ চোলা জৰীৰ দৰে ৰতাপতীয়া চুটি ডোল লগাই মেলিব। তাতো শেনে পাৰ কোবাই আহি হাতত পৰিবহি। এই পৰীক্ষাৰ পাচে আকৌ কেবাজনো মানুহৰ মাজত পাৰটো থৈ শেন মেলি দিব। এইবাৰ শেন গৈ যদি পাৰ চৰাইটো কোবাই খেদি মাৰি ঘূৰি আহে তেন্তে বাউলিত বা পৰীক্ষাত উত্তীৰ্ণ হৈছে বা উঠিছে বুলি ধৰি লয়।

নিৰূপিত দিনত শেনৰ যুজ আৰম্ভ হয়। সৰহকৈ কনুৰা গোট খোৱা চেঙ্গলৈ শেনচোৰাবিলাকে বছা বছা শেন লৈ যায়। ৰজা-প্ৰজা সকলোৱে এই খেল চাবলৈ গোট খায়। চোঙ্গত গোট খাই থকা কনুৰাবিলাক মানুহে খেদি উকৰাই দিয়ে। কনুৰা উৰি গৈ বহুত ওপৰ পালেগৈ আৰু চকুৰে বিণি বিণি দেখা হ'লে শেনচোৰাই শেনৰ গাত হাত বুলাই মন্ত্ৰ মাতি শেনৰ চকুৰ গিলিপ গুচাই ভৰিৰ ডোল মেলি দিয়ে। মেলা মাত্ৰকে শেনে কনুৰালৈ চোঁচা মাৰে। আকাশত শ শ কনুৰা চিটিকি পৰাদি নান ফালে বিভঙ্গে পলায়। আৰু দুই চাৰিটা বুকু ফলা পাখী ভগা

---

পুত, তোৰ শৰীৰ মই বাসলৈলো নকৰিবি তই মনত....। আনৰ ঠোঁট তই জগতৰ হাড়, বৰঠোঁট কৰ বুন্দামাৰ। চল চল বিলম্ব নকৰ—মহাদেৱৰ, শ্ৰীৰামৰ, শঙ্কৰ বাবাৰ আদমৰ আজ্ঞা পাৱ সাকএদৰ আদেশৰ আজ্ঞাবশ মন্ত্ৰ—অৰ্দ্ধেশৰা বাবা আদমৰ কাচম।"—(পৃ: ৩১)

কুহি শেনৰ ভাগ—জালি কুহি শেন, ইলাহি কুহি, ইটালি কুহি, নগৰ জগৰ কুহি, খৰচনি কুহি, বামনি কুহি, চান্দনি কুহি, কলিয়া কুহি, আদি ১০।"

বহৰি শেনৰ ভাগ—চাহিন বহৰি, কুহিৰ বহৰি, জহৰি বহৰি, আদচাকে বহৰি, লৰুক, আদলগৰী, নগৰ দমি, চিতে চেৰা, বেচেৰা আদি।



কনুৰা ওপৰৰপৰা মাটিত পৰেহি। ৰাইজে হৈ-ধ্বনি কৰে। এইদৰে শেনে কনুৰা মাৰি এটা কনুৰাৰ বুকুত বহি শেনচোৰা বা ওস্তাদৰ হাতত পৰেহি। জিকা শেনৰ ওজাই ৰজা ঘৰৰ বঁটা-বাহন পায়। যাৰ শেনে কনুৰা নামাৰি কেনিবাদি উৰি যায় সেই ওজাই শাস্তি ভোগ কৰিব লাগে।

স্বৰ্গদেও ৰূদ্ৰসিংহৰ দিনত "সন্দিকৈ বৰফুকনেই প্ৰথম হিলৈ চৰা নাৱক দুই মূৰে মগৰ লগাই বাৰলৈ নাও-বৈচা শিকাই লাচ চাৰ লগাই স্বৰ্গদেৱক ৰং দেখাই মগৰী চৰা, আৰু বহৰী শেন দুইৰো খেল উলিয়ালে।" (অ: বু: ৬২ পৃ:) পুনঃ পাকৰ ধৰা বহৰী শেনৰ খেল উলিয়ালে। পোহনীয়া চৰাই লৈ বনৰীয়া চৰাই ধৰা প্ৰথা ৰাজস্থানতো আছিল। পাৰ আদি চৰাইক ভালদৰে শিকাই চিঠি-পত্ৰাদি আদান-প্ৰদান কৰাৰ কথা 'পত্ৰ কৌমুদি' নামৰ পুথিত পোৱা যায়।

অন্য চৰাইৰ খেলৰ ভিতৰত কুকুৰাৰ যুজো এটা প্ৰখ্যাত খেল আছিল। আজি কালি এই খেল ঘাইকৈ জনজাতীয় কিছুমান লোকৰ মাজত আৰু চাহ বাগিচাৰ বনুৱা ৰাইজৰ মাজত চলি আছে। "ৰণৰ কুকুৰা ৰণত মৰিব" বুলি কোৱা কথা এফাকি আছে। কুকুৰা যুজোৱাটো আগতে ৰজাৰপৰা প্ৰজালৈকে চলাইছিল। বুৰঞ্জীত তাৰ উল্লেখ আছে। "পাচে চুহুফা দিহিঙ্গীয়া ৰজাদেৱে পুতেক চুক্লানফা তিপাম ৰজা বৈশাখৰ দিনত ৰবকুকুৰা যুজাইছিল।' (দেওধাই অসম বুৰঞ্জী—৩৬ পৃ:)। জোৰাই জোৰাই কুকুৰাৰ যুজ হয় আৰু যি কুকুৰাই তাৰ প্ৰতিদ্বন্দ্বীৰ আগেৰে বা নখেৰে ছিৰি মাৰে সেই মৰা কুকুৰা জিকোঁতাৰ লাভ হয়। কুকুৰাৰ আগত ছুৰীও বন্ধা হয়।

কুকুৰা চৰাইৰ খেল, চৰাই পোহা চিকিৎসা কৰা আদি কামৰ বাবদ কুকুৰা পুহীয়া, কুকুৰা চোৱা বৰা, বৰুৱা আদি পদৱীৰ বিষয়া আছিল। সেই নামৰ বহুত গাঁও আমাৰ দেশত আছে। কুকুৰাৰ উপৰিও ম'ৰা, ভাটৌ, ময়না, কোঢ়া, চিলনী, ঢেকৰ, কাম আদি বহুৰকমৰ চৰাইৰ খেল-চিকাৰৰ কথা পোৱা যায়। এইবিলাকৰ ভাৰ চৰাইমৰীয়া, পাখীমৰীয়া, ইত্যাদি খেলৰ তত্ত্বাৱধানত আছিল। "যা পাৰৌ উৰি যা, চুলি জৰি নেমেলিবি, খাম কাকত নেপেলাবি। যাৰ কাকত তাক দিবি।" পাৰৰ ঠেঙত চুটি জৰীৰে বান্ধি কাপোৰৰ খামত ভৰাই চিঠিৰ কাকত নানা ঠাইলৈ পঠাইছিল। সেই যুগত ভাৰত আৰু পৃথিৱীৰ নানা দেশত চৰাইৰ দ্বাৰা ডাক অনা-নিয়া কৰা প্ৰথা আছিল।

ৰংঘৰৰ খেললৈ আহক—"যেতিয়া ফাগুন-চ'ত মাহে হাতীৰ কুম্ভহুল বলিয়া হয়, তেতিয়া যুজ কৰাবৰ কাৰণে শকতকৈ হাতীশালৰ নিচিনা

নঙলা দি খোক সজাই সেই খোকতে এটা বলিয়া হোৱা হাতী মাউত সহিতে আনি সুমুৱাই বাহিৰলৈ উলিয়াই নঙলা দি থয়। সেই হাতীৰ সমান আন এটা বলিয়া হোৱা হাতী মাউতে আনি তাক দেখুৱা মাত্র খেদি গৈ যুজ লাগি দাঁতে দাঁতে ঠনঠনাই থাকে, মুখে মুখেও মাৰে।...হাতী-যুজ প্ৰায় দুই চাৰি দণ্ড পৰ্য্যন্ত হয়। ৰজা-প্ৰজা সকলোৱে খোকৰ ওপৰৰপৰা বা ৰংঘৰত উঠি ৰং চাই।" (দেউধাই অঃ বুঃ—১৪০ পৃঃ)। কেতিয়াবা কেতিয়াবা হাতীৰ যুজ মুকলিতো হয়। তেনে যুজকে মেলা-যুজ বোলে। এই যুজত কেতিয়াবা মাউত সহ পৰাজয় হোৱা হাতী মৰেও। এই যুজত হাতীৰ গলত গজঘণ্টা পিন্ধাই দিয়ে। তাৰ টং টং শব্দ শুনিলেই প্ৰজা সাৱধান হয়। হাতীৰে নাসদন কৰা আৰু দৌৰৰ প্ৰতিযোগিতা কৰাৰ কথাও শুনা যায়। জয়দ'লৰ বেৰত শিলত কটা হাতীৰ যুজ, হাতী পুথিত হাতীৰ যুজৰ চিত্ৰ দেখিবলৈ পোৱা যায়। হাতী চিকাৰ স্বৰ্গদেওসকলৰ দিনত এটা বিখ্যাত খেল আছিল। হাজাৰ বাৰশ মানুহ লৈ হাতী ধৰি ৰং কৰাৰ কথা বুৰঞ্জীৰ গৰ্ভত অনেক আছে। হাতীৰ বিভাগটো এটা ডাঙৰ বিভাগ আছিল। হাতীবৰুৱা সকলৰ তেনে হাতীৰ সকলো কাম চলিছিল। হস্তীবিদ্যাৰ্ণৱ আৰু হাতী পুথিত অঙ্কিত ছবি সহ হাতীৰ নানা কথা আছে। হৰকান্ত সদৰামিনৰ বুৰঞ্জীৰ ৩৫ পৃঃত আছে যে—"এইজনা স্বৰ্গদেৱৰ (ৰুদ্ৰসিংহ) দিনৰপৰা হাতীৰ যুজ ওলাল।"

ম'হৰ যুজো এটা সৰ্ব্বৰহী খেল আছিল। আজিও ৰংপুৰৰ ৰূপহী পথাৰ, কেকাই পথাৰ, মেটেকা পথাৰ, কোঁৱৰপুৰৰ পথাৰ আদি ভালেমানত মাঘৰ বিহুৰ পাচদিনাৰেপৰা ম'হৰ যুজ আৰম্ভ হয়। ল'ৰা-বুঢ়া-ডেকা হাজাৰ-বিজাৰ লোকৰ সমাগম হয়। স্বৰ্গদেওসকলৰ দিনত "পাচে সমান চাই গলধুন ধৰা দুটা ম'হ অনাই নাকী সোলোকাই সেই কোঠৰ ভিতৰত সুমাই দিলে। সিহঁতৰ দেখা-দেখি হোৱা মাত্ৰে মূৰে মূৰে খুন্দা-মাৰি যুজ লাগিব। একোটা খুন্দা কাঠত মৰা দৰে মাৰি যুজ কৰি হৰাটো লৰ মাৰি কোঠৰপৰা ওলাই যায়। জিকাটো পিচে পিচে খেদি অহাত নঙলা মাৰি কোঠৰ ভিতৰত ৰাখে।" (দেঃ অঃ বুঃ—১৪১)।

ম'হৰ যুজত আজি কালি ম'হ মৰিবলৈ এৰি দিয়া নহয়। গুৱালে টাঙোন লৈ যুজ ভাঙি দিয়ে। হঠাৎ কোনোটো হৰা ম'হ মৰিলে তাৰ গুৱালে ৰ চোৱা ৰাইজৰ আগত কাপোৰ পাতে আৰু ৰাইজে যি পাৰে অৰিহণা পেলায়। যুজৰ উপৰিও হাতীৰ দৰে ম'হৰ চিকাৰো জনপ্ৰিয় আছিল।



এই জন্তুবিলাকৰ খেলৰ বাহিৰে "ম'হ, বাঘ, ভালুক, এইসকলো যুজৰ জন্যে ভালেমান এডোখৰ মাটি ভেঁটি ওখলৈ কোঠ-ভেঁটি গড়ৰ ওপৰে যাব নোৱাৰাকৈ কেটেলা মাৰি শিয়াল তাঁতি দি প্ৰস্তুত কৰাই তাতো জাল বেৰা দিব। তিনি তৰপীয়াকৈ নঙলা, জপনা, জাপ-দুৱাৰ এনে দিয়াই ৰাখিব।"—(দঃ বীঃ অঃ বুঃ) এই গড়ালৰ ভিতৰতে জন্তুবিলাক মেলি দি যুজ লগাই ৰং চাই। কেতিয়াবা একে গড়ালতে বাঘ, ভালুক, দঁতাল গাহৰি, ঘঁৰিয়াল মেলি দিয়ে। "কামোৰা কামুৰি নকৰে দেখি মানুহে জোকাই দিয়াত বাঘে হাঁউৰিয়াই, ৰৰা-ভালুকে হুকি মাৰে, ঘঁৰিয়ালে সে-সেৱাই।" তথাপি যুজ নালাগিলে টোপাকাঁড় ইহঁতৰ গালৈ মাৰি দিয়ে আৰু খং উঠি বাঘে ঘঁৰিয়ালক কামোৰ মৰাত সিও বাঘক কামোৰ মাৰি ভৰি চিগাত বাঘে ঢকা মাৰি গাহৰিক, ভালুকে সহিতে যুজ লাগি বাঘ-ভালুক দুইটা মৰে। পিচত আধামৰা ঘঁৰিয়ালক লৰচৰ কৰিব নোৱাৰাত টঙনিয়াই মাৰিলে। এই দেশৰ ৰজাই ৰঙ্গ কৰিছিল।" (দেওধাই অসম বুৰঞ্জী-১৪২ পৃঃ)। "গড়ৰ ভিতৰে কাঠৰ গড়াল। তদুপৰি লোৰ ডাঙ্গৰ শিঙ্গৰী তাতী লগাই (কাটা জেওৰা) এগড়কো যুঁজালে, মেঠনকো মেলিলে। এই ৰং"—(অপ্ৰকাশিত সাঁচিপতীয়া পুথি)। পুৰণি ৰংপুৰ নগৰৰ এতিয়াৰ জেৰেঙা পথাৰ, ৰূপহী পথাৰ আদিত পহুচুঙ্গী, পহুগড়, শিয়াল চুঙ্গী, বাঘচুঙ্গী, মগৰাহাট, গাহৰী চোৱা আদি নামৰ ঠাই আছে। এসময়ত এই বিলাকেই 'চিৰিয়াখানাৰ' নিচিনা আছিল।

ঘোঁৰাৰ খেলৰ কৰ্থনা বুৰঞ্জীৰ গৰ্ভত পোৱা নাই। সেই যুগত আমাৰ দেশৰ ঘোঁৰাৰ উপৰিও শ্যাম আৰু বৰ্মা দেশৰ, ভোটানৰ, মোগল ৰাজ্যৰ, কোচ ৰাজ্যৰপৰা অসংখ্য ঘোঁৰা আমাৰ দেশলৈ আনিছিল। ঘোঁৰাৰ দৌৰ অতি পুৰণা খেল। মণিপুৰ অসম আৰু কোচৰাজ্যত প্ৰধানকৈ এই খেল আছিল। ঘোঁৰাৰে 'পলো' খেল খেলা মণিপুৰতে জন্ম হয় বুলি বহুতে কয়। ঘোঁৰাৰ এক খেল হ'ল চোৱাৰী উঠি মূৰত পানীৰ চৰু লৈ পানী নপৰাকৈ ঘোঁৰা দৌৰাব লাগে। ঘোঁৰা দৌৰাই যাঠি, কাঁড়েৰে লক্ষভেদ কৰিব লাগে। ঘোঁৰা চেকুৰাই তাঁতি, জপনা, খাৱৈ পাৰ হ'ব লাগে। কোনো ৰণ লগাৰ আগত সৈন্যৰ মহলা বা আখৰা বা হুজত এইবিলাক হয় আৰু ৰজা-প্ৰজা সকলোৱে চায়। ঘোঁৰাৰে ৰাং কুকুৰ লৈ চিকাৰ কৰাৰ দৃশ্য জয়দৌলৰ গাত দেখিবলৈ পোৱা যায়। ইয়াৰ উপৰিও এই দ'লৰ গাত শিলত কটা হাতীযুঁজ, বাঘ-ভালুকৰ চিকাৰ, ম'হ-বাঘৰ যুজ, হৰিণ চিকাৰ, হাতী-ঘোঁৰা লৈ ৰণ কৰা আৰু চিকাৰ কৰা, স্বৰ্গদেৱৰ সমদল, মৃদং খোল লৈ নৃত্য কৰা, মগড় বা ঘঁৰিয়াল আদিৰ

অসংখ্য চিত্র আছে। ৰংঘৰৰ ওপৰ বেৰত গড়ৰ চিত্ৰ, ভিতৰ বেৰত মানুহৰ যুজৰ চিত্ৰ দেখিবলৈ পোৱা যায়। তেনেকৈ ৰজাৰ আগত হাতত শেনলৈ থকাও আছে। এই বহুমূলীয়া চিত্ৰবিলাক আমাৰ দেশৰ কোনো শিল্পীয়ে সুকীয়াকৈ আঁকা বা 'ফটো' কৰি প্ৰকাশ কৰা দেখা নাযায়। দূৰ-দূৰণিৰ ভ্ৰমণকাৰীয়ে বহুযত্ন কৰি এইবিলাকৰ পট উঠাই নিছে। আমিও সেইবিলাকৰ ভাঙনী কৰি দিছোঁ।

ঘোঁৰা নিদানত ঘোঁৰাৰ লক্ষণ, বেমাৰৰ চিকিৎসা, ঘোঁৰাৰ শিক্ষা সম্পৰ্কে আছে। এই পুথি স্বৰ্গদেও শিৱসিংহৰ দিনত লিখা হৈছিল যেন অনুমান হয়। কাৰণ হস্তীবিদ্যাৰ্ণৱ আৰু ঘোঁৰা নিদানৰ ভাষা একেই। তলত ঘোঁৰা নিদানৰ কেইটামান কথা উঠাই দিয়া হৈছে।[২]

জন্তুৰ খেলৰ ভিতৰত বাজি কৰাৰ দৰে কেইটামান আৰামদায়ক খেলা আছিল। যেনে :—বান্দৰ ভালুকৰ নাচ, সাপৰ খেল আৰু নানা চৰাইৰ খেল।

জন্তুৰ পাচতে সেই যুগত মাল যুজৰ কথা পোৱা যায়। আন আন দেশৰ দৰে আমাৰ দেশতো দেশীয় মালৰ যুজ আৰু বিদেশী মালৰ যুজ হৈছিল। কোচান মাল আৰু আহোম মালৰ যুজৰ কথা কিছু পোৱা যায়। ৰংপুৰ, বেহাৰত প্ৰতি বছৰে মাল যুজত অসংখ্য লোকৰ সমাগম হয়। এই যুজত নানা বাদ্য-যন্ত্ৰ বজোৱাৰ নিয়ম। কীৰ্তনত পোৱা যায়—"মল্ল বাদ্য বাইবে নিষেধিলে কংশ কাল।" অন্যান্য খেলবিলাকৰ আৰম্ভ হোৱাৰ আগে আৰু পাচে গায়ন গোৱা, ঢাক-ঢোল, পেপা বজোৱা হৈছিল। পুৰণা বাদ্যবিলাকৰ নাম আমাৰ মানুহে আজি কালি পাহৰি গৈছে। তদুপৰি লাঠি-খেল, তৰোৱাল খেল, ধনু-কাঁড়ৰ খেল, যাঠিৰ খেল প্ৰায় হৈছিল। বিশেষকৈ এখন ৰণ লগাৰ আগতে অথবা হিচাবে এই খেলবিলাক হৈছিল। ধনু-কাঁড়, যাঠিৰ খেল জনজাতিয় লোসকলৰ মাজত এতিয়াও আছে। তাহানি অসমীয়া কাঁড়ীয়ে যৈণীয়েকৰ কাণৰ কড়িয়াৰ বিন্ধাইদি কাঁড় সৰকোৱাৰ কথা শুনা যায়। মানুহৰ মাজতো বাজি বা কচৰতৰ দৰে

---

[২] (ক) ঘোঁৰাত কেনেকৈ উঠিব লাগে। ৰাউতলৈ (চোৱাৰী) উপদেশ :—আগু-লাৰ পৰা পুচুলালৈ জুখিব, মাজভাগত বহিব, বঢ়া যদি আগলৈ হালি বহিব, যদি টুটা হয় পাচলৈ হালি বহিব। ইত্যাদি (পৃঃ ৩০)

(খ) ঘোঁৰাৰ শ্ৰেণী—টাটুক, তুৰকি, তাৰভাগ, টাঙ্গন, তাজি, টায়ুক। বাউল-পখৰা, চিনিনি শুকিলা, টলৌ, খিৰাঙ্গ, দেউচৰাই, তুলিঙ্গ, চন্দৰা, তুকাম, তিলকচন্দন, তিকৰা ডালিঙ্গ আদি অনেক ৰং অনুসৰি। (ঘোঁৰা নিদান)।



কিছুমান খেল আছিল। যেনে—ওলতা-খৰ, চকা খৰ মৰা (চকাৰ দৰে ঘূৰি ঘূৰি যোৱা), দৌৰ মৰা, জাঁপ মৰা, বাঁহত তেল ঘঁহি থৈ তাত উঠা আদি নানা তৰহৰ খেল আদিও আছে।

পানীৰ খেলৰ ভিতৰত নাও-খেলেই প্ৰধান আছিল। পুৰণা অসমত নানা ধৰণৰ হাজাৰ বিজাৰ নাও আছিল। তাৰ ভিতৰত ৰণৰ নাও, বেপাৰৰ নাও, যাতায়াতৰ নাও, খেলৰ নাৱেই প্ৰধান। নাওবিলাকৰ সুকীয়া সুকীয়া নামও আছে। ইয়াৰ ভিতৰত খেলৰ নাওবিলাকেই প্ৰধান আৰু ৰব ধুনীয়াকৈ সজোৱা হৈছিল। "লোহাৰ কেকোৰা" (লঙ্গৰ) পেলাই শ শ নাও ৰবনৈৰ মাজত শাৰী পাতি ৰাখে। নিৰূপিত সময়ত তোপ জাঁই কৰিলেই নাও দৌৰৰ খেল আৰম্ভ হয়। লোহাৰ কেকোৰা উঠাই নাও-বৈঠাবিলাকে হৈ ধ্বনি কৰি নাও পানীত উৰি যোৱাদি নিয়ে। জিকোতাৰ বঁটা মিলে। নাৱৰ খেল বৰপেটা আদিত এতিয়াও আছে। পানীৰ খেলৰ ভিতৰত সাঁতোৰা, বুৰমৰা আদি খেলো আছিল। চিলনী সাঁতোৰ, থিয় সঁতোৰ, কাছ সাঁতোৰ, আদি নানা সাঁতোৰত আমাৰ মানুহ পাৰ্গত আছিল। পানীত ঘাই খেলো এটা আছিল।

বাজত খেলা খেল আজি কালিৰ 'আউট দ'ৰ' খেলৰ দৰে আমাৰ দেশত বেচ নাইকিয়া, আমোদজনক, কৌশলযুক্ত বহু ৰকমৰ খেল ডেকা সকলে খেলিছিল। পেং দৌৰ এটা পুৰণা আমোদজনক খেল আছিল। দুডাল বাঁহৰ ডাঙ্গত তলৰপৰা কিছু ওপৰত বিন্ধা দি খুটি মাৰি তাত ভৰি দি খোজ কঢ়া আৰু দৌৰ মৰা আমাৰ ল'ৰালি কাললৈকে আছিল। আজি কালি 'হকি' খেলৰ দৰে 'গেন' খেল এটাও আছিল। বাঁহৰ মুঢ়াৰ গোল কৰি বলৰ দৰে এটি কৰি কেকোৰা লাঠিৰে ইয়াক খেলে। বোকোচাত মনুহ লৈ দৌৰ মৰা, ওপৰলৈ ঠেং কৰি হাতেৰে খোজ কঢ়া এইবিলাক কচৰৎ শ্ৰেণীৰ খেল।

'হৈ গুদু' খেল এটা সৰ্বভাৰতীয় খেল। আমাৰ দেশত ইয়াক বিভিন্ন নাম দি সুকীয়া সুকীয়া নিয়মেও খেলে। এই খেল হ'ল "হৈ গুদু মানে বান্দৰ পোৱালী" আদি গাই একে উশাহতে বিপক্ষৰ খেলুৱৈ মৰা। বহুতে আকৌ গুদু গুদু কৰি মুখেৰে শব্দ কৰিও খেলে। এইবিলাক খেল চেমনীয়া ডেকা ল'ৰাৰ খেল। বিশেষকৈ গৰখীয়া ল'ৰাৰ খেল বুলিব পাৰি। তেনেকৈ বাঘ-গৰু খেল, চাৰিটা খুটি পুটি চাৰিটা পালি আৰু এটা বাঘ হয়। ইটো খুটাৰপৰা সিটোলৈ বাগি দি ফুৰে। শূন্যত পালে বাঘে মাৰে। বাঘ গৰুৰ খেল নানা ৰকমৰ আছে। খলি খলি গুটিৰেও খেলে। ঘৰ ঘৰ কৰি গুটি দিও খেলে। ডেকা জীয়াৰীয়ে

খেলা খেল হ'ল ঢোপ খেল। এই খেল মাঘৰ বিহুৰ পাচত পথাৰত বহল চোতালত খেলিছিল। কাপোৰ মেৰাই গোল কৰি সজা নেজাল 'বল' ইয়াক দলিয়া-দলি কৰি ধৰিব লাগে। দুদলৰ মাজত এনে খেল হয়। তেনেকৈ ঘিলা খেল, লাটুম খেলো ল'ৰাবিলাকৰ প্ৰিয় খেল আছিল।

গছকুমতি নামৰ অন্য এটা খেল আছিল। এজোপা চাপৰ আৰু ডাল পাত বেচিকৈ থকা গছত ল'ৰাবিলাক উঠে। মাটিতে এটা কুমতি হৈ থাকে। সকলো ল'ৰা ডালত ধৰি উঠা হ'লেই কুমতি গৈ থাকে। প্ৰথমে যি ছুব পাৰে সিয়ে কুমতি হৈ তললৈ নামে। এই খেলত বহুতৰে হাত-ভৰি ভাগে।

টাংগুটি খেল অলপ দিনলৈকে গাঁওবিলাকত আছিল। গছৰ ডালৰ দুইমুৰে জোঙা এটা গুটি কৰি এডাল মাৰিৰে তাক ওপৰলৈ উঠাই দূৰলৈ মাৰি মাৰিডালেৰে লেখ কৰে। গুটিটো ওপৰতে থাপ মাৰি ধৰিলে কোনো সংখ্যা নাপায়।

এচাৰি খেল অতি সাধাৰণ খেল আৰু গৰখীয়া ল'ৰাৰ মাজতে আৱদ্ধ থাকে। এই খেলত এডাল এচাৰি মাটিলৈ মাৰি পঠায়। আৰু বাকীবিলাকে নিজ নিজ এচাৰি দূৰৰপৰা মাৰি সেই এচাৰি ডাল সৰকাব লাগে। সৰকাব পাৰিলে এচাৰি লাভ হয়, নোৱাৰিলে নিজৰ ডাল হেৰায়।

কণীযুজ উজনি অসমৰ বিহুৰ সময়ৰ বিশেষকৈ বহাগবিহুৰ সময়ত খেলা এটা লাভজনক খেল। চৰাঘৰ, তিনি আলি, চাৰিআলি, বাজহুৱা ঘৰ আদিত জুম হৈ হাতত কণীৰ টোপোলা বান্ধি কণীৰ মূৰে মূৰে যুজায়। ইয়াত দৰ-ভাও কৰাৰ কথাও আছে। যাৰ কণী ভাগে, ভাঙোতাৰ লাভ। "সাত বিহুৰ সৈয়াকণী" বোলা কথা এফাকিও আছে। এই কণী যুজ পূব বৰ্মতা দেশত বৰ বেচি। ইয়াক টক্ খাই বুলি কয়। আজি-কালি নামনি অসমতো নলবাৰী আদি ঠাইত পুহ মাঘত বোলে কণীযুজ হয়। এই খেল এতিয়াও প্ৰচলিত। গৰখীয়া ল'ৰাই কণী নাপাই বহুতৰ চেঁচুৰকে যুজাই ৰংকৰে।

নামনি অসমত বিশেষকৈ কামৰূপত ঢুলীয়াৰ খেল প্ৰসিদ্ধ। আজি-কালিও এই খেল আছে।

ল'ৰাবোৰে বাটে পদূলিয়ে খেলা একৈয়া খেল, খলিগুটি খেল, কচু-গুটি খেল, বাঘ-গৰু খেল, আদি বহুত খেল মাটিৰ ঘৰপাতি বা খলি খান্দি গুটিৰে খেলে।

ভিতৰৰ খেল 'ইনদ'ৰ গেমচ্' নানা বিধৰ আছিল। সেইবিলাক পুৰুষ মহিলা উভয়ে খেলিছিল। এই বিলাকৰ ভিতৰত মানী



আৰু দেৱাং খেল হ'ল পাশা। ৰজাদিনৰ পাশাটি আৰু ঢাল এতিয়াও কোনো কোনো মানুহৰ ঘৰত দেখিবলৈ পোৱা যায়। এইখেল সৰ্ব-সাধাৰণতকৈ ৰজা, ডা-ডাঙৰীয়া বিষয়াসকলৰ ঘৰত বেচি চলিছিল। অসম বুৰঞ্জীৰ ৪৫ খৃ ঃত আছে-"পাছে নৰনাৰাণে (নাৰায়ণে) আশ্চু গোহাঁইক অনাই তেৰেঁ সহিতে পাশা ঢালিলে। যদি মোক কুৰি ঢাল পাশা জিকিব পাৰ তোৰ দেশৰ লোকজন সহিতে এৰি দিম। পাছে ১৯ ঢাল পাশা গোহাঞীয়ে জিকিলে। এঢাল পাশাত লাগি আছিল....... । এইদৰে সত্য অঙ্গিকাৰ কৰিলত গোহাঁয়ে বিমুখে পাশা ঢালি একজোৰ দহ মাৰিলে।" ওলত যোৱা ডাঙৰীয়াৰ লতাবোৰ ঘূৰাই আনিলে লগতে বেহাৰবে ভালে-মান মানুহ পালে। সাতবিহুত পাশা উবাই দিয়াৰ নিয়ম আছিল। ইয়াক যেতিয়াই তেতিয়াই খেলিব নাপাইছিল।

পাশাৰ পাচতে ঢাল পাতি খেলা খেল হ'ল কড়ি খেল। কিছুমান ঠাইত এই খেল দুটি এতিয়াও আছে। এই খেলো বিহুত খেলাৰ নিয়ম আছে। তিৰোতায়ো এই খেল খেলে।

কিছুমান আকৌ খেলা আছে যাক খাচ খেল বুলিব নোৱাৰি। অথচ সেই খেল-ধেমালিবিলাক নিয়মৰ ভিতৰত খেলা হয় আৰু তাত ৰংৰহইচো বহুত খিনি আছে। ধৰ্ম সম্পৰ্কীয় কামৰ আনুষঙ্গিক আৰু সামাজিক কামৰ আনুষঙ্গিকৰূপে সেই খেলবিলাক আছে। যেনে, ফল্গুৎসৱৰ লগত ফাকুখেল, জন্মাষ্টমীৰ পাচত বোকাখেল, ৰথ যাত্ৰাৰ সময়ত খেলা "ৰাম বোল হৰিবোল জয় জগন্নাথ" খেল (এইখেলত ৰথৰপৰা নাৰিকল, কঠাল, কল আদি গোটা ফলমূল তললৈ মাৰি পঠায়। শ শ মানুহে তাক টনা আজোৰা কৰি লবলৈ যত্ন কৰে), মহৰমৰ লগত তাজিয়া খেল, ইত্যাদি। তিৰোতাসকলৰ বিয়াৰ সময়ত টেমি-কটাৰী সলোৱা, আহোমৰ ভিতৰত চকলং, গৰুবিহুত মানুহ যুজা আৰু লাও-বেঙেনাৰ খেল আদি ধৰ্মমূলক কাম আৰু সামাজিক অনুষ্ঠানৰ লগত জড়িত।

কচৰৎ আৰু বাজি শ্ৰেণীৰ কিছুমান ৰং-তামাচা আমাৰ দেশত স্বৰ্গদেও সকলৰ দিনৰপৰাই আছিল। বুৰঞ্জীৰ গৰ্ভৰপৰা তলত উঠাই দিয়া হৈছে। স্বৰ্গদেও ৰাজেশ্বৰ সিংহৰ দিনত "আতপাছে স্বৰ্গদেৱে বঙ্গালৰ পৰা বাজিকৰ এযোৱা আনিলে তাৰ ওপৰি বাঁহপাতি ওস্তাদ, তাইৰ লগত আৰু জনীদিয়েক। পাছে স্বৰ্গদেৱে সিহঁতক নিয়াই ৰংঘৰত ৰং কৰিছিল বাজিত দুপতীয়া আমপুলিত আম লগাইছিল—, ত্ৰিশূলৰ ওপৰত নাচিছিল, আৰু অনেক বাজি কৰি ৰং দেখালে।" (তুঃ খুঃ বুৰঞ্জী—৪৭)।

স্বৰ্গদেও কমলেশ্বৰ সিংহৰ দিনতো ৰংপুৰৰ ৰংঘৰত কেনে ধৰণৰ

বাজি ৰাইজক দেখুৱাইছিল। "তাতপাছে ৬এ বঙ্গালবপৰা তিৰুতা বাজিকৰ এযোৰা অনালে। পাছে ৬ৰংঘৰলৈ ওলাই সেই বাজিকৰৰ বাজি কৰালে। বাজিত এই মানুহ এটাৰ মাথাৰ ওপৰত কলহ এটাদি তাৰ ওপৰত থাল এখন দি তাৰ ওপৰত খুটা চাইটা দি চাং এখন পাতি তাৰ ওপৰত থাল এখন দিয়ে। তাৰ ওপৰত ঢাল বাৰু লৈ তিৰুতা এজনী উঠে। পাছে তলৰ মানুহটোৱে টাকুৰীৰ মতে বহল হৈ ঘূৰি ফুৰে। আৰু এজনীয়ে ঢাল বাৰু লৈ বাহঁ এটা পুতি তাৰ ওপৰত ঘূৰি ফুৰি তাৰপৰা দেও মাতে তলৰ এটাই হাত পাতি ধৰে।"(তুঙ্গখুঙ্গীয়া বুৰঞ্জী)।

এতিয়া আমি থিতাতে এধানিহঁতে খেলা নাওমান কেইটিমান খেল-ধেমালিৰ নাম উল্লেখ কৰিছোঁ। এই খেলবিলাক একেবাৰে মৰি যোৱা নাই। ঠায়ে ঠায়ে বেলেগ বেলেগ নিয়মে বেলেগ বেলেগ নামেৰে জী আছে। ইয়াত কোনো খৰচ নাই। আৰু হাত, মুখ, আঙুলি আদিৰে খেলি আমোদ পায়। অকণিহঁতৰ এই খেলত প্ৰায়েই ঠেহ-পেঁচ হাই-কাজিয়া আদি লাগে। খেলবিলাক হ'ল হাউলি বা হেতেলি খেল। হাতত সৰু সৰু ৫।৬ টা গুটি লৈ ওপৰলৈ মাৰি খেলা খেল। ইয়াক খেলোঁতে লগতে গাই যায়—"অটালিকা বাটে যাওঁ কলপাট কাটি বালি ভাত খাওঁ" "ঔকা তি ভোকা" ইত্যাদি। কোমোৰা খেল এটি আছে—ল'ৰা-ছোৱালীবিলাকে এটিৰ কঁকালত সিটিয়ে খামোচ মাৰি ধৰি এইদৰে আঠ নটা মানে এডাল শিকলিৰ দৰে বহে। কঁকালত নধৰা এটিয়ে প্ৰথমতে মাতে—"ইৰিকিতি সিৰিপিতি বাঁহৰ শলা, মোমাইৰ পদূলিত বান্ধিলোঁ ঘোঁৰা, ৰজানী আইদেৱে হাগিবলৈ যাওঁতে বাটতে পহু পোৱালী এটা পালে, তাকে খাবলৈ জালি কোমোৰা এটি লাগে। ছিঙিবৰ হ'লনে নৌ ?"—কঁকালত ধৰা ঘাইটিয়ে ক'ব— "তাৰে এটি ছিঙি নিয়া"—কোৱা মাত্ৰয় পিচৰটোক গাৰ বলেৰে টানি এৰুৱাবলৈ যত্ন কৰে। এৰুৱাব পাৰিলে জিকে ন'হলে হাৰে। আন এটা অকণি-হঁতৰ খেল হ'ল দ'ল খেল। এটাই হাতখন মুঠি মাৰি বুঢ়া আঙুলিটো থিয়কৈ লয়। তাতে আন এটাই সেই দৰে ধৰে। এনেকৈ চাৰি পাঁচ-টাই ধৰি এটি সৰু দ'লৰ দৰে কৰি গায়—"এইটি কাৰ দ'ল।" অন্য বিলাকে ক'ব "ৰজাৰ দ'ল।" আকৌ সিটিয়ে ক'ব "ভাঙিব পায়নে নাপায়" ইটিয়ে ক'ব "নেপায়।" তাৰ পাচত হাতখনেৰে "কলী ঔচ কলী ধেকেচ" কৈ হাতৰ দ'লটি ভাঙে।

চিকিমিকি খেলত এটাই হাতখন আগলৈ কৰে, অন্য এটাই হাতৰ বাহিৰফালে চিকুট মাৰি ধৰে। এইদৰে কেৰাটায়ো গায় "চিকিমিকি



লুকাইলুকি বৌৰে মাৰিলে তাৰুগজি" ইত্যাদি। গুটি লুকুৱা খেলত এহাতত গুটিটো লুকুৱাই বিচাৰিবলৈ দিয়ে। বিচৰাটোৱে গায়—"অলৌ গুটি তলৌ গুটি কচুগুটি ঘাই, এইখন হাতৰ গুটিতো এইখন হাতে পায়।" লুকালুকি খেলত এটাই লুকুৱা আৰু আন এটাই বিচাৰি উলিওৱা। এই বিলাকৰ ওপৰিও ওকুলি-মুকুলি খেল, তেলটোপী খেল। অকণমানিহঁতে এই খেলবিলাক খেলোঁতে কিবা এটা নহয় কিবা এটা গায়হে খেলে। গতিকে ইয়াক গীতিখেল বা নাম গাই খেলা খেল বুলিব পাৰি। এই খেলবিলাকত কেঁচুৱা ল'ৰাহঁতৰ মন মুকলি হয় আৰু গাৰো খাটনি হয়, ৰং-ৰহইচৰ কথাই নাই। চাওঁতাবিলাকেও আমোদ পায়। খেলত হাৰিলে বা কোনোবাই অইনায় (অন্যায়) কৰিলে ক'ব—"আজিৰপৰা তোৰ লগত নেখেলোঁ আৰু।"

ওপৰত উল্লেখ কৰা খেলবিলাকেই সম্পূৰ্ণ নহয়। ইয়াত উজনি অসমৰে বহুত খেল বাদ পৰি গৈছে। নামনি অসমত ইয়াৰ উপৰিও বহুত খেল আছে—তাৰপৰা জনজাতীয় খেলবিলাক একেবাৰেই বাদ পৰি গৈছে।

তদুপৰি খেলবিলাক বেলেগ বেলেগ ঠাইত বেলেগ বেলেগ নিয়মত খেলা হয় আৰু সেই বিলাকৰ নামো বেলেগ হ'ব পাৰে। আমি মাত্ৰ সৰুতে খেলা আৰু দেখা কেইটিমান খেলৰ কথাহে উল্লেখ কৰিছোঁ। এই সম্পৰ্কে কিছু গৱেষণা হোৱা ভাল। আজিকালি অনা-অসমীয়া আৰু বিদেশী খেলবিলাকে নগৰতে নালাগে গাঁৱে-ভূঁঞে সক-লোতে মন জয় কৰি ললে। এই জতুৱা খেলবিলাক হাঁহিয়াতৰ পাত্ৰ হ'ল। অসমীয়াৰ ৰঙৰ টেকেলি কাতি হৈ পৰিল।

# সত্ৰীয়া চিকত্ৰলা

যুগল দাস

উৎকৃষ্ট কলা সদায় পৰম অধ্যাত্মমূলক। ভাৰতীয় পৰিকল্পনাত কলা আৰু ধৰ্মৰ ওতপ্ৰোত সম্বন্ধ দেখা যায়। তদুপৰি ধৰ্ম প্ৰচাৰৰ মাধ্যমস্বৰূপে চাৰুকলা সদায় নিয়োজিত হৈ আহিছে। অসমৰ ধৰ্ম-জগততো চিত্ৰকলাৰ জনগণৰ মাজত ধৰ্মভাৱ জীয়াই ৰখাৰ বাবে ব্যৱহৃত হৈ আহিছে। সত্ৰসমূহেই অসমত বৈষ্ণৱ ধৰ্ম প্ৰচাৰৰ মূল কেন্দ্ৰ আছিল। সেই গুণে এই সত্ৰসমূহত বা সত্ৰৰ সংস্পৰ্শত উৎপত্তি হোৱা কলাসমূহক সত্ৰীয়া চিত্ৰকলা বুলি অভিহিত কৰা হৈছে। সত্ৰ স্থাপনৰ গুৰিতে আছিল শ্ৰীমন্ত-শঙ্কৰদেৱ। তেওঁৰ নামেও সত্ৰীয়া কলাৰ আন এটা নাম শঙ্কৰী কলা হৈছে।

এই সত্ৰীয়া চিত্ৰকলাই অসমত কেতিয়াৰপৰা গঢ় ললে তাক খাটাংকৈ ক'বলৈ টান। অসমত চিত্ৰকলা বহুদিন আগৰেপৰা প্ৰচলিত আছিল বুলি ভাবিবলৈ থলি আছে। সপ্তদশ শতিকাৰ মাজভাগত অসম ভ্ৰমণ কৰা চীন পৰিব্ৰাজক হিউয়ানচাঙে কামৰূপ ৰজাৰ ৰাজপ্ৰাসাদত ধুনীয়া ধুনীয়া চিত্ৰসমূহ দেখি গৈছিল বুলি উল্লেখ কৰিছে। বাণভট্টৰ হৰ্ষ-চৰিতত উল্লেখ আছে বোলে কামৰূপাধিপতি ভাস্কৰ বৰ্মণে কনৌজৰ ৰজা হৰ্ষলৈ নানান উপঢৌকনৰ লগতে চিত্ৰাঙ্কনৰ বাবে নানা ৰং আৰু সা-সঁজুলিও পঠাইছিল। ইয়াৰপৰা এয়ে প্ৰতিপন্ন হয় যে শঙ্কৰ গুৰুৰ পূৰ্বতে অসমৰ মাটিত চিত্ৰকলাৰ বীজ ৰোপণ হৈছিল। কিন্তু "শ্ৰীমন্ত-শঙ্কৰে পাৰ ভাঙি দিলা বহে ব্ৰহ্মাণ্ডক ভেদি।" একাধিকবাৰ ভাৰত ভ্ৰমণ কৰি শ্ৰীমন্ত শঙ্কৰে ভাৰতীয় কৃষ্টিৰ সম্ভাৰেৰে কামৰূপত ধৰ্ম আৰু কলাৰ সাত খলপীয়া সিংহাসন স্থাপন কৰিলে। কামৰূপত প্ৰচলন কৰা শ্ৰীমন্ত শঙ্কৰৰ চিত্ৰকলাই সত্ৰীয়া চিত্ৰকলা বা শঙ্কৰী চিত্ৰকলা নামে জনাজাত হ'ল। সেই কালত প্ৰচলিত উত্তৰ ভাৰতীয় চিত্ৰকলাৰ লগত সত্ৰীয়া চিত্ৰকলাৰ কিছু সাদৃশ্য দেখা যায়। ১২ শ শতাব্দীৰপৰা ১৭ শতাব্দীলৈকে উত্তৰ ভাৰতত ৰাজপুত চিত্ৰকলাই বিশেষ প্ৰসাৰতা লাভ কৰে।



অসমৰ সত্ৰীয়া চিত্ৰকলাতো সেই কালৰ সৰ্বভাৰতীয় ৰাজপুত চিত্ৰকলাৰ প্ৰভাৱ নপৰাকৈ থকা নাছিল। হয়তোবা শঙ্কৰদেৱে আৰু তেওঁৰ দুই-এক শিষ্যই উত্তৰ ভাৰতৰ ৰাজপুত চিত্ৰকলা আৰু উৰিষ্যাৰ জগন্নাথ মন্দিৰৰ পটৰ সম্ভাৰ আহৰণ কৰি কামৰূপত বৰ্তি থকা চিত্ৰকলাৰ যোগাযোগ আনি সত্ৰীয়া চিত্ৰকলাৰ নতুন ৰূপ দিয়ে। এই সংমিশ্ৰণত দক্ষিণ-পূব এচিয়াৰপৰা অসমত প্ৰৱেশ কৰা মঙ্গোলীয় সভ্যতাই সত্ৰীয়া চিত্ৰকলাও নিশ্চয় সৃষ্টি নকৰাকৈ নাছিল।

গুৰুজনাই চিহ্নযাত্ৰা ভাওনা পাতিবলৈ তুলাপাতত সাত বৈকুণ্ঠৰ পট নিজে আঁকিছিল বুলি চৰিতপুথিত উল্লেখ আছে। এই চিত্ৰৰ চানেকি বিচাৰি পাবলৈ উপায় নাই। আমি সত্ৰীয়া চিত্ৰকলাৰ বিষয়ে সমালোচনা কৰিব লাগিলে পুৰণি সচিত্ৰ পুথিকেইখন লিৰিকি-বিদাৰি চাব লাগিব। সংৰক্ষণৰ অভাৱত এনেকুৱা অনেক সচিত্ৰ পুথি ধ্বংস পালে। অনেক পুথি হয়তোবা ইতিমধ্যে হাত সলাই অনা-অসমীয়া চিত্ৰপুথি বুলি খ্যাতি অৰ্জন কৰিছে। তদুপৰি ভালদৰে বিচাৰ-খোচাৰ কৰিলে পেৰাই-জপাই এতিয়াও দুই-এখন সচিত্ৰ পুথি ওলাই পৰিব বুলি আশা কৰিব পাৰি। তলত কিছুমান সচিত্ৰ পুথি উল্লেখ কৰা হ'ল। যেনে :—

১। চিত্ৰভাগৱত (দশমস্কন্ধ), ২। লৱ-কুশৰ যুদ্ধ, ৩। দৰঙ্গী-ৰাজবংশাৱলী, ৪। বনমালীদেৱৰ চৰিত, ৫। কুমাৰ হৰণ, ৬। শঙ্খ-চূড় বধ, ৭। গীত-গোবিন্দ, ৮। ৰামায়ণ (সুন্দৰাকাণ্ড আৰু লঙ্কা কাণ্ড), ৯। কল্কী পুৰাণ, ১০। আনন্দ লহৰী, ১১। হস্তীবিদ্যা-ৰ্ণৱ, ১২। ধৰ্মপুৰাণ, ১৩। মহাভাৰত (ৰামসৰস্বতী বিৰচিত), ১৪। কৈলাশ পৰ্ব, ১৫। মন্ত্ৰাগৱত (একাদশ স্কন্ধ), ১৬। অজামিল উপাখ্যান, ১৭। সমুদ্ৰ মন্থন, ১৮। নাম-ঘোষা, ১৯। আহোম-জ্যোতিষ ইত্যাদি।

এই পুথিবোৰৰ চিত্ৰসমূহ কিছুমান সাঁচিপাতত আৰু কিছুমান তুলা-পাতত অঁকা। শিৱসাগৰত দেখা নাম-ঘোষা আৰু আহোম-জ্যোতিষ নামৰ পুথি দুখনৰ চিত্ৰসমূহ মুগা কাপোৰৰ ওপৰত অঁকা। পুৰণি পদ্ধতিৰে চিত্ৰবোৰত হেঙুল, হাইতাল, নীল, কাজল, শিলিখা ৰস আৰু ধল বা খৰিমাটি ব্যৱহাৰ কৰিছিল। অসমীয়া সত্ৰীয়া চিত্ৰবোৰৰ ৰং ব্যৱহাৰত এটা সৰলতা পৰিলক্ষিত হয়। চিত্ৰবোৰৰ পাৰ্বতীৰ ৰং সাধাৰণতে ৰঙা, নীলা, সচীয়া আৰু ধোঁৱা বৰণেৰে দিয়ে। চিত্ৰৰ পুৰুষ আৰু

স্ত্রী উভয়বে মুখ এফাল দেখাকৈ আঁকা। দুই এঠাইতহে ইয়াৰ তাৰতম্য পৰিলক্ষিত হয়। চকু, নাক, মুখ আৰু অঙ্গ-প্ৰত্যঙ্গসমূহ শিল্পশাস্ত্ৰৰ নিৰ্দেশমতে অঙ্কিত কৰিবলৈ চেষ্টা কৰিছিল যেন বোধ হয়। ৰাজপুত চিত্ৰৰ আহিৰে মতা মানুহৰ সাজপাৰ আৰু মূৰৰ পাগীয়া মোগলী ধৰণৰ। তিৰোতা মানুহৰ খোপা আৰু বেণী দুয়োটা দেখা যায়। আকাশ, পানী আৰু ঘাঁহনি একোৰখলা ৰঙেৰে আঁকা তাৰ ওপৰত বগা বা ক'লা ৰেখাৰে গঢ়তোলা থাকে। পশু-পক্ষীবোৰ অতি আন্তৰিকতাৰে চিত্ৰিত কৰা যেন অনুমান হয়। সিংহাসন, শৰাই আদি কিছুমান সম্ভাৱত স্থানীয় প্ৰভাৱ ভালদৰেই চকুত পৰে। সিংহাসনত আৰু অকলশৰীয়াকৈ আঁকা উৰণীয়া সিংহৰ প্ৰাচুৰ্য্য দেখা যায়। এই উৰণীয়া সিংহৰ চিত্ৰ মঙ্গোলীয় চিত্ৰৰ প্ৰভাৱ বুলি অনুমান হয়। উৰণীয়া সিংহৰ মুখত চীন ড্ৰেগনৰ মুখৰ অলপ সাদৃশ্য থকা দেখা যায়। মগৰতো তেনে লক্ষণ বিদ্যমান। শিৱসাগৰত দেখা 'সমুদ্ৰ মন্থন' নামৰ সচিত্ৰ পুথিখনত এটি উটৰ ছবি দেখা গৈছে। সত্ৰীয়া চিত্ৰত চিত্ৰ এটা মন কৰিবলগীয়া কথা।

এতিয়ালৈকে পোৱাৰ ভিতৰত, নগাঁৱৰ বালীসত্ৰৰ সচিত্ৰ ভাগৱত (দশম স্কন্ধ) খনেই অতি পুৰণি। এই পুথিৰ সঙ্কলন কাল ১৫৩৯ খৃষ্টাব্দ বুলি নিৰ্ধাৰিত হৈছে। এই পুথিৰ চিত্ৰসমূহ ৰাজপুত কলাৰ আগতীয়া চিত্ৰসমূহৰ লগত কিছু সাদৃশ্য আছে। পণ্ডিতসকলৰ দুই-একৰ মতে অষ্টম শতাব্দীৰ ভাৰতীয় চিত্ৰৰ কেতবোৰ লক্ষণো ইয়াত বিদ্যমান।

পুথিৰ প্ৰায়বোৰ চিত্ৰ বৈষ্ণৱ সাহিত্যৰ আখ্যানমূলক। শ্ৰীকৃষ্ণ আৰু শ্ৰীৰামচন্দ্ৰৰ বিষয়-বস্তু লৈ চিত্ৰবোৰ আঁকা হৈছিল। কিন্তু 'আনন্দ লহৰী' নামৰ পুথিখনৰ চিত্ৰবোৰ শাক্ত সাহিত্যৰ কাহিনীমূলক। ভোলা-নাথ দ্বিজ প্ৰণীত 'মহাভাৰতৰ শৈল পৰ্বত'খন লতাকটা পুথি। এইখন পুথিৰ পাতে পাতে নানা ধৰণৰ ফুল-পাতৰ ছবি। এখিলা পাতৰ চানেকি আন এখিলা পাতৰ লগত নিমিলে। এইবোৰ ফুল-পাতৰ চানেকি কাপোৰৰ ফুল বছাত লগাব পাৰি। হস্তীবিদ্যাৰ্ণৱখন আকৌ গজশাস্ত্ৰ। তাত অনেক বিধ হাতীৰ চিত্ৰ সন্নিবিষ্ট কৰা হৈছে।

চিত্ৰবিদ্যা অনুশীলন কৰিবলৈ তেতিয়া সত্ৰসমূহত শিল্পালয় থকা বুলি অনুমান হয়। এই সত্ৰসমূহ এফালেদি আছিল জনকল্যাণ কেন্দ্ৰ আৰু আনফালেদি আছিল অসমীয়াৰ সাংস্কৃতিক কেন্দ্ৰ। পাটবাউসী সত্ৰত এনে এখন শিল্পালয় আছিল বুলি উল্লেখ আছে। খেনোৰ মতে নগাঁৱৰ বালীসত্ৰত চিত্ৰভাগৱতখন আঁকোৱা হয়।

সচিত্ৰ পুথিবোৰত সাধাৰণতে চিত্ৰকৰৰ নাম-ধাম পাবলৈ নাই।



আত্ম-প্ৰকাশতকৈ ৰূপ সৃষ্টি ভাৰতীয় শিল্পীৰ এটা বিশেষত্ব। বহুক্ষেত্ৰত লিখকজনেই চিত্ৰকৰ। সেইবাবেই বোধহয় অসমীয়া খনিকৰে চিত্ৰ অঙ্কন কৰা তুলিডালক লিখনী বোলে। নাম বিচাৰি পোৱাৰ ভিতৰত, হস্তীবিদ্যাৰ্ণৱ পুথিৰ চিত্ৰকৰ বুলি দিলবৰ আৰু দোচাই নামে দুজন চিত্ৰকৰৰ নাম জনা যায়। পুথিত দিলবৰ খনিকৰে মোগল চৰিত্ৰ আৰু দোচাই খনিকৰে আহোম চৰিত্ৰবোৰ চিত্ৰিত কৰা বুলি কয়। ইয়াৰ বাহিৰে বনমালীদেৱৰ চৰিত আৰু ভাগৱত পুথিৰ চিত্ৰসমূহ যথাক্ৰমে বিজয় খনিকৰ আৰু বোধ লিগিৰা নামৰ দুজন চিত্ৰকৰে আঁকা বুলি জনা যায়।

সত্ৰীয়া চিত্ৰৰ জৰিয়তে অসমত পুথি চিত্ৰিত কৰা অভ্যাস ব্যাপক হৈ পৰে। এনে বাহুল্যতা সমকালীন ভাৰতৰ আন প্ৰদেশত পৰিলক্ষিত নহয়। বুৰঞ্জী লিখাত অসমীয়া যেনে চহকী, পুথি চিত্ৰিত কৰা বিষয়তো অসমীয়াৰ বিশেষত্ব আছিল।

এই সত্ৰীয়া চিত্ৰকলাৰ এলেকা গড়গাঁৱৰপৰা কোচবিহাৰলৈকে বিস্তৃত আছিল। মহাৰাজ ৰুদ্ৰসিংহৰ দিনত সত্ৰীয়া চিত্ৰকলাই চৰম উৎকৰ্ষ লাভ কৰিছিল। সত্ৰীয়া চিত্ৰকলা সত্ৰৰ বাহিৰতো চৰ্চা হৈছিল। বৰৰজা প্ৰমথেশ্বৰী দেৱীৰ নিৰ্দেশক্ৰমে 'আনন্দ লহৰী'খন চিত্ৰিত হৈছিল। সত্ৰীয়া চিত্ৰকলাৰ ব্যাপকতাৰ ফালৰপৰা আধুনিক দুই-এক সমালোচকে ইয়াক লোক-কলা বুলি অভিহিত কৰিব খোজে। কিন্তু পৰিতাপৰ বিষয় যে আঁতডাল হেৰুৱাৰ বাবে আৰু চৰ্চা সমূলি নকৰাৰ ফলত সত্ৰীয়া চিত্ৰ-কলা ইতিহাস আৰু যাদুঘৰৰ সম্বল মাত্ৰ হৈ ৰ'ল। উত্তৰোত্তৰ উন্নতিৰে আজিৰ যুগত ই কামৰূপী চিত্ৰকলা বুলি খিয়াতি লাভ কৰিবলৈ সমৰ্থ হ'ব লাগিছিল। অসমীয়া খনিকৰসকলৰ এই দায়িত্ব থাকি গ'ল।

# গোৱালপাৰাৰ সংস্কৃতি

**বীৰেন্দ্ৰনাথ দত্ত**

'গোৱালপাৰাৰ সংস্কৃতি বিজাতৰীয়া আৰু অসমৰ নাড়ীৰ লগত তাৰ সম্পৰ্ক কম'—এনে এটি সুস্পষ্ট নহ'লেও প্ৰচ্ছন্ন ধাৰণা অসমৰ বাকী অংশৰ অসমীয়া সমাজৰ অধিকাংশৰ ভিতৰত প্ৰায় বদ্ধমূল। অকল ভু-নোপোৱা অশিক্ষিত লোকৰ ভিতৰতেই এই ধাৰণা সীমাবদ্ধ বুলি ক'ব নোৱাৰি; শিক্ষিত আৰু কৃষ্টিৰ প্ৰতি আগ্ৰহ থকা দায়িত্বশীল লোকৰ ক্ষেত্ৰতো এই ধাৰণাৰ প্ৰসাৰ একেবাৰে কম নহয়। বহুদিনৰপৰা গোৱালপাৰা জিলাৰ লগত অসমৰ বাকী কেইখন জিলাৰ নামমাত্ৰ প্ৰত্যক্ষ সংযোগ, অসমীয়া জাতি আৰু সংস্কৃতিৰ সামগ্ৰিক ৰূপটোৰ বিষয়ে অপুষ্ট জ্ঞান আৰু বহুক্ষেত্ৰত উদাৰ দৃষ্টিভঙ্গীৰ অভাৱৰ ফলতেই এনে ধাৰণাই গা কৰিব পাৰিছে বুলি বিশ্বাস হয়। দুখজনক হ'লেও এইটো সচা যে এনে সাংস্কৃতিক বুজা-পৰাৰ অভাৱ অসমত নানা ক্ষেত্ৰত বাৰে বাৰে উপস্থিত হৈ অসমীয়া জাতি আৰু সংহতিৰ মূলত বাৰে বাৰে কুঠাৰাঘাত কৰিছে।

'গোৱালপাৰাৰ সংস্কৃতি' শিতানত গোটেই জিলাখনৰ কথা যথাসম্ভৱ সামৰি লোৱাৰ চেষ্টা কৰা হ'ব যদিও আৰম্ভণিতে এইটো স্পষ্ট কৰি লোৱা যাওক যে সাংস্কৃতিক বৈশিষ্ট্যৰ ফালৰপৰা জিলাখনক দুটা প্ৰায় সুস্পষ্ট ভাগত ভগাব পাৰি: পূব গোৱালপাৰা আৰু পশ্চিম গোৱালপাৰা। ইয়াৰ ভিতৰত পূব গোৱালপাৰাৰ সংস্কৃতিৰ লগত কামৰূপৰ, বিশেষকৈ পশ্চিম কামৰূপৰ সংস্কৃতিৰ উপভাষা, ধৰ্মীয় বিশ্বাস, লোকাচাৰ, উৎসৱ অনুষ্ঠান আদিৰ ফালৰপৰা ইমান বেচি সাদৃশ্য আছে যে ইয়াক অসমীয়া সংস্কৃতিৰ (ঠেক অৰ্থত) পৰা পৃথক বুলি বিবেচনা কৰিবৰ কোনো যুক্তিসঙ্গত কাৰণ নাই। স্থানীয় বৈশিষ্ট্য নথকা নহয়, আছে; কিন্তু তেনে স্থানীয় বৈশিষ্ট্য-মূলক প্ৰভেদ, উদাহৰণস্বৰূপে, কামৰূপৰ নলবাৰী আৰু বৰপেটা অঞ্চলৰ মাজতো আছে।

যদি ভুলকৈ হ'লেও, বিজাতৰীয়া বুলি ধাৰণা সৃষ্টি কৰিব পৰা কিবা



কথা আছে, সেই সমস্যা পশ্চিম গোৱালপাৰাৰ সংস্কৃতিক লৈ। সীমিত পৰিসৰৰ ভিতৰত এই প্ৰবন্ধটিত পৰাপক্ষত থূলমূলকৈ গোৱালপাৰা জিলাৰ সংস্কৃতিৰ এটা বিবৰণ দিয়াৰ লগে লগে দুটা উদ্দেশ্যৰ ওপৰত গুৰুত্ব দিয়া হ'ব—প্ৰথম, পশ্চিম গোৱালপাৰাৰ সংস্কৃতিৰ স্বকীয়তাৰ সৈতে বিশেষভাৱে পৰিচিত হোৱা আৰু দ্বিতীয়, বৃহত্তৰ অসমীয়া সংস্কৃতিৰ এটি প্ৰধান অঙ্গ হিচাবে এই সংস্কৃতিক উচিত স্বীকৃতি আৰু মূল্য দিয়াৰ যৌক্তিকতাৰ প্ৰতি দৃষ্টি আকৰ্ষণ কৰা।

আপাতদৃষ্টিত, অন্ততঃ অনভ্যস্ত জনৰ কাৰণে, পশ্চিম গোৱালপাৰাক বঙলুৱা যেন লাগিব, এইটো ঠিক। কিন্তু ইয়াৰ কাৰণে অকল এই অঞ্চলক বা এই অঞ্চলৰ থলুৱা লোকসকলক জগৰীয়া কৰিয়েই আমাৰ দায়িত্ব শেষ নকৰি তাৰ কাৰণ বিশ্লেষণ কৰিলে কিছুমান প্ৰয়োজনীয় আৰু গুৰুত্বপূৰ্ণ তথ্য ওলাই পৰিব আৰু এই অঞ্চলৰ সংস্কৃতিৰ প্ৰতি অধিক উদাৰ আৰু সহানুভূতিপূৰ্ণ মনোভাৱ গ্ৰহণ কৰাত আমাক সহায় কৰিব।

আচলতে পশ্চিম গোৱালপাৰাত বঙ্গ সংস্কৃতিৰ এখন আপেক্ষিকভাৱে ডাঠ (আমি সচৰাচৰ যিমানখিনি অভ্যস্ত তাতকৈ বেচি ডাঠ) চামনি পৰি আছে। কিন্তু এই চামনিখন অসমৰ অইন প্ৰান্তত অসমীয়াৰ কাৰণে যিমান বিজাতৰীয়া, এই প্ৰান্তৰ থলুৱা লোকসকলৰ কাৰণেও, তেখেত-সকলৰ সজ্ঞানে বা অজ্ঞানে, প্ৰায় সমানে বিজাতৰীয়া; আৰু এই চামনিৰ তলত থকা মৌলিক সাংস্কৃতিক উপাদানখিনি অকল আমাৰ আপোনেই নহয়, কামৰূপী আৰু সামগ্ৰিকভাৱে অসমীয়া ঐতিহ্যৰ ভেঁটিৰ গাঁথনিৰ অতি গুৰুত্বপূৰ্ণ উপাদান। বৰ্তমান স্বীকৃত অসমীয়া সংস্কৃতিৰ সাম্য ৰূপটোৰ লগত অমিল হোৱা কাৰণেই এই সংস্কৃতিক অস্বীকাৰ বা উপেক্ষা কৰাটো আত্মহত্যাতুল্য সাংস্কৃতিক অপৰাধ।

ৰাজনৈতিক আৰু প্ৰশাসনীয় বিভাজনৰ ভিত্তিত সম্প্ৰতি গোৱালপাৰা জিলাৰ পশ্চিম সীমাতে অসমৰো পশ্চিম সীমান্ত অৱস্থিত হ'লেও, বহল অৰ্থত অসমীয়া সংস্কৃতি এই সীমাৰ ভিতৰত আৱদ্ধ নাছিল আৰু নহয়, এইটো নিশ্চিত। এই সন্দৰ্ভত ঘনাই উপস্থাপিত হৈ থকা পৌৰাণিক আৰু ঐতিহাসিক তথ্যসমূহৰ পুনৰাবৃত্তি নকৰি অসমীয়া সংস্কৃতিৰ ক্ষেত্ৰত তাৎপৰ্য্য থকা কেইটিমান কথা আলোচনা কৰা যাব পাৰে। এখন প্ৰদেশক বুজাবলৈ 'অসম' আৰু এটা জাতি, এটা ভাষা, এটা সাহিত্য আৰু এটা সংস্কৃতিক বুজাবলৈ 'অসমীয়া'—এই দুটা নামৰ ব্যৱহাৰ আৰম্ভ হোৱা সৰহ দিনৰ কথা নহয়। আৰু এইটো সকলোৱে জনা কথা যে এই নাম দুটাৰ উদ্ভৱৰ মূলত আছে আহোমসকল আৰু অসমৰ এক

বিৰাট অংশত তেওঁলোকৰ সুদীৰ্ঘ ৰাজত্ব। কিন্তু এই নাম দুটাৰ উত্তৰৰ বহু আগৰেপৰা অসমীয়া ভাষা-সংস্কৃতিৰ সতন্ত্ৰ ৰূপত বিকাশ আৰম্ভ হয়: এহাতে পূবখণ্ডত যাইকৈ আহোমসকলৰ ৰাজত্বত আৰু তেওঁলোকৰ সক্ৰিয় পৃষ্ঠপোষকতাত যেনেকৈ কিছুমান দিশত এই বিকাশৰ পথ সুগম আৰু গতি নিশ্চিত হয়, আনহাতে তেনেকৈ কমতা আৰু কোচ ৰজাসকলৰ শাসনৰ তলত আৰু তেওঁলোকৰ ঐকান্তিক উৎসাহৰ সহায়ত আন কিছুমান দিশত এই বিকাশে পূৰ্ণতাৰ পথত আগবাঢ়ে। নানা কাৰণত আজি যদিও পূবখণ্ডৰ সাংস্কৃতিক মানদণ্ডেৰেই অসমীয়া সংস্কৃতিৰ বিশুদ্ধতাক জুখিবৰ এটা প্ৰৱণতা দেখা যায়, এইটো পাহৰিলে নচলিব যে উজনি আৰু ভাটীত বোৱা এই দুই সাংস্কৃতিক ধাৰাৰ গঙ্গা-যমুনা সঙ্গমতহে বৃহত্তৰ অসমীয়া সংস্কৃতিৰ উৎস।

এই দৃষ্টিকোণৰপৰা নিৰীক্ষণ কৰিলে দেখা যাব যে কামৰূপ, গোৱালপাৰা, কোচবিহাৰ আৰু জলপাইগুৰি, ৰংপুৰ আদিৰ নানা অংশ লৈ এটা বিস্তৃত অঞ্চলত অসমীয়া সংস্কৃতিৰ ওপৰত বৰ্ণোৱা ভাটীৰ ধাৰাহে প্ৰৱহমান। বিশেষকৈ পশ্চিম গোৱালপাৰা আৰু উত্তৰবঙ্গৰ সমগ্ৰ অঞ্চলটোৰ ভিতৰত এনেকুৱা সাংস্কৃতিক সামঞ্জস্য আছে যে এই অঞ্চলক এটা স্বকীয়া সাংস্কৃতিক গোট বুলি ধৰাৰ সপক্ষে যুক্তি আছে। আমি জানো যে আহোম ৰাজত্বৰ সুদীৰ্ঘ ছশ বছৰ কালৰ ভিতৰত সৰহভাগ সময়েই কামৰূপৰপৰা আৰম্ভ কৰি সমগ্ৰ পশ্চিম প্ৰান্ত আহোম ৰাজ্যৰ বাহিৰত, যাইকৈ কোচৰজাসকলৰ অধীনত আছিল। আনকি মোগলৰ লগত আহোমৰ সংঘৰ্ষৰ কালতো সময়ে সময়ে আহোম ৰাজশক্তিয়ে কিছুদূৰলৈ আহোম ৰাজ্যৰ সীমা বিস্তৃত কৰিলেও এইটো নিশ্চিত যে ভাটী খণ্ডত বিশেষকৈ পশ্চিম কামৰূপৰ পৰা উত্তৰ বঙ্গলৈ এই ছোৱাৰ আহোম প্ৰশাসনিক ব্যৱস্থা, আচাৰ-ব্যৱহাৰ ৰীতি-নীতিৰ প্ৰভাৱ তেনেকৈ নপৰিল। পশ্চিম গোৱালপাৰাকে ধৰি একেবাৰে পশ্চিম প্ৰান্তৰ লগতো এই ব্যৱস্থা আৰু ৰীতি-নীতি আদিৰ কোনো প্ৰত্যক্ষ পৰিচয়ো নহ'ল। বৰং এই অঞ্চল নানা সময়ত মোগলৰ শাসনৰ তলত থাকিল আৰু অসমৰ বাকী অংশতকৈ আগতে বৃটিচৰ হাতলৈ গ'ল। ওপৰত কোৱা দুই সাংস্কৃতিক খণ্ডৰ মধ্যৱৰ্তী অঞ্চলত অৱস্থিত কামৰূপ, পশ্চিম দৰং, পূব গোৱালপাৰা আদিত এই দুই ধাৰাত সংমিশ্ৰণৰ এটা সুযোগ হ'ল যদিও, ভৌগোলিক, ৰাজনৈতিক আৰু অন্যান্য কাৰণত পশ্চিম প্ৰান্তৰ সাংস্কৃতিক ঐতিহ্যৰ ৰূপ অসমৰ বাকী অংশতকৈ স্বাভাৱিকতে যথেষ্ট পৃথক হৈ পৰিল। পশ্চিম প্ৰান্তৰ থলুৱা অধিবাসীসকল এই সাংস্কৃতিক ঐতিহ্যৰ স্বকীয়তাৰ বিষয়ে ইমান সচেতন যে তেখেতসকলে



এতিয়াও নিজকে 'দেশী মানুহি' বুলি পৰিচয় দিয়ে আৰু নিজৰ ভিতৰত সহজাত আত্মীয়তা অনুভৱ কৰে।

গোৱালপাৰাকে ধৰি পুৰণি কামৰূপৰ পশ্চিম প্ৰান্ততেই যে অসমীয়া সংস্কৃতিৰ বৰঘৰৰ কেইবাটিও যাই খুটা পোতা হৈছিল, এই বিষয়ে সন্দেহৰ অৱকাশ নাই। আমি এইখিনিতে চমুকৈ পশ্চিম প্ৰান্তই অসমীয়া সংস্কৃতিলৈ যোগোৱা বৰঙনিৰ গুৰুত্বৰ লেখ ল'বৰ চেষ্টা কৰিব পাৰোঁ।

পুৰণি অসমীয়া সাহিত্যৰ অনা-বৈষ্ণৱ ধাৰাৰ দুজন অতি উল্লেখযোগ্য কবি, মনসাকাব্যৰ মনকৰ আৰু উষা-পৰিণয়ৰ পীতাম্বৰ নিঃসন্দেহে এই প্ৰান্তৰ লোক আছিল। কবীন্দ্ৰ মহাভাৰতৰ কবীন্দ্ৰও এই অঞ্চলৰ অধিবাসী আছিল বুলি বিশ্বাস কৰিবৰ যথেষ্ট কাৰণ আছে।

আকৌ কমতা আৰু কোচৰজাসকলৰ মহানুভৱতা আৰু ঐকান্তিকতাই অসমীয়া সংস্কৃতিৰ, বিশেষকৈ অসমীয়া সাহিত্যৰ বিকাশ আৰু বিস্তৃতিলৈ যি অৰিহণা যোগাইছে তাৰ তুলনা বিৰল আৰু সিয়েই অসমীয়া সংস্কৃতিক পশ্চিম প্ৰান্তৰ ওচৰত চিৰদিনলৈ ঋণী কৰি ৰাখিছে।

শঙ্কৰ-মাধৱৰ দৰে দুগৰাকী অমিতপ্ৰভ ক্ষণজন্মা পুৰুষৰ আৱিৰ্ভাৱ অসমীয়া জনজীৱনৰ সৰ্বশ্ৰেষ্ঠ ঘটনা; কিন্তু এই দুই মহাপুৰুষৰ কালজয়ী প্ৰতিভা আৰু যুগান্তকাৰী ব্যক্তিত্বৰ স্ফুৰণ মহাৰাজ নৰনাৰায়ণৰ ধৰ্ম আৰু অসাধাৰণ গুণগ্ৰাহিকা আৰু ৰসগ্ৰাহিতাৰেই সুফল, ঐতিহাসে এই কথাৰ সাক্ষ্য দিয়ে। ৰণবিক্ৰম আৰু প্ৰতাপতকৈও নৰনাৰায়ণ-চিলাৰায়ৰ ৰাজসভাত হোৱা অসংখ্য গুণীজনৰ অভূতপূৰ্ব সমাবেশহে অধিক চমকপ্ৰদ আছিল। এনে গুণী সমাদৰ এই প্ৰান্তৰ ৰজাসকলৰ ক্ষেত্ৰতে এটা বিক্ষিপ্ত উদাহৰণ নহয়; বৰং ই এটা গৌৰৱময় পৰম্পৰাৰ উজ্জ্বলতম অধ্যায়হে।

প্ৰাক্‌শঙ্কৰী যুগৰ দুজন শ্ৰেষ্ঠ কবি হৰিবৰ বিপ্ৰ আৰু হেমসৰস্বতীয়ে কমতা ৰজা দুৰ্লভনাৰায়ণৰ আৰু আন এজন কবি কবিৰত্ন সৰস্বতীয়ে দুৰ্লভ-পুত্ৰ ইন্দ্ৰনাৰায়ণৰ পৃষ্ঠপোষকতাত নানা পদপুথি ৰচনা কৰি অসমীয়া সাহিত্যৰ সুবৰ্ণযুগৰ আগমণৰ পথ সুগম কৰে। শঙ্কৰোত্তৰ যুগত নৰনাৰায়ণ আৰু চিলাৰায়ৰ মৃত্যুৰ পাচতো কোচ ৰাজসভাত গুণী সমাদৰৰ পৰম্পৰা অটুট আছিল। এই দুই মহান ৰাজপুৰুষৰ বংশধৰ ৰঘুদেৱ, পৰীক্ষিত নাৰায়ণ, ধৰ্মনাৰায়ণ আৰু সুন্দৰনাৰায়ণ আদিৰ পৃষ্ঠপোষকতাত ৰামসৰস্বতী আৰু তেওঁৰ সহযোগী কংসাৰি আদি কবিয়ে অসমীয়া মহাভাৰত আৰু শ্ৰীনাথদ্বিজ, কৱিশেখৰ, দ্বিজৰাজ ৰামৰায় আদিয়ে

নানা পদ-পুথি ৰচনাত আত্মনিয়োগ কৰি অসমীয়া সাহিত্যক সমৃদ্ধ কৰে।

অষ্টাদশ শতিকাৰ শেষভাগত পণ্ডিত আৰু কবি-প্ৰতিভাসম্পন্ন ৰজা হৰেন্দ্ৰনাৰায়ণে নিজে কাব্য ৰচনাৰ উপৰিও নৰনাৰায়ণৰ ৰাজসভাৰ গৌৰৱ পুনৰুদ্ধাৰ কৰাৰ মানসেৰে তেওঁৰ ৰাজসভাত অনেক থলুৱা পণ্ডিতৰ সমাৱেশ ঘটায়। নিজকে স্বদেশী[1] বুলি পৰিচয় দিয়া এই পণ্ডিতসকলে 'দেশী ভাষাত' মহাভাৰত ৰামায়ণ আদিৰ আধাৰত কৰা ৰচনাসমূহ অসমীয়া সাহিত্যৰ নিদৰ্শন বুলি স্বীকৃত হৈ সাহিত্যৰ বুৰঞ্জীত ঠাই পাইছে।[2]

গোৱালপাৰা জিলাৰ সংস্কৃতিৰ স্বকীয়তাৰ এটা ব্যাখ্যা বিচাৰি পোৱা যাব পাৰে জিলাখনৰ জাতিগত ( Racial ) উপাদানলৈ লক্ষ্য কৰিলে। অসমৰ পূব প্ৰান্তত যেনেকৈ টাই-শ্যান জাতীয় মঙ্গোলীয় গোষ্ঠী অথবা সেই গোষ্ঠীৰ সংমিশ্ৰণত উদ্ভৱ হোৱা লোকসকলৰ সংখ্যা গৰিষ্ঠতা, সেই প্ৰান্তৰ সংস্কৃতিতো তেনেকৈ টাই-শ্যান সংস্কৃতিৰ উপাদানৰ প্ৰাচুৰ্য্য আৰু প্ৰবলতা স্পষ্ট। কিন্তু গোৱালপাৰাত, বিশেষকৈ পশ্চিম গোৱালপাৰাত, (আৰু উত্তৰ বঙ্গত) জনসংখ্যাৰ প্ৰধান থলুৱা জাতিগত ( Racial ) উপাদান হ'ল দ্ৰাবিড়-মঙ্গোল গোষ্ঠীৰ কোচ-ৰাজবংশীসকল[3] আৰু তাৰ পাচতে বড়ো-কছাৰীসকল। ৰাভা আৰু ভৈয়ামৰ গাৰোৰ সংখ্যাও কম নহয়। এই কথা সহজেই অনুমান কৰিব পাৰি যে স্থানীয় জনসংখ্যাৰ

[1] কামৰূপ ৰত্নপীঠে কমতা ঈশ্বৰ। শ্ৰীহৰেন্দ্ৰনাৰায়ণ ৰাজ ৰাজেশ্বৰ॥
তাহাৰ আদেশে আমি স্বদেশী ব্ৰাহ্মণ। ৰঘুনাথ লক্ষ্মীৰাম ভাই দুইজন॥
ৰাজ আজ্ঞা শিৰে ধৰি কৰি পদবন্ধ। ৰচিলোঁ অযোধ্যা কাণ্ড কৰি পয়াৰ প্ৰবন্ধ॥

[2] ডঃ সত্যেন্দ্ৰনাথ শৰ্মা: অসমীয়া সাহিত্যৰ ইতিবৃত্ত—অষ্টাদশ শতিকাতো কামৰূপ-ৰত্নপীঠৰ অধিবাসীয়ে নিজকে স্বদেশী বুলি পৰিচয় দিয়া এই লোকসকলৰ বংশধৰ সকল আজিৰ অসমৰ বাবে বিদেশী হ'ব লগাটো কম পৰিতাপৰ কথা নহয়।

[3] ৰাজবংশীসকলৰ জাতিগত ( ethnic ) মূলৰ বিষয়ে বিভিন্ন মত আছে যদিও তেখেতসকলৰ গাত সাধাৰণতে দ্ৰাবিড় আৰু মঙ্গোলীয় বৈশিষ্ট্য আছে বুলি সৰহভাগ বিশেষজ্ঞৰ মত। ডঃ ভুবনমোহন দাসৰ মতে বহুক্ষেত্ৰত গাৰো-কছাৰী-ৰাভাআদি জনজাতীয় লোকসকলেও হিন্দুধৰ্মৰ শৰণ লৈ হিন্দুসমাজ ভুক্ত হৈ ৰাজবংশী বুলি পৰিচিত হয়। Variations Among Bodo Populations of Assam শীৰ্ষক প্ৰবন্ধ দ্ৰষ্টব্য।



গঠনৰ এই ৰূপটোৱে গোৱালপাৰা জিলাৰ সংস্কৃতিক এটা স্বকীয়া ৰূপ দিয়াত সহায় কৰিছে। এই অঞ্চলৰ স্থানীয় মুছলমান সমাজতো এই ক্ষেত্ৰত যথেষ্ট অৱদান আছে: 'দেশী' কৃষ্টিৰ বহুতো বৈশিষ্ট্য আজিও 'দেশী' মুছলমানসকলৰ মাজতে সুৰক্ষিত হৈ আছে।

গোৱালপাৰাৰ সংস্কৃতিৰ স্বতন্ত্ৰ ৰূপ ধাৰণৰ কেইটামান কাৰণ বিশ্লেষণ কৰাৰ পাচত এই সংস্কৃতিৰ ওপৰ বঙ্গীয় প্ৰভাৱৰ আস্তৰণখনৰ স্থূলতাৰ কাৰণ দুই-এটা বিচাৰ কৰি চাব পাৰি।

আমি জানো যে অসমীয়া সংস্কৃতি বাহিৰৰ বা-বতাহ নলগোৱাকৈ ৰখা সংৰক্ষিত গছ-পুলি নহয়। থলুৱা বিভিন্ন বিচিত্ৰ সাংস্কৃতিক সামগ্ৰীৰ লগত বাহিৰৰপৰা অহা সামগ্ৰীৰ নানা যুগত হোৱা সংমিশ্ৰণৰ যোগেদিয়েই অসমীয়া সংস্কৃতিয়ে নিজৰ সত্তা লাভ কৰিছে। এইটোও জনা কথা যে পৌনঃপৌনিকতা আৰু প্ৰচণ্ডতাৰ কাৰণে বাহিৰৰপৰা অহা দুটা প্ৰভাৱ অধিক গভীৰ আৰু স্থায়ী হৈছে: প্ৰথমটো উত্তৰ-পূবৰপৰা অহা আৰু দ্বিতীয়টো পশ্চিমৰপৰা অহা। ভাটী খণ্ডত পশ্চিমৰপৰা অহা প্ৰভাৱ অধিক প্ৰকট হ'ব, ই অতি স্বাভাৱিক কথা। অসমীয়া জাতীয় জীৱনৰ অভিজ্ঞতাই আমাক এই উপলব্ধি দিছে যে পশ্চিমৰপৰা সময়ে সময়ে অহা সাংস্কৃতিক ঢলে এহাতে যেনেকৈ অসমৰ পথাৰত বৃহত্তৰ ভাৰতীয় সংস্কৃতিৰ পলস পেলাই অসমীয়া সংস্কৃতিক জিপ দিছে তেনেকৈ এনে ঢলে মাজে মাজে আৰু ঠায়ে ঠায়ে গৰা-খহনীয়াৰ সৃষ্টি নকৰাকৈও থকা নাই। এসময়ত পশ্চিমৰ লগত অসমৰ প্ৰত্যক্ষ সংযোগ থকাৰ প্ৰমাণ আছে যদিও পিচৰ কালত, বিশেষকৈ বৃটিচোত্তৰ যুগত, এই প্ৰভাৱ বঙ্গদেশ হৈহে আহিছে। তাৰ ফলত বঙ্গদেশৰ গাতে লাগি থকা পশ্চিম প্ৰান্তত বঙ্গদেশীয় প্ৰভাৱ অধিক প্ৰকট হৈছে। আকৌ, এই প্ৰান্তৰ ভাষা-সংস্কৃতিৰ বঙ্গদেশৰ ভাষা-সংস্কৃতিৰ কিছু সাদৃশ্য থকাৰ কাৰণে আমি আগতে উল্লেখ কৰা বঙ্গ সংস্কৃতিৰ চামনিখন এই প্ৰান্তত ডাঠ হৈ পৰাত সূচল হৈছে। এইটো সহজে অনুমেয়।

আধুনিক যুগত বঙ্গ সংস্কৃতিৰ আস্তৰণখন গ্ৰহণ কৰাৰ প্ৰবলতাৰ লগত গোৱালপাৰা জিলাত থকা জমিদাৰী প্ৰথাৰো পৰোক্ষ যোগ আছে বুলি ভাবিবৰ থল আছে। অসমৰ অইন কেইখন জিলাত জমিদাৰী প্ৰথা নাই। (কাছাৰ জিলাৰ কথা এই প্ৰসঙ্গত উল্লেখ কৰা হোৱা নাই।) গোৱালপাৰাৰ জমিদাৰী প্ৰথা বঙ্গদেশৰ ভূমিস্বত্ব আৰু ৰাজহ ব্যৱস্থাৰ আহিতে প্ৰৱৰ্তন কৰা হয়। সেই কাৰণে গোৱালপাৰাৰ জমিদাৰীসকলে তেখেতসকলৰ ৰাজহ আদায় আৰু অন্যান্য শাসন ব্যৱস্থাত বঙ্গদেশীয়

জমিদাৰী নমুনাকে প্ৰচলন কৰে আৰু সৰহ ক্ষেত্ৰতে এই শাসন বঙ্গদেশীয় বিষয়াসকলৰ দ্বাৰা পৰিচালিত হোৱা কাৰণে এই ব্যৱস্থাত বঙ্গভাষা আৰু ৰীতি-নীতি কিছু দকৈ শিপায়। কেইবাজনো জমিদাৰৰ দৰবাৰ আৰু পৰিয়ালত বঙ্গীয় সংস্কৃতিৰ প্ৰভুত্ব হোৱাত তাৰ অনুকৰণত সাধাৰণ ৰায়তেও বাহ্যিক ভদ্ৰতাৰ ক্ষেত্ৰত বঙ্গীয় ভঙ্গীক কিছুদূৰ আদৰি লয়। অৱশ্যে এই প্ৰসঙ্গত আমি স্বীকাৰ কৰিবই লাগিব যে থলুৱা কৃষ্টিৰ কিছুমান আপুৰুগীয়া সম্পদ ৰক্ষাত কেইটিমান কলানুৰাগী জমিদাৰ পৰিয়ালৰ প্ৰভূত অৱদান আছে। উদাহৰণস্বৰূপে, গৌৰীপুৰ অঞ্চলৰ নৃত্য-গীত, হস্তশিল্প আদি জীয়াই ৰখাত গৌৰীপুৰৰ জমিদাৰ পৰিয়ালৰ পৃষ্ঠপোষকতাই যথেষ্ট সহায় কৰিছে। আকৌ মেছপাৰাৰ জমিদাৰ নগেন্দ্ৰনাৰায়ণ চৌধুৰীয়ে অসমীয়া ভাষা আৰু সাহিত্যৰ কাৰণে কৰা অহোপুৰুষাৰ্থৰ কথাও এই আপাহতে সোঁৱৰা উচিত হ'ব।

গোৱালপাৰাৰ সংস্কৃতিৰ ইতিহাস, উপদান আৰু বৰ্তমান অৱস্থাৰ বিষয়ে এই পটভূমি পোৱাৰ পাচত আমি এতিয়া গোৱালপাৰাৰ (পূব আৰু পশ্চিম) সংস্কৃতিৰ প্ৰধান অঙ্গ কেইটিৰ ৰূপৰ প্ৰতি মন দিব পাৰোঁ।

## ভাষা

উচ্চাৰণ, বাক্য-গঠন ৰীতি আৰু শব্দসম্ভাৰ আদিৰ সামান্য স্থানীয় প্ৰভেদৰ বাহিৰে পশ্চিম কামৰূপৰ কথ্যভাষাৰ লগত পূব গোৱালপাৰাৰ কথ্যভাষাৰ তেনে কোনো মৌলিক পাৰ্থক্য নাই। কেইটিমান উদাহৰণে এই কথাটো পৰিকাৰ কৰি দেখুৱাব —

| বৰপেটাৰ কথ্যভাষা | পূব-গোৱালপাৰাৰ কথ্যভাষা |
|---|---|
| ১। মই এথেন যাবা নৰু | ১। মই এখন যাবা নাপাৰু। |
| ২। সফৰি আমটু কায় খালাক ? | ২। সখিৰ্ আমটা কায় খাল ? |
| ৩। ভাত খাই ফেলে ঘুমে থাকিম | ৩। ভাতখাই হেনা ঘুমাই থাকিম। |
| ৪। চলিটুই কান্দুবা ধৰ্ছে (লাগ্ছে) | ৪। ছাৱাটা কান্দুবা লাগ্ছে। |
| ৫। এথেন তামুল খালু হই | ৫। এখেন তামুল খালু হই। |

কিন্তু ৰূপতাত্ত্বিক আৰু ধ্বনিতাত্ত্বিক ফালৰপৰা পশ্চিম গোৱালপাৰাৰ ভাষাৰ নিজস্ব এটা সুকীয়া ৰূপ আছে আৰু সি মান্য অসমীয়া ভাষাতকৈ ভালেখিনি পৃথক, যদিও কামৰূপী উপভাষাৰ লগত তাৰ কিছু সাদৃশ্য



লক্ষ্য কৰা যায়। স্থানীয় লোকে উপভাষাক 'দেশী ভাষা' বুলি অভিহিত কৰে।[৪] এই উপভাষাৰ উচ্চাৰণৰ কেইটামান চকুত লগা বৈশিষ্ট্যলৈ আঙুলিয়াই দিয়া হ'ল —

(ক) অসমীয়াত সচৰাচৰ ব্যৱহৃত হোৱা শ, ষ আৰু স ৰ বিশিষ্ট কণ্ঠ্য ধ্বনিৰ ব্যৱহাৰ এই উপভাষাত নাই। তাৰ ঠাইত এই তিনিবৰ্ণৰ তালব্য উচ্চাৰণহে (sh) হয়।

(খ) চ আৰু ছ দুয়োবৰ্ণৰ উচ্চাৰণ অসমীয়াত দন্ত্যমূলীয় (s) হয়। কিন্তু এই উপভাষাৰ চৰ উচ্চাৰণ তালব্য (ch) হয় কিন্তু ছৰ উচ্চাৰণ দন্তমূলীয় হোৱাৰ প্ৰৱণতা আছে।

(গ) ট আৰু ত বৰ্গৰ উচ্চাৰণত প্ৰভেদ নকৰি অসমীয়াত উভয়ক্ষেত্ৰত দন্তমূলীয় উচ্চাৰণ কৰা হয় কিন্তু এই উপভাষাত ট আৰু ত বৰ্গৰ পাৰ্থক্য ৰক্ষা কৰি যথাক্ৰমে মূৰ্দ্ধন্য আৰু দন্ত্য উচ্চাৰণ হয়।

(ঘ) জ আৰু ৰ ধ্বনিয়ে নানা সময়ত কঠিন ৰূপ ধাৰণ কৰে (ঝ আৰু ড়) আৰু কিমছুমান অঞ্চলত ঠায়ে ঠায়ে ৰ ধ্বনি লোপ পায়।

শব্দ সম্ভাৰৰ ফালৰপৰা যদিও এই উপভাষাৰ চলা শব্দসমূহৰ এটা বুজন পৰিমাণৰ ৰূপ বঙলা শব্দৰ সৈতে মিলে (ক্ৰমে এনে শব্দৰ সংখ্যা বৃদ্ধি পাইছে।) তথাপি শব্দৰ মৌলিক ৰূপ কামৰূপী, বিশেষকৈ প্ৰাচীন কামৰূপী শব্দৰ লগত সম্পূৰ্ণ মিলি যায়। এই অঞ্চলৰ লোকৰ দৈনন্দিন কথা-বতৰাত এনেকুৱা শব্দৰ সঘন আৰু ব্যাপক ব্যৱহাৰ দেখা যায়; যেনে, চেঁচা, তপত, আঞ্জা, কাকৈ, খৰি, পখী, সোৱাদ, আই, আৱে, (আবু), গাবুৰ (গাভৰু), নাচনী, জুনুকা, সেন্দূৰ, চৰাই (কুকুৰা অৰ্থত, কামৰূপতো ব্যৱহাৰ হয়) ইত্যাদি।

আমি ওপৰত উদাহৰণস্বৰূপে দিয়া বাক্য কেইটিৰ ৰূপ এই অঞ্চলৰ পশ্চিম প্ৰান্তত চলা ভাষাত এনেকুৱা হ'ব —

১। মুই এলা যাবাৰ্ নাপাং
২। সুপ্ৰী টা কায় খাইল ?
৩। ভাত খায়া শুতি[৫] থাকিম
৪। ছাৱাটা কান্দিব্ ধৰ্ছে
৫। এখ্না গুৱা খালু হয়।

৪ গ্ৰীয়াৰচনে ইয়াক ৰাজবংশী উপভাষা আখ্যা দিছে।

৫ প্ৰাচীন কামৰূপী ৰূপ লক্ষণীয়।

## ধৰ্মীয় বিশ্বাস, পূজা-পাতল আৰু উৎসৱ অনুষ্ঠান

গোৱালপাৰাৰ পূব অঞ্চলৰ থলুৱা হিন্দুসমাজৰ সৰহভাগেই বৈষ্ণৱ মতাৱলম্বী আৰু শঙ্কৰী কৃষ্টিৰ প্ৰভাৱ আৰু সমাদৰ এই অঞ্চলত প্ৰৱল নহ'লেও যথেষ্ট ব্যাপক। পূব গোৱালপাৰাত বিষ্টুপুৰ ( বিষ্ণুপুৰ) বাওপানী, ধৰ্মপুৰ, দলগোমা আদি ঠাইত সৰু-ডাঙৰ কেইখনো সত্ৰ আছে। ( প্ৰসঙ্গক্ৰমে উল্লেখ কৰিব পাৰি যে দলগোমা সত্ৰৰ অধিকাৰ স্বৰ্গীয় অমৃত ভূষণ অধিকাৰী এসময়ত অসম সাহিত্য সভাৰ সভাপতি আছিল আৰু তেখেতৰ দ্বাৰা সম্পাদিত অসমীয়া আৰু বঙলা টীকা-সম্বলিত নাম-ঘোষাৰ সংস্কৰণ যথেষ্ট মূল্যৱান। ইয়াৰ উপৰিও গাঁৱে গাঁৱে থকা গহেঁ ঘৰত ( নামঘৰ ) বৈষ্ণৱ আচাৰেৰে সৈতে ধৰ্মীয় অনুষ্ঠান আদি পালন আৰু নাম-প্ৰসঙ্গৰ চৰ্চা হয়। উদাহৰণস্বৰূপে গোৱালপাৰা চহৰতে বিভিন্ন চুবুৰিত কেইবাটাও নামঘৰ থকা আৰু এইবোৰত গুৰু দুজনাৰ তিথিৰ উপৰিও নানা বৈষ্ণৱ তিথি আদি উৎসাহ আৰু ঐকান্তিকতাৰে যথাৰীতি পালিত হোৱাটো মন কৰিব লগীয়া কথা।

আনহাতে পশ্চিম অঞ্চলৰ হিন্দুসকলৰ সৰহভাগেই শাক্তধৰ্ম বিশ্বাসী।[৬] বৈষ্ণৱ ধৰ্মৰ বিশেষকৈ ভাগৱতী বৈষ্ণৱ ধৰ্মৰ অনুৰাগীৰ সংখ্যা ইয়াত নিচেই কম। যিসকল বৈষ্ণৱপন্থী লোক আছে তেখেতসকলৰ প্ৰায়খিনিয়ে চৈতন্যপন্থী। আকৌ, শাক্তসকলেও যেতিয়া মাঙ্গলিক উপলক্ষত কোনো বৈষ্ণৱ অনুষ্ঠানৰ আয়োজন কৰে, তেতিয়া গৌড়ীয় পদ্ধতিত সংকীৰ্তন, কৃষ্ণ-যাত্ৰা আদিহে হোৱা হয়।[৭] জিলাখনৰ একেবাৰে পশ্চিম প্ৰান্তত

[৬] এই অঞ্চলৰ শাক্ত ঐতিহ্য যথেষ্ট পুৰণি। শঙ্কৰদেৱে ভাটীৰ অঞ্চলৰ লেখত লবলগীয়া লোকসকলৰ পৰিচয় লওঁতে পীতাম্বৰ কবিৰ কাব্যৰ পৰা ৰুক্মিণী বিলাপৰ নমুনা শুনি 'সি শাক্ত তামসিক' বুলি কোৱা কথাটো ইয়াত উল্লেখ কৰিব পাৰি। কিন্তু মন কৰিব লগীয়া কথা হ'ল, শঙ্কৰ-মাধৱৰ বৈষ্ণৱ ধৰ্মৰ সোঁতে কামৰূপ চোৱাই নিলে, কোঁচবিহাৰতো এই সোঁত প্ৰবলভাৱে বৈ গ'ল অৰ্থাৎ ( বিহাৰ মধুপুৰ, কামৰূপ, বৰপেটা ) অথচ মাজত থকা পশ্চিম গোৱালপাৰা এই সোঁতৰ-পৰা প্ৰায় সম্পূৰ্ণ মুক্ত হৈ থাকিল। ই এটা ফলপ্ৰদ অনুসন্ধানৰ বিষয় হ'ব পাৰে।

[৭] গুৰু দুজনাৰ জীৱদ্দশাতো চৈতন্য পন্থী আৰু বঙ্গদেশীয় সংকীৰ্তনৰ দ্বাৰা প্ৰভাৱিত লোক অসমত আছিল। কথাগুৰু চৰিতৰ মতে মথুৰাদাস বুঢ়া গোপাল আতাই ভকত হোৱাৰ আগতে 'বঙ্গ দেশী চৈতনীয়া সতে নাম-মন্ত্ৰ লৈ গ্ৰামৰ লোক আঠাৰজন সৈতে গীত পাই ফুৰিছিল।'



অৱস্থিত ৰামৰায়ৰ কুঠীৰ (ইয়াতেই ভুৱনেশ্বৰী আইৰ চিলাৰায়ৰ লগত বিবাহ সম্পন্ন হৈছিল) বাহিৰে এই অঞ্চলত আন উল্লেখযোগ্য বৈষ্ণৱসত্ৰ নাই।

শক্তিৰূপিণী দুৰ্গাদেৱী আৰু কালীদেৱী এই অঞ্চলৰ হিন্দুসকলৰ প্ৰধান উপাস্য দেৱতা। গতিকে দুৰ্গাপূজা, কালীপূজা আৰু আন আন শক্তিপূজা নিষ্ঠা আৰু আড়ম্বৰেৰে অনুষ্ঠিত হয়। চৈত্ৰ সংক্ৰান্তিত হোৱা চড়ক পূজাতো স্বতন্ত্ৰ তান্ত্ৰিক পদ্ধতিৰে কালীদেৱীৰেই আৰাধনা হয়; লগতে উমাপতি ভূতনাথ শিৱৰো অৰ্চনা হয়। নানা ঠাইত থকা কালী আৰু মহামায়াৰ থানৰ উপৰিও প্ৰায় প্ৰতি গাঁৱতে কালীৰ 'পাট' আছে। শিৱৰ থানো ঠায়ে ঠায়ে দেখা যায়, আৰু শিৱৰাত্ৰি অনুষ্ঠানো বহু ঠাইত ভক্তিৰে উদযাপিত হয়। ৰাজবংশীসকলৰ এক শ্ৰেণীৰ ভিতৰত আৰু নাথ সম্প্ৰদায়ৰ লোকৰ মাজত শিৱভক্তি অধিক প্ৰকট।

অৱশ্যে শাক্ত হোৱা সত্বেও পশ্চিম গোৱালপাৰাৰ লোকৰ মাজত দৌলোৎসৱ জন্মাষ্টমী আদিৰো যথেষ্ট আদৰ আছে। আকৌ সত্যনাৰায়ণ পূজাও বহুত শাক্ত ঘৰত নিয়মীয়াকৈ পতা হয়। শাক্ত আৰু বৈষ্ণৱ বিশ্বাসৰ এই সংমিশ্ৰণতকৈও অধিক তাৎপৰ্য্যপূৰ্ণ হ'ল হিন্দু আৰু মুছলমানৰ বিশ্বাসৰ সহ-অৱস্থান। উদাহৰণস্বৰূপে, সত্যনাৰায়ণৰ আহিত মুছলমান সমাজত সত্যপীৰক ভক্তি কৰা হয়। 'মাদাৰ' (শিৱৰ চেলা) অপদেৱতাক হিন্দু-মুছলমান উভয়ে পূজে। হিন্দুৰ থানত প্ৰতিষ্ঠিত 'মাদাৰ'লৈ মুছলমানে ছিন্নি আগবঢ়ায়; তেনেকৈ মুছলমানৰ থানৰ 'মাদাৰক' হিন্দুৱে ভক্তি জনায়।

ইয়াৰ পাচত আমি পশ্চিম গোৱালপাৰাত চলা এনে কেইটিমান পূজা-পাতলৰ বিৱৰণ দিম যিবোৰৰ প্ৰচলন অসমৰ অইন ঠাইত নাই।

### চড়কপূজা[৮]

ইয়াৰ উল্লেখ আগতে কৰা হৈছে। এই পূজাৰ বিশেষত্ব হ'ল ইয়াৰ লগত জড়িত কিছুমান অদ্ভুত ক্ৰিয়াকাণ্ড। এডাল শিমলুগছৰ খুটা পুতি তাৰ ওপৰত দীঘল বাঁহ এডাল এনেদৰে লগাই দিয়া হয় যাতে তাক চাৰিওফালে ঘূৰাব পাৰি। এই বাঁহডালৰ এমূৰে এটা ডাঙৰ বৰশিৰে এজন মানুহৰ পিঠিত গাঁথি ওলমাই দি আনমূৰে এডাল জৰী বান্ধি তাৰ সহায়ত মানুহজনক চক্ৰাকাৰে ঘূৰোৱা হয়। গাত বৰশি লগোৱা প্ৰথাটো আজিকালি ক্ৰমে কমি আহি তাৰ ঠাইত মানুহজনৰ গাত ৰচি

[৮] চড়ক পূজা বঙ্গদেশৰো নানা অঞ্চলত প্ৰচলিত।

মেৰিয়াই তাতে বৰশি গঁথা প্ৰথা চলিছে। এই পূজাৰ অঙ্গ হিচাবে ভক্ত নটুৱাসকলে ৰাতি ৰাতি নৃত্য আৰু অভিনয় আদি কৰে। প্ৰধান নৰ্তকজনক দেওধা বোলা হয় আৰু তেওঁৰ নৃত্যভঙ্গী আৰু ক্ৰিয়া-কলাপ দেওধনীৰ লগত মিলে।

## বাঁশ পূজা

মদন চতুৰ্দশীৰ দিনা এই পূজা অনুষ্ঠিত হয়। ইয়াত সম্পূৰ্ণৰূপে পুৰুষৰহে অধিকাৰ। এই পূজাৰ সময়ত বাঁহ এডালক সজ্জিত কৰি লৈ বাঁহৰ জন্ম বৃত্তান্ত আদি আখ্যান-মূলক গীত গাই নৃত্য কৰা হয়। কোনো কোনো ঠাইত দুদল ল'ৰাৰ মাজত (এদলে ছোৱালী সাজি) কাঠৰ মাৰি এডাল লৈ নৃত্যভঙ্গিমাৰে টনাটনি কৰা হয়। সুসজ্জিত বাঁহক কেন্দ্ৰ কৰি কৰা এই অনুষ্ঠানৰ লগত কামৰূপৰ ভথেলি অনুষ্ঠানৰ সাদৃশ্য দেখা যায়।

বাঁহ পূজাৰ আন এটি নিদৰ্শন হ'ল মীদাৰ বা মাদাৰ পূজা। এই পূজাও কিছুমান বিশেষ নৃত্য-গীতৰ সহযোগত কৰা হয় আৰু হিন্দু-মুছলমান উভয় সম্প্ৰদায়ৰ লোকে ইয়াত যোগ দিয়ে। বহুত 'ধাম' বা থানত 'মাদাৰ' দেৱতাৰ প্ৰতীক হিচাবে এডাল বাঁহ প্ৰতিষ্ঠিত হয়।

## হুদুম দেও পূজা

এই পূজা সম্পূৰ্ণৰূপে স্ত্ৰী-আচাৰ যুক্ত এনে এক পূজা য'ত অশ্লীলতাৰ স্থান আছে। সাধাৰণতে চ'ত মাহত অনাবৃষ্টি হ'লে এই পূজা পতা হয় আৰু স্বল্প বস্ত্ৰ পৰিহিতা স্ত্ৰীসকলে গীত গাই ওপৰলৈ পানী ছটিয়াই বৃষ্টি কামনা কৰে।

হুদুম দেও আৰু বাঁশ পূজাক ক্ৰমে ভূমিৰ উৰ্বৰতা বৃদ্ধি আৰু বীজ-ৰোপণৰ প্ৰতীকী অনুষ্ঠান বুলি অনুমান হয়। দুয়োটা অনুষ্ঠানেই আদিম যুগৰ যাদুত বিশ্বাসৰ কথা সোঁৱৰাই দিয়ে। সন্তান উৎপাদনশক্তি সম্পন্না স্ত্ৰীৰ উৰ্বৰতা শস্যভূমিত আৰোপিত কৰাৰ প্ৰয়াসেৰে আদিম সমাজত চলা নানাবিধ ক্ৰিয়া-অনুষ্ঠানৰ সন্ধান সামাজিক নৃতত্ত্বই দিয়ে। হুদুম-দেও পূজা নিঃসন্দেহে এনে এক অনুষ্ঠান। আকৌ, এনে অনুমান হয় যে বাঁশ-পূজা ৰতি বিষয়ক অনুষ্ঠান। সেই হিচাবে সুসজ্জিত বাঁহক লিঙ্গৰ



প্ৰতীক[৯] আৰু কাঠৰ মাৰিৰ অগা-পিচাক ৰতিক্ৰিয়াৰ অনুকৰণ বুলি ধৰিলে বাঁহ পূজাক উৰ্বৰ ভূমিৰ বীৰ্য্যস্থাপন বা গৰ্ভধাৰণৰ প্ৰতীকী ক্ৰিয়াৰ যোগেদি অধিক শস্য লাভৰ কামনাৰ ৰূপান্তৰ বুলি বিশ্বাস কৰিবৰ থল আছে।

## কাতি পূজা

কাতি পূজাও স্ত্ৰীআচাৰৰ প্ৰাধান্যযুক্ত অনুষ্ঠান। পুত্ৰৰ কামনা কৰা দম্পতীয়ে কাতিক দেৱতালৈ এই পূজা আগবঢ়ায়। এই পূজাৰ বিশেষত্ব হ'ল যে ৰাতি তিৰোতাসকলে অশ্লীলতাৰ গন্ধ থকা নৃত্য-গীত কৰে আৰু তাত ঢাকুৱা (ঢাক বজাওঁতা) জনৰ বাহিৰে আন পুৰুষৰ অংশ গ্ৰহণ নিষেধ।

## সোণাৰায় পূজা

পুহমাহত সোণাৰায়ৰ গান গাই চেমনীয়া আৰু ডেকা ল'ৰাই ঘৰে ঘৰে মাগি ফুৰে আৰু সংক্ৰান্তিৰ (মাঘ-বিহু) দিনা ভোজ খায়। সোণাৰায় ব্যাঘ্ৰদেৱতা[১০] আৰু তেওঁৰ পূজাৰ কাৰণে পঁচা দি অপায় অমঙ্গলৰ পৰা ৰক্ষা পাই থাকিবলৈ গৃহস্থই আশীৰ্বাদ লয়। ৰাখাল পূজাত গৰখীয়া ল'ৰাই পঁচা তুলি ভোজখোৱা অনুৰূপ অনুষ্ঠান। পূব গোৱালপাৰাত অৱশ্যে কামৰূপৰ মহোহো বা ম'হখেদা অনুষ্ঠানৰ লগত অধিক সাদৃশ্য থকা 'অৰিয়াগা' নামৰ এটি অনুষ্ঠানহে চলে। ইয়াতো আঘোণ-মাহত ল'ৰাই দল বান্ধি গীত গাই ঘৰে ঘৰে মাগি ফুৰে।

ইয়াৰ উপৰিও পশ্চিম প্ৰান্তত সুবচনী, মঙ্গলচণ্ডী, মদনৰাম আদি নানান দেৱতাৰ পূজা হয়। বিশেষ লক্ষণীয় বিষয় হ'ল অসংখ্য উপ-দেৱতা আৰু অপদেৱতাত থকা বিশ্বাসৰ ব্যাপকতা আৰু প্ৰবলতা। অচিন, গগনা, ধুমসিয়া, সখা-সখী, মাশাং বুড়া-বুড়ী আদি উপদেৱতা আৰু অপদেৱতাত বিশ্বাস কৰাৰ উপৰিও ইয়াৰে কিছুমানৰ মূৰ্তি

---

[৯] ভথেলিৰ সজ্জিত বাঁহৰ লগতো লিঙ্গপূজাৰ সম্পৰ্ক থকা বুলি কোনো কোনোৱে ভাবে: 'It is possible that this may be a relic or survival of Phallic worship, the Parwa taking the place of the lingam or the phallus'—Reo. Endle. ডঃ প্ৰফুল্লদত্ত গোস্বামীৰ দ্বাৰা Bhatheli or Sori প্ৰবন্ধত উদ্ধৃত।

[১০] ব্যাঘ্ৰদেৱতাৰ পজাৰ প্ৰচলন বঙ্গদেশতো আছে।

সাজি পূজা কৰা হয় আৰু প্ৰায়েই কালী, শিৱ আদি দেৱতাৰ লগত পূজা-থানত সন্মানে আসন পায়।

অইন উৎসৱৰ ভিতৰত বিহু-সংক্ৰান্তি পৰে যদিও পশ্চিম প্ৰান্তত ইয়াৰ প্ৰতি আগ্ৰহ ক্ষীণ। পূব গোৱালপাৰাত কামৰূপৰ নিচিনাকৈ বিহুক দোমাহী বোলা হয় আৰু বহাগৰ দোমাহীতকৈ মাঘৰ দোমাহীক বেচি গুৰুত্ব দিয়া হয়। পশ্চিম গোৱালপাৰাত মাঘ-বিহুক পুষণা বোলা হয় আৰু পিঠা-পনা কড়াই আদিৰে ইও ভোগালি উৎসৱেই। জুইত মাহ-চাউল কড়াই আদি অৰ্পণ কৰা প্ৰথাও আছে। বহাগ বিহুৰ সময়ত নতুন বছৰ উপলক্ষে নানা মাঙ্গলিক আৰু লৌকিক আচাৰ (যেনে তিতা-খোৱা, গাত হালধি আদি ঘঁহা, সাত শাক খোৱা আদি) পালিত হয়। কোনো কোনো শাক্ত থানত এই উপলক্ষে বলি আদি দি মেলা পতা হয়। বগৰীবাৰীৰ মহামায়া থানত এই সময়ত সাতদিন ধৰি চলা 'সাতবিয়ুৱাৰ মেলাই' থলুৱা ৰূপত বিহু উৎসৱ পালন কৰাৰেই ইঙ্গিত দিয়ে। কাতিৰ সংক্ৰান্তিত খেতি-পথাৰত বন্তি দিয়া আৰু কাতি মাহটোত আকাশ বন্তি আদি জ্বলোৱা প্ৰথাও আছে।

## সাজ-পাৰ আৰু আ-অলঙ্কাৰ

প্ৰায় সমস্ত গোৱালপাৰা জিলাতেই তিৰোতাসকলৰ মাজত শাড়ীৰ প্ৰচলন ব্যাপক।[১১] বিশেষকৈ পশ্চিম প্ৰান্তৰ তিৰোতাসকলৰ বাবে 'কমৰেৰ শাড়ী'খন অতি প্ৰিয়। সম্প্ৰতি পূবখণ্ডত মেখেলা সমানে জনপ্ৰিয় হৈ উঠিছে যদিও শাড়ীৰ ব্যৱহাৰো অব্যাহত হৈ আছে। অৱশ্যে এটা কথা মন কৰিবলগীয়া: গোৱালপাৰাত, বিশেষকৈ পূব-গোৱালপাৰাত, বহুতে শাড়ীক এখনীয়া বস্ত্ৰ হিচাবে ব্যৱহাৰ নকৰি এখন শাড়ীক দুভাজ কৰি অধোবাস হিচাবে কঁকালত মেৰিয়াই এটা মূৰ পিচফালে খুচি থয় আৰু আন এখন উত্তৰীয় হিচাবে গাত পেলাই লয়। প্ৰকৃততে এইটো হ'ল পাটানী পিন্ধা ৰীতি; এইদৰে শাড়ীক পাটানীৰ আহিত খাপ খুৱাই লোৱা হৈছে মাত্ৰ। পাটানীক গোৱালপাৰাত চলা নিগীয়া মেখেলা[১২] বুলিব পাৰি। জিলাখনৰ প্ৰায় অঞ্চলতে পাটানীৰ প্ৰচলন এসময়ত আছিল আৰু বহুঠাইত এতিয়াও আছে। হিন্দু-মুছলমান উভয় সম্প্ৰদায়ৰ পুৰুষসকলে পোন্ধ মাৰি ধুতিখনকে পিন্ধে। চোলাক বহুতে আংছা (অঙ্গচ্ছাদ) বোলে।

বড়ো, ৰাভা, ভৈয়ামৰ গাৰো আদি জনজাতীয় লোকসকলে তেখেত-সকলৰ সুৰুচিপূৰ্ণ বস্ত্ৰেৰে জিলাখনৰ বেশ-ভূষাত বৈচিত্ৰ্য দান কৰিছে।

পশ্চিম গোৱালপাৰাত সোণতকৈ ৰূপৰ অলঙ্কাৰহে সৰহকৈ দেখিবলৈ পোৱা যায়। অৰ্থনৈতিক অৱস্থাই ইয়াৰ কাৰণ হ'ব পাৰে। জনপ্ৰিয় অলঙ্কাৰৰ ভিতৰত কাণত ওন্তি বা ফুলকৰী (কঁৰিয়া), কদমা, বাউসিত বাজু, হাতত সুধা (সুধিখাৰু), বালা বা খাৰু, নাকত নোলো (নোলৰ) আৰু ফুল, ডিঙিত হাৰ, হাঁসুলী বা হাসা আৰু ভৰিত সল, পাতি, খাৰু-আদি পৰে।

## হস্তশিল্প

পূব গোৱালপাৰত অসমৰ অইন ঠাইৰ নিচিনাকৈ প্ৰায় ঘৰে ঘৰে তাঁতশাল আছে আৰু জীয়াৰী-বোৱাৰীয়ে আজৰি পৰত নিজৰ আৰু পৰিয়ালৰ কাৰণে কাপোৰ বৈ উলিওৱা ৰীতি কম-বেচি পৰিমাণে চলি আছে। পশ্চিমতো কোনো অঞ্চলত এতিয়াও কাপোৰ ব'ব জনা মানুহ থাকিলেও বস্ত্ৰ শিল্পৰ মূল্যৱান ঐতিহ্য এতিয়া বড়ো আৰু ৰাভা আদি জনজাতীয় লোকসকলেহে ৰক্ষা কৰি আছে। কিছুদিন আগলৈকে অইন সম্প্ৰদায়ৰ মাজতো বয়ন শিল্পৰ প্ৰচলন আছিল বুলি জনা যায়। কিছুমান লোকগীতত থকা উল্লেখৰপৰা বুজিব পাৰি যে এসময়ত এটা থলুৱা তাঁতী সম্প্ৰদায়ো আছিল।[১৩]

বাঁহ-বেত আদিৰ কাম অসমৰ অইন গাঁৱলীয়া লোকৰ দৰে ইয়াৰ ৰাইজেও কৰে। কমাৰ বাঁঢ়ৈ আদিৰ শিল্পৰ ক্ষেত্ৰত স্থানীয় ঐতিহ্য সম্প্ৰতি বাহিৰৰপৰা অহা কাৰিকৰৰ প্ৰতিযোগিতাৰ হেঁচাত বিলুপ্তপ্ৰায়।

---

[১১] পুৰণি অসমত শাড়ীৰ প্ৰচলন থকাৰ উল্লেখ পুৰণি সাহিত্যত পোৱা যায়: 'পিন্ধি শাড়ী খাণ্টা জালি' 'ৰাধাই পিন্ধা শাড়ীখনত দশাৱতাৰ লেখা।' বুৰঞ্জীতো বৰনগৰীয়া বিচিত্ৰ পাটৰ শাড়ীৰ উল্লেখ আছে।

[১২] 'পূৰ্বে ধুতি, ৰিহা, চাদৰৰ দৰে মেখেলাও নিগিয়া বস্ত্ৰহে আছিল'—অসমৰ লোক সংস্কৃতি: ডঃ বিৰিঞ্চিকুমাৰ বৰুৱা।

[১৩] 'ওপাৰে জোলা বন্ধু কমৰেৰ শাড়ী যাচে ৰে' (জোলা—তাঁতী)
'শৰীৰ আঠুশ কৰো নাহে বালি তাঁতীয়া পলাইয়া গেইছে'

বহুত গাঁৱত থকা বানিয়াপাৰাই (বানিয়া-সোণাৰি) অলঙ্কাৰ শিল্পৰ এসময়ৰ গৌৰৱৰ কথা ঘোষণা কৰিলেও বৰ্তমান কালত এই গৌৰৱ প্ৰায় স্তিমিত।

অৱশ্যে পশ্চিম গোৱালপাৰাত এনে এটি আপুৰুগীয়া হস্তশিল্প আছে যি অসমৰ ভিতৰত অনন্য আৰু যাক লৈ গোটেই জিলাখনৰ লগত অসমে গৌৰৱ কৰিব পাৰে, সি হ'ল গোলোকগঞ্জ অঞ্চলৰ কুঁহিলা শিল্প। এক বিশেষ অঞ্চলত আৰু অতি কমসংখ্যক লোকৰ ভিতৰত সীমাবদ্ধ হোৱাটোৱেই এই শিল্পৰ বিৰলতাৰ কাৰণ নহয়; কাৰিকৰী দক্ষতা আৰু ৰূপদানৰ অদ্ভুত কলাপূৰ্ণ ভঙ্গীৰ কাৰণহে ই অতুলনীয়। অসাধাৰণ দক্ষতাৰে কুঁহিলাক নানা আকাৰত কাটি সেইবোৰৰ সহায়ত বিবিধ দেৱ-দেৱী, চৰাই-চিৰিকতি, জীৱ-জন্তু আৰু ফুল-ফল আদিৰ ৰূপ দিয়া হয় আৰু স্থানীয় ঐতিহ্যপূৰ্ণ শৈলীৰে ৰঙৰ ব্যৱহাৰ কৰি সেইবোৰক জীৱন্ত কৰি তোলা হয়। এই মূৰ্তি আৰু খেলনাবোৰত প্ৰকৃতিৰ অনুকৰণ কৰিবৰ অযথা প্ৰয়াস নাই, বৰং আছে শিল্পৰ নিজা ভাষাৰে বাঙময় প্ৰকাশ ( stylised presentation )। এই ভাষা ইমান সূক্ষ্ম যে ই উচ্চস্তৰৰ কলা বুলি পৰিগণিত হ'ব পাৰে। অকল মূৰ্তি আৰু খেলনাই নহয়, কুঁহিলা শিল্পীসকলে কুঁহিলাৰ পাতত দেৱ-দেৱী, পুৰাণৰ আখ্যান অথবা গাঁৱলীয়া সমাজত জনপ্ৰিয় অইন বিষয়-বস্তুৰ আধাৰত ছবি আঁকি বিচিত্ৰ চিত্তাকৰ্ষক 'পট' তৈয়াৰ কৰে। পট আৰু মূৰ্তি আদিৰ সামঞ্জস্যপূৰ্ণ পৰিকল্পনা আৰু উজ্জ্বল ৰঙৰ নিৰ্ভীক আৰু স্বচ্ছন্দ ব্যৱহাৰ সূক্ষ্ম ৰুচি আৰু অনুভূতিৰ পৰিচায়ক। অসমৰ অইন কোনো ঠাইত এনেকুৱা জীৱিত বৃত্তিমূলক চিত্ৰাঙ্কন পদ্ধতি দেখা নাযায় আৰু সেইকাৰণেও ইয়াৰ মূল্য অসীম।

## খেতি-বাতি আৰু খোৱা-বোৱা

গোৱালপাৰাৰ খেতিয়কেও মাইকৈ দুটা ধানখেতি কৰে: আহু আৰু শালি (একেবাৰে পশ্চিমপ্ৰান্তত থলুৱা নাম হেঁউতী আৰু বিত্তিৰি)। ধান কাটি আনি দেৱতালৈ আগবঢ়াই ন-খায় (থলুৱা কথাত নয়াখোৱা)। ভাতৰ উপৰিও চিৰা-মুৰি, লাড়ু-পিঠা, সান্দহ-গুড়ি (থলুৱা ভাষাত গুড়া) আদিৰ জলপান কৰে। দৈ-চিৰা বিয়াই-সবাহে পৰিৱেশন কৰা জনপ্ৰিয় জলপান। খাৰৰ জনপ্ৰিয়তা গোটেই জিলাখনতে আছে, মাত্ৰ পশ্চিম প্ৰান্তত খাৰক ছেকা বোলা হয়। শাক, শোকোতা, টেঙা আদিৰ আঞ্জা সকলোৱে খায়। তামোলৰ



প্ৰতি দুৰ্বলতাও সাৰ্বজনীন। পশ্চিম অঞ্চলত তামোলক গুৱা বোলা হয়, চূণ-চাধাৰে জুতি লগাই তামোলখন খোৱা, তামোলেৰে অতিথিক অভ্যৰ্থনা জনোৱা আৰু মাঙ্গলিক অনুষ্ঠানত তামোলৰ প্ৰাধান্য দিয়া অসমৰ অইন অঞ্চলৰ লগতে ইয়াতো সমানে প্ৰচলিত।

## লোকগীত আৰু নৃত্য

গোৱালপাৰাৰ সংস্কৃতিৰ আটাইতকৈ মূল্যবান আৰু আকৰ্ষণীয় সম্পদ হ'ল পশ্চিম প্ৰান্তৰ লোকগীতসমূহ। জিলাখনৰ আন আন অঞ্চলতো কিছু লোকগীত আছে যদিও গোৱালপাৰাৰ সংস্কৃতিৰ ভঁৰাল খুন্দখাই আছে পশ্চিম গোৱালপাৰাৰ আপুৰুগীয়া দেশী গানৰ ঐশ্বৰ্যেৰে। গোৱালপাৰা আৰু উত্তৰ বঙ্গৰ উমৈহতীয়া ঐতিহ্যৰ সাহোন এই গীতবোৰৰ সংখ্যা আৰু বৈচিত্ৰ্য বিস্ময়কৰ আৰু জনমানসত এইবোৰৰ প্ৰভাৱ অসাধাৰণ-ভাৱে গভীৰ আৰু ব্যাপক। কথা আৰু সুৰৰ অদ্ভুত প্ৰত্যক্ষ আৱেদনেৰে মোহ সৃষ্টি কৰিব পৰা এই গীতসমূহ দৈনন্দিন জীৱনৰ প্ৰতিটো খোজৰ লগত সাঙোৰ খাই আছে। বিশেষ উপলক্ষ বা অনুষ্ঠানৰ লগত জড়িত অনেক গীত আৰু নৃত্যৰ বাহিৰেও বিচিত্ৰ ব্যঞ্জনা আৰু অভিব্যক্তিৰ অসংখ্য গীতে পশ্চিম গোৱালপাৰাৰ জনজীৱনক সঙ্গীতমুখৰ কৰি ৰাখিছে। কামৰ ব্যস্ততাৰ মাজত হওক বা আজৰি পৰত হওক, আনন্দমুখৰ উৎসৱত হওক বা একান্ত নিৰ্জন মুহূৰ্তত হওক, পৰিৱেশানুগ পৰিৱেশনত 'দেশী গান' সচাকৈ জীৱন্ত।

দেশী গানসমূহক বহলভাৱে দুটাভাগত ভাগ কৰিব পাৰি: ভাসান বা ভাৱাইয়া আৰু চট্কা। ভাসান গানৰ দীঘলীয়া সুৰ উদাস আৰু কৰুণ, প্ৰধানতঃ প্ৰণয়মূলক এই শ্ৰেণীৰ গীতত পোৱাৰ বাসনা আৰু নোপোৱাৰ বেদনা মূৰ্ত হৈ উঠিছে। বিশেষকৈ নাৰীমনৰ গোপন হতাশাৰ দীৰ্ঘশ্বাস এই শ্ৰেণীৰ গীতত সততে ধ্বনিত। চট্কা গানৰ ভাৱ আৰু বিষয়বস্তু যেনেকৈ লঘু, তাৰ ছন্দ আৰু সুৰতো অনুৰূপ চপলতা। চট্কা গানৰ ভিতৰত একশ্ৰেণীৰ খুহটীয়া গীত প্ৰভূতভাৱে জনপ্ৰিয়। তিৰোতা-সকলৰ মাজত, বিশেষকৈ মুছলমান সমাজৰ বিয়াত নৃত্যৰ সহযোগত এবিধ গীত গোৱা হয়। প্ৰত্যক্ষতা আৰু সৰলতাৰ গুণেৰে বিভূষিত সৰু সৰু এই নৃত্য-গীতবোৰ লোক-কৃষ্টিৰ মনোৰম নিদৰ্শন।

ইয়াৰ উপৰিও বিশেষ পূজা-পাতল আৰু উৎসৱৰ সৈতে জড়িত নানান সুন্দৰ নৃত্য-গীত আছে; যেনে, মনসাপূজাত বিষহৰিৰ গান আৰু বাঁশী-

পুৰাণৰ গান, বাঁশপূজাৰ গান আৰু নাচ, কাতিপূজাত কাতি কাইৰ নাচ আৰু গান, সোণাৰায়ৰ গান, মাদাৰেৰ গান আৰু নাচ, চড়কৰ গান আৰু নাচ ইত্যাদি। এইবোৰৰ ভিতৰত চড়ক পূজাত হোৱা কালীচণ্ডীৰ নাচৰ কথা বিশেষভাৱে উল্লেখ কৰিব পাৰি। ৰঙা ঘুৰি, বিশেষভাৱে নিৰ্মিত কুঁহিলাৰ মুখা, মূৰত চোৰৰৰ চুলি আৰু হাতত খড়গৰে সজ্জিত হৈ পুৰুষ দেওধাই কালীৰ ৰূপত মাজনিশা কৰা এই নৃত্যৰ বলিষ্ঠতা আৰু উদ্দামতাই শিয়ঁৰাই তোলে। ইয়াৰ আনুষঙ্গিক দলীয় পৰিকল্পিত পদক্ষেপ (Chorcography) লোকনৃত্যত বিৰল।

কুশানগান পশ্চিম গোৱালপাৰাৰ গাঁৱলীয়া সমাজত অতি জনপ্ৰিয় দলীয় গীতাভিনয়ৰ অনুষ্ঠান। গীত, নৃত্য আৰু নাট্যৰ সমন্বয় ঘটোৱা এইবিধ অনুষ্ঠান ব্যৱসায়িক ভিত্তিত পৰিচালিত হয় আৰু কুশানগানৰ দলসমূহে যাত্ৰাদলৰ নিচিনাকৈ দূৰ-দূৰণিৰ গাঁৱৰপৰাও নিমন্ত্ৰণ পায়। ওজাপালিৰ ৰূপৰ লগত কুশানগানৰ ৰূপৰ চকুত লগা সাদৃশ্য পৰিলক্ষিত হয়। সাধাৰণতে ৰামায়ণ বা মহাভাৰতৰ কোনো আখ্যানৰ আধাৰত কুশানগানৰ 'পালা'বোৰ ৰচিত হয়। প্ৰধান গায়কজনক 'মৌল' বা 'মূল' বোলা হয় আৰু তেওঁৰ লগত সহযোগ কৰে এদল পাইল্ অৰ্থাৎ পালিয়ে। 'দোৱাৰি' (দোহাৰ) জনৰ কাম হ'ল দাউনা পালিৰ নিচিনাকৈ সংলাপনৰ মাধ্যমেৰে হাস্যৰসৰ অৱতাৰণা কৰা আৰু কাহিনীক আগবঢ়াই লৈ যোৱা। দৰ্শকক কাহিনীৰ অবিৰাম গতিৰপৰা মুক্তি দি মনোৰঞ্জন কৰাৰ উদ্দেশ্যেৰে এদল 'চেংড়াই' (ছোকৰা) মাজে মাজে নৃত্য কৰে। 'বাইন' (বায়ন) সকলে দোতাৰা, বেনা, চাৰিঙা, জুৰি, খোল আদি বাদ্য যন্ত্ৰেৰে গীত আৰু নৃত্যৰ লগত সঙ্গতি ৰক্ষা কৰে। (দোত্ৰা গান কুশানগানৰ সমপৰ্য্যায়ৰ আন এবিধ অনুষ্ঠান।) দেশীগান সাধাৰণতে অকল দোতাৰাৰ সহযোগত গোৱা হয় আৰু নৃত্যত সাধাৰণতে অকল ঢাকৰ হে ব্যৱহাৰ হয়।

# অসমৰ জনজাতীয় সংস্কৃতি

**ডঃ ভুবনমোহন দাস**

পৃথিৱীত বাস কৰিবলৈ মানুহে তিনিবিধ পাৰিপাৰ্শ্বিক অৱস্থাৰ লগত নিজকে খাপ খুৱাই চলিবলগীয়া হয়। সেই তিনিবিধ অৱস্থাৰ প্ৰথম বিধক ভৌগোলিক পৰিৱেশ, দ্বিতীয় বিধক সামাজিক পৰিৱেশ আৰু তৃতীয় বিধক অতিলৌকিক বা অলৌকিক পৰিৱেশ বুলি ক'ব পাৰি। মানুহে জন্মৰপৰা মৃত্যুলৈকে—এই তিনিবিধ পৰিৱেশৰ মাজত বাস কৰিবলৈ সমাজৰ স্বীকৃতি লৈ যি কৰে, যেনেকৈ থাকে, যি অৱদান দিয়ে তাকেই সংস্কৃতি আখ্যা দিব পাৰি।

মানুহৰ মুখ্য প্ৰয়োজনীয় বস্তু তিনিটা। সেই কেইটা হ'ল—খাবলৈ আহাৰ, থাকিবলৈ আশ্ৰয়স্থল আৰু পিন্ধিবলৈ বস্ত্ৰ। এই তিনিওবিধ মানুহে যি প্ৰাকৃতিক বা ভৌগোলিক পৰিৱেশত বাস কৰে, তাৰপৰাই আহৰণ কৰি লবলৈ যত্ন কৰে। অৰ্থাৎ প্ৰকৃতিক নিজৰ উপযোগী কৰি লবলৈ প্ৰয়াস কৰে। আহাৰ সংগ্ৰহ কৰা আৰু আশ্ৰয়স্থান নিৰ্মাণ কৰাৰ কৌশল বা প্ৰকৃতিক নিজৰ হিতাৰ্থে ব্যৱহাৰ কৰাৰ ক্ষমতা অৰ্জন কৰিবলৈ গৈ মানুহে গাইগুটীয়া বা উমৈহতীয়াভাৱে কিছুমান পদ্ধতি উলিয়াবলগীয়া হয়। ভৌগোলিক পৰিৱেশৰ বাহিৰেও, জাতিৰ ঐতিহ্য, সংস্কাৰ আদিয়েও এনে পদ্ধতি বা কিছুমান নীতিৰ উদ্ভাৱনাত প্ৰভাৱ বিস্তাৰ কৰে। সেই পদ্ধতি বা নীতি যদি গোটেই জাতিটোৱে বা সমাজখনে স্বীকাৰ কৰি লয়, তেতিয়া সেইবোৰ সংস্কৃতিৰ অন্তৰ্গত হৈ পৰে। কোনো জাতিৰ সংস্কৃতি চৰ্চাৰ ই এটা অন্যতম দিশ।

মানুহ সমাজপ্ৰিয় প্ৰাণী। এখন সমাজত ব্যক্তিৰ লগত ব্যক্তিৰ সম্বন্ধ আছে। সমাজৰ নিজস্ব সমাজ-ব্যৱস্থা আছে। আকৌ সেই সমাজে অন্য সমাজৰ লগতো সম্পৰ্ক ৰাখিব লাগিব। এয়ে সহ-অৱস্থানৰ মূল ভেঁটি। জীৱন-সংগ্ৰামত জয়ী হৈ নিজকে সুপ্ৰতিষ্ঠিত কৰিবলৈ অকল প্ৰকৃতিৰ লগত হাত মিলালেই নহ'ব। মানুহৰ সমাজ-ব্যৱস্থাও

মানি চলিব লাগিব। তেনেকৈ চলিবলৈ যিবোৰ ৰীতি-নীতি, নিয়ম-পদ্ধতি আছে—সেইবোৰৰ আলোচনা সংস্কৃতি চৰ্চাৰ আন এটা প্ৰধান উপাদান।

মানুহে মানুহৰ বিচাৰ-বুদ্ধিয়ে ঢুকি নোপোৱা নানা ঘটনাৰ বুজ লবলৈ গৈ আন এটা পৰিৱেশৰ স্বষ্টি কৰিলে। সেইটো হৈছে অলৌকিক বা অতিলৌকিক পৰিৱেশ। সেই পৰিৱেশৰ ৰহস্য ভেদ কৰিবলৈ গৈ বা নিজকে সেই পৰিৱেশত প্ৰতিষ্ঠিত কৰিবলৈ গৈ কেনেকৈ ধৰ্ম, যাদু-বিদ্যা, তন্ত্ৰ-মন্ত্ৰ, বিজ্ঞান আদিৰ পাতনি মেলিলে সেইবোৰৰ আলোচনা এই প্ৰবন্ধত অপ্ৰাসঙ্গিক হ'ব। কিন্তু তেনে কৰিবলৈ গৈ যিবোৰ পদ্ধতিৰ আশ্ৰয় ললে বা চিন্তাধাৰাৰ স্ফুৰণ যেনেভাৱে হ'ল—সেইবোৰ সংস্কৃতিৰেই অঙ্গ বিশেষ। মানসিক আৰু আধ্যাত্মিক উৎকৰ্ষৰ প্ৰচেষ্টাও সংস্কৃতিৰ উপাদান বুলি পৰিগণিত হ'ল। সাহিত্য, সুকুমাৰ কলা, সৌন্দৰ্য্য-বোধৰ প্ৰকাশ, আচাৰ-ব্যৱস্থা আদিও সংস্কৃতিৰ এৰাব নোৱাৰা অঙ্গ।

এই সকলোবোৰ লগ লাগি জাতিৰ জীৱন-যাত্ৰাৰ পদ্ধতিৰ পূৰ্ণাঙ্গ ৰূপ দিয়ে। সেই ৰূপৰ চৰ্চাই সংস্কৃতিৰ আলোচনা। ইয়াকে আলম কৰি লৈ এই প্ৰবন্ধত অসমৰ জনজাতিৰ সংস্কৃতি সম্বন্ধে চমুকৈ আলোচনা কৰা হ'ব।

তাৰ আগতেই জানি লোৱা ভাল, অসমৰ জনজাতি বুলিলে কোনবিলাক জনজাতিক বুজোৱা হয়। ভৌগোলিক সীমাৰেখা টানি অসমৰ জনজাতি-বিলাকক চাৰিবেৰৰ মাজত আছুতীয়া কৰি ৰখা সম্ভৱপৰ নহয়। কিয়নো উত্তৰ-পূব সীমান্ত অঞ্চলত বাস কৰা জনজাতিবোৰৰ বহুতেই ঠাল-ঠেঙুলি বিস্তাৰ কৰি অসমত আছে। তেনেকৈ বহুজন সংখ্যক নগা এতিয়াও নগালেণ্ডৰ বাহিৰত—অসমত বাস কৰি আছে। মণিপুৰৰ জাতি-জন-জাতিবিলাককো এনে আলোচনাত অসমৰপৰা বিচ্ছিন্ন কৰাৰ কোনো অৰ্থ নাই। গতিকে, অসমৰ জনজাতি বুলিলে অসমৰ ৰাজনৈতিক সীমাৰ ভিতৰত বাস কৰা জনজাতিবিলাকৰ বাহিৰেও অসমৰ দাঁতি-কাষৰীয়া অঞ্চলত বাস কৰা কিছুমান জনজাতিকো বুজিব লাগিব।

ভাষাৰ ভিত্তিত এই জনজাতিবিলাকক দুটা প্ৰধান গোষ্ঠীত ভাগ কৰিব পাৰি। এটা হ'ল অষ্ট্ৰিক গোষ্ঠী আৰু আনটো হ'ল শ্যাম-চীন-গোষ্ঠী। অষ্ট্ৰিক ভাষা-ভাষী জনজাতি হ'ল খাচীয়া আৰু জয়ন্তীয়াসকল। ভাষা-তত্ত্ববিদ্‌সকলে শ্যাম-চীন-ভাষা গোষ্ঠীক চাৰিটা শ্ৰেণীত ভাগ কৰিছে। তাৰে এটা ভাগৰ নাম তিব্বত-বৰ্মী। তিব্বত-বৰ্মীৰ আকৌ তিনিটা উপশাখা; যেনে, তিব্বত-হিমালয়ী, অসম-বৰ্মী আৰু উত্তৰ-অসম উপশাখা।



অসম-বৰ্মী ভাষা কোৱা জনজাতিৰ সংখ্যাই অসমত বেচি। বড়ো, কুকি-চীন, নগা আদি এই ভাষাৰ অন্তৰ্গত। বড়ো ভাষা-ভাষী জন-জাতিসকল হৈছে—কছাৰী, ৰাভা, গাড়ো, লালুং, ডিমাচা আদি। নগা শাখাক পাঁচটা ভাগত ভাগ কৰা হৈছে; যেনে, নগা-বড়ো, পশ্চিম-নগা, মধ্য-নগা, পূব-নগা আৰু নগা-কুকি।

মেইতেই বা মণিপুৰী, কুকি আৰু মিজোসকলৰ ভাষা কুকি-চীন শাখাৰ অন্তৰ্গত। উত্তৰ-অসম শাখাৰ ভিতৰত পৰে অকা, ডফলা, মিৰি, মিচিমি, আবৰ আদি।

গতিকে ভাষাৰ ভেঁটিত এই কেইটা জনজাতীয় গোট পাব পাৰি—খাচীয়া জয়ন্তীয়া, বড়ো, নগা আৰু কুকি-চীন। ইয়াৰ বাহিৰে শ্যাম-চীন ভাষা গোষ্ঠীৰ আন এটা ভাগ শ্যামী বা থাই ভাষা-ভাষী মানুহো অসমত আছে। সেইবোৰৰ ভিতৰত এই প্ৰবন্ধত উল্লেখযোগ্য হ'ল—খাম্‌তি, খাময়াং, আইটন, ফাকিয়াল আৰু তুৰুংসকল।

জাতি-গোষ্ঠীৰ ফালৰপৰা বিচাৰ কৰি ক'ব পাৰি যে অসমৰ জন-জাতীয় লোকসকল মঙ্গোলীয় গোষ্ঠীৰ। তেওঁলোকৰ শাৰীৰিক লক্ষণত মঙ্গোলীয় গোষ্ঠীৰ বৈশিষ্ট্য সুস্পষ্ট। মঙ্গোলীয় গোষ্ঠীৰ মানুহবোৰে বিভিন্ন সময়ত বিভিন্ন পথেৰে অসমত প্ৰৱেশ কৰিছিল। সাম্প্ৰতিক নৃতাত্ত্বিক গৱেষণাই জনায় যে অসমৰ জনজাতিসকল মুখ্যতঃ মঙ্গোলীয় গোষ্ঠীৰ যদিও তেওঁলোকৰ কিছুমানৰ শাৰীৰিক লক্ষণত অনা-মঙ্গোলীয় বৈশিষ্ট্য কিছুমানো চকুত পৰে। এনে অনা-মঙ্গোলীয় লক্ষণৰ গুৰিতে আন দুটা গোষ্ঠীৰ অৱদান আছে যেন লাগে। তাৰে এটাৰ নাম ভেদ্দীদ্ বা প্ৰাচীন ককেচীয়। এই গোষ্ঠীৰ মানুহ অতি প্ৰাচীন কালতেই অসমলৈ আহিছিল যেন লাগে। পিচলৈ এওঁলোকতকৈ পৰাক্ৰমী মঙ্গোলীয় গোষ্ঠীৰ আগমনৰ ফলত এওঁলোক লোপ পালে। এওঁলোকৰ কিছুমান মঙ্গোলীয়সকলৰ লগত মিলি গ'ল। সেয়ে, অসমৰ জনজাতি কিছুমানৰ, বিশেষকৈ, বড়ো গোষ্ঠীৰ মানুহৰ মাজত কিছু ভেদ্দীদ্ লক্ষণ এতিয়াও দেখিবলৈ পোৱা যায়।

ইয়াৰ বহুত পাচত আহে ককেচীয় মানৱ-গোষ্ঠীৰ ইন্দো-আৰ্য্যসকল। এইবোৰ মানুহে আগৰ মানুহবোৰৰ শাৰীৰিক লক্ষণ বা সংস্কৃতিৰ মূল ভেঁটিত বিশেষ কোনো বৰঙনি যোগোৱা নাই যদিও শাৰীৰিক আৰু সাংস্কৃতিক দুয়ো ক্ষেত্ৰতে কিছু অৰিহণা যোগাইছে।

আকৌ বাসস্থানৰ ফালৰপৰা অসমৰ জনজাতিবিলাকক দুভাগত ভাগ কৰিব পাৰি—পাহাৰী আৰু ভৈয়ামবাসী। খাচীয়া আৰু জয়ন্তীয়াসকল

খাচীয়া-জয়ন্তীয়া পাহাৰত বাস কৰে। তেওঁলোক পাহাৰী মানুহ। নগাসকলো পাহাৰী মানুহ। কুকি-চীনৰ ভিতৰত মিজো আৰু কুকি পাহাৰত বাস কৰে। মণিপুৰীসকল ভৈয়ামৰ অধিবাসী। অকা, ডফলা, আবৰ, মিচিমি আদিও পাহাৰবাসী। মিৰিসকলৰ বুজন ভাগটোৱে ভৈয়ামত বাস কৰে। বড়ো গোষ্ঠীৰ ভিতৰত গাড়ো পাহাৰী জনজাতি। ডিমাচাও প্ৰধানকৈ পাহাৰত থাকে। কছাৰী, ৰাভা আদি ভৈয়ামৰ অধিবাসী। লালুঙৰ কিছুমান থাকে পাহাৰত আৰু কিছুমান থাকে ভৈয়ামত। মিকিৰকো তেনেকৈ দুভাগত ভগাব পাৰি—পাহাৰৰ মিকিৰ আৰু ভৈয়ামৰ মিকিৰ।

পাহাৰ আৰু ভৈয়ামৰ প্ৰাকৃতিক পৰিৱেশ এনে নহয়। পৰিৱেশৰ পাৰ্থক্যৰ বাবেও পাহাৰী আৰু ভৈয়ামৰ মানুহৰ সংস্কৃতি, বিশেষকৈ বাস্তু-সংস্কৃতিৰ ক্ষেত্ৰত প্ৰভেদ দেখা যায়।

আহাৰ-সংগ্ৰহৰ কৌশল সাংস্কৃতিক চৰ্চাৰ এটা দিশৰ এবিধ উপাদান বুলি আগতেই কৈ অহা হৈছে। আহাৰ আহৰণ কৰাৰ কৌশল প্ৰধানকৈ দুই প্ৰকাৰৰ। প্ৰথম, প্ৰাকৃতিক পৰিৱেশৰপৰা আহাৰ সংগ্ৰহ কৰা আৰু দ্বিতীয়, আহাৰ উৎপাদন কৰি পোৱা। সেই অনুযায়ী দুবিধ মানুহ পাব পাৰি ; আহাৰ সংগ্ৰহকাৰী আৰু আহাৰ উৎপাদনকাৰী। উৎপাদনৰ ব্যৱস্থা প্ৰধানকৈ দুবিধ ; কৃষি-কৰ্ম আৰু পশু-পালন।

অসমৰ জনজাতিসকল কৃষি-জীৱী। কৃষি-কৰ্মৰ লগতে তেওঁলোকে প্ৰাকৃতিক পৰিৱেশৰপৰাও আহাৰ সংগ্ৰহ কৰে। আগতেই উল্লেখ কৰি অহা হৈছে পাহাৰ আৰু ভৈয়াম—দুটা ভৌগোলিক অৱস্থাত জনজাতিসকলে বাস কৰে। ভৌগোলিক কাৰণবশতঃ দুইবিধ জনজাতিৰ কৃষি-কৰ্ম প্ৰণালীৰ মাজত স্পষ্ট প্ৰভেদ দেখা যায়।

পাহাৰী জনজাতিসকলে পাহাৰত ঝুম-খেতি কৰে। ঝুম প্ৰথাৰে খেতি কৰিবলৈ পাহাৰৰ ঠাই এডোখৰ বাছি লোৱা হয়। প্ৰথম অৱস্থাত সেই ঠাইৰ গছ-গছনিবোৰ কাটি বগৰাই থয়। সেইবোৰ শুকুৱাৰ পাচত তাত জুই লগাই দিয়া হয়। ছাইবোৰ গোটেইখন পথাৰতে সিঁচৰিত হৈ পৰে। তাৰ পাচত জনজাতি বিশেষে কোৰ, হো আদিৰে মাটি চহ কৰি শষ্য ছটিয়ায়। পাহাৰী গাৰোসকলে মাথা নামৰ খনিত্ৰ এবিধ ব্যৱহাৰ কৰে। তিনি হাতমান দীঘল গছৰ ডাল এটাৰ এমূৰ জোঙা কৰি মাথা তৈয়াৰ কৰে। অকাসকলে কোৰেৰে মাটি চহ কৰি, এডাল জোঙেৰে গাঁত কৰি তাত এটা দুটাকৈ শস্যৰ বীজ ছটিয়াই দিয়ে। খাচীয়াসকলে মো-খিউ নামৰ কোৰ জাতীয় এবিধ সঁজুলিৰে মাটি চহ কৰে।



নগাসকলেও হো ব্যৱহাৰ কৰে। পাহাৰী ঠাইত হালবোৱাৰ সুচল নাই বাবেই পাহাৰী জনজাতিবিলাকে এনে পদ্ধতিৰে খেতি-বাতি কৰি আহিছে। ঝুম খেতি কৰাৰ ফলত সেই ঠাইৰ উৰ্বৰতা কমি যায়। সেইবাবে একে ঠাইতে বেচিবাৰ ঝুম-খেতি নকৰে। দুই-তিনিবাৰ খেতি কৰাৰ পাচত সেই ঠাই এৰি অন্য ঠাই এডোখৰ বাছি লবলগীয়া হয়। সেই মাটিডোখৰ কেই-বছৰমান পৰিত্যক্ত হৈ থকাৰ পাচত আকৌ তাতেই ঝুম-খেতি কৰিবলৈ লয়।

জুম খেতিৰ পথাৰ গাঁৱৰপৰা দূৰৈত বাবে পথাৰতে মৰনা মাৰি শস্য-বোৰহে ঘৰলৈ কঢ়িয়াই আনে। ঘৰত গুটি-ভঁৰালত সেইবোৰ থৈ দিয়ে। ধান বানিবলৈ ঢেঁকীৰ ব্যৱহাৰ দেখা নাযায়। জনজাতি বিশেষে বিভিন্ন ধৰণৰ উৰালত ধান বানে। ধান বনাটো বিশেষকৈ মাইকী মানুহৰ কাম।

অসমৰ পাহাৰী জনজাতিবিলাকে প্ৰধানকৈ ধান খেতিয়েই কৰে যদিও ধানৰ লগতে মাকৈ, আলু, নানা ধৰণৰ মাহ, ধঁপাত আদিও উৎপন্ন কৰে। ঠাই বিশেষে লাউ, কোমোৰা, জলকীয়া, বেঙেনা আৰু আন আন শাক-পাচলি আদিও কৰে।

ঝুম পথাৰত যি উৎপন্ন হয় সেয়া বছৰটোৰ বাবে যথেষ্ট নহয়। কিয়নো ঝুম-পদ্ধতিৰে বেচি ঠাইত খেতি কৰিব নোৱাৰি। সেইকাৰণে বহুতো জনজাতিৰ লোকেই বছৰৰ কোনো এক সময়ত আলু, কচুকেই প্ৰধান আহাৰ কৰি লবলগীয়া হয়।

ধান চপোৱাৰ পাচত মিকিৰসকলে সৰু সৰু দল বান্ধি হাবিলৈ যায়। হাবিৰপৰা গছ-পাত, ফুল, আলু, কচু আদি নানান ধৰণৰ খাদ্য-দ্ৰব্য সংগ্ৰহ কৰি আনে। এইবোৰৰ কিছুমান সেই সময়তেই খায়। বেচিভাগ শুকুৱাই থৈ দিয়ে বছৰৰ বিভিন্ন সময়ত খাবলৈ। মিকিৰেই নহয়, গাৰো খাচীয়া, অকা, ডফলা আদি সকলোবোৰ পাহাৰী জনজাতীয়েই এনেদৰে আহাৰ সংগ্ৰহ কৰি থয়।

এনেদৰে আহাৰ সংগ্ৰহ কৰি ৰখা ব্যৱস্থা পাহাৰী জনজাতিবিলাকৰ মাজতেই সীমাবদ্ধ নহয়। ভৈয়ামৰ জনজাতিবিলাকেও এনেধৰণে আহাৰ গোটাই বছৰটোলৈ সাঁচি থয়।

ভৈয়ামৰ জনজাতিবিলাকৰ কৃষি-কৰ্ম প্ৰণালী পৃথক। ৰাভা, কছাৰী আদি ভৈয়ামৰ জনজাতিবিলাকে হাল বাই মাটি চহ কৰে। ফলত তেওঁবিলাকে বেচিকৈ শস্য উৎপাদন কৰিব পাৰে। সেইকাৰণে গোটেই বছৰটোৰ বাবেই তেওঁলোকৰ চাউলৰ নাটনি নহয়। আজিকালি গাৰো পাহাৰ, মিকিৰ পাহাৰ আদিৰ সমতল ঠাইবোৰত ভৈয়ামৰ নিচিনাকৈ খেতি-বাতি কৰিবলৈ লোৱা দেখা গৈছে।

চিকাৰ আৰু মাছমৰা কোনো এটা জনজাতিৰেই জীৱিকাৰ পথ নহয় যদিও প্ৰতিটো জনজাতিৰ মানুহেই বছৰৰ অন্ততঃ কোনো এটা সময়ত চিকাৰলৈ ওলায়। মানুহে গাইগুটীয়াভাৱেও চিকাৰলৈ যায়। কিন্তু দল বান্ধি যোৱা ৰীতি প্ৰায়বোৰ জনজাতিৰ মাজতেই আছে। তেনেকৈ মানুহে দল বান্ধি মাছ মাৰিবলৈও যায়। মঙহ বা মাছ বেচিকৈ পালে সেইবোৰ শুকুৱাই থয়। মাছ-মৰা সঁজুলি আৰু পদ্ধতি ঠাই বিশেষে বেলেগ বেলেগ। সঁজুলিৰ ভিতৰত জুলুকি, চেপা, খোকা, নানাবিধ জাল আদিয়েই প্ৰধান। পানী বিষাক্ত কৰি মাছ ধৰা পদ্ধতিও প্ৰচলিত। সঁজুলিবোৰ বাঁহেৰে তৈয়াৰী। অসমত বাঁহ প্ৰচুৰ পৰিমাণে পোৱা যায় বাবে বাঁহ প্ৰায় সকলো কামতে ব্যৱহাৰ কৰা হয়।

মাছ জনজাতিবিলাকৰ এবিধ প্ৰিয় খাদ্য বাবেই মাছ আৰু মাছধৰা সঁজুলিৰ লগত, প্ৰথাৰ লগত নানান জনবিশ্বাস জড়িত হৈ আছে। মাছ মাৰিবলৈ যোৱাৰ দিনা ৰাতিপুৱাৰেপৰা লোঠা নগাই আন জন্তু হত্যা নকৰে। মাছ মাৰি থাকোঁতে মাইকী মানুহক তালৈ যাবলৈ নিদিয়ে। মাছলৈ যোৱাৰ আগনিশা লোঠা নগাই সহবাস নকৰে।

মাছ ধৰিবলৈ যাওঁতে কছাৰীসকলে মাছ-মৰা সঁজুলি আনক চুবলৈ নিদিয়ে। মিৰিসকলে বিশ্বাস কৰে যে মাছ মাৰোঁতে প্ৰথম খেৰত বাকলি থকা মাছ উঠাটো ভাল।

জনজাতিসকলৰ সামাজিক ৰীতি-নীতি, উপকথা-সাধুকথা আদিত মাছৰ বিশিষ্ট স্থান আছে। জন্ম, বিয়া, অন্ত্যেষ্টি ক্ৰিয়া,. ঝুম খেতি আদি সকলোৰে লগত মাছ জড়িত হৈ আছে।

অসমৰ জনজাতিসকলৰ ঘৰে ঘৰে পোহনীয়া জন্তু দেখা যায়। সেইবোৰৰ ভিতৰত গৰু, গাহৰি, মেঠোন, ছাগলী, কুকুৰা, পাৰ, কুকুৰ, আদি উল্লেখযোগ্য। জনজাতীয় লোকে গৰুৰ গাখীৰ নাখাইছিল। গাখীৰ খীৱোৱা প্ৰথাও নাছিল। এতিয়া অৱশ্যে এই ব্যৱস্থাৰ পৰিবৰ্তন ঘটিছে। গৰু গাহৰিৰ মঙহ বহুতো জনজাতিৰ লোকেই নিৰ্বিচাৰে ভক্ষণ কৰে। কিন্তু যিবোৰ জনজাতিৰ ওপৰত হিন্দুধৰ্মৰ প্ৰভাৱ খুব স্পষ্ট সেইবোৰে গৰু আৰু গাহৰি খাবলৈ এৰি দিছে। উত্তৰ-পশ্চিম সীমান্ত অঞ্চলৰ জনজাতি; যেনে, অকা, ডফলা আদিৰ মাজত মেঠোনৰ এক স্বকীয়া আসন আছে। মেঠোন থকাটো চহকী মানুহৰ চিন। বিয়াৰ সময়ত ল'ৰাই গা-ধন হিচাবে ছোৱালী বিশেষে যথেষ্ট সংখ্যক মেঠোন দিবলগীয়া হয়। কিবা দোষ কৰিলে জৰিমনাস্বৰূপে মেঠোন দিব লাগে। অৰ্থাৎ মেঠোনৰ ব্যৱহাৰ বহুত সময়ত টকা-পইচাৰ নিচিনা। জনজাতিবিলাকৰ



আন এবিধ প্ৰয়োজনীয় জন্তু হৈছে কুকুৰ। বিশেষকৈ বড়ো জনজাতিৰ কুকুৰ বৰ প্ৰিয়।

অসমৰ জনজাতিৰ মাজত কুকুৰাৰ প্ৰাধান্য মন কৰিবলগীয়া। সামাজিক, সাংস্কৃতিক আৰু ধাৰ্মিক জীৱনৰ অভিব্যক্তি স্বৰূপ পূজা-পাতল, ৰীতি-নীতি সকলোৰে লগত কুকুৰা চৰাই সাঙোৰ খাই আছে। জন্ম, মৃত্যু, বিবাহ, নানাবিধ ধৰ্মমূলক অনুষ্ঠান, কৃষি-কৰ্ম সকলোতে কুকুৰাৰ বিশেষ স্থান দেখা যায়। কোনো কোনো বিশেষজ্ঞৰ মতে কুকুৰা চৰাইক পোন প্ৰথমে ঘৰচীয়া কৰে অষ্ট্ৰিক-ভাষীসকলেই।

আগতেই কৈ অহা হৈছে অসমৰ জনজাতিবিলাকৰ প্ৰধান আহাৰ ভাত। তাৰ লগতে জনজাতি বিশেষে মাকৈ আৰু আলুৰ প্ৰাধান্যও দেখা যায়। মাছ-মঙহো তেওঁলোকৰ প্ৰিয় খাদ্য। শুকান মাছ সকলো জনজাতিৰ লোকৰেই বৰ প্ৰিয়। শুকান মঙহো বেচিভাগ জনজাতি লোকেই খায়। খাময়াং, আইটন, ফাকিয়াল আদিৰ ভাত-ৰন্ধা প্ৰণালীটো মন কৰিবলগীয়া। তেওঁলোকে চাউল পানীত নিসিজায়, ভাপতহে সিজায়।

অসমৰ গোটেইবোৰ জনজাতিৰেই প্ৰিয় পানীয় হৈছে ভাতৰপৰা তৈয়াৰ কৰা এবিধ মদ। মদ তৈয়াৰ কৰিবলৈ তেওঁলোকে এক বুজন ভাগ ধান খৰচ কৰে। বিয়া-বাৰুত, আনন্দ-উৎসৱত, পূজা-পাতলত মদ নহ'লেই নচলে। আত্মীয়-স্বজন, মিতিৰ-কুটুম্ব আহিলেও মদেৰেই আপ্যায়িত কৰে। তামোল-খোৱা প্ৰথাৰ প্ৰচলনো অসমৰ বিভিন্ন জনজাতিৰ মাজত দেখা যায়। খাচীয়াসকলৰ মুখৰপৰা তামোল নুগুচেই। মিকিৰসকলেও বৰ বেচি তামোল খায়। নগাবিলাকৰ মাজতো তামোল খোৱা প্ৰথাৰ প্ৰচলন আছে। ধুমপানৰ অভ্যাসো জনজাতীয় লোকৰ আছে। খাচীয়া পুৰুষসকলৰ মুখত প্ৰায়ে ধুমপান কৰা নলী দেখা যায়। উত্তৰ-পূব সীমান্ত অঞ্চলৰ জনজাতিবিলাকেও তেনেকৈ ধুমপান কৰে। নগাসকলৰ মাজতো এনে ধৰণে ধুমপান কৰাৰ ব্যৱস্থা আছে। মিজোসকলে বাইলো নামৰ এবিধ ধঁপাতেৰে ধুমপান কৰে।

ৰুচি-সংস্কৃতিৰ অন্যতম নিদৰ্শন সাজ-পাৰ, অলঙ্কাৰ আদি। সেইটো আকৌ বহুখিনি নিৰ্ভৰ কৰে ভৌগোলিক পৰিৱেশৰ ওপৰত। লজ্জা নিবাৰণ কৰা, শীতৰপৰা আত্মৰক্ষা কৰা নাইবা নিজকে ধুনীয়া কৰি সৌন্দৰ্য্যবোধৰ পৰিচয় দিয়াৰ বাহিৰেও সাজ-পাৰ আৰু অলঙ্কাৰৰ প্ৰয়োজনীয়তা আছে। সাজ-সজ্জাৰপৰা এগৰাকী মানুহৰ সামাজিক পৰিচয়ো পাব পাৰি। বিয়াৰ পাচত অসমীয়া হিন্দু-নাৰীয়ে ওৰণি লয়। শিৰত সেন্দূৰ

লয়। তেনেকৈ কোনো কোনো জনজাতিৰ কোনো কোনো সাজ-সজ্জাৰ পৰা জানিব পাৰি ছোৱালী বিবাহযোগ্যা হৈছেনে নাই। ফাকিয়াল ছোৱালীয়ে কন্যাকাল হোৱাৰ পাচৰেপৰা ৰঙা কাপোৰ পিন্ধিবলৈ এৰি ৰঙচুৱা কাপোৰ পিন্ধিবলৈ লয়। ফাকিয়াল বোৱাৰীয়ে লোৱা চাদৰ জীয়াৰীয়ে লোৱা চাদৰৰপৰা বেলেগ। বুঢ়ী মানুহে লোৱা চাদৰো বেলেগ। অকা গাঁওবুঢ়াৰ ঘৈণীয়েকে ডিঙিত টেমিৰ দৰে ৰূপৰ সৰু বাকচ এটা আঁৰি লয়। বিয়া নোহোৱা অকা ছোৱালীয়ে সবল গছৰ তেল আৰু কাঠ কয়লাৰে মুখত নানাবিধ নক্সা আঁকি লয়। সমাজক ডাঙৰ ডাঙৰ ভোজ খুওৱা লিংজাম পুৰুষে বাহুত ৰূপৰ খাৰু পিন্ধে। আগৰ দিনত নগা ডেকাই শিৰস্ত্ৰাণত লগোৱা পাখি চাই জানিব পৰা গৈছিল নৰমুণ্ড চিকাৰ অভিযানত সেই ডেকাৰ পাৰদৰ্শিতা কিমান।

অসমৰ জনজাতিবিলাকৰ সাজ-পাৰ ভিন্ ভিন্। উত্তৰ-পূব সীমান্ত অঞ্চলত বাস কৰা জনজাতিবিলাকৰ মাজত সাজ-পাৰৰ প্ৰাচুৰ্য্য বেচি। নগাবিলাকে নানা ৰং-বিৰঙৰ কাপোৰ-কানি পিন্ধি নিজকে ধুনীয়া কৰি ৰাখে। খাচীয়া তিৰোতাৰ পোছাক আনবোৰ জনজাতিৰ পোছাকৰপৰা একেবাৰে পৃথক। মাইটৌৰী ৰাভা তিৰোতাসকলে মেখেলাৰ নিচিনাকৈ কাপোৰ এখন কঁকালৰপৰা তললৈকে মেৰিয়াই লয়। আন এখন কাপোৰেৰে বুকুখন ঢাকি ৰাখে। উৎসৱ বিশেষে তেওঁলোকে মূৰতো এখন কাপোৰ মাৰে। গাৰো তিৰোতাই অকণমান কাপোৰ এখনেৰে কঁকালৰপৰা আঠু-লৈকে ঢাকি ৰাখে। ভিতৰুৱা অঞ্চলত তিৰোতাৰ ওপৰ অংশ অনাবৃত থাকে।

গাৰো পুৰুষবোৰে লেংটি মাৰে। লেংটিৰ ব্যৱহাৰ নগা, মিকিৰ, লালুং আদি প্ৰায়বোৰ জনজাতিৰ মাজতেই দেখা যায়। নগা আদি কোনো কোনো জনজাতিৰ লোকে পাতেৰে এবিধ চোলা তৈয়াৰ কৰে। চোলাটো পিঠিত পেলাই ওপৰৰ অংশ ডিঙিত বান্ধি লয়। বৰষুণৰ সময়ত এনে চোলা বৰ প্ৰয়োজনীয়; কিয়নো গছৰ পাতে বৰষুণৰপৰা ৰক্ষা কৰে। গাৰোবিলাকে গছৰ বাকলিৰেও বস্ত্ৰ নিৰ্মাণ কৰে।

প্ৰায়বোৰ জনজাতিৰ পুৰুষ-তিৰোতা উভয়েই কাণ, ডিঙি, বাহু আদিত অলঙ্কাৰ পিন্ধে। এনে ধৰণৰ অলঙ্কাৰৰ প্ৰাচুৰ্য্য বেচি উত্তৰ-পূব সীমান্ত অঞ্চলৰ জনজাতিবলাকৰ মাজত। নগাৰ মাজতো বিভিন্ন ধৰণৰ চালে চকু ৰোৱা অলঙ্কাৰৰ ব্যৱহাৰ দেখা যায়। উৎসৱ বিশেষে খাচীয়া তিৰোতায়ো নানা ধৰণৰ অলঙ্কাৰ পিন্ধে।

সময়ৰ সোঁতত সাংস্কৃতিক বিনিময়ৰ ফলত সাজ-পাৰ, অলঙ্কাৰ আদিৰ পৰিবৰ্তন হৈ আহিছে। জনজাতীয় বৈশিষ্ট্যবোৰ বজাই ৰাখিছে ৰক্ষণ-



শীলা নাৰী সমাজেহে। এতিয়াও তিৰোতাৰ সাজ-পাৰ আৰু অলঙ্কাৰলৈ লক্ষ্য কৰি কোন গৰাকী কোন জনজাতিৰ লোক বহু সময়ত ক'ব পৰা যায়। কিন্তু পুৰুষৰ সাজ-পাৰ বাৰুকৈয়ে সলনি হৈছে। খৃষ্টান ধৰ্মৰ প্ৰভাৱলৈ অহাসকলে নিজৰ জাতীয় সাজ-পাৰ এৰি ইংৰাজী সাজ-পাৰকে গ্ৰহণ কৰিছে। আনহাতে ভৈয়ামত বাস কৰা ৰাভা, কছাৰী, হাজং, আদিৰ সাজ-পাৰ আৰু আন অসমীয়া মানুহৰ সাজ-পাৰৰ মাজত বিশেষ কোনো প্ৰভেদ দেখা নাযায়।

অসমৰ জনজাতিৰ প্ৰতিজনী তিৰোতাই সুশিপিনী। বোৱা-কটাৰ প্ৰণালীৰ মাজত কিছু প্ৰভেদ দেখা যায় যদিও সাধাৰণভাৱে ক'বলৈ গ'লে জনজাতিৰ তিৰোতাসকলে কঁকালত চামৰাৰ ৰচি লগাই ৰবলৈ লোৱা কাপোৰৰ এটা মূৰ নিজৰ গাত বান্ধি আনটো মূৰ অইন ক'ৰবাত বান্ধি লয়। সেইকাৰণে এনে ধৰণে বোৱা কাপোৰ শিপিনীৰ কঁকালতকৈ বৰ বেচি বহল নহয়। আগতে সকলোৱে নিজেই সূতা কাটি লৈছিল যদিও এতিয়া লাহে লাহে বজাৰৰ সূতাৰ সমাদৰ বাঢ়ি আহিছে। পিছে সূতাৰ ৰং দিয়া প্ৰণালী জনজাতিৰ লোকৰ নিজস্ব। ৰংবোৰো গছৰ ৰস আদিৰ-পৰা নিজেই প্ৰস্তুত কৰে। বিভিন্ন ৰং আৰু বিভিন্ন ৰঙৰ সমন্বয় বিভিন্ন জনজাতিৰ স্বকীয় বৈশিষ্ট্য যেন।

ভাৰতৰ আন ঠাইৰ জনজাতিৰ তুলনাত অসমৰ জনজাতিৰ মাজত উল্কি দিয়া প্ৰথাৰ প্ৰচলন কম। মিকিৰ ছোৱালীয়ে গাভৰু হোৱাৰ পাচত কপালৰপৰা নাকৰ মাজেৰে থুঁতৰিলৈকে ক'লা ৰেখা এডাল টানে। কন্নিয়াক বীৰে মুখত উল্কি কাটে। আনহাতে অন্যবোৰে বুকুত আঁকে। আও নগাৰ গাত থকা উল্কিৰ চিন চাই তেওঁ কোন ভাগৰ ভাষা কয় সেইটো জানিব পৰা গৈছিল। অকাৰ মাজতো উল্কি দিয়া প্ৰথাৰ প্ৰচলন আছে।

বাসস্থান নিৰ্মাণৰ কৌশল নিৰ্ণয় কৰে প্ৰচলিত ৰীতি আৰু ভৌগোলিক পৰিৱেশে। সেই অনুযায়ী অসমৰ জনজাতিবোৰৰ গৃহ-নিৰ্মাণ পদ্ধতি বেলেগ বেলেগ। মিৰিসকলে নৈৰ দাঁতিত বাস কৰে। সেই নৈবোৰত প্ৰায়ে বান আহে। সেইকাৰণে মিৰিসকলে চাংঘৰ সাজে, যাতে চাঙৰ তলেৰে পানী বাগৰি যাব পাৰে। পাহাৰী জনজাতিবোৰো চাংঘৰত থাকে। পাহাৰত চাংঘৰত থকাৰ কিছুমান সুবিধা আছে। বৰষুণৰ পানী চাংঘৰৰ তলেদি বৈ যায়। চাংঘৰ বাবে মজিয়াখন সেমেকি নাথাকে। চাঙৰ তলত অন্যান্য বস্তুও থব পাৰি। খাময়াংসকলে বৰ ওখকৈ চাং সাজে। চাঙৰ তলত তাত বোৱাৰ সঁজুলি থাকে। গৰু-ছাগলিও

কেতিয়াবা চাঙৰ তলতে থাকিব পাৰে।

অকাসকলৰ চাংঘৰবোৰ বৰ দীঘল। ১০০ৰ পৰা ১৪০ ফুট পৰ্য্যন্ত দীঘল হয়। ঘৰবোৰ কেবাটাও সৰু সৰু কোঠাত বিভক্ত। খট্‌খটীৰে চাঙত উঠিলেই আহল-বহল বাৰাণ্ডা এখন। তাতেই অতিথি-অভ্যাগতক বহুৱায়। প্ৰতিটো কোঠা একো একোটা পৰিয়ালৰ বাবে, অৰ্থাৎ একেটা ঘৰতে কেবাটাও পৰিয়াল বাস কৰে। এদল মানুহৰ একাধিক পত্নী থাকিলে একোজনীয়ে একোটাকৈ কোঠা লয়। গাৰোসকলো চাংঘৰত থাকে। একোটা ঘৰ ৪০ৰ পৰা ৬০ হাতলৈকে দীঘল। ঘৰৰ সন্মুখভাগ খোলা। তাতে উৰালত ধান বানে। দ্বিতীয় ভাগত আলহী-অতিথি সোধে। তাৰ পিচৰ কোঠাটোত ঘৰৰ গিৰীহঁত থাকে। মূল্যবান বয়-বস্তুও তাতেই থাকে। কোনো কোনো গাৰোৰ চাংঘৰৰ ওচৰতে ওখ গছ এজোপাত সৰু ঘৰ এটাও থাকে। গাৰো পাহাৰত প্ৰায়ে হাতীয়ে উৎপাত কৰে। হাতীয়ে আক্ৰমণ কৰিলে গাৰোসকলে চাংঘৰ এৰি গছৰ ওপৰৰ ঘৰত আশ্ৰয় লয়।

নগাসকলে পাহাৰৰ টিঙত ঘৰ সাজে। কিন্তু খাচীয়াসকলে প্ৰবল বতাহৰপৰা ৰক্ষা পাবলৈ পাহাৰৰ গাতহে গাঁও পাতে। অকাবিলাকেও পাহাৰৰ টিঙত গাঁও নাপাতে।

ভৈয়ামৰ কছাৰী, ৰাভা আদিৰ ঘৰ সজা প্ৰণালী বেলেগ। তেওঁলোকে মাজতে চোতাল ৰাখি তাৰ চাৰিওফালে ঘৰ সাজে। নঙলামুখ পাৰ হৈয়েই বহল ঘৰটো। চোতালৰ এফালে থকা ঘৰ। এফালে গোহালি আদি। ঘৰৰ ভেঁটি মাটিৰ। খুটা বাঁহৰ। চালত খেৰ, বেৰ বাঁহ বা ইকৰাৰ।

অসমৰ সকলোবোৰ জনজাতিৰ ঘৰতেই বাঁহৰ প্ৰাধান্য দেখা যায়। অকল ঘৰ সজা কামতেই নহয়, অন্যান্য নানান কামত বাঁহৰ প্ৰাচুৰ্য্য দেখা যায়। বাহৰ চুঙাত পানী থয়। বাহৰ গিলাচত পানী খায়, মদ খায়। মাছ মৰা সঁজুলি বাহৰ। জান-জুৰিৰ ওপৰত সাঁকো দিয়ে বাঁহেৰে। অসমত বাঁহ প্ৰচুৰ পৰিমাণে পোৱা যায়। সেইবাবেই প্ৰায় সকলো কামতেই বাঁহ ব্যৱহাৰ কৰা হয়। সেই কাৰণেই কোনো কোনোৱে অসমৰ এই সংস্কৃতিক বাঁহ-সংস্কৃতি বুলি আখ্যা দিব খোজে।

সকলোবোৰ জনজাতিৰ মাজতেই গৃহ-নিৰ্মাণৰ লগত কিছুমান আচাৰ, ৰীতি-নীতি আৰু লোকবিশ্বাস জড়িত হৈ আছে। তাৰ ভিতৰত উল্লেখ-যোগ্য হৈছে—প্ৰথম খুটাটো পোতাৰ সময়ত পালন কৰা ৰীতি। এইটোৱে ঘৰৰ বৰ খুটা। ঘৰত হোৱা পূজা-পাতল এই খুটাৰ গুৰিতেই হয়।



এই খুটাটোৰ বেলেগ নাম আছে। আকৌ ঘৰ লোৱাৰ দিনটোও পূজা-পাতল আদিৰে আনুষ্ঠানিক কৰি তোলে।

জনজাতীয় লোকসকলৰ মাজত থকা সামাজিক সংগঠন আৰু সহ-যোগিতাত এটা সুনিদৰ্শন দেখা যায় ঘৰ সজা সময়তেই। গৃহস্থই নিজে যিমানখিনি পাৰে ঘৰ সজা কাম কৰি যায়। কিন্তু ঘৰৰ চাল সজা, ভেঁটি তোলা আদি কাম এজন বা দুজনে কৰিব নোৱাৰে। সেই সময়ত তেওঁ গঞা ৰাইজৰ সহায় বিচাৰে। প্ৰতি ঘৰৰে মানুহ আহি এদিন বা দুদিন লাগি ভাগি দি ঘৰৰ কাম আগবঢ়াই থৈ যায়। সেইদিনা গৃহস্থই কৰ্মীসকলক ভাত আদি খুৱায়। ৰাভা, কছাৰীৰ তিৰোতাসকলেও বেৰ লেপি, মুচি ঘৰ সজাত সহায় আগবঢ়ায়।

কোনো কোনো জনজাতিৰ, যেনে—নগাৰ ঘৰলৈকে চাই ঘৰৰ গিৰীহঁতৰ সামাজিক প্ৰতিষ্ঠাৰ উমান পোৱা যায়। সমাজক ভোজ খুওৱা নগা গিৰীহঁতে ঘৰৰ মূধচত এক প্ৰকাৰৰ বিশেষ আকৃতিৰ চিন ৰাখিব পাৰে।

কৰ্তৃত্ব, উত্তৰাধিকাৰ সূত্ৰ, স্থলাভিষিক্ত, বংশানুক্ৰম আৰু বিবাহৰ পাচত স্বামী-স্ত্ৰীৰ বাসস্থান এই কেইটালৈ লক্ষ্য ৰাখি দুবিধ সমাজ পাব পাৰি। যেনে—পিতৃ-প্ৰধান আৰু মাতৃ-প্ৰধান সমাজ। দুয়োবিধ সমাজৰেই উৎকৃষ্ট নিদৰ্শন অসমৰ জনজাতিবিলাকৰ মাজত পোৱা যায়। মাতৃ-প্ৰধান সমাজৰ জলন্ত আৰু জীৱন্ত প্ৰতিনিধি খাচীয়া আৰু গাৰো জনজাতি থকাৰ বাবে অসমে পৃথিৱীৰ নানান ঠাইৰ নৃতাত্ত্বিকৰ দৃষ্টি আকৰ্ষণ কৰিছে।

খাচীয়াসকলৰ সমাজ-গঠন আৰু বিন্যাস নানান কাৰণত বৈচিত্ৰ্যময়। খাচীয়া সমাজত মাতৃ-কুলেই মুখ্য। তেওঁলোকে বিশ্বাস কৰে অধিকাংশ কুলেই একো গৰাকী আদি মাতৃৰপৰা উৎপত্তি হৈছে বুলি। সেই আদি মাতৃক কা ইয়াওবে টিনৰাই বুলি কোৱা হয়। সেই বংশত ওপজা সকলোৱেই সেই আদি মাতৃৰ কুল পৰিচয়ৰেই পৰিচিত। কোনো সন্তানেই পিতৃ-কুলৰ পৰিচয় নিদিয়ে। গৃহৰ কৰ্তৃত্ব মাকৰ হাতত। অৱশ্যে জননী বা স্ত্ৰীৰ প্ৰতিনিধিৰূপে বহুতো সময়ত সংসাৰৰ অৰ্থ-নৈতিক, সামাজিক, ধৰ্ম সম্বন্ধীয় ক্ৰিয়া-কৰ্ম আৰু শাসন বিধানৰ ভাৰ পুৰুষেই গ্ৰহণ কৰে। খাচীয়া চিয়েম পুৰুষ ব্যক্তি। কিন্তু চিয়েমৰ পুতেক চিয়েম হ'ব নোৱাৰে। ভাগিনকহে চিয়েমৰূপে স্থলাভিষিক্ত কৰা হয়। মাতৃ-প্ৰধান খাচীয়া সমাজৰ বিবাহ-পদ্ধতিও অলপ বেলেগ ধৰণৰ। বিয়াৰ পাচত দৰা শাহুয়েকৰ ঘৰলৈ যায়। বিয়াৰ পাচত ছোৱালী যিমান দিন মাকৰ ঘৰত থাকিব সিমান দিন ছোৱালীৰ আয় যাব মাকৰ হাতলৈ।

মাকে সেই অৰ্থেৰে বিবাহিতা কন্যাৰ সংসাৰ চলায়। দুই-এটা সন্তান জন্মৰ পিচত জোঁৱায়েকে ল'ৰা-তিৰোতা লৈ নিজে সজা ঘৰত পৃথক-ভাৱে থাকিবলৈ লয়। জয়ন্তীয়াসকলৰ মাজত পুৰুষে শাহুৱেকৰ ঘৰত স্থায়ীভাৱে নাথাকে। স্ত্ৰীয়ে পুত্ৰ-কন্যা লৈ মাকৰ ঘৰত বাস কৰে। স্বামীয়ে সময়ে সময়ে তালৈ গৈ দেখা-শুনা কৰে। স্বাৰৰ সম্পত্তিৰ উত্তৰাধিকাৰ হ'ল মৃতা জননীৰ কনিষ্ঠা কন্যা। মাকৰ সম্পত্তিৰো উত্তৰাধিকাৰী হয় নুমলীয়া জীয়েক। এইদৰে মাতৃ-প্ৰধান খাচীয়া সমাজত উত্তৰাধিকাৰীৰ নিয়ম-কানুন অনুযায়ী সম্পত্তি মাতৃ-কুলৰ কৰ্তৃত্বাধীনত মাতৃ জাতিৰ হাততেই থাকে।

মাতৃ-প্ৰধান সমাজৰ আন এটা নিদৰ্শন হ'ল গাৰো পাহাৰত বাস কৰা গাৰো জনজাতিসকল। মাতৃ-প্ৰধান সমাজত স্বীকৃত চিৰাচৰিত ৰীতি-নীতিবোৰ গাৰো সমাজত খুব স্পষ্ট।

নগাসকলে পিতৃ-প্ৰধান সমাজ ব্যৱস্থা মানি চলে। উত্তৰ-পূব সীমান্তত বাস কৰা আবৰ, ডফলা আদি জনজাতিবোৰো পিতৃ-প্ৰধান সমাজৰ।

মিজোসকলেও পিতৃ-প্ৰধান সমাজ-ব্যৱস্থা মানি চলে। পুৰুষৰ হাততেই সকলো ধৰণৰ কৰ্তৃত্ব। সম্পত্তিৰ উত্তৰাধিকাৰ হয় পুত্ৰ। পুত্ৰৰ ভিতৰতো আকৌ কনিষ্ঠজনেহে সম্পত্তিৰ বুজন অংশ পায়।

ৰাভা, লালুং আৰু মিকিৰ জনজাতি এই বিষয়ত মন কৰিবলগীয়া। লালুং আৰু মিকিৰৰ সমাজ ব্যৱস্থাত চুবুৰীয়া মাতৃ-প্ৰধান খাচীয়াৰ প্ৰভাৱ পৰা দেখা যায়। ৰাভা সমাজলৈ মন কৰিলে এনে ধাৰণা হয় যেন পোনতে তেওঁলোকে মাতৃ-প্ৰধান সমাজ-ব্যৱস্থাকে মানি চলিছিল। এতিয়া লাহে লাহে পিতৃ-প্ৰধান সমাজ ব্যৱস্থালৈ ৰূপান্তৰিত হৈছে। ৰাভা ল'ৰা-ছোৱালীয়ে মাকৰ বৰাই (বা গোত্ৰ) গ্ৰহণ কৰে। এই বিষয়ত ৰাভাই মাতৃ-প্ৰধান সমাজৰ ধাৰা মানি চলে। আনহাতে পিতৃ-পুৰুষৰ সম্পত্তিৰ অধিকাৰী হয় পুত্ৰসকল। ঘৰৰ কৰ্তৃত্ব পিতাকৰ হাতত।

পৃথিৱীৰ বিভিন্ন ঠাইৰ বিভিন্ন জনজাতিবোৰক লৈ আলোচনা কৰিলে দেখা যায় যে প্ৰতিটো জনজাতিৰেই যি কোনো ধৰণেই নহওক, নিজস্ব এক শাসন-ব্যৱস্থা আছিল। সেই ব্যৱস্থাৰ যোগেদিয়েই জনজাতিবোৰে নিজৰ শাসন সুশৃঙ্খলিত কৰাৰ লগতেই ঐক্যবদ্ধ হৈ নিজৰ স্বাৰ্থ আৰু হক ৰক্ষা কৰিছিল। সময়ৰ সোঁতত বিভিন্ন কাৰণত সেই ব্যৱস্থা শিথিল হৈ আহিছে। কিছুমানৰ মাজত একেবাৰেই নাইকিয়া হৈ গৈছে।

পুৰণি কলীয়া শাসন ব্যৱস্থাৰ একে ধৰণৰ ব্যৱস্থাবোৰক এক শ্ৰেণী-ভুক্ত কৰি কেইটামান শ্ৰেণীত ভগাব পাৰি। তাৰে কেইবাবিধো ব্যৱস্থা



অসমৰ জনজাতিবোৰৰ মাজত দেখা যায়। উদাহৰণস্বৰূপে, খাচীয়া-সকলৰ দেশ কেইখনমান ৰাজ্যত বিভক্ত। ৰাজ্যৰ শাসন-ব্যৱস্থাৰ ক্ষমতা চিয়েমৰ হাতত। অৱশ্যে তেওঁৰ ৰাজকীয় ক্ষমতা সীমাৱদ্ধ। তেওঁক পৰামৰ্শ দিবলৈ থাকে মন্ত্ৰী মণ্ডলীৰে গঠিত ৰাজদৰবাৰ। খাচীয়া পাহাৰত ভূমি-ৰাজহ বুলি কোনো কথা নাই। কিয়নো মাটিৰ গৰাকী যৌথভাৱে কোনো গোত্ৰ বা গোটেইখন গাঁও। অৱশ্যে ব্যক্তিগত সম্পত্তিও নোহোৱা নহয়। চিয়েমৰ নিজৰ ভূমি-সম্পত্তি থাকে। তাৰপৰা তেওঁৰ আয় হয়। তদুপৰি প্ৰজাসকলে স্বেচ্ছাই চিয়েমক উপঢৌকন দিয়ে। কিন্তু প্ৰধানকৈ তেওঁৰ আয় হয় নিজ ৰাজ্যৰ ভিতৰত বহা হাট-বজাৰবোৰৰপৰা। বিক্ৰেতাসকলে চিয়েমক কৰ দিব লাগে। ৰাজদৰবাৰে প্ৰজাৰ বিচাৰ সুধি অৰ্থদণ্ড বিহে। তাৰে এভাগ যায় ৰাজকোষলৈ, এভাগ পায় মন্ত্ৰীসকলে।

নগাসকলৰ ব্যৱস্থা কিন্তু বেলেগ। খাচীয়াসকলৰ ৰাজ্যখনেই এটা গোট যেন। আনহাতে প্ৰতিখন নগা গাঁৱেই একো একোটা গোট বা ৰাজ্য যেন। প্ৰতিখন গাঁৱৰেই শাসন-ব্যৱস্থা স্বকীয়া। আও নগাকেই উদাহৰণস্বৰূপে লোৱা যাওক। বংশানুক্ৰমে গাঁৱৰ কোনো পদৱী বা পদ-মৰ্য্যাদা উপভোগ কৰা প্ৰথাৰ প্ৰচলন আও-নগা সমাজত নাই। তাৰ পৰিবৰ্তে তেওঁলোকে গঠন কৰে বয়স অনুযায়ী কিছুমান দল। প্ৰতি তিনি বছৰৰ ভিতৰত গাঁৱত যিমানবোৰ ল'ৰাৰ জন্ম হয় সেই সকলো-বোৰকেই লৈ এটা দল গঠন কৰা হয়। সেই দলটোৰ বাবে নিৰ্দিষ্ট কৰ্ম থাকে। প্ৰতি তিনি বছৰে নতুন নতুন দল গঠন হোৱাৰ লগে লগে আগৰ দলবোৰ এটা খাপৰপৰা আন এটা খাপলৈ উন্নীত হয়। এইদৰে জীৱনৰ কোনো এটা সময়ত প্ৰতিজন নগা পুৰুষেই শাসন পৰিষদৰ সদস্য হয়। গাঁৱৰ এনে ব্যৱস্থাই প্ৰধানতঃ দুটা কথালৈ চকু দিয়ে। প্ৰথমতে, বয়স অনুযায়ী দলবোৰ গঠন কৰি দলবোৰক ভাগে ভাগে কাম দিয়া আৰু দ্বিতীয়তে, গাঁৱৰ শাসন পৰিষদ গঠন কৰা, পৰিষদৰ সভ্য নিৰ্বাচন কৰা, সভ্যসকলৰ পদ-মৰ্য্যাদা ঠিক কৰা। এই ব্যৱস্থা প্ৰতিখন গাঁৱৰে স্বকীয়া। গাঁৱৰ নিৰাপত্তা, স্বাৰ্থ সকলো সংৰক্ষিত হয় এই ব্যৱস্থাৰ দ্বাৰাই।

মিজো গাঁওবোৰো একো একোখন সৰু ৰাজ্যৰ নিচিনা আছিল। সেই ৰাজ্য শাসন কৰিছিল গাঁও-প্ৰধানে। তেওঁক সহায় কৰিবলৈ দুজন বা ততোধিক বয়োবৃদ্ধ সভ্যেৰে এখন মন্ত্ৰণা সভা গঠন কৰা হৈছিল।

সভ্য নিয়োগ কৰিছিল গাঁও-প্ৰধানে নিজে। মন্ত্ৰণা সভাৰ বাবেও আন কেইজনমান বিষয়াক গাঁও-প্ৰধানে নিয়োগ কৰিছিল। এদলৰ কাম আছিল সন্ধ্যা পৰত গাঁৱৰ মাজে মাজে চিঞৰি চিঞৰি গাঁও-প্ৰধানৰ আদেশ ঘোষণা কৰা। আন এদল বিষয়াই সেই বছৰত কোন ঠাইত ঝুম-খেতি কৰিলে সুফল পোৱা যাব সেই বিষয়ে গঞা ৰাইজক উপদেশ দিছিল।

উপযুক্ত বয়সত গাঁও-প্ৰধানে পুতেকৰ বিয়া পাতি নিজ গাঁৱতে কেইটামান ঘৰ দি পুতেকক গাঁও-প্ৰধান পাতি বেলেগ কৰি দিছিল। কিন্তু কনিষ্ঠ পুত্ৰজন পিতাকৰ লগতেই থাকিছিল আৰু পিতাকৰ মৃত্যুৰ পাচত গাঁও-প্ৰধান হৈছিল।

এইদৰে সুশৃঙ্খলিত পদ্ধতিত গাঁৱৰ শাসন-কাৰ্য্য পৰিচালিত হৈছিল। গাঁও-প্ৰধান যদিও গাঁৱৰ সৰ্বময় কৰ্তা আছিল তথাপি তেওঁ যিহকে মন যায় তাকেই কৰিব নোৱাৰিছিল। কিয়নো তেওঁ অত্যাচাৰী হৈ উঠিলে প্ৰজাই সেই গাঁও এৰি আন গাঁও-প্ৰধানৰ আশ্ৰয় লৈছিলগৈ।

টিৰাপ সীমান্তৰ মধ্যাঞ্চলৰ পূব-দিশৰ পৰ্বত শ্ৰেণীত বাস কৰা বিভিন্ন উপ-জনজাতিবোৰৰ সমূহীয়া নাম টাংচা। প্ৰত্যেকটো উপ-জনজাতিৰেই একোখনকৈ শাসন-পৰিষদ থাকে। এই পৰিষদ গঠন হয় বয়োজ্যেষ্ঠ ব্যক্তি কিছুমানক লৈ। পৰিষদত এজন নেতা বা মুখিয়াল লোক থাকে আৰু কেইজনমান সদস্য থাকে। কোনো এক বিশেষ গোত্ৰৰ মানুহৰ মাজৰপৰা নেতাজন নিৰ্বাচিত হয়। বাকী সদস্য সকলো বিভিন্ন গোত্ৰৰ-পৰা আহে। গতিকে দেখা যায় শাসন-পৰিষদ গঠন কৰোঁতে গোত্ৰ-বোৰৰ যাতে প্ৰতিনিধি থাকে তালৈ লক্ষ্য ৰাখে।

গাঁৱৰ বয়োবৃদ্ধ মুখিয়াল লোকৰ দ্বাৰা গঠিত শাসন-পৰিষদ মিৰিসকলৰ মাজতো দেখা যায়।

পুৰণি মিকিৰ ৰাজ্য ৰাৰখন লংৰি বা খণ্ডত বিভক্ত আছিল। প্ৰতিটো লংৰিতে একোজনকৈ বিষয়া আছিল। তেওঁক হাবাই বোলা হৈছিল। মিকিৰ সমাজত হাবাইৰ স্থান বৰ সন্মানজনক। প্ৰতিটো লংৰিতে বহুতো গাঁও আছিল। গাঁওবোৰত একোজনকৈ গাঁওবুঢ়া আছিল। মিকিৰৰ দৰে লালুঙবো ৰাজ্য আছিল। ৰজাও আছিল।

জন্ম, মৃত্যু আৰু বিবাহ সকলোৰে বাবেই স্মৰণীয় ঘটনা। এই-বোৰক লৈ গঢ়ি উঠিছে এহাতে কিছুমান আচাৰ-অনুষ্ঠান, ৰীতি-নীতি আৰু আনহাতে ধৰ্ম-বিশ্বাস আৰু লোক-বিশ্বাস। এইবোৰৰ মাজতো অভিব্যক্ত হয় কোনো এক সমাজৰ কৃষ্টি।

অসমৰ জনজাতিবোৰে সাধাৰণতে কোনো দেৱ-দেৱী বা ভূত-প্ৰেতৰ



দায় লগা বা প্ৰভাৱ পৰাটোৱেই মৃত্যুৰ কাৰণ বুলি ভাবে। সেইবাবে কোনো মানুহৰ মৃত্যু হ'লে আনবোৰ মানুহ যথেষ্ট সাৱধান হয়, যাতে সেই অপদেৱতাই ভৰ কৰিব বা প্ৰভাৱ পেলাব নোৱাৰে। মৃত্যুৰ পাচত জনজাতি বিশেষে বিভিন্ন সময়ত ভোজ এটা দিয়াৰ লগে লগে অশৌচৰ সময় পাৰ হয়।

মৃতকক সৎকাৰ কৰাৰ ব্যৱস্থা নানা ধৰণৰ। অকাসকলে মৰা-শ পুতি থয়। শটোৰ লগতে মানুহজনে জীৱিত কালত ব্যৱহাৰ কৰা তৰোৱাল, ধনু-কাঁড়, যাঠি, সাজ-পাৰ, বাচন-বৰ্তন আদিও পোতা হয়। উদ্দেশ্য—মৃতকৰ আত্মাৰ বাবে সিপুৰীত সেইবোৰৰ প্ৰয়োজন হ'ব পাৰে। আদিসকলে শ-পোতা ঠাইৰ ওপৰত সৰু ঘৰ এটা সাজি দিয়ে। তাত মৃত্যুৰ পৰা প্ৰায় পোন্ধৰ দিনলৈকে মৃতকৰ বাবে খোৱা-বস্তু দি আহে। ৰাভাসকলে মৃতকক দাহ কৰে। খাচীয়াসকলে মৃতকৰ অস্থি সংগ্ৰহ কৰি থয়। এই অনুষ্ঠানটো খাচীয়াসকলৰ বাবে বৰ গুৰুত্বপৰ্ণ। প্ৰতিটো গোত্ৰৰ বাবেই অস্থি-সঞ্চয় কৰা আধাৰ থাকে। তাত মৃত পুৰুষ আৰু তিৰোতাৰ অস্থি বেলেগে বেলেগে স্থাপন কৰি সঞ্চয় কৰা হয়। লুচাই-সকলৰ অন্ত্যেষ্টি ক্ৰিয়া অলপ বেলেগ ধৰণৰ। মৃত্যুৰ পাচত শটো ভালদৰে ধুই-পখালি এখন বাহৰ চাঙীত এনেদৰে বান্ধি দিয়া হয় যাতে শটো বহা অৱস্থাত থাকে। চাঙীখন বেৰৰ ওপৰত থৈ ওচৰতে মানুহ-জনে ব্যৱহাৰ কৰা বস্তু-বেহানিবোৰ ৰখা হয়। ইতিমধ্যে ভোজৰ ব্যৱস্থা কৰা হয়। ভোজৰ শেষত শটো পুতি থয়। আকৌ কোনো খেলৰ মানুহে শ'টো সহজে বতাহ সোমাব নোৱাৰা বাকচ এটাত থৈ দিয়ে। বাকচৰ লগত নলী এডাল সংযোগ কৰা হয়। নলীৰে গেলি-পচি যোৱা মঙহবোৰ জুলীয়া হৈ ওলাই যায়, থাকেগৈ জঁকাটো। মঙহবোৰ সম্পূৰ্ণৰূপে গলি যোৱাৰ পাচত বাকচ ভাঙি হাড়বোৰ গোটাই পাচিত ভৰাই থৈ দিয়ে। এইদৰে বিভিন্ন জনজাতিয়ে বিভিন্ন ধৰণে শৰ সৎকাৰ কৰে।

বিবাহ পদ্ধতিও জনজাতি ভেদে ভিন্ ভিন্। বিবাহৰ লগত জড়িত হৈ আছে কিছুমান আচাৰ-অনুষ্ঠান আৰু সামাজিক নীতি-নিয়ম যিবোৰৰ দ্বাৰা বিবাহ-প্ৰথা নিয়ন্ত্ৰিত হয়। সমাজৰ সকলোতকৈ সৰু গোট হ'ল পৰিয়াল। পৰিয়াল বিভিন্ন ধৰণৰ হ'ব পাৰে। আন এটা গোট হ'ল গোত্ৰ। সগোত্ৰ বিবাহ অসমৰ জনজাতি সমাজত একেবাৰে নিষিদ্ধ। হ্ৰক্ম কুকী, মিকিৰ, গাৰো আদি বহুতো জনজাতিৰ মাজত মোমায়েকৰ জীয়েকক বিয়া কৰোৱাৰ নিয়ম প্ৰচলিত। সম্পত্তিৰ উত্তৰাধিকাৰলৈ

লক্ষ্য ৰাখি কেতিয়াবা গাৰো সমাজত নিজৰ শাহুয়েককো বিয়া কৰাব-লগীয়া হয়। বিবাহৰ ক্ষেত্ৰত আন এটা মন কৰিবলগীয়া কথা হৈছে ন-কইনা লাভ কৰাটো। ছোৱালীক গা-ধন দি বিয়া কৰোৱা প্ৰথা নগা, ডিমাছা, কুকী আদি নানান জনজাতিৰ মাজত প্ৰচলিত। আকৌ কোনো কোনোৱে গা-ধন দিয়াৰ পৰিৱৰ্তে বিয়াৰ আগলৈকে নিৰ্দিষ্ট সময় এছোৱা ভাবী শহুৰেকৰ ঘৰত জোঁৱায়েকে কাম-বন কৰি দিয়ে। জোৰ কৰি ছোৱালী ধৰি আনি বিয়া পতা প্ৰথাৰ প্ৰচলনো আছে। গাৰো সমাজত আকৌ সময় বিশেষে ল'ৰাকেই জোৰ কৰি ধৰি নিয়া হয়। একাধিক পত্নী গ্ৰহণ কৰাৰ ব্যৱস্থা আদী, অকা, ৰাভা আদি নানান জন-জাতিৰ মাজত প্ৰচলিত।

অসমৰ বহুতো জনজাতিৰেই এটা মন কৰিবলগীয়া বৈশিষ্ট্য হ'ল ডেকা-চাং। অৱশ্যে প্ৰয়োজনৰ অভাৱত, নতুন সমাজ-ব্যৱস্থা আৰু শাসন-ব্যৱস্থা হোৱাত প্ৰায়বোৰ জনজাতিৰেই ডেকা-চাংবোৰ লোপ পাই আহিছে। জনজাতি বিশেষে ডেকা-চাঙৰ লগতে গাভৰু-চাঙো দেখা যায়। মুখ্যতঃ ডেকা-চাংবোৰ শিক্ষা-কেন্দ্ৰ। লগতে আমোদ-প্ৰমোদৰো স্থান। জনজাতিৰ কৌটিকলীয়া ৰীতি-নীতিৰে গাঁৱৰ ডেকাবোৰক শিক্ষা দিয়া হয় এই ডেকা-চাঙৰ জৰিয়তেই। এনে শিক্ষা-কেন্দ্ৰৰ আদৰ্শ উদাহৰণ হ'ল আও-নগাৰ মোৰাং। প্ৰতি তিনি বছৰে গাঁৱৰ বাৰ-চৈধ্য বছৰীয়া ল'ৰাবোৰক মোৰাং ঘৰত ভৰ্তি কৰোৱা হয়। এই দলটোৰ নাম নোজাবা-ৰিহাৰী। সিহঁতে ভৃত্যৰ দৰে বয়ো-জ্যেষ্ঠসকলৰ কাম-কাজ কৰে। সিহঁতে মোৰাঙত ৰাতি থাকিবই লাগিব। তিনি বছৰৰ পাচত যেতিয়া আন এদল ল'ৰাই সিহঁতৰ স্থান অধিকাৰ কৰে তেতিয়া সিহঁতৰ দলটোৱে টুকাপৰাৰিহাৰী নাম পায়। তাৰ পাচত সিহঁতে নতুনকৈ অহা দলটোৰ ল'ৰাবোৰক কামত খটুৱায়। সিহঁতে গাঁৱৰ সাধাৰণ কাম-কাজ, বস্তু অনা-নিয়া কৰা আদি কামবোৰ কৰে। এইদৰে তিনি বছৰ কটোৱাৰ পাচত এই দলটো উন্নীত হয় চুচেনবাৰিহাৰী দললৈ। এই সময়ত সিহঁত মোৰাঙৰ দলপতি হয়। মোৰাঙৰ শাসন-শৃঙ্খলাৰ ভাৰ লয়। প্ৰাচীন কালত এই সময়তেই সিহঁত নৰমুণ্ড চিকাৰ অভিযানত ওলাইছিল। এই প্ৰতি তিনি বছৰে সিহঁত উন্নীত হৈ গৈ থাকে আৰু সেই অনুযায়ী সমাজৰ সুখ-সুবিধা আৰু সন্মানৰ অধিকাৰী হয়। টাটাৰী অৱস্থাত সিহঁতে গাঁৱৰ শাসন-ভাৰৰ দায়িত্ব লয়। এনেকৈয়ে প্ৰতিজন আও-নগাকেই শিক্ষা-দান কৰি প্ৰকৃত নাগৰিক কৰি গঢ়ি তোলাৰ লগতে প্ৰাপ্য সা-সুবিধা আৰু সন্মানৰ ভাগ দিয়ে।



মোৰাঙক কেন্দ্ৰ কৰিয়েই গঢ়ি উঠে আওৰ সামাজিক জীৱন। মোৰাঙক বাদ দি গাঁৱলীয়া জীৱনৰ পূৰ্ণতা আওসকলে পোৱাৰ কথা ভাবিবই নোৱাৰে। আও-নগাৰ জীৱনৰ এটা বৈশিষ্ট্যই হ'ল চক্ৰাকাৰে প্ৰতি তিনি বছৰে নতুন নতুন দলৰ মোৰাঙলৈ আগমন আৰু পুৰণি দলৰ বহিৰাগমন। সুশৃঙ্খ-লিতভাৱে প্ৰবাহিত গাঁৱলীয়া জীৱনৰ উৎস হ'ল এই মোৰাংঘৰ। এই ঘৰতেই ডেকাসকলে যুদ্ধ-বিদ্যা, কৃষি-কৰ্ম আদি সকলো শিকে। লগতে সমূহীয়া শিক্ষা পাই তেওঁলোকে বুজিব পাৰে কেনেকৈ উমৈহতীয়া সামাজিক জীৱন এটা গঢ়ি তুলিব পাৰি। এই মোৰাঙতে বয়ো-বৃদ্ধসকলে সমাজৰ নিয়ম, ৰীতি-নীতি পালনৰ শিক্ষা দিয়ে। গাঁৱৰ নিৰাপত্তা, ধৰ্মাচাৰৰ পৱিত্ৰতা, সামাজিক জীৱনৰ প্ৰবাহ সকলোবোৰ গুৰুত্বপূৰ্ণ প্ৰয়োজনীয় শিক্ষা নগা যুৱকে মোৰাঙৰ দৈনন্দিন জীৱন-যাত্ৰাৰ মাজতেই লাভ কৰে। একালত এই মোৰাঙত নৰ-মুণ্ড চিকাৰ কৰি অনা যুৱকসকলক সম্বৰ্ধনা জনাবলৈ নাচ-গানৰ ব্যৱস্থা আছিল। মোৰাঙতেই আমোদ-আনন্দ, নৃত্য-গীতৰ ব্যৱস্থা কৰা হয়। সমাজ বহে, আলহীক অভ্যৰ্থনা জনায়।

মোৰাংঘৰ অন্য ঘৰবপৰা দেখাত বেলেগ। ঘৰটো দীঘলীয়া আৰু বেছ আহল-বহল। মোৰাংঘৰৰ ডাঙৰ ডাঙৰ কাঠৰ খুটাবোৰত মানুহ, বাঘ, গাহৰি আদি নানান জীৱ-জন্তুৰ মূৰ্তি কটা থাকে। জন্তু-জানোৱাৰৰ হাড়-মূৰেৰেও মোৰাং ঘৰ সজোৱা হয়। পুৰুষৰ মোৰাঙত ছোৱালী বা তিৰোতাক সোমাবলৈ দিয়া নহয়।

আও-নগাৰ বাহিৰেও আন বহুতো জনজাতিৰ মাজত ডেকা-চাঙৰ অৱস্থিতিৰ কথা জনা যায়। সেইবোৰত বছৰে বছৰে নতুন নতুন দল ভৰ্তি কৰোৱাৰ তেনে কোনো প্ৰণালী নাই যদিও, আন আন বিষয়ত ডেকা-চাংবোৰৰ প্ৰয়োজনীয়তা প্ৰায় একেই। প্ৰথমতঃ, ডেকা-চাংবোৰত অবিবাহিত ডেকাবোৰ থাকে। তাতেই তেওঁলোকে সামাজিক ৰীতি-নীতিবোৰ শিকে। কৃষি-কৰ্ম আদি আন বিদ্যা-শিক্ষাও ইয়াতেই হয়। ডেকাবোৰেই গাঁৱৰ নিৰাপত্তাৰ দায়িত্ব লয়। এই ডেকা-চাঙতেই উৎসৱ, নৃত্য-গীত আদিৰ আয়োজন কৰা হয়।

গাৰো গাঁওবোৰতো ডেকাসকলৰ ৰাত্ৰি-যাপন আৰু আমোদ-প্ৰমোদৰ ঠাই ডেকা-চাং দেখা যায়। ডেকা-চাঙক গাৰোসকলে নোকফান্টে বোলে। আগৰ দিনত নোকফান্টেৰ নিয়মবোৰ বৰ কঠোৰভাৱে সকলোৱে মানিব লাগিছিল। এতিয়া লাহে লাহে সেই নিয়মবোৰ শিথিল হৈ আহিছে। ঠিক তেনেকৈয়ে এতিয়া লুপ্ত হৈ অহা ডেকা-চাংবোৰে এসময়ত লালুং সমাজৰ গ্ৰাম্য-জীৱনৰ প্ৰাণ স্বৰূপ আছিল। মিজোসকলৰ ডেকা-চাঙৰ

নাম জলবুক। জলবুকক কেন্দ্ৰ কৰিয়েই ডেকাসকলে নৃত্য-গীত, আমোদ-প্ৰমোদ কৰাৰ লগতেই জাতীয় জীৱনৰ বৈশিষ্ট্যবোৰ আয়ত্ব কৰিছিল।

উত্তৰ-পূব সীমান্তৰ জনজাতি আদী, টাংচা, নক্তে আদিৰ মাজতো এনে ধৰণৰ ডেকা-চাঙৰ প্ৰভাৱ দেখা যায়। আদি ডেকা-চাঙৰ নাম মচুপ। নক্তেসকলৰ মাজত মৰং অনুষ্ঠান এতিয়াও সজীৱ হৈ আছে। টাংচাসকলে ডেকা-চাঙক লুপ্‌পুং বোলে। তেওঁলোকৰ মাজত গাভৰু-চাঙো আছে।

আগতেই কৈ অহা হৈছে যে মানুহৰ খুব প্ৰয়োজনীয় সামগ্ৰীৰ ভিতৰত আহাৰেই মুখ্য আৰু সেই আহাৰ অসমৰ জনজাতিবোৰে প্ৰধানকৈ আহৰণ কৰে কৃষি-কৰ্মৰ দ্বাৰা। গতিকে কৃষি-জীৱী জনজাতিবোৰৰ জাতীয় জীৱন কৃষি-কৰ্মৰ লগত যে ওতপ্ৰোতভাৱে জড়িত হৈ থাকিব তাত কোনো সন্দেহ নাই। সেই কাৰণেই দেখা যায় পথাৰত মাটি চহ কৰাৰপৰা আৰম্ভ কৰি ধান ছটিওৱা, ধান কটা সকলোৰে লগত সাঙোৰ খাই আছে প্ৰধান প্ৰধান আনন্দ উৎসৱৰ বিভিন্ন অঙ্গ।

পথাৰত ধান ছটিওৱাৰ আগে আগে লুচাই ৰাইজে লগ লাগি গাহৰি মাৰি ভোজ পাতে। ভোজ উপলক্ষে টেকেলিয়ে টেকেলিয়ে মদ খৰচ কৰা হয়। ৰাতি ডেকা-গাভৰুৱে লগ লাগি নাচে।

ওৱাংগালা আৰু ৰংচুগালা গাৰোসকলৰ আকৰ্ষণীয় কৃষি-নৃত্য। খেতি চপোৱাৰ ঠিক পাচতেই ওৱাংগালা নৃত্য অনুষ্ঠিত হয়। ৰংচুগালা নৃত্যৰ জৰিয়তে খেতিৰ প্ৰথম শষ্য কৃষি-দেৱতালৈ আগবঢ়োৱা হয়। লখিমী চপোৱাৰ উৎসৱ প্ৰায়বোৰ জনজাতিয়েই পালন কৰে। মিকিৰ-সকলেও নৃত্য-উৎসৱৰ মাজেৰে ঘৰলৈ লখিমী আনে। বড়োসকলৰ এটা প্ৰধান উৎসৱ খেৰাই নৃত্যৰ সম্বন্ধ কৃষি-কৰ্মৰ লগত। প্ৰচুৰ পৰিমাণে যাতে শস্য হয়, তাৰ বাবে খেৰাই নৃত্যৰ দ্বাৰা দেৱতাক সন্তুষ্ট কৰিবলৈ বড়োসকলে যত্ন কৰে। খাচীয়াসকলৰ বিখ্যাত নক্ৰেম অনুষ্ঠানৰ প্ৰধান অঙ্গ নৃত্যৰ ওপৰত কৃষি-কৰ্মৰ প্ৰভাৱ আছে। নগাসকলৰ মাজত প্ৰচলিত বহুতো উৎসৱ অনুষ্ঠানৰ উৎস হ'ল কৃষি-কৰ্ম। ৰেংমা পনগাৰ প্ৰধান উৎসৱ হ'ল লখিমী চপোৱা উৎসৱ। লাখেৰসকলে ঝুমখেতিৰ শস্য আধা চপোৱা হওঁতে দেৱতাসকলৰ সন্তুষ্টিৰ বাবে বলি আগবঢ়াই নৃত্য কৰে। আকৌ খেতি চপোৱা শেষ হোৱাৰ পাচতো পখুপিলা নামৰ নৃত্য-উৎসৱ পাতি আমোদ কৰে।

সকলোবোৰ নৃত্য-উৎসৱেই যে কৃষি-কৰ্মৰ লগত জড়িত এনে নহয়। চিকাৰী নৃত্য অনুষ্ঠিত হয় জন্তুৰ অধিষ্ঠাতা দেৱতাক সন্তুষ্ট কৰিবলৈ।



লুচাই চিকাৰীয়ে চিকাৰ লৈ গাঁৱত প্ৰৱেশ কৰাৰ পাচত নৃত্য-গীতৰ আয়োজন কৰা হয়। মণিপুৰীসকলৰ মাজতো চিকাৰী-নৃত্যৰ প্ৰচলন আছে।

প্ৰাচীন কালত নগাবীৰে নৰ-মুণ্ড চিকাৰ কৰি অনাৰ পাচত মোৰাং ঘৰত বিশেষ উৎসৱ-অনুষ্ঠানৰ আয়োজন কৰা হৈছিল। কুকীসকলেও যুদ্ধত জয়লাভ কৰি শত্ৰুৰ মূৰ গাঁৱলৈ লৈ আহিছিল আৰু তেতিয়া অনুষ্ঠিত হৈছিল এবিধ নৃত্য। এনেবোৰ নৃত্যক ৰণ-নৃত্য আখ্যা দিব পাৰি।

মানৱজীৱনৰ স্মৰণীয় ঘটনা জন্ম, মৃত্যু আৰু বিবাহ, এইবোৰৰ ভিতৰত আকৌ বিশেষকৈ বিবাহ আৰু মৃত্যু উপলক্ষে সকলোবোৰ জনজাতিৰ মাজতেই বিভিন্ন ধৰণৰ উৎসৱ পালনৰ ব্যৱস্থা প্ৰচলিত।

আনন্দ-উৎসৱ, নৃত্য-গীতৰ অনুষ্ঠানবোৰৰ বিভিন্ন অঙ্গবোৰ পৰ্য্যা-লোচনা কৰি চালে দেখা যায় যে প্ৰায়বোৰৰ গুৰিতেই এটা নহয় এটা ধৰ্মবিশ্বাস বা লোক বিশ্বাস জড়িত হৈ আছে। প্ৰায়বোৰৰেই সামাজিক বা ধাৰ্মিক জীৱনত প্ৰয়োজন আছে।

অসমৰ জনজাতিবোৰৰ প্ৰত্যেকৰেই নিজস্ব ধৰ্ম আছে। ধৰ্মমূলক আচাৰ, ৰীতি-নীতি আদিও স্বকীয়া। আগতেই কৈ অহা হৈছে মানুহে এটা অলৌকিক পৰিৱেশৰ মাজতো কাম কৰিবলগীয়া হয়। কোনো কোনো ক্ষেত্ৰত সেই অলৌকিক পৰিৱেশৰ উৎস হয় ভৌগোলিক পৰিৱেশ। বহুতো সময়ত নিজৰ বিদ্যা-বুদ্ধিৰে ঢুকি নোপোৱা পাৰিপাৰ্শ্বিক বস্তুত অলৌকিক ক্ষমতা আৰোপ কৰি সেইবোৰক দেৱতা-জ্ঞান কৰি দেৱতাৰ সন্তুষ্টিৰ উদ্দেশ্যে পূজা-পাতল আদি ধৰ্মানুষ্ঠানৰ অৱতাৰণা কৰিবলগীয়া হয়। এনেকৈয়ে পাৰিপাৰ্শ্বিক অৱস্থাৰ বিভিন্ন বস্তুবোৰক বিভিন্নভাৱে লৈ গঢ়ি উঠিছে কিছুমান ধৰ্মানুষ্ঠান। নানান দেৱ-দেৱী, ভূত-প্ৰেত আদিয়ে ধৰ্মবিশ্বাস আৰু জনবিশ্বাসত স্থান পাইছে। তেনেবোৰৰ কিছুমান সদায়ে উপকাৰী। সেইবোৰে মানুহক আহাৰ-পানীৰ যোগান ধৰি, বৰষুণ দি, মাটি উৰ্বৰা কৰি নানান উপায়ে মানুহৰ উপকাৰ সাধে। এনেবোৰ দেৱতাক সন্তুষ্ট ৰখাটো সমাজৰ কৰ্তব্য। আকৌ কিছুমানে গাঁৱলৈ, মানুহৰ জীৱনলৈ অপায়-অমঙ্গল আনে। সেইবোৰ দেৱতা ভয়ৰ বস্তু। সেইবোৰকো সন্তুষ্ট ৰখাটো নিতান্ত প্ৰয়োজন। এনেদৰে সন্তুষ্ট কৰিবলৈ যাওঁতে নানান আচাৰ-অনুষ্ঠান আদিৰ সৃষ্টি হয়। সেইবোৰ ধাৰ্মিক জীৱনৰে অঙ্গ। সেইবোৰেই আকৌ সাংস্কৃতিক জীৱনৰ দিশা এটা।

সময়ৰ লগে লগে জনজাতিবোৰৰ মাজত অন্যান্য ধৰ্মৰ প্ৰভাৱ পৰিছে। হিন্দু-ধৰ্মৰ প্ৰভাৱ বহুদিনীয়া। গতিকে বহুতো জনজাতিয়েই যে হিন্দু দেৱ-দেৱীক নিজৰ কৰি লব তাত কোনো সন্দেহ নাই। তেনেকৈয়ে

জন্ম, মৃত্যু, বিবাহ আদিৰ লগত জড়িত হিন্দু আচাৰ, ৰীতি-নীতিবোৰো জনজাতিৰ মাজত সোমাই পৰিছে। হিন্দুধৰ্মৰ প্ৰভাৱ বিশেষভাৱে মন কৰিবলগীয়া। কিয়নো প্ৰভাৱবোৰ বিভিন্ন ধৰণে পৰিছে। যেনে, কিছুমান জনজাতিৰ মানুহে হিন্দুধৰ্ম গ্ৰহণ কৰি নিজকে হিন্দু বুলি পৰিচয় দিয়ে। তেওঁলোকৰ নিজস্ব জনজাতীয় পৰিচয়ো আছে। সেইটো হ'ল জাতীয় পৰিচয়। আকৌ কিছুমানে হিন্দুধৰ্ম গ্ৰহণ কৰি জনজাতীয় পৰিচয় বাদ দি ৰাজবংশী নাম লৈছে। তেনেবোৰ ৰাজবংশী আদিতে কোন জনজাতিৰ মানুহ আছিল জনা নাযায়। আকৌ কিছুমানে নিজকে হিন্দু বুলি পৰিচয় নিদিলেও হিন্দু-ধৰ্মৰ আচাৰ, ৰীতি-নীতি পৰোক্ষভাৱে গ্ৰহণ কৰিছে।

অসমৰ ফাকিয়াল, খাময়াং, আইটন, তুৰং, খামতি আদি বৌদ্ধ ধৰ্মাৱলম্বী। তেওঁলোকে বৌদ্ধধৰ্মৰ আচাৰ, ৰীতি-নীতি সকলো মানি চলে। অৱশ্যে হিন্দুধৰ্মৰ প্ৰভাৱ তেওঁলোকৰ ওপৰতো নপৰা নহয়। তাৰ লগতে নিজস্ব পুৰণি ধৰ্মবিশ্বাস কিছুমানো সোমাই আছে।

অসমত খৃষ্টধৰ্ম প্ৰচাৰ বেচি দিনীয়া নহয় যদিও কিছুমানে সুবিধাৰ আলম লৈ সুশৃঙখলিতভাৱে চলোৱা প্ৰচাৰ কাৰ্য্যৰ বাবেই এই ধৰ্মই বেচি প্ৰসাৰ লাভ কৰিছে। বহুতো জনজাতিৰ মানুহেই, বিশেষকৈ মিজো, খাচি, নগা, গাৰো খৃষ্ট ধৰ্মৰ প্ৰতি বেচিকৈ আকৃষ্ট হৈছে।

এই সকলোবোৰৰ প্ৰভাৱত তেওঁলোকৰ সাংস্কৃতিক জীৱনত নানান পৰিবৰ্তনে দেখা দিছে।

প্ৰকৃতিৰ লীলা বৈচিত্ৰৰে ভৰপূৰ সৌন্দৰ্য্যময়ী অসমৰ জনজাতিসকলে প্ৰাণময়ী কলা-কৃষ্টিৰ জন্ম দি সৌন্দৰ্য্যবোধ আৰু শিল্পীমনৰ পৰিচয় দিয়াটো খুবেই স্বাভাৱিক। কিন্তু অকল কলাৰ বাবেই কলা সৃষ্টি কৰি সৌন্দৰ্য্যবোধৰ পৰিচয় দিয়াৰ নিদৰ্শন কম। তাৰ পৰিবৰ্তে কলা-সৃষ্টিৰ গুৰিতো থাকে কোনো বিশেষ উদ্দেশ্য। কলা-সৃষ্টিৰ অনুপ্ৰেৰণাৰ এটা প্ৰধান উৎস হ'ল অলৌকিক ভাবধাৰাৰে পুষ্ট ধাৰ্মিক অনুভূতি। সামাজিক আচাৰ, অনুষ্ঠান, পদ-মৰ্য্যাদা আদিৰ প্ৰভাৱো কলা-কৃষ্টিত সুস্পষ্ট।

অসমৰ জনজাতিৰ সাজ-পাৰ, অলঙ্কাৰ আদিত কলা-কৌশলৰ নমুনা দেখা যায়। সেইবোৰ বিশ্লেষণ কৰিলে দেখা যায় বিভিন্ন ৰং আৰু চানেকিৰ ব্যৱহাৰ অনুষ্ঠান বিশেষে বেলেগ বেলেগ। সাজ-পাৰত থকা ৰং আৰু চানেকিবোৰে সামাজিক পদ-মৰ্য্যাদা সূচায়। গেনাভোজ দিয়া নগাই আকৰ্ষণীয় চানেকিৰ বিশেষ সাজ-পাৰ পিন্ধিব পাৰে। ডফলা পুৰোহিতে পিঠিত নাহৰ-ফুটুকী বাঘৰ ছাল লব পাৰে। গেনা পালন কৰা নগাৰ ঘৈণীয়েকে কাপোৰত ধুনীয়াকৈ কড়ি সি লয়। নগাবীৰৰ



কাপোৰবোৰ ধুনীয়া ধুনীয়া চানেকিবোৰ সচাকৈয়ে মনোমোহা।

জনজাতিয়ে ব্যৱহাৰ কৰা শিৰস্ত্ৰাণবোৰো নানা ধৰণৰ। নাক, কাণ, বাহু, কঁকাল আদি বিভিন্ন অঙ্গ শোভা কৰা অলঙ্কাৰ-পাতিৰোৰ নিঃসন্দেহে কলা-নৈপুণ্যৰ পৰিচায়ক। ফণি সৌন্দৰ্য্য-বৰ্দ্ধনৰ এক বিশেষ উপাদান। সেয়েহে বিভিন্ন ধৰণৰ ফণি প্ৰস্তুত কৰি বিভিন্ন ধৰণে মূৰত মাৰি লুচাই তিৰোতাই নিজকে ধুনীয়াকৈ সজায়।

শৰীৰত ব্যৱহাৰ কৰা সামগ্ৰীবোৰতেই যে কলা-কৃষ্টিৰ নিদৰ্শন দেখা যায় তেনে নহয়। কাঠত কটা বিভিন্ন চানেকিবোৰে সৌন্দৰ্য্যবোধৰেই পৰিচয় দিয়ে। এডাল কাঠেৰে সজা, মানুহৰ মূৰ্তি কটা নগা ধোঁৱা-খোৱা পাইপবোৰ চাবলগীয়া। মিকিৰবিলাকে জামবেণী আঠান নামৰ কাঠৰ খুটিতো নানাভাৱে সজ্জিত কৰি কলা-কৃষ্টিৰ পৰিচয় দিবলৈ চেষ্টা কৰে। গাৰোসকলৰ মাজত প্ৰচলিত কিমা নামৰ কাঠৰ খুটিটোত মানুহৰ মুখ এখন ধুনীয়াকৈ কটা হয়। ৰীৰ নগাসকলৰ মুখ ধুনীয়াকৈ কাঠত কাটি সযতনে থৈ দিয়ে। নগাবিলাকে মদ খাবলৈ ব্যৱহাৰ কৰা বাঁহৰ চুঙাবোৰত থকা ধুনীয়া চানেকিবোৰেও শিল্পীমনৰ পৰিচয় দিয়ে। গাৰোসকলে ব্যৱহাৰ কৰা কাঠৰ ঢালত নানা তৰহৰ নক্সা কটা থাকে।

এইদৰে জীৱনৰ বিভিন্ন সময়ত ব্যৱহাৰ কৰা বিভিন্ন বস্তুবোৰে জনজাতীয় শিল্প-কলাৰ পৰিচয় দিয়ে। সাম্প্ৰতিক কালত এনে ধৰণৰ শিল্প-কলাৰ চৰ্চা কমি অহা বাবে সেইবোৰ লাহে লাহে লুপ্ত হৈ আহিছে। জনজাতীয় বৈশিষ্ট্যবোৰ গীত-মাত, নৃত্য-গীত যিবোৰে শিল্পী মনৰ পৰিচয় দিছিল, সেইবোৰৰ চৰ্চা নানান কাৰণত ক্ৰমে কমি আহিছে।

আগতেই উল্লেখ কৰি অহা হৈছে যে অসমৰ জনজাতিবোৰ মঙ্গোলীয় গোষ্ঠীৰ। এওঁলোকৰ কিছুমানৰ শাৰীৰিক গঠনত ভেদ্দীদ্ গোষ্ঠীৰ লক্ষণো ক্ষীণভাৱে হ'লেও দেখা যায়। গতিকে বিশ্লেষণ কৰিলে ভেদ্দীদ্ গোষ্ঠীৰ সাংস্কৃতিক নিদৰ্শনো ওলাব পাৰে। বহুত পিচত আহে ককেচীয় গোষ্ঠীৰ লোকসকল। অসমত বিভিন্ন জাতি আৰু জনজাতিৰ লোকসকলে অতি প্ৰাচীন কালৰপৰাই বাস কৰি আহিছে। গতিকে ইটোৱে সিটোৰ-পৰা কৃষ্টিৰ কোনো উপাদান গ্ৰহণ কৰাটো স্বাভাৱিক কথা। বিশ্লেষণ কৰিলে দেখা যায় বহুতো জনজাতীয় কৃষ্টিৰ উপাদান জাতিবোৰৰ কৃষ্টিৰ মাজত সোমাই পৰিছে। সেই উপাদান ভাষা হ'ব পাৰে, আচাৰ, ৰীতি-নীতি নাইবা দৈনন্দিন জীৱনত ব্যৱহাৰ কৰা বস্তুও হ'ব পাৰে। ঠিক তেনেকৈয়ে জনজাতিবোৰেও বহুতো উপাদান জাতিবোৰৰপৰা গ্ৰহণ কৰিছে।

# অসম আৰু ভাৰত

ডঃ স্নীতিকুমাৰ চট্টোপাধ্যায়

খৃষ্টীয় দ্বাদশ শতিকাত অসম আৰু ভাৰতবৰ্ষৰ ইতিহাসৰ আদি যুগ আৰু আদি মধ্য যুগৰ অন্ত পৰিছে। এই যুগৰ শেহৰ ফালে বিশেষ উল্লেখযোগ্য কেইটিমান ঐতিহাসিক বিকাশ সাধিত হৈছিল। ভাৰতবৰ্ষৰ সাংস্কৃতিক আৰু ৰাজনৈতিক মানচিত্ৰত যদি অসমৰ স্থান বিশেষভাৱে নিৰ্ধাৰণ কৰি দেখুৱাব লগা হ'লহেঁতেন, তেনেহলে আমি ক'ব পাৰিলোঁহেঁতেন খৃষ্টীয় প্ৰথম কেই শতিকামানৰ ভিতৰত অসম আছিল কিৰাট বা মঙ্গোলীয় ফৈদৰ ঘাই আবাসস্থল। হিন্দু জাতিৰ গঠনত এওঁলোক চতুৰ্থ বিশেষ উপাদান স্বৰূপ। তদুপৰি, চীনাসকলে মধ্য এচিয়া আৰু উত্তৰ-পশ্চিম ভাৰতেদি ভাৰতবৰ্ষলৈ পথ আৱিষ্কাৰ কৰি ব্যৱহাৰ কৰাৰ আগতে অসমেই আছিল চীনৰপৰা ভাৰতলৈ পণ্য-দ্ৰব্য, কলা-কৃষ্টি, আনকি ভাব পৰিবহনৰো একমাত্ৰ প্ৰশস্ত পথ। লগে লগে এই প্ৰাচীন যুগতে, আনুমানিক ১০০০ খৃঃ পূঃৰপৰাই কিৰাট বা মঙ্গোলীয়সকলকো ক্ৰমাগতভাৱে জয় কৰি অনা হৈছিল। এই কিৰাট ফৈদে নিষাদ বা অষ্ট্ৰিক (খাচিৰ দৰে) জাতিৰ আৰু দ্ৰাবিড়ী জাতিৰ ওচৰা-উচৰিকৈ প্ৰাচীন হিন্দু জাতিৰ পৰিধিৰ মাজতে বাস কৰিছিল। শুদ্ধ মঙ্গোলীয় তেজৰপৰা মিশ্ৰ ভাৰতীয় তেজলৈ ৰূপান্তৰিত হোৱাৰ প্ৰতীক ভগদত্ত। আৰব সাগৰত কৰা জলযাত্ৰা আৰু ভাৰতবৰ্ষ, ইজিপ্ত আৰু ভাৰত-ৰোমৰ মাজত জলপথেদি হোৱা বাণিজ্যৰ ওপৰত খৃষ্টীয় প্ৰথম শতিকাত গ্ৰীক ভাষাত The Periplus of the Erythracan Sea নামেৰে এখন নৌবিদ্যাৰ পুথি ৰচিত হৈছিল। কিৰাট বা মঙ্গোলীয় দলৰ বিভিন্ন ফৈদৰ লোকে ভাৰত-তিব্বত আৰু ভাৰত-চীনৰ মাজত বেপাৰ চলোৱাৰ ইঙ্গিত এই পুথিখনে দিয়ে। উত্তৰ-পূব ভাৰত আৰু দক্ষিণ-পশ্চিম চীনৰ মাজত কেইবা শতিকাও জুৰি এনে ধৰণৰ বাণিজ্য চলিছিল। অৱশ্যে ভাৰতবৰ্ষ বা চীন কোনো পক্ষৰে হাতত এই বাণিজ্য সম্পৰ্কে বিধিগতভাৱে থাকিবলগীয়া তথ্য-পাতি বা বিস্তৃত বৰ্ণনা নাছিল। গ্ৰীক্



আৱিকাৰক বা ভূগোল বিশেষজ্ঞসকলে দক্ষিণ ভাৰত আৰু ইজিপ্তৰপৰা জনামতে, The Periplus of the Erythracan Sea ৰচনাৰ সময়ত হিমালয় অঞ্চলৰপৰা এবিধ পণ্যদ্ৰব্য (Malabathrum) আৰু থিনাই বা চীনৰপৰা কেঁচাপাট, পাটৰ কাপোৰ আদিৰ বেপাৰ চলিছিল। কিন্তু তাৰো আগতে, খৃঃ পূঃ দুই শতিকাৰ চীনৰ এজন সেনা বিভাগীয় লোক, ৰাজনৈতিক বিষয়া আৰু আৱিকাৰক চাংকিয়েনে লিখা বিবৰণে এই কথা স্পষ্ট কৰে যে, অসমৰপৰা দক্ষিণ-পশ্চিম চীনলৈ এটা বাণিজ্য-পথ আছিল। চীনৰ শাসকদলে এই পথৰ কথা নাজানিছিল বা ৰাজকীয়ভাৱে এই পথক স্বীকৃতিও দিয়া নাছিল ; কিন্তু এই পথেদি চীনত তৈয়াৰী পাটৰ কাপোৰ, বাঁহৰ তৈয়াৰী বাঁহী আদি বস্তু ভাৰতবৰ্ষ সোমাইছিলহি আৰু ভাৰতবৰ্ষৰপৰা মধ্য এচিয়ালৈ থকা উত্তৰ-পশ্চিম পথেদি বাহিৰলৈ ৰপ্তানি হৈছিল। পাট-পলু পোহা, পাট-সূতা কটা আৰু পাটৰ কাপোৰ বোৱা পদ্ধতি সম্ভৱতঃ চীনৰপৰা এই পথেদিয়েই অসমেদি ভাৰতলৈ সোমাইছিল। মধ্য এচিয়াইদি থকা যিটো পথেদি চীনা ৰাজকুমাৰী আৰু চিৰিয়া দেশীয় তেওঁৰ খৃষ্টীয়ান অনুগামী দলে পশ্চিমৰ দেশসমূহলৈ পাট-পলুৰ লেটাৰ চোৰাং কাৰবাৰ কৰিছিল, সেই পথৰপৰা এই পথ বেলেগ আৰু স্বতন্ত্ৰ আছিল। খৃষ্টিয় প্ৰথম শতিকাতে ভাৰতবৰ্ষৰপৰা বৌদ্ধধৰ্ম প্ৰচাৰ কৰিবলৈ যোৱা 'কাশ্যপ মাতঙ্গ' (কিয়া-য়েহ-মো-টাং) আৰু গো-ভৰণ (চু-ফা-লান) আদিয়ে মধ্য এচিয়াৰপৰা চীনত সোমাইছিল। কিন্তু তাৰো বহুত আগতে সম্ভৱতঃ খৃঃ পূঃ ৪ৰ্থ শতিকাতে ভাৰতীয় ভাবধাৰা আৰু সম্ভৱতঃ ভাৰতীয় কাহিনী, লোক-প্ৰবচন আদি অসম আৰু উত্তৰ ব্ৰহ্মাৰ মাজেদি চীনত সোমাইছিলগৈ। ভাৰতৰ ক্ষত্ৰিয় অভিযানকাৰীসকল খৃঃ পূঃ প্ৰথম শতিকাৰ মাজভাগ মানৰেপৰা ব্ৰহ্মদেশলৈ ( পায়াচ আৰু মনসকল ) আৰু ইন্দো-চীনলৈ (খ্ মেৰ্ চ্সকল) গৈছিল। ভাব বা চিন্তাৰ যোগাযোগৰ ক্ষেত্ৰতো ই কেৱল এক পক্ষীয় পথ নাছিল। সপ্তম শতিকাত হিউ-য়েন-চাঙৰ আগত ভাস্কৰবৰ্মাই এটা চীন দেশীয় গীতৰ কথা বৰ্ণনা কৰিছিল, য'ত চীনৰ মহান সম্ৰাট টাঙৰ কীৰ্তি-কাহিনী আৰু তেওঁ অসমলৈ অহাৰ কথা আছিল। চৈনিক ভাবধাৰাও ভাৰতবৰ্ষলৈ সোমাইছিল। এই বাণিজ্য পথে আমি সংস্কৃতত পোৱা অন্ততঃ তিনিটা চীন দেশীয় শব্দ ভাৰতবৰ্ষলৈ আনিলে। উদাহৰণস্বৰূপে চীন দেশক আৰু চীন দেশৰ লোকক বুজাবলৈ ব্যৱহাৰ কৰা ভাৰতীয় নাম—'চীন'। [সমগ্ৰ চীন দেশক একত্ৰিত কৰা খৃঃ পূঃ ৩ শতিকাৰ প্ৰতাপী শ্বিন্ বংশ (Ts'in Dynasty)ৰ পৰা এই নাম ওলাইছে। ভাৰতৰ পশ্চিমে বিশেষকৈ মধ্য ইৰাণত 'চিন' (Cin), আৰবীয় ভাষাত

'চিন' ( Sin ), গ্ৰীকত 'চিনৈ' আৰু চীন দেশত 'চিনি' বুলি কোৱা হয়।] দ্বিতীয় শব্দটো হ'ল পাতল এবিধ বাঁহৰপৰা সজা বাঁহী—'কীচক' [প্ৰাচীন চীন ভাষাত কি—চোক : কি—বাঁহ]। তৃতীয় শব্দটো হ'ল—মুছাৰ--এবিধ মূল্যবান শিল : প্ৰবাল [প্ৰাচীন চৈনিক শব্দ—মোৱাচাদ বা মোৱা-চাৰ : আধুনিক চৈনিক শব্দ—মো-চো । মহাভাৰতত উল্লেখিত মতে প্ৰাগজ্যোতিষৰপৰা শ্ৰদ্ধাৰ চিনস্বৰূপে আগবঢ়োৱা এবিধ অৰ্ধ মূল্যবান শিলৰপৰা নিৰ্মিত পাত্ৰ। এইবিলাক সম্ভৱতঃ মূলতঃ চীন দেশীয় আছিল।]. তেনেকৈয়ে মধ্যযুগৰ সংস্কৃতত মধ্য ভাৰতৰপৰা আহি সোমোৱা শব্দ 'ছায়া' ( Saya )—কাকত—শব্দটো বৰ্তমান অপ্ৰচলিত। এই শব্দটো চীন দেশীয় কাগজ বুজোৱা শব্দ চিয়েহ (Tsieh)ৰ পৰা ওলোৱা সম্ভৱপৰ। তেনেকৈয়ে সিন্দূৰ [নাগৰক্ত—চীনাসকলে কোৱা ড্ৰেগন-ৰক্ত। ডঃ প্ৰবোধচন্দ্ৰ বাগ্‌চীয়ে দেখুওৱা চৈনিক মূল চিন-টুং ] শব্দও ইয়াৰ চৈনিক নামেৰেই অসমৰ মাজেদি ভাৰতলৈ সোমাইছিল বুলি অনুমান কৰা হয়। পূব-ভাৰতৰ লোকৰ সামাজিক আৰু ধৰ্মমূলক নামত 'সেন্দূৰ' ব্যৱহাৰৰ গুৰুত্বলৈ চাই ধাৰণা হয়, সেন্দূৰ পূব-ভাৰতলৈ চীনৰপৰা বহু শতিকাৰ আগতে আমদানি কৰা হৈছিল।

এবিধ বিশেষ পাট সূতা বুজোৱা পূব-ভাৰতীয় (বঙালী) শব্দ 'তচৰ' পাটো অসমেদি চীনৰপৰা আহিছিল সম্ভৱতঃ। অৱশ্যে অসমত এইবিধ পাট সূতাৰ ব্যৱহাৰ বা তাক বুজাবলৈ ব্যৱহাৰ কৰা অসমীয়া নাম নাই।[১] [ডঃ বাগ্‌চীয়ে ধাৰণা কৰে—চীন দেশীয় পাট সূতাক বুজাবলৈ ব্যৱহাৰ কৰা ধাই-চো—পাটৰ মুঠা : প্ৰচীন চৈনিক শব্দ অন্ততঃ ৫০০ খৃষ্টাব্দৰ ট-চু-ৰপৰা এই টচৰ শব্দ ওলাইছে। সাধাৰণতে চীনত পাট সূতা বুজাবলৈ ব্যৱহাৰ কৰা শব্দ চেউ আৰু চু প্ৰাচীন চি আৰু চোৰপৰা ওলাইছে। ইয়াৰ লগত 'ৰ' আৰু 'চাৰ' সংযোজিত হৈছে। চীন দেশীয় লোকক বুজোৱা গ্ৰীক্ শব্দ হ'ল চেৰাচ—'পাটৰ মানুহ'। তদুপৰি প্ৰাচীন ভাৰতীয় আৰ্য্য শব্দ ট্ৰচৰ অৰ্থ হ'ল—টাকুৰী। ইয়াৰপৰাও 'টচৰ' শব্দ ওলোৱাটো অসম্ভৱ নহয়। উৰিষ্যাত ব্যৱহৃত শব্দ 'টচনা'ই (টাকুৰী বা টোলোঠাত সূতা মেৰোৱা) ইয়াৰ আংশিক অৰ্থ ৰক্ষা কৰিছে।]

এই প্ৰাচীন যুগত তিব্বতো-বৰ্মী (বিশেষকৈ বড়ো) সকল ক্ৰমান্বয়ে হিন্দুলৈ পৰিবৰ্তিত হ'বলৈ ধৰিলে ; আৰু চিন-তিব্বতীয় আৰু অষ্ট্ৰিক মূলোদ্ভৱ এই দেশৰ স্থানীয় ঠাইসমূহৰ প্ৰাক্-আৰ্য্য নামবোৰ, এই দেশত

[১]. এইবিধ পাট. সূতাক অসমত 'তচ্‌পাট' বোলা হয়।



সেই সময়ত সৰব্‌ৰহী হৈ পৰা ব্ৰাহ্মণ্য আৰু হিন্দুধৰ্মৰ বিশ্বাস আৰু মতৰ লগত মিলাই সংস্কৃতীয়া কৰি পেলোৱা হ'ল। প্ৰাক্ হিন্দু তীৰ্থ-স্থানসমূহকো ক্ৰমান্বয়ে হিন্দু তীৰ্থস্থানলৈ পৰিবৰ্তিত কৰা হ'ল আৰু তাৰ লগত জড়িত আখ্যান আৰু কাহিনীসমূহো 'পুৰাণ'ত সোমাল। পৰৱৰ্তী কালৰ বৈদিক আৰু ব্ৰাহ্মণ্য-হিন্দু ধৰ্মৰ ক্ৰমবিকাশৰ ওপৰতো কিৰাটসকলৰ আওপকীয়া প্ৰভাৱ এনেভাৱেই পৰিছিল বুলি ভাবিবৰ থল আছে (কিৰাট জনকীৰ্তি, পৃঃ ৩৬)।

## খৃষ্টীয় প্ৰথম কেইশতিকা মানৰপৰা প্ৰগতিমূলক আৰু গভীৰভাৱে অসমত হিন্দুত্ব গ্ৰহণ

খৃষ্টীয় চন আৰম্ভ হোৱাৰ পিচৰেপৰাই, গঙ্গা উপত্যকাৰ মিশ্ৰিত সভ্যতাৰ প্ৰভাৱ, অসমত প্ৰবলভাৱে সোমাবলৈ ধৰিলে আৰু স্থানীয় বড়ো আৰু অষ্ট্ৰিক লোকসকলে আৰ্য্য জাতিৰ সভ্যতাৰ পৰিধিৰ মাজলৈ কৰা অনু-গমনো চলি থাকিল। বঙ্গদেশত আৰ্য্য সভ্যতাৰ বিস্তাৰৰ দৃষ্টি কোণৰপৰা বিচাৰ কৰিলে দেখা যায়, গুপ্ত সম্ৰাটসকলৰ দিনতে এই দেশত বৰ প্ৰবল-ভাৱে আৰ্য্য প্ৰভাৱ পৰিবলৈ ধৰে। মই এই ধাৰণা প্ৰকাশ কৰিছোঁ যে হিউয়েন-চাঙে যেতিয়া অসম পৰিভ্ৰমণ কৰে, তেতিয়া অসমৰ বড়ো-সকলৰ ভাষাৰ ওপৰত আৰ্য্য প্ৰভাৱে বৰকৈ গা কৰিব পৰা নাছিল।

ব্ৰহ্মপুত্ৰৰ উত্তৰ আৰু দক্ষিণ পাৰৰ ঠাইসমূহত, পশ্চিমে উত্তৰ বঙ্গ আৰু পূব বঙ্গৰ ত্ৰিপুৰা পৰ্য্যন্ত, বৰ্তমান অসমৰ প্ৰায় সকলো ঠাইৰ লোকৰ মাজত থকা বড়ো ভাষাৰ (শব্দ বা উচ্চাৰণৰ) অৱশিষ্টই প্ৰমাণ কৰে যে বঙ্গ আৰু বিহাৰৰপৰা অহা উচ্চবৰ্ণৰ ব্ৰাহ্মণ আৰু অন্য জাতিৰ বাহিৰে, এহাজাৰ বা বাৰশ বছৰৰ আগৰ অসম—তিব্বতো-বৰ্মী (বড়ো) ভাষা প্ৰধান দেশ আছিল। এই বিষয়ত, উত্তৰ ভাৰত, নেপাল, ত্ৰিপুৰা আৰু মণিপুৰ পৰ্য্যন্ত বিয়পি পৰা হিন্দু সভ্যতাৰ মাজত অসম একক আৰু বিশিষ্ট হৈ আছিল ; সম্ভৱতঃ চিলেট আৰু কুমিল্লা (প্ৰাচীন 'পত্তিকেৰা')ৰ অসমৰ লগত সাদৃশ্য আছিল, লগতে অৱশ্যে আৰাকাণ অঞ্চলৰো। কিন্তু, এই মধ্য যুগৰ প্ৰথম অৱস্থাতে, ৯ম শতিকাৰ পৰা ১২শ শতিকাৰ ভিতৰত, কামাখ্যা মন্দিৰৰ প্ৰাধান্য অসমতেই নহয়, অসমৰ বাহিৰতো, বিহাৰৰ গয়া, উৰিষ্যাৰ পুৰীৰ দৰে বিয়পি পৰিছিল। বেনাৰচ আৰু প্ৰয়াগ, উজ্জয়িনী আৰু কাঞ্চিপুৰৰ দৰে এই মন্দিৰ অৱশ্যে সৰ্ব-ভাৰতীয় গুৰুত্বপূৰ্ণ নাছিল।

## অসম আৰু পূব-ভাৰতৰ ভাষাৰ আৰ্য্যীকৰণ

মধ্যযুগৰ প্ৰথমছোৱাৰ অন্তত, ১২শ খৃষ্টাব্দ মানত, অসম, বিশেষকৈ ব্ৰহ্মপুত্ৰৰ জলধাৰাৰে ধৌত সমভূমি অঞ্চল ভাৰতৰ আৰ্য্য ভাষা-ভাষী অঞ্চলৰ অংশ স্বৰূপ হৈ উঠিল। বিহাৰৰ মাগধী প্ৰাকৃত, গঙ্গা পাৰ হৈ মধ্য আৰু পূব-বঙ্গলৈ, তাৰপৰা পশ্চিম বঙ্গলৈ, উত্তৰ বঙ্গলৈ (অৱশ্যে উত্তৰ বঙ্গলৈ আংশিকভাৱে উত্তৰ বিহাৰৰপৰা পোনে পোনে আৰু আংশিকভাৱে মধ্য আৰু পূব বঙ্গৰপৰা সোমায়) আৰু এনেকৈয়ে উত্তৰ বঙ্গৰপৰা অসমলৈ সোমাই আহে। মাগধী প্ৰাকৃত কেইটামান কথিত মাগধী অপভ্ৰংশলৈ ৰূপান্তৰিত হয়। তাৰে ভিতৰত তিনিটা উল্লেখযোগ্য। পশ্চিম মাগধী অপভ্ৰংশ—ভোজপুৰী আৰু চাদনি ভাষালৈ ই ৰূপান্তৰিত হয়। মধ্য মাগধী অপভ্ৰংশ—মৈথিলী আৰু মাগধী ভাষা ইয়াৰপৰা ওলায়। পূৰ্ব মাগধী অপভ্ৰংশ—এই ভাষাই বঙ্গ, অসম আৰু উৰিষ্যাৰ ভাষাৰ উৎস। অসমীয়া আৰু বঙালী ভাষাৰ মাজত ইমান সাদৃশ্য আছে যে বঙ্গ-অসমীয়া ভাষা গোষ্ঠীৰ মাজত থকা এই দুটা ভাষাক, দুই পুৰুষৰ ঔৰসত—একে গৰ্ভ-জাত বাই-ভনী বুলি কোৱাহে সমীচীন হ'ব। প্ৰাচীন অসমীয়া আৰু প্ৰাচীন বঙালী ভাষা মূলতঃ একেটা আছিল; অৱশ্যে ৭ম শতিকাত ভাস্কৰ বৰ্মাৰ ৰাজত্বৰ সময়ত এই ভাষা বিভিন্ন কথিত ৰূপত চলি আছিল। এই 'অসম-বঙ্গ' ভাষা-ভাষী অঞ্চলৰ পশ্চিম অংশৰ শাসক শ্ৰেণী আৰ্য্যলৈ পৰিৱৰ্তিত হৈছিল প্ৰায় ৪ৰ্থ শতিকাতে। এই সময়তে পশ্চিম বঙ্গৰ এজন প্ৰতাপী ৰজা—পুষ্কৰণাৰ চন্দ্ৰ বৰ্মণৰ (বৰ্তমান বাঁকুড়া জিলাৰ পোখৰণ গাঁও) নাম পশ্চিম বঙ্গৰ চুচুনিয়া পৰ্বতত থকা শিলা-লিপিত, বিষ্ণুৰ সেৱক বুলি লিখা আছে। বঙালী আৰু অসমীয়া ভাষাৰ প্ৰাচীন সাহিত্য একে ঐতিহ্যৰ বাহক। তদুপৰি চৰ্য্যাপদ আৰু ডাক আৰু খনাৰ নামত প্ৰচলিত উপদেশাত্মক বচনসমূহ বঙালী আৰু অসমীয়া দুয়ো ভাষাই নিজৰ বুলি দাবী কৰে।

অসমীয়া ভাষাক সৰ্বসাধাৰণে গ্ৰহণ কৰাৰ লগে লগে (পুৰণি অসমীয়া আৰু তাৰো আগতে মাগধী অপভ্ৰংশোত্তৰ বঙ্গ-অসমীয়া) আৰু সমসাময়িক অসমৰ ধৰ্মীয় ভাবধাৰাক উত্তৰ ভাৰত বা আৰ্য্য ভূমিয়ে স্বীকৃতি দিয়াৰ লগে লগে, অসমৰ লোকক আৰ্য্যীকৰণ কৰি হিন্দু জাতিৰ ভিতৰুৱা কৰা কামো প্ৰায় শেষ হয়। অসমৰ লোক বুলিলে প্ৰধানতঃ বড়ো আংশিক ভাৱে অষ্ট্ৰিক মনখমেৰ (খাছী) আৰু দ্ৰাবিড়ী জাতিৰ ঠালসমূহক বুজায়; লগতে পশ্চিমৰপৰা আগতে অহা আৰ্য্যসমূহকো। ঠিক এনে সময়তে



অসমৰ ইতিহাসত দুটা গুৰুত্বপূৰ্ণ ঐতিহাসিক ঘটনা ঘটে যাৰ পশ্চাৎ প্ৰতিক্ৰিয়া উত্তৰ ভাৰতত কেইবা শতিকা জুৰি ঘটিছিল। এই দুয়োটা সঙ্কটেই বিদেশী আক্ৰমণৰ মাজেদি ঘটিছিল। এটা আক্ৰমণ আছিল ক্ষণস্থায়ী কিন্তু এই আক্ৰমণে অসমৰ সমগ্ৰ ৰূপকে সলাই দিছিল আৰু 'অসম' এই নতুন নামটোও আনিছিল। আনটো ১৩ শতিকাতে আৰম্ভ হৈ অসমক কেইবা শতিকা জুৰিও বিপদাপন্ন কৰিছিল আৰু আমনি দিছিল। অৱশেষত ১৭ শতিকাৰ শেষ দশকত অসমে ঐক্যবদ্ধভাৱে বীৰত্বেৰে এই জোৰ-জুলুমক আঁতৰাই দেশক শান্তিপূৰ্ণ কৰি তুলিছিল।

## মধ্যযুগৰ অসম ঃ বড়ো আৰু আহোম

প্ৰথম আক্ৰমণ কৰিছিল—১২২৮ খৃষ্টাব্দত অসমৰ পূবৰ ব্ৰহ্মদেশৰপৰা অহা আহোমসকলে। দ্বিতীয়টো হ'ল—১৩শ শতিকাৰপৰা আৰম্ভ হোৱা অসমত এলানি মুছলমান আক্ৰমণ। ১২০৫ খৃষ্টাব্দত তুৰ্কীসকলে বঙ্গদেশ জয় কৰি অসমত সোমাবলৈ চেষ্টা কৰিছিল আৰু তাৰ পাচত তুৰ্কী-পাঠান আৰু শেষত বঙ্গদেশ আৰু উত্তৰ ভাৰতৰ মোগল-মুছলমান শাসকসকলে ইটোৰ পিচত সিটোকৈ আক্ৰমণ চলায়।

খৃষ্টীয় ১২ শতিকাৰপৰা ১৮ শতিকালৈকে যি সময়ক মধ্যযুগৰ 'শেষাৰ্দ্ধ' সময় বুলিব পাৰি, এই সময়ছোৱাৰ অসমৰ বুৰঞ্জী বিশেষ বৈশিষ্ট্যপূৰ্ণ। আহোমসকল মূলতঃ চীন-তিব্বতীয় ঠালৰ টাই ভাষা-ভাষী হ'লেও, তেওঁলোকৰ নেতৃত্বতে এই যুগত অসমৰ লোক ভাষা আৰু সংস্কৃতি দুয়ো দিশতে আৰ্য্যভাষী হিন্দুত পৰিণত হয়। দ্বিতীয় বিশেষত্ব হ'ল—বঙ্গদেশত খোপনি পুতি লৈ অসম আক্ৰমণ কৰা মুছলমান শক্তিক কঠোৰভাৱে আৰু প্ৰকৃততে কৃতকাৰ্য্যতাৰে অসমে প্ৰতিৰোধ কৰিবলৈ সক্ষম হ'ল—আহোমসকলৰ নেতৃত্বতে। পৰাক্ৰমী আহোমসকলৰ প্ৰায় ৪৫০ বছৰীয়া কৃতী শাসনে অসমৰ বিভিন্ন জাতিৰ মাজত শান্তিপূৰ্ণ, শৃঙ্খলাপূৰ্ণ আৰু কেন্দ্ৰীভূত শাসন প্ৰৱৰ্তন কৰিলে; ফলত প্ৰথমাৱস্থাত ব্ৰাহ্মণ আৰু পিচলৈ বৈষ্ণৱসকলৰ সাংস্কৃতিক নেতৃত্বই অসমৰ বিভিন্ন উপজাতিক সাঙুৰি, মধ্যযুগীয় ভাৰতত,—এক অসমীয়া ভাষী এটা জাতিত পৰিণত কৰিলে। আহোমসকলৰ সামৰিক, ৰাজনৈতিক আৰু সাংগঠনিক কাৰ্য্য আৰু অসমৰ এই সাংস্কৃতিক নেতৃত্ব পৰস্পৰ পৰস্পৰৰ অৱলম্বন স্বৰূপ হ'ল। লাহে লাহে আহোমসকলে সমগ্ৰ ব্ৰহ্মপুত্ৰ উপত্যকা অধিকাৰ কৰিলে। কেৱল যে তেওঁলোকৰ পূৰ্ববৰ্তী বাসিন্দা বড়ো আৰু প্ৰতিদ্বন্দী চুটিয়া আৰু

দিমাছা (কছাৰী) সকলকে তেওঁলোকৰ অধীনলৈ আনিলে এনে নহয়, বৰং নগা আৰু মিকিৰ আদি পৰ্বতীয়া জাতিসমূহকো তেওঁলোকৰ অধীনলৈ আনিলে। তেওঁলোকৰ ৰাজত্বৰ গৌৰৱোজ্জ্বল সময়ছোৱাৰ ভিতৰতে (১৬৮০-১৭২০), তেওঁলোকৰ পূৰ্ব-প্ৰতিদ্বন্দী কছাৰী, খাচি আৰু জয়ন্তীয়া-সকলকো শাসনাধীন কৰিলে। পশ্চিম অসম আৰু উত্তৰ বঙ্গৰ বড়ো-সকল আৰু তেওঁলোকৰ মাজত মুখ্যতঃ কোচসকলেই আছিল আহোম শক্তিৰ আটাইতকৈ ডাঙৰ বিৰোধী শক্তি। ১৬শ শতিকাৰ আদ্যন্ত কোচ-সকলে তেওঁলোকৰ আটাইতকৈ কৃতী ৰজা বিশ্বসিংহ আৰু তেওঁৰ পুতেক নৰনাৰায়ণ সিংহ তেওঁৰ ভায়েক শুক্লধ্বজ বা চিলাৰায় (যুদ্ধত বিদ্যুৎ বেগেৰে আৰু সফলতাৰে প্ৰতিপক্ষক আক্ৰমণ কৰাৰ কৌশলৰ বাবে তেওঁক চিলাৰায় বোলা হৈছিল)ৰ সহায়ত পূব ভাৰতত তেওঁলোকৰ বৃহৎ ৰাজ্য স্থাপন কৰিছিল আৰু আহোমসকলকো সেই দিশলৈ অগ্ৰসৰ হ'বলৈ নিদি পূব আৰু মধ্য অসমতে তেওঁলোকৰ সীমাৰ ভিতৰতে আৱদ্ধ থাকিবলৈ বাধ্য কৰাইছিল।

বড়ো আৰু আহোমসকলে ৪৫০ বছৰ জুৰি নিজৰ নিজৰ আধিপত্য ৰক্ষাৰ বাবে পৰস্পৰে পৰস্পৰৰ লগত যুজ কৰিছিল আৰু দুয়ো দলেই ক্ৰমান্বয়ে এক অসমীয়া ভাষী জাতিলৈ পৰিবৰ্তিত হৈ গৈছিল। বৰ্তমান আহোম-ভাষা অসমত সম্পূৰ্ণকৈ লোপ পাই আহিছে আৰু হিন্দু অসমীয়া জাতি গোষ্ঠীৰ এটা ঠাল হৈ আহোমসকল বৰ্তি আছে। বড়োসকলৰ অৱস্থিতিও আহোমসকলতকৈ বেলেগ নহয়; অৱশ্যে বৰ্তমান অসমতো আৰ্য্য-অসমীয়া ভাষাৰ প্ৰভাৱৰ মাজতো বড়ো কথিত ভাষা তেওঁলোকৰ মাজত ব্যাপকভাৱেই জীয়াই আছে আৰু ই বহুক্ষেত্ৰত বড়োজাতীয়ত্ববাদ বা বড়োজাতিৰ আত্মসচেতনা জীয়াই ৰখাৰ সহায়কাৰী অস্ত্ৰ স্বৰূপ হৈ আছে। আহোমসকলে নিজৰ ভাষা দুই কাৰণত হেৰুৱালে: প্ৰথম কাৰণ হ'ল—বড়ো বা আনবিলাকৰ তুলনাত তেওঁলোকৰ সংখ্যা আছিল বৰ কম আৰু দ্বিতীয় কাৰণ হ'ল নতুন চিন্তা বা আদৰ্শ গ্ৰহণৰ বাবে থকা তেওঁলোকৰ আগ্ৰহ আৰু গ্ৰাহিকাশক্তি।

### কেইবা শতিকাও জুৰি তুৰ্কী আৰু মোগল আক্ৰমণ প্ৰতিৰোধ: ভাৰতৰ ইতিহাস গঠনত অসমৰ অংশ গ্ৰহণ

হিন্দু অসমীয়া, অৰ্ধ-হিন্দু বড়ো আৰু চীন-তিব্বতীয় আহোমসকলৰ বাস-ভূমি অসমত উপৰ্য্যুপৰি তুৰ্কী, মোগল, পাঠানসকলে কৰা আক্ৰমণ কেৱল



এই বিদেশী গোষ্ঠীৰ মুছলমানসকলৰ দ্বাৰাই অকলে কৰা হোৱা নাছিল; বৰং মুছলমানৰ ধৰ্মলৈ ধৰ্মান্তৰ হোৱা উত্তৰ ভাৰতৰ নতুন মুছলমান, ৰাজপুত, অন্য হিন্দু, বঙ্গালী মুছলমান আৰু হিন্দু আদি সহায়কাৰী শক্তিসমূহ আৰু মোগল-পাঠান-তুৰ্কীয়ে সংগ্ৰহ কৰি অনা বা ভাৰা দি অনা শক্তিসমূহেও অসম আক্ৰমণত অংশ লৈছিল। তেওঁলোকৰ এই আক্ৰমণে আহোমসকলৰ নেতৃত্বত অসমীয়া জাতিৰ পৰাক্ৰমৰ পূৰ্ণ-বিকাশ ঘটালে। যি সকল বড়ো ৰাজকোঁৱৰ বা বড়ো লোকে তেওঁলোকৰ বিজেতা শক্তি আহোমৰ অধীনত্ব উপায়হীন হৈহে গ্ৰহণ কৰিছিল, আহোমসকলে তেওঁলোকৰ ওপৰতো সম্পূৰ্ণ বিশ্বাস স্থাপন কৰিব নোৱাৰিছিল। তথাপিও প্ৰায় পাঁচ শতিকা জুৰি বঙ্গ আৰু বঙ্গইদি অহা ভাৰতৰ ওপৰ অঞ্চলৰ মুছলমান আক্ৰমণ-কাৰীক আহোমসকলে নিজস্ব শক্তিৰে প্ৰতিৰোধ কৰিছিল। ভয়ঙ্কৰ সাহসী অশ্বাৰোহী সৈন্যসহ তুৰ্কী, মোগল, ৰাজপুতসকল অৱশেষত এই প্ৰতিৰোধ সংগ্ৰামত ক্ৰমাৎ দুৰ্বল হৈ পৰিছিল আৰু আহোমসকলে তেওঁলোকৰ পৰাক্ৰমী পদাতিক সৈন্যৰ দ্বাৰা আক্ৰমণকাৰীক ক্ৰমাগত খেদি নি দেশৰ বাহিৰ হৈ যাবলৈ বাধ্য কৰাইছিল।

সমগ্ৰ ভাৰত-ইতিহাসৰ পটভূমিত আহোমসকলৰ এই বিজয় নিচেই সামান্য ধৰণৰ নাছিল। "মুছলমান আক্ৰমণৰ প্ৰতিৰোধৰ সফলতাৰ অন্যতম কাৰণ আক্ৰমণকাৰীৰ স্থান দিল্লীৰপৰা অসমৰ মাজৰ দূৰত্বও যে, সন্দেহ নাই; তদুপৰি অসম আৰু বঙ্গৰ বাৰিষা ঋতুৱো প্ৰতিৰক্ষাৰ ডাঙৰ সহায়ক হৈছিল। কিন্তু তথাপিও, আক্ৰমণকাৰীসকলৰ মুখ্য শিবিৰ বা ঘাটি আছিল বঙ্গত, ঢাকাত আৰু গৌড়তহে; দিল্লীত নহয়। দিল্লীৰপৰা গোলকুণ্ড বা বিজাপুৰলৈ যিমান দূৰ,—দিল্লীৰপৰা কোচবিহাৰলৈ, অসমৰ গুৱাহাটীৰপৰা ৰংপুৰ বা যোৰহাটলৈ বা উদয়পুৰৰপৰা ত্ৰিপুৰালৈ নিশ্চয় তাতকৈ বেচি দূৰ নহয়। লঘু অস্ত্ৰেৰে সজ্জিত সহজে ইফালে সিফালে যাব পৰা বিভিন্ন সৈন্য দলৰ এটা গোটৰ নিচিনা মঙ্গোলীয় তেজৰ সাহসী পদাতিক সৈন্য (পাইক) সমূহ,—তুৰ্কী, অসম, উত্তৰ বঙ্গ আৰু পূব বঙ্গৰ সীমাৰ মাজত,—তুৰ্কী, পাঠান, মোগল আৰু ৰাজপুত অশ্বাৰোহী সৈন্য শক্তিতকৈ বেচি শক্তিশালী আছিল। সহজে স্থান পৰিৱৰ্তন কৰিব পৰা, লঘু অস্ত্ৰেৰে সজ্জিত বঙ্গদেশৰ 'পাইক'সমূহে (বিশেষকৈ উত্তৰ বঙ্গ, ত্ৰিপুৰা আৰু অসমৰ), বিভিন্ন সময়ত মুছলমানৰ অগ্ৰগতিক ব্যাহত কৰিছিল। পাঞ্জাবী হিন্দু (জাত আৰু ৰাজপুত) মুছলমান আৰু শিখ, উত্তৰ ভাৰত আৰু ৰাজস্থানৰ ৰাজপুত, উত্তৰ ভাৰতীয়

হিন্দু আৰু মুছলমান, মাৰাঠী, উড়িয়া, তেলেগু আৰু গোণ্ড, ভীল আৰু মিনা, কানাড়ী আৰু তামিল আৰু কেলেৰাৰ নায়াৰ—আদি ভাৰতৰ প্ৰখ্যাত যোদ্ধাসকলৰ সমকক্ষ হিচাবে এওঁলোককো প্ৰাপ্য স্বীকৃতি দিয়া উচিত।”

মুছলমান আক্ৰমণ প্ৰতিৰোধৰ বাবে, অন্ততঃ এজন আহোম ৰজা ৰুদ্ৰসিংহই (১৬৯১—১৭১৪), পূব ভাৰতৰ মুছলমানসকলৰ বিৰুদ্ধে অভিযান চলাবলৈ দূৰদৰ্শিতাৰে এখন সুপৰিকল্পিত আঁচনি হাতত লৈছিল। তেওঁৰ এই আঁচনিয়ে তেওঁক হিন্দুস্থানৰ মহান দেশপ্ৰেমিক ৰজাসকলৰ এজন বুলি চিহ্নিত কৰি গ'ল। এই বিষয়ে পাচত পুনৰুল্লেখ কৰাৰ প্ৰয়োজন হ'ব।

## অসমত জাতিগত আৰু সংস্কৃতিগত সমন্বয় স্থাপনত আহোমসকলৰ অৱদান

যদিও আহোমসকলে যিবোৰক শাসন কৰিছিল আৰু তেওঁলোকৰ লগত থাকি যুজ কৰিবলৈ প্ৰশিক্ষণ দি লৈছিল সেই সকলোবোৰ লোক হিন্দু আছিল, তথাপিও আহোমসকল তেওঁলোকৰ ৰাজত্বৰ গৌৰৱোজ্জ্বল যুগ সপ্তদশ শতিকা পৰ্য্যন্ত সম্পূৰ্ণ হিন্দু হোৱা নাছিল। মোগল সেনাপতি মীৰজুমল্লাৰ লগত ১৬৬২ চনত অসমলৈ অহা মুছলমান লিখক হিচাবুদ্দিনে লিখি যোৱা বৰ্ণনা যথেষ্ট বিশদ আৰু অতিশয় আমোদজনক; আৰু এই বৰ্ণনাই আহোমসকলৰ জীৱন যাত্ৰাৰ উপৰিও যুদ্ধ ক্ষেত্ৰত দেখুৱা তেওঁলোকৰ সামৰিক বিক্ৰম আৰু সাহসিকতাৰ ওপৰতো মূল্যবান তথ্য-পাতিৰে পোহৰ পেলায়। আহোম আৰু কিৰাট বংশীয় সমপৰ্য্যায়ৰ অন্য লোকবোৰ যে এটা পদ্ধতিৰে আহি আহি হিন্দুত পৰিণত হৈছে, সেই কথা অসমৰ বুৰঞ্জীয়েই যথাযথভাৱে প্ৰমাণ কৰে। অসমত থকা তিব্বত-চীনীয় ভাষা গোষ্ঠী বা অষ্ট্ৰিক বা দ্ৰাবিড়ী ভাষী মানুহৰ দৰে, ভাৰতৰ অন্য ঠাইত থকা অহিন্দু মানুহবোৰ কি পদ্ধতিৰে হিন্দুত পৰিণত হ'ল তাৰ ধাৰণা কৰাতো অসম বুৰঞ্জীয়ে আমাক সহায় কৰে।

দক্ষিণ চীনৰপৰা খৃষ্টীয় প্ৰথম শতিকাৰ দ্বিতীয়াৰ্ধৰ ভিতৰতে দক্ষিণ-পূব এচিয়ালৈ যিসকল ডাই বা থাই লোক গৈছিল আৰু ইন্দোচীন (ভিয়েটনাম)ত লাওচসকলৰ স্থায়ী বসতি সম্ভৱপৰ কৰি তুলিছিল, সেই থাই পৰিয়াল, —উত্তৰ শ্যাম (সমগ্ৰ শ্যাম দেশতে)ত থকা শ্যাম বা প্ৰকৃত থাইসকল, উত্তৰ ব্ৰহ্মত থকা শ্যান থাই পৰিয়ালৰ এই সকলোৰে মাজত বিভিন্ন



ঠাইলৈ গমনাগমনৰ এটা আলোড়ন উঠিছিল। আহোমসকলৰ ভাৰতলৈ আগমনো সেই আলোড়নৰে অংশ বিশেষ আছিল। থাই পৰিয়ালৰ গমনাগমনৰ ইতিহাস আলোচনা কৰাটো বৰ্তমান প্ৰসঙ্গত প্ৰয়োজনীয় নহয়। ইতিমধ্যে অসম তথা ভাৰতত সুপ্ৰতিষ্ঠিত হোৱা বড়ো আৰু অন্য তিব্বত-বৰ্মীয় লোকৰ সংস্পৰ্শলৈ অহা প্ৰথম দল, শ্যাম দেশীয় ভাষা-ভাষী বুলিয়েই ক'ব পৰা, উত্তৰ ব্ৰহ্মৰ শ্যান্ দেশৰপৰা অহা এই বৰ্মী-চিন-তিব্বতীয় গোষ্ঠীৰ পাহাৰীয়া লোকসকলে—পাটকাই পৰ্বত-মালা পাৰ হৈ আহি ব্ৰহ্মপুত্ৰৰ পূবৰ শাখা নদী আৰু লোহিতৰ গতিপথেৰে আহি ব্ৰহ্মপুত্ৰ উপত্যকাৰ একেবাৰে পূব-প্ৰান্তত উপস্থিত হ'লহি। প্ৰথমে সোমাই অহা এই শ্যান বা থাই দলটোত পুৰুষ-মহিলা আৰু ল'ৰা-ছোৱালীৰে সৈতে ৯,০০০ লোক আছিল। এইটো সহজেই অনুমেয় যে তাৰ ভিতৰত অধিকাংশই প্ৰাপ্তবয়স্ক পুৰুষ আছিল আৰু তেওঁলোক অহাৰ পাচত ইয়াৰ স্থানীয় বড়ো জাতিৰ মাজৰপৰাই স্ত্ৰী সংগ্ৰহ কৰি লৈছিল। এনেকৈয়ে কিৰাট বংশীয় এই দুটা ডালৰ মাজত প্ৰথমৰপৰাই তেজৰ সংমিশ্ৰণ ঘটিল। আহোমসকল শাসনত অধিষ্ঠিত হোৱাৰ বাবে আৰু তেওঁলোকৰ নিজস্ব আখৰ বা বৰ্ণমালা থকাৰ বাবে, (এই হৰফ তেওঁলোকে ব্ৰহ্মৰপৰা আনিছিল যদিও, ইয়াৰ মূল ভাৰতীয় হৰফহে) তদুপৰি তেওঁলোকৰ নিজৰ সাহিত্যিক-পৰম্পৰা এটাও থকাৰ বাবে, আহোমসকলৰ ভাষাই স্বাভাৱিকতে স্থানীয় ভাষাসমূহতকৈ উচ্চ আৰু সন্মানিত স্থান লাভ কৰিছিল। বড়ো কথিত ভাষাই কেতিয়াও লিখিত ৰূপ পোৱা নাছিল আৰু গীত, সাধুকথা, কিম্বদন্তি, মৌখিক আখ্যান আদি যি অলপ সাহিত্য-সম্ভাৰ আছিল—সেইখিনিও মুখে মুখেহে চলি আহিছিল; গতিকে আহোমসকলৰ উন্নত ভাষা-সাহিত্যৰ মুখা-মুখী হ'ব লগীয়া হোৱাত বড়ো ভাষা যথেষ্ট বিপদত পৰিবলগীয়া হ'ল। আহোম-সকলে তেওঁলোকৰ ভাষা ৰক্ষা কৰিছিল আৰু উল্লেখযোগ্য বুৰঞ্জী-সাহিত্য গঢ়ি তুলিছিল। সপ্তদশ শতিকাতে বুৰঞ্জী সাহিত্যই চৰম শিখৰ পাই-ছিলগৈ। কিন্তু লাহে লাহে আৰ্য্য অসমীয়া ভাষাৰ ক্ৰমবৰ্ধিত প্ৰভাৱৰ মাজত আহোম ভাষাৰ আত্মলুপ্তি ঘটিল। আৰ্য্য-অসমীয়া ভাষাই অসম-উপত্যকাত থকা বড়ো আৰু আহোম ভাষাক ঠেলি নি দাঁতি পোৱালেগৈ আৰু যোৱা শতিকাৰ মধ্য ভাগতে আহোম ভাষাৰ অৱলুপ্তি সাধন কৰিলে। এই ভাষা অসমৰ সমভূমি অঞ্চল বা আন ক'তো আৰু জীৱিত ভাষা হৈ থকা নাই। ইংলেণ্ডৰ এংলো-চেক্সন আৰু নৰ্মান জাতিৰ লগত বড়ো আৰু আহোম ভাষাক তুলনা কৰিব পাৰি। আৰ্য্য-অসমীয়া ভাষাই

সাংস্কৃতিক দিশতো এই দুই জাতিক ঢাকি পেলাইছিল আৰু তাৰে এটা ভাষাক বহিষ্কৰণ কৰিলে আৰু আনটো আত্ম লুপ্ত হ'ল।

## অসম আৰু ভাৰতলৈ আহোমসকলৰ দান ঃ

### আহোম—অসম

অসমলৈ আহোমসকলে সামৰিক আৰু প্ৰশাসনীয় বিষয়ত মুখ্যতঃ বৰঙনি যোগাই গ'ল। এই দুই বিষয়ত অসমতেই কেৱল নহয় সমগ্ৰ পূব ভাৰততে, আহোমসকলৰ দৰে কাৰ্য্যকৰী, বিস্তৃত আৰু কৃতীত্বমূলক কাৰ্য্যপন্থাৰ অধিকাৰী কোনো নাছিল। আহোমসকল ইমান প্ৰতাপী আছিল যে তেওঁলোকে যিখন ৰাজ্য নিজৰ বাবে প্ৰতিষ্ঠা কৰি ল'লে, সেই ৰাজ্যখন তেওঁলোকৰ নামেৰেই গঢ়ি উঠিল। এই ৰাজ্যৰ পুৰণি নাম প্ৰাগজ্যোতিষপুৰ আৰু কামৰূপ এই দুয়োটা নামো চলি আছিল। কামৰূপ নামটো নব্য ভাৰতীয় আৰ্য্য ৰূপ বা দেশীয় ৰূপত কামৰু, কাৱানৰু, কাৱঁৰ ৰূপত জীয়াই আছিল। কিন্তু অসমৰ মানুহৰ নিজৰ মাজত আৰু ভাৰতৰ অন্য অংশৰ মানুহৰ মাজত প্ৰচলিত ৰাজ্যখনৰ সাধাৰণ নামটো হ'ল—আহোমৰ জনজাতীয় নাম 'আহোম' শব্দৰ পৰা ওলোৱা 'অসম' নামটোহে। এই শব্দটোৰ সম্পূৰ্ণ ব্যাখ্যা হোৱা নাই। ব্ৰহ্মপুত্ৰ উপত্যকাৰ শাসক জাতিস্বৰূপে নিজকে প্ৰতিষ্ঠা কৰা এই যুজাৰু জাতিটোক বিশেষভাৱে বুজাবলৈ বিশেষণস্বৰূপে ব্যৱহাৰ কৰা সংস্কৃত শব্দ অ-সম—(অৰ্থাৎ যাৰ সমকক্ষ নাই)ৰ পৰাই 'অসম' নামৰ উৎপত্তি হৈছে বুলি সাধাৰণতে কোৱা হয়। 'আহোম—অসম'টো আহোমসকলৰ নিজৰ জনজাতীয় নাম (ব্ৰহ্মদেশীয় লোকৰ দ্বাৰা দিয়া) বুলি ক'বলৈ মই প্ৰয়াস কৰিছোঁ। যেতিয়া ব্ৰহ্মদেশীয় সকল 'চান'সকলৰ সংস্পৰ্শলৈ আহিল (আহোমসকল 'চান'সকলৰে এটা ডাল), তেওঁলোকে চানসকলৰ নামটোৰ প্ৰতি লক্ষ্য কৰিছিল আৰু ১১ শতিকাতে তেওঁলোকে গ্ৰহণ কৰা 'মন হৰফ' (Mon script)ত এই নামটো 'ৰহোৱাম' (Rhwam) বুলি লিখি থৈছিল। সময়ৰ সোঁতত ব্ৰহ্মীয় উচ্চাৰণৰ কিছুমান বিশেষত্বপূৰ্ণ ক্ৰমবিকাশৰ ফলত নব্যব্ৰহ্মীয় ভাষাত এই শব্দটো—(ৰহোৱাম)> য়হোৱাম > হিয়াম> চিয়াম> চান ঃ পৰ্তুগীজ, ভাৰতীয় আৰু অন্যান্য সকলে শ্যাম-দেশক আৰু শ্যাম লোকক চিয়াম, শিয়াম, শ্যাম বোলে আৰু এই শব্দবোৰ পুৰণি ব্ৰহ্মীয় 'চিয়াম'ৰপৰা উদ্ভৱ) 'চান' বুলি উচ্চাৰিত হ'বলৈ ধৰে ; অৱশ্যে প্ৰাচীন ব্ৰহ্মীয় শুদ্ধ উচ্চাৰণ 'ৰহোয়াম' (Rhwam) এতিয়াও



আছে। এতিয়া 'আহোম' এই জনজাতীয় নামটো 'ৰহোয়াম' শব্দৰ লগত জড়িত বুলি ভাবিবৰ থল আছে। হয়তো এনে হ'ব পাৰে যে এই শব্দটো আহোমসকলৰ মুখত উচ্চাৰিত হওঁতে প্ৰথমৰ 'ৰ'টো অনুচ্চাৰিত হ'ল বা 'ৰ'ৰ ঠাই 'আ' বৰ্ণৰ সংযোগেৰে পৰিশোধিত কৰি 'আহোম' বোলা হ'ল। মাগধী প্ৰাকৃত আৰু অপভ্ৰংশৰপৰা ক্ৰমবিকাশ লাভ কৰি আহোঁতে অসমীয়া ভাষাত, প্ৰাচীন আৰু মধ্য আৰ্য্য ভাষাৰ তালব্য 'শ' (শ=শ, ষ, স) ৰ উচ্চাৰণ 'হ' হ'ল। পূব বঙ্গৰ ভাষাৰো অৱশ্যে ই এটা বিশেষত্ব। তেনেকৈ—দশ> দহ, মানুষ> মানুশ> মানুহ, বংশী> বাঁহী, অসত্ত> হঁত ইত্যাদি। (পিচলৈ অসমীয়া ভাষাত সংস্কৃত আৰু আন তালব্য বৰ্ণসমূহ কণ্ঠ্যবৰ্ণ ইংৰাজী এক্স (x)ৰ দৰে উচ্চাৰিত হয় ; আৰু বৰ্তমান অসমীয়া উচ্চাৰণৰো ই এটি বিশেষত্ব।) বিজেতা আহোমসকল যেতিয়া পূব অসমলৈ সোমাইছিল তেতিয়া পুৰণি অসমীয়া ভাষী হিন্দু আৰু আন বড়োসকলে 'আহোম' শব্দটো বিদেশী জনজাতীয় নাম বুলি সঠিককৈ বুজা নাছিল। সেই বাবে সংস্কৃত অ-সমৰপৰা 'আহোম' শব্দৰ উৎপত্তি হৈছে বুলি ভাবি, আহোম শব্দটো 'শুধৰাই' অসম কৰিলে ; আৰু আহোমসকলে জয় কৰি আত্ম-প্ৰতিষ্ঠা লভা দেশখনকো 'অসম-আসাম', এই নামেৰে বুজোৱা হ'ল।

এই প্ৰবন্ধৰ উদ্দেশ্য আহোম-বুৰঞ্জী বৰ্ণনাকৰা নহয়। এই বুৰঞ্জী প্ৰধানতঃ একাধিপত্য লাভৰ বাবে আহোম আৰু নৰাগতসকলৰ মাজত আৰু আহোম আৰু অসমৰ পূৰ্বৰ বাসিন্দা বড়োসকলৰ মাজত হোৱা সংগ্ৰামৰ বুৰঞ্জী ; তদুপৰি আহোম ৰাজন্যবৰ্গৰ নিজৰ মাজত ক্ষমতা লাভৰ বাবে হোৱা ষড়যন্ত্ৰ আৰু যুজৰ বুৰঞ্জী। নগা, ব্ৰহ্মপুত্ৰৰ দক্ষিণ পাৰৰ মিকিৰ, মিৰি, ডফলা আৰু ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰৰ বিভিন্ন জনজাতিবোৰকো আহোমসকলে যুদ্ধত লিপ্ত কৰাইছিল আৰু আহোমৰ সাৰ্বভৌমত্ব স্বীকাৰ কৰি লবৰ কাৰণে প্ৰায়-বোৰকে জোৰ কৰা হৈছিল। আহোম আৰু বড়োসকলৰ মাজত সমতা ৰজাই ৰাখিবলৈ ব্ৰাহ্মণ্য প্ৰভাৱে চেষ্টা কৰিছিল। এই সময়লৈকে আহোম-সকলৰ সৰ্বশ্ৰেষ্ঠ ৰজা আছিল চু-হুংমুং (১৪৯৭—১৫৩৯)। তেওঁ, পূবৰ বড়ো (চুটিয়া) আৰু কছাৰীসকলক কৰতলীয়া কৰিছিল আৰু মুছলমান আক্ৰমণকাৰীসকলৰ লগত বঙ্গত যুদ্ধ কৰিছিল ; কিন্তু পশ্চিম অসম আৰু উত্তৰ বঙ্গত থকা যিসকল বড়োৱে (কোচ বংশ) তেওঁলোকৰ দুজন প্ৰতাপী ৰজা বিশ্বসিংহ আৰু নৰনাৰায়ণ অধীনত এখন শক্তিশালী ৰাজ্য গঢ়ি তুলিছিল, সেই বড়ো (কোচ) সকলৰ লগত আহোম ৰজা (চু-হুংমুঙে) মিত্ৰতা ৰক্ষা কৰি চলিব লগা হৈছিল।

আহোমসকলে অসমক একগোট কৰিলে। তেওঁলোকে মুছলমান আক্ৰমণকাৰীসকলৰ লগত যুজ দিছিল আৰু বিভিন্ন যুজত বিভিন্ন ফলাফল লভি আহোমসকলে তেওঁলোকৰ ক্ষমতা আৰু শক্তিৰ চৰম উৎকৰ্ষ সাধনৰ সময় সপ্তদশ শতিকাত, ১৬৮১ চনত মোগল শক্তিৰ লগত যুজি অৱশেষত মুছলমান আক্ৰমণকাৰীক অসমৰ সীমাৰপৰা বাহিৰ কৰি দিছিল। ৰণ-বিদ্যাত আহোমসকল আছিল বৰ নিপুণ আৰু কাৰ্য্যদক্ষ। ১৬ শতিকাৰ প্ৰথম ছোৱাতে তেওঁলোকে মুছলমানসকলৰপৰা বন্দুকৰ ব্যৱহাৰ শিকি ল'লে আৰু অতি সোনকালেই বন্দুক বা কামান আৰু কামানৰ বাৰুদ তৈয়াৰ কৰাত পটু হৈ উঠিল।

আহোমসকলৰ বুৰঞ্জী-জ্ঞান আছিল। এইটো মন কৰিবলগীয়া কথা—কেনেকৈ ভাৰতৰ অন্য অংশৰ আৰ্য্য-দ্ৰাবিড়, অষ্ট্ৰিক হিন্দুসকলতকৈ এই 'কিৰাট' বংশীয় লোকসকলৰ অধিক বুৰঞ্জী-জ্ঞান আছিল। নেপালৰ নেৱাৰসকলৰো নিজৰ পুৰাবৃত্ত আছিল; কিন্তু এই ইতিহাসৰ প্ৰাচীনতম পুথিৰ ৰচনা কাল ১৪শ শতিকাৰ শেষ চতুৰ্থাংশ। টিপৰা (এটা বড়ো ঠাল; এওঁলোকৰ নামেৰেই ত্ৰিপুৰা ৰাজ্যৰ নাম হৈছিল) সকলে ১৫শ শতিকাৰ শেষৰপৰা বঙলা পদ্যত ধাৰাবাহিক বুৰঞ্জী লিখিছিল আৰু তেওঁলোকৰ পুৰোহিত কমতাৰাচ বা কনটাইসকলে পুৰণি কালৰ বৰ্ণনা লিখি ৰখাৰ অভ্যাস কৰিছিল। মণিপুৰীসকলেও বুৰঞ্জীমূলক কাহিনী লিখি ৰাখিছিল। আহোমসকলে ইতিহাস লিখা প্ৰথাক অসমৰ এক উল্লেখযোগ্য বিশেষত্বত পৰিণত কৰিলে। থাই-চিনো-তিব্বতীয় ভাষা গোষ্ঠীৰ ডাল 'আহোম' ভাষাত আৰু আৰ্য্য অসমীয়া ভাষাত, এই দুয়ো ভাষাতে বুৰঞ্জী লিখা প্ৰথা আহোমসকলেই অসমলৈ আনে। ইতিহাসক আহোমসকলে বুলিছিল বুৰঞ্জী। আৰ্য্য অসমীয়া ভাষীসকলে বুৰঞ্জী শব্দটো আৰু বুৰঞ্জী লিখা প্ৰথা গ্ৰহণ কৰে সম্ভৱত সপ্তদশ শতিকাত। এই শতিকাতে আহোমসকলৰ লগত ব্ৰাহ্মণ আৰু অন্য হিন্দুসকলৰ বৰ ওচৰ সম্বন্ধ ঘটে আৰু আহোমসকল এই সময়তে দ্বিভাষী হয়। এই সময়তে আৰ্য্য-অসমীয়া ভাষী অসমীয়া হিন্দুসকলে তেওঁলোকৰ শাসকগোষ্ঠী আহোমৰপৰা আৰু শাসকীয় দলৰ পুৰোহিত আৰু বুৰঞ্জী লিখোঁতাসকলৰপৰা বুৰঞ্জী লিখাৰ কৌশল আয়ত্ব কৰে। বুৰঞ্জী লিখাৰ ফলস্বৰূপে সংক্ষিপ্ত, শক্তিশালী আৰু অতিশয় বাস্তৱ চিত্ৰপূৰ্ণ গদ্য ৰীতিৰ—অসমীয়া ভাষাত বিকাশ সাধিত হয়। ভাব প্ৰকাশৰ এনে মনোমোহা ৰীতিৰ গদ্য ওচৰচুবুৰীয়া বঙলা আৰু মৈথিলী ভাষাত বহু শতিকালৈকে নাছিল। প্ৰাচীন উড়িয়া, প্ৰাচীন ব্ৰজভাখা, প্ৰাচীন গুজৰাটী, প্ৰাচীন মাৰাঠী আৰু



প্ৰাচীন পাঞ্জাবী ভাষাৰ সৈতে তুলনা কৰিলে দেখা যায় বুৰঞ্জীত থকা পূৰ অসমৰ গদ্য বহুত ওখ পাদপীঠত অৱতীৰ্ণ হৈ আছে। বুৰঞ্জীৰ গদ্য ৰীতিও সম্পূৰ্ণ পৃথক আৰু বৈশিষ্ট্যপূৰ্ণ। এই দেশজ ৰীতি তেজাল আৰু স্বাদযুক্ত। এই ৰীতিত দেশৰ মানুহৰ কথিত ভাষা প্ৰতিফলিত হৈছে আৰু ই একেবাৰে সবল আৰু পোনপটীয়া। ভাৰতত লিখা পাৰ্চীয়ান ঐতিহাসিকৰ মনোমোহা অলঙ্কাৰযুক্ত ৰীতিত লিখা বুৰঞ্জীতকৈ (যিবিলাকৰ কিছুমানত লিখকে বুৰঞ্জীৰ ঘটনাসমূহ নিৰহ-নিপানীকৈ বৰ্ণনা কৰি যোৱাতকৈ নিজৰ পাণ্ডিত্য প্ৰকাশ কৰিবলৈ আৰু পৃষ্ঠপোষক ৰজাক প্ৰশংসা কৰিবলৈহে বেচি আগ্ৰহান্বিত দেখা যায়), আহোমসকলৰ বুৰঞ্জী লিখা ৰীতিত কোনো ঠাইত তাৰ বৈপৰীত্য দেখা যায়। ভাৰতীয় আৰ্য্য ভাষাসমূহে অৱশেষত আহোমৰপৰা গ্ৰহণ কৰা বুৰঞ্জী লিখাৰ এই ৰীতি, আহোমসকলৰ এক মহৎ অৱদান। বুৰঞ্জীৰ ঘটনা আৰু কাহিনীসমূহ এই গৌৰৱময় বৈশিষ্ট্যপূৰ্ণ ধাৰাত মনোমোহা-তেজী ভাষাৰে লিখাৰ পৰম্পৰা অসমীয়া ভাষালৈ আহোমসকলেই পোনপটীয়াভাৱে আনি দিলে। ডঃ সূৰ্য্যকুমাৰ ভূঞাই এলানি প্ৰাচীন অসম বুৰঞ্জী সুন্দৰভাৱে সম্পাদনা কৰি আমাৰ আগত দাঙি ধৰাৰ বাবে তেখেতৰ ওচৰতো আমি কৃতজ্ঞ হোৱাৰ থল আছে। নব্য ভাৰতীয় আৰ্য্য সাহিত্য গঠনত এই বুৰঞ্জী পুথিসমূহে একক আৰু উল্লেখযোগ্য অংশ গ্ৰহণ কৰিছে।

### সামৰিক, ৰাজনৈতিক আৰু প্ৰশাসনীয় ক্ষেত্ৰত আহোমসকলে লাভ কৰা কৃতকাৰ্য্যতা

সামৰিক ক্ষেত্ৰত আহোমসকলে লাভ কৰা আটাইতকৈ উল্লেখ্যযোগ্য কৃতকাৰ্য্যতা হ'ল—আগতে উল্লেখ কৰাৰ দৰে বঙ্গইদি উত্তৰ ভাৰতৰ পৰা অহা মুছলমান ৰাজ্য সম্প্ৰসাৰণকাৰীসকলক প্ৰতিৰোধ কৰিব পৰাটো। বক্তিয়াৰ খিলজীয়ে কৰা প্ৰথম অসম আক্ৰমণ তুৰ্কীসকলৰ বাবেই ব্যৰ্থতাত পৰ্য্যবসিত হয়। তেওঁলোকৰ আক্ৰমণ ব্যৰ্থ কৰি ধ্বংস কৰা প্ৰথম অসমীয়া ৰজাজন আছিল হিন্দুধৰ্মী বড়ো ৰজা। ১২০৫ চন (১১২৭) চনত যেতিয়া "কামৰূপলৈ অহা তুৰ্কীসকলক নিধন কৰা হৈছিল", তেতিয়াও আহোমসকলৰ অসমৰ পূব দুৱাৰেদি আহি অসম সোমোৱাই নাছিল। উত্তৰ গুৱাহাটীত পোৱা শিলালিপিত এনেকৈ আছে—

> শাকে তুৰঙ্গ যুগ্মেসে মধুমাস-ত্ৰয়োদশে।
> কামৰূপান্ সমাগত্য তুৰুস্কাঃ ক্ষয়ম আয়ুঃ॥

বঙ্গদেশৰ মুছলমান শাসনকৰ্তাসকলে শতাব্দীৰ পাচত শতাব্দী জুৰি (তুৰ্কী, পাঠান আৰু ভাৰতীয় মুছলমান) অসম জয় কৰিবলৈ অবিৰত চেষ্টা চলাই আহিছিল। মোগল সেনাপতিসকলে এই ক্ষেত্ৰত চলোৱা অভিযানৰো আমি বিশদ বিবৰণ পাইছোঁ। একালে আহোম, বড়ো আৰু হিন্দু অসমীয়া সৈন্যৰে গঠিত সৈন্যদলেৰে আহোম ৰজা আৰু আনফালে বঙ্গ-তুৰ্কী, পাঠান, মোগল, উত্তৰ ভাৰতীয় মুছলমান, ৰাজপুত আৰু অন্যান্য হিন্দু সৈন্যৰে গঠিত মোগল—এই দুই পক্ষৰ ভিতৰত হোৱা ৰণৰ বিবৰণে সেই সময়ৰ অসমৰ ওপৰত স্পষ্টভাৱে আলোকপাত কৰিছে। আক্ৰমণ কৰা আৰু জয় কৰাৰ মনোভাবেৰে বানপানীৰ দৰে অহা মুছলমান সৈন্যক—অসমেদি ব্ৰহ্মত সোমোৱাত আহোম ৰজাই কঠোৰভাৱে বাধা দান কৰিলে। আৰৱ সদাগৰ আৰু তেওঁলোকৰ ধৰ্মগুৰুসকলে ইণ্ডোনেচিয়াত উপনিবেশ স্থাপন আৰু ৰাজ্য জয় কৰি আৰু ইণ্ডোনেচীয়সকলক ধৰ্মান্তৰ কৰি ইণ্ডোনেচিয়াক সম্পূৰ্ণৰূপে ইছলাম ধৰ্মলৈ ধৰ্মান্তৰ কৰিলে। আৰবসকলে আৰু পিচত পশ্চিম ভাৰতীয় মুছলমানসকলে মালয় আৰু ইণ্ডোনেচিয়ালৈ সাগৰেদি এটা পোনপটীয়া প্ৰৱেশৰ বাট পালে; কিন্তু আহোমসকলে তেওঁলোকক স্থলপথেদি আগুৱাই আহি আক্ৰমণ কৰাত বাধা দি ৰাখিলে। তাকে নকৰা হ'লে ব্ৰহ্ম, শ্যাম আৰু ইন্দোচীনৰ ইতিহাসৰ সোঁতেই বদলি হৈ গ'লহেঁতেন।

চক্ৰধ্বজ সিংহৰ দৰে আহোম ৰজাই, আতন বুঢ়াগোহাঁইৰ দৰে ৰাজনীতিবিদে আৰু লাচিত ফুকনৰ (১৬৭০) দৰে সেনাপতিয়ে, ৰাজপুত আৰু উত্তৰ ভাৰত আৰু পশ্চিম ভাৰতৰ যুজাৰুসকলতকৈ ৰাজনৈতিক সমস্যাৰ মাজত বেচি উজ্জ্বল আৰু সূক্ষ্ম বিচাৰ বুদ্ধিৰ পৰিচয় দি গ'ল। শিৱাজীৰ দিনৰপৰা পিচলৈ মাৰাঠী শক্তিয়েও উল্লেখযোগ্যভাৱে ৰাজনৈতিক জ্ঞান আৰু তীক্ষ্ণ বুদ্ধিৰ পৰিচয় দিছিল। ৰাজপুতনাৰ মহান দেশ প্ৰেমিক বীৰ প্ৰতাপসিংহই জন্মভূমিৰ স্বাধীনতা ৰক্ষাৰ বাবে অসাধাৰণ বিক্ৰমেৰে আৰু দৃঢ়তাৰে যুজিছিল। কিন্তু অনাহুত বিদেশী আক্ৰমণকাৰী তুৰ্কীবিলাকক খেদাই স্বাধীন ভাৰত প্ৰতিষ্ঠা কৰিবৰ বাবে থাকিব লগীয়া সেই দূৰদৃষ্টি তেওঁৰ নাছিল। ৰাজপুতসকলৰ মনোভাৱ পুৰণি যুগীয়া আৰু প্ৰাথমিক পৰ্য্যায়ৰ। কিন্তু শিৱাজীয়ে অনন্য সাধাৰণ ঐতিহাসিক বুদ্ধি-বিচক্ষণতাসম্পন্ন ধৰ্মগুৰু সমৰ্থ্ ৰামদাসৰ দিহা আৰু নিৰ্দেশ পাই, ভাৰতবৰ্ষত হিন্দু সাৰ্বভৌমত্ব ৰক্ষা কৰি প্ৰাচীন হিন্দু আদৰ্শৰ ৰাষ্ট্ৰ প্ৰতিষ্ঠা কৰাৰ আদৰ্শ উপলব্ধি কৰিছিল আৰু মনত পোষণ কৰিছিল। গতিকে তেওঁৰ মোগলৰ বিৰুদ্ধে কৰা সংগ্ৰাম এক পৱিত্ৰ উদ্দেশ্যপূৰ্ণ



অভিযান স্বৰূপ হৈছিল আৰু এই সংগ্ৰামৰ বৈশিষ্ট্য আৰু লক্ষণৰ প্ৰতিও তেওঁ সচেতন আছিল। অন্য ভাৰতীয় বীৰসকলে ৰাজনৈতিক অৱস্থাৰ কথা বুজি নোপোৱাকৈ যুদ্ধত অৱতীৰ্ণ হৈছিল। এইখিনিতে তেওঁলোকতকৈ শিৱাজীৰ শ্ৰেষ্ঠত্ব লুকাই আছে।

### স্বৰ্গদেও ৰুদ্ৰসিংহ—চুখ্ৰুং-ফা : পূব ভাৰতৰ শিৱাজী

অসমে অন্ততঃ এনে এজন ৰজাৰ জন্ম দিলে, যাক অনায়াসে শিৱাজীৰ লগত তুলনা কৰিব পাৰি আৰু 'পূব ভাৰতৰ শিৱাজী' বুলি বিশেষিত কৰিব পাৰি। খৃঃ ১৬৯১ৰপৰা ১৭১৪ চনলৈকে ৰাজত্ব কৰা এই ৰজাজন হ'ল স্বৰ্গদেও ৰুদ্ৰসিংহ-ওৰফে চু-খ্ৰুং-ফা। ঘৃণ্য মোগলৰ হাতৰ পৰা সমগ্ৰ পূব ভাৰত স্বাধীন কৰিবলৈ প্ৰয়াস কৰি কাৰ্য্যত প্ৰবৃত্ত হোৱা এজন হিন্দু শাসনকৰ্তা বুলি সমগ্ৰ ভাৰতত‌ে তেওঁ স্বীকৃতি পাবলগীয়া ৰজা। তেওঁ এই কাৰণেই যুজিছিল যে যি হিন্দুধৰ্ম সংস্কৃতিৰ প্ৰতি তেওঁ শ্ৰদ্ধাশীল সেই ধৰ্ম আৰু সংস্কৃতিৰ, মুছলমানসকল প্ৰধানতঃ শত্ৰু আছিল। তেওঁ হিন্দুধৰ্ম আৰু সংস্কৃতি গ্ৰহণ কৰিলেও অৱশ্যে আহোম ধৰ্ম আৰু সংস্কৃতিৰ পৰম্পৰাগতভাৱে অহা প্ৰভাৱো তেওঁৰ ওপৰত আছিল। তেওঁৰ পিতৃ আছিল পৰাক্ৰমী ৰজা গদাধৰ সিংহ বা চু-পট-ফা। কিছুমান বিবেচনাহীন, ক্ষমতালোভী বা বিষয়াৰ হাতৰ পুতলা হোৱা সেই সময়ৰ ৰাজ পৰিয়ালৰ তেওঁ আছিল অত্যাচাৰিত-বংশধৰ আৰু কিছুদিন নিৰ্বাসন ভুগি থকাৰ পাচত তেওঁ অৱশেষত ৰজা হ'ল আৰু নিজৰ স্বতন্ত্ৰতা প্ৰতিষ্ঠা কৰিলে। গদাধৰসিংহই তেওঁৰ প্ৰজাবৰ্গৰ ধৰ্মৰ প্ৰতি নিজৰ আসক্তি অনুভৱ কৰিছিল ; কিন্তু সম্পূৰ্ণাঙ্গ হিন্দু হোৱাত বাধা হৈছিল তেওঁৰ গাত থকা আহোম-মনোভাৱ। তেওঁ এজন পৰাক্ৰমী যুজাৰু আছিল আৰু তেওঁৰ ৰাজত্বৰ সময়ছোৱা মোগল আক্ৰমণৰপৰা মুক্ত কৰি ৰাখিব পাৰিছিল। গদাধৰসিংহৰ পত্নী আৰু ৰুদ্ৰসিংহৰ মাতৃ আছিল জয়মতী কুঁৱৰী। কুঁৱৰী জয়মতীয়ে গদাপাণিক (সেইটোৱেই গদাধৰসিংহৰ তেতিয়াৰ নাম আছিল) বিয়া কৰালে ; কিন্তু গদাধৰসিংহ ৰজা হোৱাৰ পাচত জয়মতীয়ে সেই সৌভাগ্য উপভোগ কৰিবলৈ নাপালে আৰু জীৱিত নাছিল। সেই সময়ৰ অসম-ৰজাই ৰাজনৈতিক কাৰণত অন্তৰ্ধান হোৱা আৰু গোপনে থকা গদাপাণিৰ বাতৰি জয়মতীৰপৰা জানিবলৈ, জয়মতীক নিষ্ঠুৰভাৱে শাস্তি দি মাৰিলে। স্বামীক যি মুহূৰ্ততে চিনিব পাৰে বা ধৰিব পাৰে, সেই মুহূৰ্ততে যে মাৰিব এই কথা উপলব্ধি কৰি জয়মতীয়ে কোনো কথাকে

ক'বলৈ সন্মত নহ'ল। এই বুলি প্ৰবাদ আছে যে আনকি গদাপাণিয়েও গোপনে আহি জয়মতীক দেখা কৰিছিলহি আৰু শাস্তিৰপৰা ৰেহাই পাবলৈ তেওঁৰ খবৰ জয়মতীয়ে দি দিয়াটো বিচাৰিছিল; কিন্তু জয়-মতীয়ে দৃঢ়তাৰে অসন্মতি প্ৰকাশ কৰিলে। স্বামীৰ প্ৰতি থকা অচলা প্ৰেম আৰু ভক্তিৰ বাবেই জয়মতী আদৰ্শ পত্নীৰ উদাহৰণ হৈ ৰ'ল। পুৰণি হিন্দু-আখ্যানৰ আদৰ্শ সতী, সীতা আৰু সাবিত্ৰীৰ দেশৰ উপযুক্তা নাৰীৰ মৰ্য্যাদা ৰক্ষা কৰিলে। অসমৰ মহত্বৰ পৰম্পৰা ৰক্ষাত পিতৃ, মাতৃ আৰু পুত্ৰৰ গুৰুত্ব বুজোৱা এনে ধৰণৰ এফাকি 'দৃষ্টান্ত' আধুনিক অসমীয়াত আছে—

পিতা গদাৰ বীৰত্ব; মাতা জয়াৰ সতীত্ব।
পুত্ৰ ৰুদ্ৰৰ মহত্ত্ব; তিনি—অসমৰ বিশেষত্ব॥

পিতৃ গদাধৰ সিংহৰ বীৰত্ব, মাতৃ জয়মতী কুঁৱৰী সতীত্ব আৰু তেওঁ-লোকৰ পুত্ৰ ৰুদ্ৰ সিংহৰ মহত্ত্ব—এই তিনিজনৰ ব্যক্তিত্বতে অসমৰ বিশেষত্ব নিহিত হৈ আছে।

ৰুদ্ৰসিংহই পিতাকৰ বনবাস আৰু গোপন বাসৰ কালছোৱাৰ দুখ-কষ্ট-বিপদ-বিঘিনিৰ কথা অনুভৱ কৰিছিল। তেওঁ গদাধৰৰ মৃত্যুৰ পাচত ১৬৯১ চনত ৰাজপাটত উঠে। সমগ্ৰ দেশতে সম্পূৰ্ণ বিজয় প্ৰতিষ্ঠা কৰিবলৈ পিতাকৰ দিনৰ গৌৰৱোজ্জ্বল সামৰিক ব্যৱস্থা অটুট ৰাখিছিল। খাচি (জয়ন্তীয়া) আৰু কছাৰীৰ মাজত হোৱা বিবাদত হস্তক্ষেপ কৰিবলৈ অৱস্থাই তেওঁক বাধ্য কৰাইছিল আৰু তেওঁ দুয়োদলৰ ওপৰত প্ৰভুত্ব বিস্তাৰ কৰাত বিবাদৰ সামৰণি পৰিছিল। এনেকৈয়ে ব্ৰহ্মপুত্ৰ উপত্যকাৰ দক্ষিণাংশৰ পাহাৰী অঞ্চলৰ এটা ডাঙৰ ভাগ তেওঁৰ অধীনলৈ আহিল। তাৰ পাচত অসমৰ শাসনত অধিষ্ঠিত আহোম ৰজাসকলক শতিকাৰ পিচত শতিকা জুৰি আমনি দি থকা মোগল আৰু বঙ্গৰ মুছলমান-সকলৰ লগত এখন যুজ দিবৰ বাবে তেওঁ এটা ডাঙৰ আঁচনি লয়। ইছলাম ধৰ্মৰ গ্ৰাসৰপৰা হিন্দুজাতি আৰু হিন্দুধৰ্মক ৰক্ষা কৰাৰ মনোভাৱৰ দ্বাৰা এই ক্ষেত্ৰত তেওঁ বিশেষভাৱে প্ৰণোদিত হৈছিল। এই কাৰ্য্যত কৃতকাৰ্য্যতা লভিবৰ বাবে তেওঁ, হিন্দু ৰাজকোঁৱৰ আৰু জায়গীৰদাৰসকল আৰু বঙ্গৰ আৰু বিহাৰৰ ভূ-স্বামী ( Baron ) সকলৰ মাজত যুক্ত-ৰাজ্যৰ দৰে সম্মিলিত সংঘ গঢ়ি, ঐক্যবদ্ধভাৱে বঙ্গ আৰু পূবভাৰতৰ মুছলমানসকলৰ বিৰুদ্ধে থিয় দিয়াৰ আঁচনি তেওঁ প্ৰস্তুত কৰিছিল।



তেওঁ নিজৰ আঁচনি সুচিন্তিতভাৱে প্ৰস্তুত কৰিছিল। দিল্লীৰ অপ্ৰতিদ্বন্দী মোগল সম্ৰাটৰ লগত তৰোৱাল চলাবলৈ লোৱা তেওঁৰ মনোভাৱৰ সমৰ্থনত এটা অবিসম্বাদী মত গঢ়ি তুলিবলৈ আৰু এই ক্ষেত্ৰত বঙ্গদেশৰ নেতৃস্থানীয় ব্যক্তিসকলৰ সমৰ্থন লাভৰ বাবেও তেওঁ প্ৰয়াস কৰিছিল। তেওঁ নিজৰ ৰাজসভালৈ পণ্ডিত, শিল্পী, সঙ্গীতজ্ঞ, কাৰিকৰী লোক, ধাৰ্মিক লোক, ভিক্ষুক বা সন্যাসী নিমন্ত্ৰণ কৰিছিল আৰু তেওঁলোকৰ যোগ্যতা অনুসৰি মূল্যবান উপহাৰ প্ৰদান কৰিছিল। যিবোৰ পণ্ডিত আৰু ব্ৰাহ্মণ অসমলৈ ইমান দূৰ আহিব নোৱাৰিছিল, তেওঁলোকলৈ অৰ্থ উপহাৰ পঠাই দিছিল। ইয়াৰ ফলত নিজৰ দেশৰ বাহিৰতো তেওঁৰ বিষয়ে এটা ভাল মত গঢ়ি উঠিছিল। ইফালে নিজৰ দেশত তেওঁ যুদ্ধৰ বাবে প্ৰস্তুত হ'বলৈ ধৰিলে সকলো ধৰণৰ অস্ত্ৰ-সস্ত্ৰ—তৰোৱাল, যাঠি, ধনু-কাড়, বন্দুক, গুলী, বৰটোপ, গোলা, খাৰ-বাৰুদ ইত্যাদি জমা কৰিছিল আৰু যুদ্ধৰ বাবে তেওঁৰ সৈন্যকে কেৱল নহয় হাতী আৰু ঘোঁৰাকো শিক্ষা দিবলৈ ধৰিলে। দেশৰ মানুহৰ অৰ্থনৈতিক অৱস্থাৰ কোনো হানি-বিঘিনি যাতে নহয় তাৰ প্ৰতি তীক্ষ্ণ দৃষ্টি ৰাখি তেওঁ এই সকলোৰে প্ৰস্তুতি কৰিছিল।

এই প্ৰস্তুতি পৰ্ব চলি থাকোঁতে তেওঁ চাই-চিতি বঙ্গ আৰু বিহাৰৰ ক্ষমতাশালী হিন্দু মুখিয়াললোক আৰু জমিদাৰসকলৰ লগত যোগাযোগ কৰিবলৈ চেষ্টা কৰে। এইটো জনা নাযায়, তেওঁবঙ্গ আৰু ইয়াৰ চাৰিওফালৰ জন-নায়কসকলৰ সংস্পৰ্শলৈ কিমান দূৰলৈকে আহিছিল। তেওঁ এজন পণ্ডিত ব্ৰাহ্মণ পুৰোহিতক, তেওঁৰ স্বৰ্গগত পিতৃ গদাধৰসিংহৰ অন্ত্যেষ্টিক্ৰিয়া প্ৰাচীন গোৰা হিন্দু প্ৰথামতে সমাধা কৰিবলৈ (গদাধৰসিংহক অৱশ্যে আহোম প্ৰথামতে চৰাইদেউত থকা আহোম ৰজাৰ জাতীয় সমাধিস্থলীত মৈদাম দিয়া হৈছিল) সুদূৰ গয়ালৈ পঠাইছিল। এই পণ্ডিতজন ঘূৰি আহোঁতে বাটত ঢাকাত তাৰ এজন প্ৰখ্যাত লোক সুবংশৰয়ক লগ পায় আৰু তেওঁ আহোম আৰু ত্ৰিপুৰা ৰজাৰ মাজত মিত্ৰতা স্থাপনৰ বাবে পৰামৰ্শ দিয়ে। ইতিমধ্যে ৰুদ্ৰসিংহই এই অভিযানত পঠোৱা লোকসকলে যিসকল দৰ্কাৰী লোকক লগ ধৰিছিল, তেওঁলোকে আহোম ৰজাৰপৰা এই বুলি সন্দেশ পাইছিল—"আমি হিন্দু ধৰ্মাৱলম্বী ৰজাসকল থাকোঁতে বিদেশীয়ে আহি আমাৰ ধৰ্ম নষ্ট কৰিছে। সেইবাবে, আমি সৰ্বসম্মিলিত হৈ এই বিদেশীহঁতক প্ৰতি-ৰোধ কৰি যদি আমাৰ ধৰ্ম ৰক্ষা কৰিব পাৰোঁ, বুজিব, ই কিমান মহৎ-কাৰ্য্য হ'ব।" তেওঁ সকলোৰেপৰা সন্মতি আৰু সহানুভূতি লাভ কৰিলে আৰু তেতিয়া তেওঁ সংগ্ৰামৰ বাবে পৰিপূৰ্ণভাৱে সাজু হ'বলৈ ধৰিলে।

ৰুদ্ৰসিংহই অন্ততঃ পূব ভাৰতৰ এজন শক্তিশালী হিন্দুৰজা, ত্ৰিপুৰাৰ ত্ৰিপুৰা ৰজাৰ সংস্পৰ্শলৈ আহিছিল। দুয়োৰাজ্যৰ মাজত ৰাজদূত আৰু উপহাৰ প্ৰদানৰ বিনিময় হৈছিল। ত্ৰিপুৰা ৰজাৰ লগত মিত্ৰতা স্থাপন কৰাৰ আশা কৰি সংস্কৃতত লিখা (উচচ খাপৰ সংস্কৃতত বিনয়েৰে লিখা) এখন মুকলি চিঠিৰ উপৰিও লগত এখন গোপন পত্ৰ (ৰহস্য-পত্ৰ)ও ৰুদ্ৰসিংহই ত্ৰিপুৰা ৰজালৈ পঠাইছিল। এই ৰহস্য-পত্ৰত ৰুদ্ৰসিংহই ত্ৰিপুৰাৰ ভাতৃৰজা ৰত্নমাণিক্যদেৱলৈ (এই ৰহস্যপত্ৰ বঙলা ভাষাত লিখা হৈছিল) এই মৰ্মে লিখিছিল: "প্ৰজাবৰ্গৰ মাজত এইভাব ব্যাপকভাৱে প্ৰসাৰিত হৈছে যে মোগলৰ আক্ৰমণৰ বাবে বৈদিক ধৰ্ম বিপদগ্ৰস্ত হৈছে। এইবাবে, যদি এই অৱস্থাক কোনো উপায়ে বন্ধ কৰিব খোজাটো আপুনি উচিত বিবেচনা কৰে, তেন্তে আপোনাৰ লগত মিত্ৰতা থকা প্ৰতাপী লোকসকলৰ লগত আলোচনা কৰি আপোনাৰ সৈন্যশক্তি আৰু মনোভাৱৰ কথা বিশদভাৱে মোলৈ লিখিব। প্ৰত্যেক মানুহেই ঈশ্বৰৰ অনুগত। গতিকে এই কাৰ্য্যৰ সমাপ্তি কৰিবলৈ সম্ভৱপৰ সকলো ব্যৱস্থা গ্ৰহণ কৰিবলৈ চেষ্টা কৰাটো উচিত হ'ব। এই ক্ষেত্ৰত আন কাৰো বাধ্যবাধকতা নমনাকৈ নিজৰ দেশৰ ভিতৰত আমি আমাৰ ৰাজকীয় ক্ষমতাৰে কাম কৰাৰ অধিকাৰ থাকিব; সকলো ক্ষেত্ৰতে আমাৰ স্বইচ্ছামতে কাম কৰিব পাৰিম আৰু কোনো কাৰো অধীন হ'ব নালাগিব। অন্যান্য বিষয়ে আপুনি শ্ৰীৰত্ন কন্দলি আৰু অৰ্জুনদাস (ৰাজদূত)ৰ পৰা শুনিব।"

## অসমাপ্ত কীৰ্তিৰ অধিকাৰী—ৰুদ্ৰসিংহ

ওপৰৰ চিঠিৰ বাক্যই মানুহজনৰ মনোভাৱ স্পষ্টকৈ আৰু পোনপটীয়াকৈ প্ৰকাশ কৰিছে। ইতিমধ্যে ত্ৰিপুৰাৰ ৰাজপৰিয়ালত ঘটা বিপ্লৱৰ ফলস্বৰূপে মহামাণিক্যক সিংহাসনচ্যুত কৰা হ'ল আৰু হত্যা কৰা হ'ল। আৰু ৰত্নমাণিক্যৰ সতীয়া ভায়েক সিংহাসনত উঠিল; আহোম ৰজাৰ এই জাতীয়তা বাদী আঁচনিৰ প্ৰতি তেওঁৰ অলপো আগ্ৰহ নাছিল। গতিকে, ৰত্নমাণিক্যৰ দিনত ৰাজদূত বিনিময় হোৱাৰ পাচত আহোম ৰজাৰ প্ৰস্তাৱৰ প্ৰতি ত্ৰিপুৰা ৰজাই কৰ্ণপাত নকৰিলে। ৰত্নকন্দলি আৰু অৰ্জুনদাসে লিখা এখন গদ্য বুৰঞ্জীত ('ত্ৰিপুৰা বুৰঞ্জী' নামে জনাজাত এই বুৰঞ্জীখনত ৰজাঘৰীয়া নানা তথ্য-পাতিৰ উদ্ধৃতিৰ উপৰিও তেওঁলোকৰ ভ্ৰমণৰ বিবৰণো আছে; ডঃ সূৰ্য্যকুমাৰ ভূঞাই বুৰঞ্জীখন সম্পাদনা কৰি



উলিয়াইছে।) আহোম ৰজা ৰুদ্ৰসিংহই পূবভাৰতৰ আন এজন ত্ৰিপুৰা ৰজাৰ লগত কেনে কূটনৈতিক সম্বন্ধ স্থাপন কৰিছিল, তাৰ বহল বিৱৰণ আমি পাওঁ। এই বুৰঞ্জীখন উল্লেখ্যযোগ্যভাৱে বিশুদ্ধ আৰু তাত থকা ৰাজদূত দুজনৰ এই ভ্ৰমণৰ বিবৰণো যিকোনো সাহিত্যৰ পাঠৰ দৰেই মোহনীয়। ১৭০৯ চনৰপৰা ১৭১৫ চনলৈকে ঘটা ৰাজনৈতিক ঘটনাৰ বিবৰণপূৰ্ণ এই পুথি ১৭২৪ চনত তেওঁলোকে লিখি উলিয়ায়। ৰজাঘৰীয়া সকলো দিশৰ সত্য আৰু বিশদ বিবৰণৰ বাবে আৰু অসমৰপৰা ত্ৰিপুৰালৈকে কৰা তেওঁলোকৰ ভ্ৰমণৰ বিশদ আৰু সত্য বিবৰণৰ বাবে এই পুথিৰ লখকদ্বয়ৰ ওচৰত আমি কৃতজ্ঞ থকা উচিত। 'ত্ৰিপুৰা বুৰঞ্জী'ত উল্লেখ কৰা মতে দক্ষিণ মিথিলাৰ ৰজা মৰাং, পশ্চিমবঙ্গৰ বন-বিষ্ণুপুৰ, নদীয়াৰ ৰজা, বেহাৰ (কোচবিহাৰ)ৰ ৰজা, বৰ্ধমানৰ জমিদাৰ কীৰ্তিচন্দ্ৰ, উত্তৰ বঙ্গৰ নাটোৰ আৰু বড়নগৰৰ জমিদাৰ উদয় নাৰায়ণ আদি পূব ভাৰতৰ হিন্দুৰজা আৰু প্ৰতাপী লোকসকলৰ ওচৰলৈও ৰুদ্ৰসিংহই ৰাজদূত পঠাইছিল। কিন্তু এই ৰাজদূতবোৰৰপৰা 'ত্ৰিপুৰা-বুৰঞ্জী'ৰ দৰে পুথি দুৰ্ভাগ্যক্ৰমে আমি নাপালোঁ। ৰুদ্ৰসিংহই এই ৰাজন্যবৰ্গৰপৰা সঁহাৰি পাই উৎসাহিত হৈছিল আৰু তেওঁৰ সামৰিক কাৰ্য্যৰ আঁচনি আদিৰ প্ৰস্তুতি কৰি গৈছিল; আৰু বঙ্গৰ মুছলমান ফৌজৰ ওপৰত এটা আক্ৰমণ চলাওঁ চলাওঁ অৱস্থা হৈছিল। কিন্তু অকস্মাতে ১৭১৪ চনত তেওঁ মৃত্যুৰ মুখত পৰিল আৰু তেওঁৰ আঁচনিবো সামৰণি পৰিল। পশ্চিম ভাৰতৰ মাৰাঠাৰ লগত তুলনীয়ভাৱে পূব ভাৰততো হিন্দুৰ পুনৰুত্থানৰ সম্ভাৱনাও চিৰদিনৰ বাবে এনেকৈয়ে বন্ধ হৈ গ'ল।

তেওঁৰ আঁচনিক সফল কৰি তুলিবলৈ ভাগ্যই তেওঁক সুবিধা নিদিলে। ৰুদ্ৰসিংহক সেয়ে অসমৰ "অপূৰণীয় খ্যাতিৰ অধিকাৰী" ৰজা বুলিব পাৰি। তথাপি এই ক্ষেত্ৰত তেওঁ লক্ষ্য, উদ্দেশ্য আৰু আঁচনিৰ সফল সমাপ্তিত যিমান সন্মান পালেহেঁতেন, এতিয়াও সেই সন্মান সম্পূৰ্ণভাৱে লয়। আগতে কৈ অহাৰ দৰে তেওঁক পূব ভাৰতৰ শিবাজী বুলিব পাৰি। যদি দাক্ষিণাত্যৰ শিৱাজীৰ দৰে ৰজা আৰু অসম বঙ্গৰ ৰুদ্ৰসিংহৰ দৰে ৰজাৰ মাজত সহযোগ-সংযোগ ঘটিলহেঁতেন, ভাৰতৰ ইতিহাসৰ গঢ়েই সুকীয়া হ'লহেঁতেন। ৰুদ্ৰসিংহৰ ব্যক্তিত্বত সৰ্বভাৰতীয় গুণ নিহিত হৈ আছে। সচাকৈয়ে আহোম ৰজা ৰুদ্ৰসিংহ বা চু-খ্ৰাংফাক লৈ কেৱল অসমেই নহয়, সমগ্ৰ ভাৰতে গৌৰৱ কৰিব পাৰে।

ৰুদ্ৰসিংহৰ পিচত গোটেই ১৮ শতিকা জুৰি আহোম শক্তিৰ ক্ৰমাগত পতন আৰম্ভ হয়। ধৰ্মৰ সংঘৰ্ষ দেশ জুৰি আৰম্ভ হয়। শাক্ত আৰু

বৈষ্ণৱৰ মাজত, বৈষ্ণৱৰ বিভিন্ন শাখাৰ মাজত সংঘাত সৃষ্টি হয় আৰু প্ৰত্যেকটো দলৰ আঁৰত আছিল হয় কোনোবা ৰজা, নহয় কোনোবা শক্তিশালী বা বিষয়া। অৱশেষত ব্ৰহ্মদেশীয় বা মানবিলাকে অসম আক্ৰমণ কৰি অসমৰ মানুহৰ ওপৰত অকথনীয়, বৰ্বৰ অত্যাচাৰ কৰি, অসমক শেষ আঘাত দিলে; আৰু অসমক বৃটিচৰ অধীনলৈ নি, বঙ্গদেশৰ অংশ স্বৰূপে কলিকতাৰপৰা বৃটিচে শাসন কৰাৰ পথ মুকলি কৰি দিলে।

## আহোম ৰাজত্বৰ ছশবছৰীয়া কালত গঢ়ি উঠা আধুনিক অসমীয়া সংস্কৃতিৰ বুনিয়াদ

আহোমৰ ছশবছৰীয়া ৰাজত্বকালত অৰ্থাৎ ১২০০ চনৰপৰা অসম বুৰঞ্জীৰ শেষ মধ্যযুগত অসমে কেইজনমান ভাল সামৰিক বিষয়া, শাসকৰ জন্ম দিয়াৰ উপৰিও জন্ম দিয়ে সাধকসকলক আৰু কবিসকলক। সামৰিক বিষয়া আৰু শাসকসকলে অসমৰ বাবে নিস্বাৰ্থ সেৱা আগবঢ়াই যথাৰ্থতে ভাৰতকে সেৱা কৰিছিল আৰু কবি-সাধকসকলৰ ক্ষেত্ৰতো একে কথাই খাটিছিল। অবিৰতভাৱে যুদ্ধ বিগ্ৰহ লাগি থকাৰ বাবে আৰু ১৭ শতিকালৈকে এই দেশ অৰ্ধ-হিন্দু ৰজাৰ দ্বাৰা শাসিত হোৱাৰ বাবে, অসমত সংস্কৃত শিক্ষাৰ ক্ৰমোন্নতিৰ বাবে অনুকূল পৰিৱেশ গঢ়ি উঠা নাছিল; আৰু সংস্কৃত শিক্ষা বিষয়ত অসমে বৰকৈ সেইবাবে গৌৰৱো কৰিব নোৱাৰে। কিন্তু অন্যান্য আৰ্য্য ভাৰতীয় ভাষাসমূহৰ সমানেই—অসমীয়া সাহিত্যয়ো বিকাশ লাভ কৰিছিল। আৰু অসমীয়া ভাষী জনসংখ্যা সাত নিযুত মানো নহ'লেও অসমীয়া সাহিত্যৰ বিকাশ কিন্তু উল্লেখ্যযোগ্য। মধ্যযুগৰ অসমে সমগ্ৰভাৰতীয় পৰম্পৰা ৰক্ষা কৰা দুজন মহৎ কবিৰ জন্ম দিলে—শঙ্কৰদেৱ আৰু মাধৱদেৱ। অসমৰ জাতীয় জীৱন আৰু সাংস্কৃতিক জীৱনত এই দুজন মহাপুৰুষৰ প্ৰভাৱ আৰু গুৰুত্ব আটাইতকৈ বেচি। অনাৰ্য্য যুগৰ সংস্কাৰাচ্ছন্ন এখন দেশ, য'ত পৰৱৰ্তীকালত তান্ত্ৰিক শৈৱ আৰু শাক্ত ধৰ্ম প্ৰৱৰ্তিত হয়,—সেই দেশক শঙ্কৰদেৱ আৰু মাধৱদেৱে মানৱতাবোধৰ শিখৰলৈ আগবঢ়াই নিয়ে। দুৰ্ভাগ্যবশতঃ বঙ্গদেশৰ কিছুসংখ্যক বৈষ্ণৱৰ বাহিৰে, শ্ৰীশঙ্কৰৰ বাণী অসমৰ বাহিৰে আন লোকৰ মাজত প্ৰচাৰিত নহ'ল।

বুৰঞ্জী সাহিত্যৰ দৰেই উল্লেখ্যযোগ্য আন ধৰণৰ সাহিত্যও অসমত সৃষ্টি হয়।

ছশবছৰীয়া আহোম ৰাজত্বত, সৰ্বভাৰতীয় ক্ষেত্ৰত বিশেষ অংশ গ্ৰহণ



কৰাত, দুটা উল্লেখ্যযোগ্য কাৰণে অসমক বাধা দিছিল। দিল্লী-আগ্ৰা, বেনাৰস-পাটনা, নদীয়া-ঢাকা আৰু দক্ষিণ ভাৰতৰ বিজয়নগৰ আদি ভাৰতৰ সেই সময়ৰ শিক্ষা-দীক্ষাৰ কেন্দ্ৰস্থলসমূহৰপৰা অসমলৈ থকা দূৰত্ব হ'ল প্ৰধান কাৰণ। ভাৰত বুৰঞ্জীৰ মূল পথৰপৰা অসম বহু আঁতৰৰ এটা কোণত আছিল আৰু সেই বাবে বাকী বহুতৰ দৃষ্টিলৈ অহা নাছিল। দ্বিতীয় কাৰণটো হ'ল—অসমে নিজৰ স্বাধীনতা বজাই ৰাখিছিল আৰু মুছলমান সাম্ৰাজ্যৰ অংশ স্বৰূপ হোৱা নাছিল। তিব্বত-বৰ্মী ভাষা কোৱা (আৰ্য্যভাষা আৰু ধৰ্মই যথেষ্ট বিকাশ লভা সত্বেও), নিজা বিশেষত্বৰে এই দেশ বাকী সকলৰ বাবে আশ্চৰ্য্যজনক বা অচিনাকি দেশ হৈ থাকিল। আনকি শঙ্কৰদেৱে বৈষ্ণৱধৰ্ম প্ৰচাৰ কৰোঁতে ধৰ্মৰ ক্ষেত্ৰতো অসম আত্ম-কেন্দ্ৰীভূত আছিল। সেইবাবেই মধ্যযুগৰ ভাৰতৰ ৰাজনৈতিক আৰু আৰু সাংস্কৃতিক জীৱনত অসমে সম্পূৰ্ণ অংশ গ্ৰহণ কৰাত এই কাৰণ সমূহে বাধাৰ সৃষ্টি কৰিছিল। *

* বাণীকান্ত সোঁৱৰণী বক্তৃতামালাৰ দ্বিতীয় বক্তৃতাৰপৰা অনূদিত।

# আহোম যুগৰ অসমীয়া সংস্কৃতি

লীলা গগৈ

১২২৯ চন। আঘোণ মাহ। সোণাতলী পথাৰৰ সোণগুটি যেন ধান-বোৰৰ উজ্জ্বল সোণালী কিৰণৰাশি তিৰ্‌বিৰাই উঠিছিল; লুইতৰ পাৰৰ শুকুলা কঁহুৱানিৰ ৰূপ-জেউতিৰ ফাঁকে ফাঁকে সোণ-বৰণীয়া সৰিয়হৰ ফুলবোৰ ৰমক-জমক হৈ ফুলি উঠিছিল; অনাগত বসন্তৰ প্ৰতীক্ষাত সেউজীয়া গছ-পাতবোৰ কেঁচা সোণ-বৰণীয়া হৈ সৰি পৰিছিল; বৰ সেউজীয়া গছবোৰত সোণতৰাবোৰ পকিছিল; হেমন্তৰ হিমে ধোৱা গোটেই পৰিবেশটোৱেই সোণ সোণ লাগিছিল। তেনে এটা ৰমণীয় কমনীয় মুহূৰ্ত্ততে পাটকাই পৰ্বত পাৰ হৈ আহিছিল—এজন ৰজা আৰু এদল মানুহ। বুকুত বিজয়ৰ বিপুল বাসনা, চকুত উজ্জ্বল আশা, বাহুত অসীম শকতি লৈ আহি লুইতৰ পাৰৰ কেঁচা মাটিৰ মাদকতা সনা গন্ধত বন্দী হৈ ৰ'ল—চিৰদিনৰ বাবে। চাৰিওপিনে সোণ-জেউতি উফৰি পৰা এই দেশখনক তেওঁবিলাকে নাম দিলে—মুং-ডুন্-চুন-খাম, সোণৰে উপচা দেশ, সোণৰ বাগিচাৰে ভৰা দেশ। এইখন দেশতে তেওঁবিলাকে পাতনি তৰিলে গাঁৱৰ, নগৰৰ, ৰাজ্যৰ, সাম্ৰাজ্যৰ। এই দলটোৰ মানুহকে কোনোবাই বুলিলে টাই-খাম, কোনোবাই বুলিলে অহম, কোনোবাই আশ্যাম আৰু কোনোবাই আহোম। চাওঁতে চাওঁতে চৰাইদেউৰ ঢাপলিকা পৰ্বতটিত লাইখুটা পোতা ৰাজ্যৰ সীমাই সৌমাৰপীঠ ডেই ৰত্নপীঠ, কাম-পীঠ, স্বৰ্ণপীঠ সামৰি ললে—'কৰতোয়াং সমাশ্ৰিত্যং যাবদ্দিক্কৰবাসিনী' অসমৰ পটভূমিত থিয় হ'ল; পৰ্বতে-পাষাণে বিয়পি পৰা সৰু সৰু ৰাজ্যৰ জান-জুৰিবোৰ বিশাল 'অসম' লুইতত মিলি গ'ল। নীলা-সেউজীয়া পৰ্বতৰাশিয়ে বেৰি থকা ভাৰতৰ উত্তৰ-পূব প্ৰান্তত আকৌ এখন শস্য-শ্যামলা ৰাজ্যৰ ভেঁটি কটকটীয়াকৈ প্ৰতিষ্ঠিত হ'ল; বৈচিত্ৰ্যৰ মাজত ঐক্যৰ যোগসূত্ৰ স্থাপনৰ বাট মুকলি হ'ল—'অসম' আৰু 'অসমীয়া' শব্দ দুটাও প্ৰতিষ্ঠিত হ'ল।



দশম শতিকাৰ উমালিঙ্গন্ মূৰ্তি



মধ্যযুগৰ শেহছোৱাৰ নৃত্য ( পোৰামাটি )



স্বৰ্গদেও শেনৰ এজাত (পোৰামাটি)



মধ্যযুগৰ শেহছোৱাৰ পোৰামাটিৰ ভাস্কৰ্য্য



দ্বাদশ-ত্ৰয়োদশ শতিকাৰ অষ্টধাতুৰ দুৰ্গামূৰ্তি



ছ'শ বছৰ ধৰি আহোম ৰাজশক্তি অব্যাহত হৈ ৰ'ল। বহল লুইতৰ পাৰৰ পলসুৱা মাটিত গাঁও পাতিলে, সাতৰাজ মাৰি একৰাজ কৰিলে, ৰাতিটোৰ ভিতৰতে পৰ্বত যেন গড় মাৰি শেনটো হৈ অহা শতুৰুক আগ-ভেঁটা দিলে, সেন্দূৰী ইটাৰে দ'ল আৰু সেন্দূৰী আলি বন্ধালে, শিলাকুটিৰ হাতৰ পৰশত শিলে সাৰ পালে, সাঁচিপাতত হেঙুল-হাইতাল লাগি শিল্পীৰ সপোন বাস্তৱলৈ ৰূপায়িত কৰিলে, ৰজাৰ মৰমত পণ্ডিতৰ প্ৰতিভা বিকশিত হৈ উঠিল, সত্ৰ-নামঘৰে ৰজাৰ বদান্যতা লাভ কৰিলে, ৰংঘৰত ৰঙৰ উছৱ পাতিলে, সংস্কৃতিৰ সোণ-সঁফুৰা উপচাই তুলিলে। ৰাজনীতিৰ চাক-নৈয়াই ৰাজশক্তি উটুৱাই নিলেও লুইতৰ পাৰৰ কেঁচা মাটিত আহোম ৰাজত্বৰ পৰিপ্ৰেক্ষিতত হোৱা সাংস্কৃতিক ক্ৰম-বিকাশৰ খোজ পৰি ৰ'ল।

আহোমসকলৰ গুণগ্ৰাহিতা, উদাৰতা আৰু সাংস্কৃতিক সহিষ্ণুতা বিশেষ প্ৰণিধানযোগ্য। এই স্বভাৱৰ বিনিময়ত সাংস্কৃতিক বিকাশ আৰু বিৱৰ্তনৰ পৰিৱেশ সৃষ্টি হয়। দক্ষিণ চীনৰ ইউনান প্ৰদেশৰপৰা নামি অহা মঙ্গোলীয় গোষ্ঠীৰ আহোমসকলৰ বৈশিষ্ট্যপূৰ্ণ ভাষা, সাহিত্য, ধৰ্ম, সংস্কৃতি থকা সত্বেও অসমত বসবাস কৰিবলৈ আহি বহল-উদাৰ দৃষ্টিভঙ্গীৰে থলুৱা মানুহৰ ভাষা-সংস্কৃতি গ্ৰহণ কৰি অসমীয়া সংস্কৃতিৰ বৰভঁৰাল বান্ধি-বলৈ দেহে-কেহে চেষ্টা কৰিছিল। আহোম ৰাজত্বৰ প্ৰথমছোৱা ৰাজ্য-স্থাপন, ৰাজ্য-সংগঠন, ৰাজ্য-বিস্তাৰ আৰু বিদেশী আক্ৰমণ প্ৰতিৰোধত সময় কটাবলগীয়া হোৱাত সাংস্কৃতিক বিকাশৰ বাবে শক্তি প্ৰয়োগ কৰিব পৰা নাছিল, কিন্তু গদাধৰসিংহ স্বৰ্গদেৱৰ ৰাজত্বৰপৰা ৰাজ্যৰ বেলি মাৰ যোৱালৈকে একেৰাহে বাৰে-বৰণীয়া সাংস্কৃতিক সম্পদ সৃষ্টিত ৰাজকীয় পৃষ্ঠপোষকতা আগবঢ়োৱা হৈছিল। আহোম ৰাজত্বত গ্ৰাম্য আৰু নগৰীয়া সংস্কৃতিয়ে সমানে আগ বাঢ়িছিল। থলুৱা সংস্কৃতিৰ সংৰক্ষণ কৰিও বাছকবনীয়া সাংস্কৃতিক সম্পদ আহৰণ কৰি বিশাল অসমীয়া সংস্কৃতি সৃষ্টিৰ বাট মুকলি কৰিছিল। তদুপৰি পৰ্বত-ভৈয়ামৰ মাজত সংস্কৃতিৰ আদান-প্ৰদান ঘটাই পৰ্বত-ভৈয়াম মাজ একেকঠি কৰি সু-সংস্কৃতিসম্পন্ন এটা সুস্থ-সবল অসমীয়া জাতি আৰু সংস্কৃতি সৃষ্টি কৰিছিল যাৰ খোজ সময় লুইতৰ বালিত এতিয়াও পৰি আছে।

## স্থাপত্য-ভাস্কৰ্য্য

আহোম যুগৰ স্থাপত্য উচ্চ পৰ্য্যায়ৰ। এই যুগৰ স্থাপত্যৰ চানেকি অনেক দ'ল-দেৱালয়, মৈদাম, শিলৰ সাঁকো, গড়-আলি এতিয়াও জিলিকি

আছে। অসমৰ সেমেকা জলবায়ু, প্ৰবল ভূমিকম্প আৰু বানপানীয়ে অনেক স্থাপত্যৰ গৌৰৱ নষ্ট কৰিলে। মিৰজুমলাই অসম আক্ৰমণ কৰিবলৈ আহোঁতে গড়গাঁৱত যিটো কাৰেং পাইছিল, তাৰ বিৱৰণী এইদৰে দিছিল—"ৰজাৰ চোলং (হোলোং) ঘৰটো দীঘে ১২০ হাত, পথালিয়ে ৩০ হাত। এই ঘৰত ৬৬টা স্তম্ভ। প্ৰত্যেকটো বিতোপন স্তম্ভৰ বেৰ বা পৰিধি ৪ হাতকৈ। ঘৰটিৰ চালবোৰ আচৰিত কৌশল খটুৱাই কাঠৰ কাৰুকাৰ্য্যেৰে সুশোভিত কৰা হৈছে।" আহোম যুগত পোনতে ৰজাৰ কাৰেং, ৰংঘৰ, বাসগৃহ, জনসাধাৰণৰ থকা ঘৰ আদি বাঁহ-কাঠৰ খুটা, বাঁহ-ইকৰাৰ বেৰ আৰু সৰণ-বিৰিণা খেৰ বা টকৌপাতৰ চালেৰে নিৰ্মাণ কৰিছিল। প্ৰমত্তসিংহৰ দিনৰ পাটঘৰত ব্যৱহাৰ হোৱা বয়-বস্তুৰ তালিকাত বাঁহৰ কামী, বেতৰ সূত, টকৌপাতৰ নাম আছে। ঘৰবোৰ সাধাৰণতে দুচলীয়া। অৱশ্যে বৰাহী মানুহ এজনে দিহিঙ্গীয়া ৰজাক কুঁহিলাৰে সজা চাংঘৰৰ আহিৰ দুটুপীয়া সজা এটা দিয়াৰ পাচৰেপৰা ঘৰৰ দুইমূৰে টুপ দি ঘৰ সজাৰ পৰম্পৰা সৃষ্টি হয়। বৰ্তমান ৰংঘৰৰ চালত এই টুপৰ আহি দেখিবলৈ পোৱা যায়। অৱশ্যে কাঠৰ-বাঁহৰ ঘৰৰ আহি কেনেকুৱা আছিল তাক খাটাংকৈ ক'ব নোৱাৰিলেও, অসমীয়া স্থপতি বিদ্যাৰ মন্থৰ পৰিৱৰ্তনশীলতালৈ চালে আজিৰ কাঠ-বাঁহৰ ঘৰতকৈ বৰ বেচি পৃথক নাছিল যেন লাগে। কাঠৰ চ'তিত ফুল, জীৱ-জন্তু আদিৰ ছবি কটা ভাস্কৰ্য্য এসময়ত ব্যাপক ধৰণে ব্যৱহৃত হৈছিল। ৰুদ্ৰসিংহৰ ৰংঘৰটোও শালকাঠৰ খুটা দি দুমহলীয়াকৈ সজা হৈছিল।

পকীঘৰ নিৰ্মাণ কৰিবলৈ সাধাৰণতে শিল, ইটা, কৰাল ব্যৱহাৰ কৰা হৈছিল। মিঠাতেল, শন, ধূনা, গুৰ, মাছ, চূণ, মাহ, হাঁহকণী নিৰ্দিষ্ট পৰিমাণত মিহলাই কৰাল তৈয়াৰ কৰিছিল। দ'ল, ৰাজ-অট্টালিকা আদিত ব্যৱহাৰ হোৱা কৰাল অধিক ডাঠ আৰু আঠালতীয়া। এইযুগত নিৰ্মিত পকীঘৰৰ ভিতৰত দ'ল-দেৱালয়েই সৰহ। ইয়াৰ ভিতৰত জয়-সাগৰৰ জয়দ'লেই ভাস্কৰ্য্য আৰু গাঁথনিত সৰ্বশ্ৰেষ্ঠ আৰু শিৱসাগৰৰ শিৱদ'লেই সৰ্ববৃহৎ। মন্দিৰবোৰৰ আহি পুৰাণত নিৰ্দিষ্ট কৰা মন্দিৰৰ আহিৰপৰাই গ্ৰহণ কৰা যেন লাগে। উত্তৰ ভাৰতৰ ভালেমান মন্দিৰৰ লগত আকৃতিগত সাদৃশ্য দেখা যায়। শিৱদ'লবোৰ কৰ্দৈসিৰীয়া, দেৱী-দ'লবোৰৰ সিৰবোৰ ঘন আৰু সৰু। বিষ্ণুদ'লৰ গাত বৰ্গক্ষেত্ৰ অঙ্কিত থাকে আৰু সেই বৰ্গক্ষেত্ৰৰ মাজত বা সন্ধিস্থলত চক্ৰ অঙ্কিত থাকে। দেৱীঘৰ, ভোগঘৰ, শ্ৰীসূৰ্য্য, শ্ৰীগণেশৰ মন্দিৰ দুচলীয়াকৈ সজাও দেখা যায়। সমগ্ৰ অসমতে অসংখ্য মঠ-মন্দিৰ বিয়পি আছে। আকাৰত



তাৰতম্য থাকিলেও আহোম যুগৰ প্ৰায়বোৰ মন্দিৰৰে গঠন-প্ৰণালী প্ৰায় একে।

স্বৰ্গদেও ৰুদ্ৰসিংহৰ দিনৰেপৰা অসমৰ স্থপতি বিদ্যাত সমন্বয় সাধন হ'বলৈ ধৰে। ৰংঘৰ-তলাতলঘৰৰ দুৱাৰ-খিৰিকীবোৰ আহিত সামান্য পৰিমাণে হ'লেও মোগলাই বা পাৰ্চীয় প্ৰভাৱ অনুভূত হয় অথচ ৰংঘৰৰ চালখন সম্পূৰ্ণ অসমীয়া দুটুপীয়া ঘৰৰ আহিৰ। অসমীয়া বাঢ়ৈ, খনিকৰ আৰু শিলাকুটিৰ হাতত অসমীয়া স্থপতি বিদ্যাই এটা নিজা ৰীতিৰ সৃষ্টি কৰিছিল। গড়গাঁৱৰ কাৰেং আৰু ৰংপুৰৰ তলাতল-ঘৰ সাত মহলীয়া। মাটিৰ তলে তিনি মহলা, ওপৰে তিনি মহলা আৰু সমানে এক মহলা। সাধাৰণতে এই পকীঘৰবোৰৰ গাত শিলত কটা ভাস্কৰ্য্য ব্যৱহৃত হৈছিল। ফুল-পাত, দেৱ-দেৱীৰ মূৰ্তি, জীৱ-জন্তুৰ মূৰ্তি, সাধাৰণ নৰ-নাৰীৰ ছবি আদি গাত অঙ্কন কৰা হৈছিল। জয়সাগৰৰ পশ্চিমে অৱস্থিত নাতি গোসাঁইৰ দ'লটোত পোৰামাটিৰ ভাস্কৰ্য্যৰ প্ৰচুৰ ব্যৱহাৰ দেখা যায়। একমাত্ৰ উদাহৰণ হ'লেও এই দ'লটো গৌড়ীয় আহিৰ। গড়গাঁৱৰ কাৰেঙৰ বেৰত দুটা কৰালেৰে তৈয়াৰ কৰা ড্ৰেগনৰ ছবিও দেখা যায়।

আহোম যুগত নিৰ্মিত শিলাসাঁকোৰ ভিতৰত নামডাং, দৰিকা, দিজৈ এই তিনিখন নৈৰ শিলাসাঁকো এতিয়াও অক্ষত অৱস্থাত আছে। ডিমৌ, ৰহদৈ, নাফুক, হাঁহচৰা, জয়সাগৰ আদিত নিৰ্মিত ভালেমান সাঁকো ধ্বংস হ'ল। নামডাঙৰ শিলাসাঁকোখনৰ নিৰ্মাণ-প্ৰণালী সচাকৈয়ে আশ্চৰ্য্যজনক। চটীয়া শিল গাঁথি, তাত শলখা মাৰি সাঁকো তৈয়াৰ কৰা হৈছিল। নামডাঙৰ সাঁকোত দুটামান মূৰ্তিও কটা আছে। হাঁহ-চৰাৰ শিলাসাঁকোৰ ভগ্নাৱশেষত ফুল-পাত-লতা কটা মিহি ভাস্কৰ্য্য থকাৰ উপৰিও কেইবাটিও নাৰীমূৰ্তি থকাৰ কথাও জনা যায়।

আহোম ৰজাৰ মৈদামৰ গঠন-প্ৰণালীও বৈশিষ্ট্যপূৰ্ণ। শাল-শিঙৰি কাঠৰ চাৰিচুকীয়া গহ্বৰৰ ওপৰত দ'ল যেনকৈ সাধাৰণতে মৈদাম বন্ধা হয়। কেতিয়াবা ওপৰত ইটা গাঁথি দিয়ে। গহ্বৰ ইটা-শিলেৰে পকী কৰি ওপৰতো ইটা গাঁথি দিয়া মৈদামো আছে। চাৰিওপিনে ইটাৰ গড় মাৰি দিয়াৰ উপৰিও মৈদামলৈ সোমোৱা বাটত বাটচ'ৰাৰ আহিত দুৱাৰ দিয়া মৈদামো চৰাইদেউত দেখা যায়।

এইবোৰৰ উপৰিও আহোম যুগত অসংখ্য গড়, আলি, নিৰ্মিত হৈছিল। ৰংপুৰ নগৰলৈ সোমোৱা ন-দুৱাৰৰ বাটত যমুনাৰ পানী অহা-যোৱা কৰিব পৰাকৈ এটা ধোন্দ তৈয়াৰ কৰিছিল। জয়সাগৰৰপৰা ৰংপুৰৰ কাৰেং-ঘৰৰ কাষৰ মিঠাপুখুৰীলৈ মাটিৰে নিৰ্মিত পকী নলীৰে পানী অনাৰ ব্যৱস্থা

আছিল। মাটিৰ তলেদি গড়গাঁৱৰপৰা ৰংপুৰলৈ এটা পকী সুৰঙ্গ আছিল। আহোম যুগৰ স্থপতি বিদ্যাৰ উৎকৃষ্টতা এইবোৰৰপৰাই নিৰ্ণয় কৰিব পাৰি।

## সাহিত্য

আহোমসকলে থলুৱা ভাষা আয়ত্ব কৰিবলৈ প্ৰায় তিনিশ বছৰমান লাগিছিল। ষোড়শ শতিকাৰপৰাই আহোমসকলে অসমীয়া ভাষাৰ পৃষ্ঠপোষকতা কৰাৰ প্ৰমাণ পোৱা যায়। বুৰঞ্জী সাহিত্য আহোম যুগৰ শ্ৰেষ্ঠ অৱদান। ষোড়শ শতিকাৰ শেহভাগৰপৰা উনৈশ শতিকা পৰ্য্যন্ত অসংখ্য বুৰঞ্জী ৰচিত হয়। বুৰঞ্জীবোৰ সাহিত্যিক আৰু ঐতিহাসিক উভয় দৃষ্টিৰপৰাই সৰ্বভাৰতীয় জোখত একক আৰু অতুলনীয়। প্ৰাক্ আহোম যুগৰ বুৰঞ্জী, আহোম যুগৰ বুৰঞ্জী, দাঁতিঅলীয়া ৰাজ্যৰ বুৰঞ্জী, বিদেশৰ বুৰঞ্জী আৰু কাৰিকৰী বিষয়ক বা চাংৰুং ফুকনৰ বুৰঞ্জী বুলি পাঁচোটা ভাগত বুৰঞ্জীবোৰ ভাগ কৰিব পাৰি। ৰজাঘৰীয়া তথ্য-পাতিৰে চিৰিং ফুকনৰ তত্ত্বাৱধানত বুৰঞ্জী লিখাৰ উপৰিও আতন বুঢ়াগোহাঁই, নুমলী বৰগোহাঁই, শ্ৰীনাথ দুৱৰা বৰবৰুৱা আদি উচ্চপদস্থ বিষয়ায়ো বুৰঞ্জী ৰচনা কৰিছিল। ইয়াৰ উপৰিও অনেক অনামী লিখকে অসংখ্য বুৰঞ্জী লিখিছিল।

জয়ধ্বজসিংহ স্বৰ্গদেৱে 'পদ্মপুৰাণৰ জনকৰ আখ্যান' আৰু অনেক পদ-পয়াৰ কৰাৰ কথা বুৰঞ্জীত পোৱা যায়। বোধকৰোঁ এওঁৰ দিনৰেপৰা অসমীয়া সাহিত্যৰ পৃষ্ঠপোষকতা আগবঢ়োৱা হয়। এওঁৰ দিনতে ৰাম-মিশ্ৰই 'ভীষ্মপৰ্ব' ৰচনা কৰে। ৰুদ্ৰসিংহ, শিৱসিংহ দুয়োজন ৰজাৰ ভণিতা থকা গোটাচেৰেক গীত পোৱা গৈছে। গোবিন্দ দাসে ৰুদ্ৰ-সিংহক লৈ এটি সংস্কৃতৰ অনুপ্ৰাসী গীত ৰচনা কৰিছিল। কবিৰাজ চক্ৰৱৰ্তী ৰুদ্ৰসিংহৰ ৰাজকবি আছিল। তেওঁ 'ভাস্বতী' নামৰ জ্যোতিষৰ পুথিখন ৰচনা কৰাৰ উপৰিও শিৱসিংহৰ পৃষ্ঠপোষকতাত 'ব্ৰহ্মবৈৱৰ্ত পুৰাণ', 'গীত-গোবিন্দ', 'শঙখচূড় বধ' আৰু 'শকুন্তলা কাব্য' ৰচনা কৰে। ইয়াৰ উপৰিও ৰুদ্ৰসিংহৰ দিনত ৰুচিনাথ কন্দলীয়ে 'কল্কি পুৰাণ' আৰু 'মাৰ্ক-ণ্ডেয় চণ্ডী' আৰু শিৱসিংহৰ দিনত ৰামানন্দ দ্বিজে 'উদ্যোগ পৰ্ব', অনন্ত আচাৰ্য্যই 'আনন্দ লহৰী', কবিচন্দ্ৰ দ্বিজই 'কামকুমাৰ হৰণ', 'ধৰ্মপুৰাণ' ৰচনা কৰে। সুকুমাৰ বৰকাথৰ 'হস্তীবিদ্যাৰ্ণৱ' এখন বহুমূলীয়া গ্ৰন্থ। ৰাজেশ্বৰসিংহৰ দিনৰপৰা পিচৰ ৰজা কেইজনৰ দিনত দুৰ্গেশ্বৰ দ্বিজে ব্ৰহ্মবৈৱৰ্ত পুৰাণৰ প্ৰকৃতিখণ্ড, বিদ্যাচন্দ্ৰ কবিশেখৰে 'হৰিবংশ'; ধৰ্মদেৱ ভট্টই 'মূষলপৰ্ব' ৰচনা কৰে। ৰামচন্দ্ৰ বৰপাত্ৰগোহাঁইৰ যোগিনী-তন্ত্ৰও এখন উল্লেখযোগ্য পদ-পুথি।



## সুকুমাৰ কলা

সঙ্গীত, বাদ্য, চিত্ৰ-কলা, নৃত্য আদি সুকুমাৰ কলাৰ বিভিন্ন দিশতো আহোম যুগত সমন্বয় আৰু ক্ৰমবিকাশ সাধিত হৈছিল। ৰংঘৰৰ সমুখত থলুৱা গীত-মাতে ৰাজকীয় স্বীকৃতি লাভ কৰাৰ উপৰিও আহোম যুগত সৰ্বভাৰতীয় সঙ্গীতৰ বাছকবনীয়া উপাদানো আহৰণ কৰিছিল। ৰজা ৰুদ্ৰসিংহৰ পৃষ্ঠপোষকতাত শুভঙ্কৰ কবিৰ শ্ৰীহস্তমুক্তাৱলী সুচন্দ বাই ওঝাৰ হতুৱাই অসমীয়ালৈ অনুবাদ কৰাইছিল। দ'ল-দেৱালয়সমূহত দেৱদাসী, দেওধনী নৃত্যৰ বাবে ৰাজকীয় সা-সুবিধা আগ বঢ়োৱা হৈছিল। ৰুদ্ৰসিংহ স্বৰ্গদেৱে অসমৰ বাহিৰলৈ গৈ গীত-বাদ্য শিকিবলৈ মানুহ পঠিওৱাৰ উপৰিও বাছকবনীয়া লোকক মতাই অনাইছিল। এইজনা ৰজাই নিজেও ঠুংৰী, গজল, টপ্পা জাতীয় গীত ৰচনা কৰি শাস্ত্ৰীয় সঙ্গীতৰ প্ৰতি অনুৰাগ প্ৰদৰ্শন কৰিছিল। শিৱসিংহ, প্ৰমত্তসিংহ আৰু ৰাজেশ্বৰ-সিংহয়ো খেয়াল-টপ্পা জাতীয় কিছুমান শাস্ত্ৰ সঙ্গীত ৰচনা কৰিছিল। গায়ন বৰুৱা নামেৰে এজন বিষয়াৰ অধীনত খুলীয়া, কালীয়া, মৃদঙ্গীয়া, ঢুলীয়া, নেগেৰীয়া, খুটিতলীয়া, নাচনিয়াৰ, তালোৱা, বীণোৱা, বিয়াহ-গোৱা, পদগোৱা আদি খেল আছিল। ঢোল, খোল, মৃদং, তাল, মঞ্জিৰা, বীণ, টোকাৰী, গগনা, পেঁপা, নাগেৰা, কালী আদি বাদ্যৰ প্ৰচলন আছিল। ৰুদ্ৰসিংহৰ দিনতে পাখোৱাজ অসমলৈ আহে। ৰজা আৰু ডা-ডাঙৰীয়া ভ্ৰমণলৈ ওলাওঁতে ঢুলীয়াই ঢোল বজাই যায়। অঙ্কীয়া নাটৰ ভাওনায়ো ৰজাঘৰীয়া উৎসাহ আৰু পৃষ্ঠপোষকতা লাভ কৰিছিল।

আহোম ভাষা আৰু লিপি যেনেকৈ মূল অসমীয়া ভাষাতকৈ পৃথক, টাই পদ্ধতিৰ চিত্ৰকলাও অসমৰ সত্ৰীয়া চিত্ৰকলাতকৈ পৃথক। ১৪৭৩ চনত লিখা টাইভাষাৰ পুথি এখনেই টাই চিত্ৰকলাৰ প্ৰাচীনতম আহি দাঙি ধৰে। নৱবৈষ্ণৱ আন্দোলনৰ সুফলস্বৰূপে সৃষ্টি হোৱা চিত্ৰকলাই আহোম ৰজাসকলৰো পৃষ্ঠপোষকতা লাভ কৰে। ধৰ্মীয় পুথিসমূহ চিত্ৰিত কৰাৰ উপৰিও ধৰ্মনিৰপেক্ষ হস্তীবিদ্যাৰ্ণৱ নামৰ পুথি ৰজাঘৰীয়া তত্ত্বা-ৱধানত চিত্ৰিত হৈছিল। ৰামানন্দ দ্বিজৰ 'বৃহৎ উষাহৰণ' আন এখনি সু-চিত্ৰিত পুথি। এইখনো ৰজা শিৱসিংহৰ পৃষ্ঠপোষকতাত অঙ্কিত হৈছিল। 'ধৰ্ম পুৰাণ', 'গীত-গোবিন্দ', 'শঙ্খচূড় বধ', 'আনন্দ লহৰী' আদি গ্ৰন্থও চিত্ৰাঙ্কনেৰে অলঙ্কৃত কৰা হৈছিল। সাঁচিপাত, তুলাপাত, পাট-মুগাৰ কাপোৰ, কাঠৰ পাট আদিত হেঙুল, হাইতাল আৰু থলুৱাভাৱে তৈয়াৰী ৰঙেৰে চিত্ৰ অঙ্কন কৰা হৈছিল। চিত্ৰবোৰ 'স্কেলিঙৰ' দৃষ্টিৰপৰা

ত্ৰুটীপূৰ্ণ হ'লেও বং মিশ্ৰণত নিখুঁত। পিচৰ যুগৰ চিত্ৰকলাত মোগল-ৰাজপুত ৰীতিৰ প্ৰভাৱ দেখা যায়। আহোম ধৰ্ম সম্বন্ধীয় আৰু মঙ্গল-চোৱা পুথিবোৰ চিত্ৰিত কৰা হৈছিল।

আহোম যুগটো ইয়াৰ উপৰিও সাংস্কৃতিক সম্পদ সৃষ্টি আৰু ক্ৰম-বিকাশৰ বাবে বিশেষ উল্লেখযোগ্য। সুসংহত আৰু সু-শৃঙ্খলাবদ্ধ শাসন-ব্যৱস্থাই অসমীয়াৰ সামাজিক জীৱনক ৰূপায়িত কৰিছিল। জাতিগত বৈষম্যক প্ৰশ্ৰয় নিদিয়া হেতুকে চুটিয়া, আহোম, কছাৰী, বৰাহী, মৰাণ, ভূঞা সকলোৰেই ৰাজকীয় শৃঙ্খলাৰ অধীনত সমিলমিলেৰে বাস কৰিছিল। আহোম শাসন-ব্যৱস্থাৰ পৰিণতিস্বৰূপে ডাঙৰীয়া বা বিষয়া শ্ৰেণীৰ এটি সম্ভ্ৰান্ত গোষ্ঠী সৃষ্টি হৈছিল। এই গোষ্ঠীটোৰ পিন্ধন-উৰণ, খাৱন-বোৱন, ব্যৱহাৰ্য্য সামগ্ৰী আদিয়ে সংস্কৃতিৰ সম্পদ বঢ়াইছিল। এই শ্ৰেণীটোৰ পৃষ্ঠপোষকতাত সাহিত্য, সঙ্গীত, চিত্ৰকলা আদিৰো উৎকৰ্ষ সাধিত হৈছিল। আয়ুৰ্বেদ, জ্যোতিষ, দৰ্শন, যৌন-সাহিত্য আদিৰ চৰ্চা হোৱাৰ উপৰিও এই যুগত হাতী, ঘোঁৰা, শেন চৰাই আদিৰ চিকিৎসাৰ বিষয়েও পুথি ৰচিত হৈছিল। মোমাই তামূলী বৰবৰুৱাৰ গাঁও-সংগঠন আৰু খেল-বিভাজনৰ ফলস্বৰূপে দেশত সোণাৰি, কমাৰ, কুমাৰ, বাঢ়ৈ, কঁহাৰ আদি বৃত্তিয়াল-সকলে নিজৰ নিজৰ বৃত্তিৰ উৎকৰ্ষ সাধন কৰিবলৈ সুযোগ পাইছিল। ৰজাৰ বিভিন্ন শ্ৰেণীৰ বা-বিষয়াৰ বাবে বিভিন্ন সাজ-পোছাক আৰু সামগ্ৰী নিৰ্ধাৰিত হোৱাৰ বাবে এইবোৰ সৃষ্টি কৰিবলৈ যাওঁতেও সাংস্কৃতিক উপকৰণ বৃদ্ধি পাইছিল। বিভিন্ন ধৰণৰ সোণৰ অলঙ্কাৰ, কাপোৰ, বিচনী, মুগা আদিৰ ব্যাপক প্ৰচলন আছিল। চেলেং, ৰিহা, মেখেলা আদিত গুণা আৰু আঁচুৰ বাবে-বৰণীয়া ফুল বাছিছিল। মাইহাং, তাওকিন, বানকাঁহী, বানবাটি আদি টাইসকলৰ প্ৰব্ৰজনৰ লগতে আহিছিল।

আহোমসকল নগৰ আৰু গাঁও উভয় সভ্যতাৰে পৃষ্ঠপোষক আছিল। চৰাইদেও, গড়গাঁও, চৰগুৱা, শলগুৰি, ৰংপুৰ, যোৰহাট, গুৱাহাটী আদিত একোখন সুপৰিকল্পিত নগৰ সৃষ্টি হৈছিল। নগৰৰ চাৰিও ফালে গড় মাৰি, ভিতৰত পুখুৰী খনাই, সেন্দূৰী আলি বন্ধাই কাষত দোকান-পোহাৰ পাতি দিছিল। আনপিনে গাঁও-সংগঠন কৰি কৃষিৰ উৎপাদন বঢ়াবলৈকো চেষ্টা কৰিছিল।

এইদৰে আহোম যুগত গুণগ্ৰাহিতা, সহিষ্ণুতা আৰু উদাৰনৈতিক দৃষ্টিয়ে অসমীয়া সংস্কৃতিৰ সকলো দিশতে নতুন সম্পদ আহৰণৰ সুযোগ দিছিল আৰু ইয়াৰেই পৰিণতিস্বৰূপে এই যুগত অসমীয়া সংস্কৃতি সুসমৃদ্ধ হৈ উঠিছিল।

# অসমৰ সঙ্গীত

## পৰাগ চলিহা

নৈৰ পাৰতে জনম লৈ নৈৰ নামেৰেই সভ্যতাও জনাজাত। নীল-সিন্ধু-গঙ্গা নদীক লৈ যদি (স্বকীয়া) সভ্যতাৰ চিনাকি দিব পৰা যায়, আমাৰ কৌটিকলীয়া লুইতৰ নামত লৌহিত্য সভ্যতা-সংস্কৃতিৰ স্বকীয়া সত্তা নিৰূপণ কৰিবৰ সমলো নিশ্চয় পোৱা যাব। নৈৰ পাৰৰ খাগৰি, কঁহুৱাবন আৰু ঢৌ দেখি দেখি আদিম মানুহৰ মনত বোলে পোনতে সেইবোৰকে অনুকৰণ কৰি হাত-ভৰি-কঁকাল-বুকু-মূৰ হালি-জালি নাচিছিল আৰু সিয়ে পিচলৈ নাচৰ লয়লাসত পৰিণত হয়গৈ। লুইতৰ বিশাল পাৰতো তেনে আদিম মানুহ নিশ্চয় আছিল। প্ৰকৃতিয়ে মানুহৰ চিন্তা আৰু কামৰ ওপৰত সততে প্ৰভাৱ পেলায়। সুকুমাৰ কলাৰ বেলিকা এই কথাৰ সাৰ্থকতা অধিক প্ৰকট। পৰ্বত-ভৈয়াম, নৈ-জান-জুৰি, ব'দ-কুঁৱলী, বতাহ-বৰ-ষুণেৰে বিনন্দীয়া বৈচিত্ৰ্যৰ সম্ভাৰ এই সুন্দৰ ভূখণ্ডৰ সংস্কৃতিৰ সুণীয়া সঁফুৰাই গঢ় লবলৈ আদৰ্শ থলী হৈ পৰে। বতাহৰ হো-হোৱনিত, বাঁহৰ বিন্ধাত বা খাগৰি-কুঁহিলাৰ ফাঁকত সুৰৰ সন্ধান পাই আজি যি সাজি উলিয়ালে চিফুং, পেঁপা আৰু বাঁহী, সেই একেবিধ যন্ত্ৰই নহয় জানো? আমাৰ দেশত মৰা গৰুৱে বেঁবায়, পোৱা বাঁহ বাজে। পৃথিৱীৰ আটাই-বোৰ পুৰণিকলীয়া মানুহৰ মাজত থকা দৰে ঢোল-দগৰ, ৰাম-টোকাৰী আদি গৰু-ম'হ-গুঁইৰ চালেৰে সজা বাদ্য-যন্ত্ৰই সঙ্গীতৰ আদিম অৱস্থাৰ লগত আমাৰ নিকপকপীয়া সম্বন্ধৰ কথাই সকীয়াই দিয়ে। মুকলি ঠাইত উদঙীয়া মনৰ ৰিংটো, বালিচৰৰ ওপৰত মৰা উলাহৰ কিৰিলিটো, পৰ্বত বগাওঁতে উশাহ সলাবৰ পৰত লোৱা 'হোঃ' টো, অসমৰ পৰ্বত-ভৈয়ামৰ জনজাতীয় ককাই-ভাইহঁতৰ গীত-মাতত যি দৰে পোৱা যায় আফ্ৰিকা, আমেৰিকা, অষ্ট্ৰেলিয়াৰ অতি পুৰণিকলীয়া লোকৰ মাজত পোৱা ৰিং, কিৰিলি, উকি, হোঃটোহঁত একে সাঁচৰে। আমাৰ বিহুগীত, বনগীতৰ উকিটোও সেই একেটা ঠাঁচৰে। আনহে নালাগে পুৰণিকলীয়া গীত-

মাত বুলিলেই পৃথিৱীৰ যি কোনো খণ্ডৰে নহওক লাগিলে তাৰ সুৰমণ্ডলী (ইংৰাজীত যাক ambitus বোলে) অতি সীমাবদ্ধ আৰু তাল বুলিবলৈ সাধাৰণতে ৪ মাত্ৰিক। আমাৰ বিহুগীত, বনগীত, বাৰমাহী গীত আৰু 'পেঁপাটি বজাবৰ বাবে লগা তিনিটি আঙুলিৰ' বাবে তিনিটি বিন্ধাই, বাম-টোকাৰীৰ গুণডালৰ গোগোঁৱনি একতাৰা, দোঁতাৰা, চেৰজাৰ সুৰতো থকা সীমাবদ্ধতাই একেটা পুৰণিকলীয়া সঙ্গীতৰ সম্বন্ধৰ কথাই নিশ্চয় কয়। তদুপৰি পশ্চিমীয়া মতেৰে আদিম মানুহে হাবিতলীয়া জীৱন কটাওঁতে নিশা জুইশালৰ দাঁতিত মঙহ পুৰি খাবৰ পৰত আচম্বিতে ওলোৱা ৰঙমনৰ কিৰিলিটোৱে, জুইৰ চাৰিওফালে ঘূৰি ঘূৰি উলাহতে হাত-ভৰি আচাৰি দেও পৰাটোৱে, আমাৰ বিহুনাচৰ কঁকাল ঘূৰাই ক'ব নোৱাৰা হৈ পৰা ৰূপটোৱে সেই তাহানিৰ উলহ-মালহখিনিৰ সন্ধানকে দিয়ে। গণ্ড, কোল জাতিৰ ঝুমুৰৰ উপৰিও আফ্ৰিকাৰ পেপুৱা, অষ্ট্ৰেলিয়াৰ মাউৰি জাতিৰ নাচত আমাৰ বিহুনাচৰ দৰে জাঁপ মাৰি কিৰিলি পাৰে। আমাৰ বিহুগীতৰ সুৰ কোল, উৰাৱণৰ লোকগীতৰ লগত তেনেই একে। 'ছাগে চেলৰেলাই, কোৱাই কেলকেলাই, কাক মনৰ কথা কম' বুলি লাহৰীটিক শৰীৰত সুমুৱাই লব খোজা যৌনক্ষুধাৰ বোল পৃথিৱীৰ আদিম লোকগীত-বিলাকৰ দৰে য'তে বিচাৰক একে গঢ়তে পোৱা যাব। সেইহে ন দি ক'ব পাৰি, সঙ্গীত-সংস্কৃতিৰ আৰম্ভণি নিশ্চয় এক নিৰ্দিষ্ট ঠাইতে হোৱা নাই। সিন্ধু নদীৰ বা নীল নদীৰ সভ্যতাৰ দৰেই এই ভূখণ্ডত সংস্কৃতিৰ আদি লীলাভূমি নিশ্চয় আছিল। তাকে লৌহিত্য সংস্কৃতি-সভ্যতা বুলি আখ্যা দিবলৈ যথেষ্ট সমল আমাৰ আছে।

পুৰণি শাস্ত্ৰত গন্ধৰ্বৰ দেশ এখনৰ উল্লেখ আছে। কোনো কোনোৰ মতে মণিপুৰেই হেনো গন্ধৰ্বৰ দেশ। অসম ভূমি গন্ধৰ্বৰ দেশ বুলি ক'ব নোৱাৰোঁ কিয় ? গীত-মাতে এই ভূভাগত যিদৰে তাহানিৰেপৰা প্ৰভাৱ বিস্তাৰ কৰি আছে পৃথিৱীৰ আন কোনো খণ্ডতে তেনেদৰে দেখা নাযায়। বাৰমাহী গীত গাই তাহানিৰেপৰা এতিয়াও ফেটী-শঁকা সাপকো মন্ত্ৰমুগ্ধ কৰি ডাইল সাপৰ বিষো নাইকিয়া কৰাৰ কথা আমি জানো। আইনামৰ মাহাত্ম্যৰ কথা কোনে নাজানে ? দেওধনী নাচত নাচৰ কোৱত দেও মাতি আনি অলৌকিক অদ্ভুত কাৰ্য্য সম্পাদন কৰি ভূত-ভৱিষ্যতৰ কথা কোৱা আমাৰ বহুতেই দেখিছোঁ। শ্ৰীমন্ত শঙ্কৰদেৱে এই বিশ্বাসতে সঙ্গীতৰ অমৃতভাণ্ড ব্ৰহ্মাণ্ড ভেদি অসমীয়া সমাজত বোৱাই দি গোটেই জাতিটোক সঙ্গীতমুখৰ কৰি হোজা-বোৱা, খোৱা-কোঙাকো নাম-সুৰ-তালেৰে ৰসময়ী ভকতি মাৰ্গলৈ আনি নাম গাই ক'ব নোৱাৰা কৰি থৈ গৈছে। বায়ন,



গায়ন, ওজা, নাম লগোৱা, সূত্ৰধাৰী পুৰুষ পৰম্পৰা হৈ গীত-মাত ভাওনাত যেই কোনো ধনাই-মনাইকে খোলৰ তালত নাচৰ এপাক মাৰিহে ভাও গোৱা, গায়ন গাইহে ধৰম-কৰম পালন কৰা, ভীমে দুৰ্য্যোধনক মাৰিবলৈ যাওঁতেও তালৰ বোলত পেলাই মৰা, সঙ্গীত বিদ্যালয়ৰ ক শ্ৰেণীতো নপঢ়াকৈ সূত্ৰধাৰীয়ে বন্ধা বোল, বন্ধা সুৰত ভাওনা চলোৱা, মনৰৰ সাতোলায়ো দ্ৰৌপদীৰ ভাও লৈ ৰাগত বন্ধা বিলাপগাই বাইজক জৰজৰকৈ চকুপানী উলিয়াব পৰা, বিয়াখনৰ প্ৰত্যেক খলপাতে ৰঙিলী, ৰূপহী, বাইটী-পেহিটী-হঁতে স্বকীয়া জাতত স্বকীয়া অৱস্থাৰ কথা সূচাই, দৰাঘৰীয়াক জোৰা নামেৰে স্বভাৱ কৰিহঁতে তেতিয়াই ৰচি জোলোকা-জোলোকে পানী খুৱাই ছোৱালী উলিয়াই দিবৰ সময়ত নকৈ ৰচি ৰভাথলী বিষাদৰ সুৰেৰে উপচাই দিয়ে ! গন্ধৰ্বৰ দেশতহে এইবোৰ সম্ভৱ।

নিজৰ নিজত্বৰ বিষয়ে কোৱাটো বৰ্তমানৰ চন্দ্ৰলোকাভিমুখী জগতত নিন্দনীয় বুলি বিশাল উদাৰমুখী কোনো কোনোৱে হয়তো ক'ব। আদৰ্শৰ সূক্ষ্ম তত্ত্বত এখন পৃথিৱীত এক মানৱ জাতিৰ এখন বিশ্বসমাজ গঠনৰ দৃষ্টিহে প্ৰণিধানযোগ্য। কিন্তু মানৱ সমাজৰ স্বৰূপ প্ৰকাশ কৰা সুন্দৰৰ থলীখনত দৰাচলতে বৈচিত্ৰ্যহে বৈশিষ্ট্য। বিশ্বসংস্কৃতি বিবিধ জন-সমাজৰ মাথোঁ স্বকীয়া কৃষ্টিসম্ভাৰ। সেই পূৰ্ণসম্ভাৰৰে বিশিষ্ট উপাদান ভাৰতীয় সংস্কৃতি। ভাৰতীয় সংস্কৃতিৰ ফুলনিডৰাত অসম সম্ভাৰ এজুপি ধুনীয়া সুগন্ধী ফুল। এই জুপি ফুলৰ গুৰিত সাৰ দিয়া, সৌৰভ বিচৰা, বিতৰণ কৰা দায়ৰ কথা বুলিব নোৱাৰি নিশ্চয়।

সঙ্গীত-নৃত্যৰ ক্ষেত্ৰত ভাৰতত বিবিধ আখ্যাৰে স্বকীয়া স্কুল পৰি-গণিত হৈ আহিছে। সঙ্গীতৰ বিষয়ত ঘাইকৈ হিন্দুস্থানী আৰু কৰ্ণাটকী। নৃত্যৰ বিষয়ত কথাকলি, কথক, ভৰতনাট্যম আৰু মণিপুৰী। অসমীয়া সঙ্গীত আৰু অসমীয়া নৃত্যৰ স্বকীয়া মৰ্য্যাদা আৰু তাৰে স্বীকৃতি গ্ৰহণৰ সমল বিস্তৰ আছে।

স্বকীয়া স্কুলৰ বাবে শাস্ত্ৰীয় স্বীকৃতি নিশ্চয় এৰাব নোৱাৰা আৱশ্যকতা নহয়। ভাৰতৰ শাস্ত্ৰীয় সঙ্গীতৰ পুলিন্দী, মালৌ, আন্ধ্ৰী আদি ভালেমান ৰাগ-ৰাগিণী মাৰ্গীয় সঙ্গীতৰ ভিত্তিত গঢ়ি উঠা। Classical সঙ্গীতৰ অৰ্থ প্ৰাচীনতাৰ ভেঁটিতো সম্পূৰ্ণকৈ প্ৰতিষ্ঠিত নহয় আৰু শাস্ত্ৰত লিপিবদ্ধ হ'লেহে স্বকীয়া স্কুল প্ৰতিষ্ঠা হয় এনে উক্তিও অসাৰুৱা। দৰাচলতে ক্লাছিকেল কলাৰ উহ লোক-কলা-সংস্কৃতিতহে আৰু এগৰাকী পণ্ডিতে ক'বৰ দৰে লোক-সংস্কৃতি-কলা ক্লাছিকেল কলা-সংস্কৃতিৰ গাঁৱলীয়া ৰূপ। ইপিনে প্ৰাচীনতাৰ লেখ ল'বলগীয়া হ'লেও অসমীয়া সঙ্গীত-কলা-সংস্কৃতিৰ

ক্ষেত্ৰত এই প্ৰাচীনত্ব নিশ্চয় আছে। যাই কথা হ'ল জনসাধাৰণৰ নিভাঁজ আপোন সত্তাটো নিহিত হৈ বহুকাল জৰি প্ৰচলিত হৈ থকা কলা-সংস্কৃতিৰ বস্তু ক'ত কেনেকৈ আছে তাক নিৰূপণ কৰাটো।

'বেলে' গীতিনৃত্য অতি পুৰণিকলীয়া অনুষ্ঠান। 'বেলে'ৰ গীতি-নৃত্যৰ সূত্ৰ লিপিবদ্ধ হৈ থকা নাছিল। সোতৰ শতিকাৰ ফৰাচী ৰজা চতুৰ্দশ লুইয়ে 'একাডেমী দিলা ডেন্‌ছ' নামৰ অনুষ্ঠান গঢ়ি 'বেলে'ৰ পূৰ্ণ-প্ৰতিষ্ঠা কৰে। কালক্ৰমত যাইকৈ ৰুছদেশত ই এনে আকৰ্ষণীয় নৃত্য-পদ্ধতিত পৰিণত হ'লগৈ যে মস্কোৰ 'বলচই বেলে' আজি ভুৱনবিখ্যাত। নাটশালৰ উপৰিও আজি ববফৰ মঞ্চতো 'বেলে' নৃত্যানুষ্ঠানে পৃথিৱীতে উৰ্বশী-মেনকাৰ নৃত্যশালাস্বৰূপে গঢ় দি তুলিছে। কথক নৃত্যানুষ্ঠানো পুৰণিকলীয়া। কিন্তু কিছুকাল আগতে বৃন্দাদিন মহাৰাজে ইয়াৰ পুনৰ প্ৰৱৰ্তন কৰাৰ পিচৰেপৰা এই নৃত্যানুষ্ঠানৰ এনে প্ৰতিষ্ঠা লাভ হয় যে আজি কুৰি শতিকাৰ শেহ ভাগতো অসমৰ বহুঠাইত কথকৰ কথাহে বেচিকৈ জনা যায়। ভৰতনাট্যমৰ বেলিকাও একে কথা। এই প্ৰাচীন নৃত্য দেৱদাসীসকলৰ মাজত সীমাবদ্ধ আছিল। সাধাৰণে তাকে শিকা, চৰ্চা কৰা দোষৰ কথা, ঘিণৰ কথা। মাত্ৰ কুৰি শতিকাৰ প্ৰথম ভাগত শ্ৰীকৃষ্ণ আয়াৰে ওকালতি ব্যৱসায় এৰি নিজে নাচনীৰ বেশ লৈ মাদ্ৰাজত চহৰে-নগৰে ইয়াৰ প্ৰদৰ্শন কৰি দিয়াত ৰাইজৰ ভুল ভাগিল। ভৰতনাট্যমৰ হ'ল পূৰ্ণ পয়োভৰে পূৰ্ণপ্ৰতিষ্ঠা। সৌ সিদিনাৰ কথা। আমেৰিকাৰ এলভিছ্ প্ৰেছ্‌লি নামৰ ডেকা এজনে পুৰণিকলীয়া লোকগীতৰ সুৰ-ঠাঁচৰ টুক্‌ৰা লৈ ৰচি দিলে নতুন ৰহণসনা গীত। সেয়ে আজি ভাৰস্ত তোলপাৰ লগোৱা 'ৰক্-এন্-ৰল'। ইংলেণ্ডৰ চাৰিজন চেঙেলীয়া ল'ৰাই অ'ব ত'ৰ সমল লৈ সূচনা কৰা Beatles ৰ গীতত পৃথিৱীৰ ডেকা-বুঢ়া-চেঙেলীয়া সকলো চামৰ লোক বাউল হৈ পৰিল। প্ৰশান্ত মহাসাগৰৰ দ্বীপত থকা আদিম অধিবাসীসকলৰ দৰেই আন প্ৰায় সকলো আদিম জাতীয় লোকৰ লোকনৃত্যৰ আহি সানি-পুতকি লৈ কঁকাল ভাঙি হাত-ভৰি সঞ্চালন কৰি ক'ব নোৱাৰা হৈ যোৱা Twist নৃত্যৰ জোঁকাৰে আমাৰ মাজতো বহুতক জিকাৰ খুৱাই তুলিছে। প্ৰতীচ্যৰ Pop culture এ প্ৰাচ্যৰ গাঁও-ভূঁই খলক লগাই তুলিছে। এইবোৰক আদৰ্শনীয় ব্যৱস্থা বুলি আমি হয়তো নকওঁ। কিন্তু গীত-নৃত্যৰ এটি স্বকীয়া পদ্ধতি ৰচিত আৰু প্ৰতিষ্ঠিত হ'ল বুলি স্বীকাৰ **কৰিবই** লাগিব। ইপিনে ভাৰতৰ শাস্ত্ৰীয় সঙ্গীতৰ পদ্ধতিৰ মাজতো কোনো বিশিষ্ট লোকৰ প্ৰদৰ্শনৰ স্বকীয়া ৰীতিকে লৈ বেলেগ বেলেগ 'ঘৰাণা'ৰ সৃষ্টি যদি হ'ব পাৰে, আমাৰ সঙ্গীত-



নৃত্যৰ বৈচিত্ৰ্য আৰু বৈশিষ্ট্য লৈ স্বকীয়া স্কুলৰ চিনাকি দিব নোৱাৰাৰ কোনো কাৰণ নাই।

আমাৰ সঙ্গীত-নৃত্যৰ ক্ষেত্ৰত কিন্তু ঐতিহ্যও নিকপকপীয়া হৈ ৰৈছে। কথক নৃত্যত তবলাৰ তালেদি অঙ্গচালনা কৰি ভাব প্ৰকাশ কৰা ৰীতিৰ লগত মিৰিসকলৰ ঢোলৰ চেৱে চেৱে প্ৰকাশ কৰা তাঁত-বোৱা, ভুঁই-ৰোৱা, ধান-সৰিয়হ বোৱা-তোলা ভাব সুন্দৰ অঙ্গচালনাৰে কৰা নৃত্যৰ পাৰ্থক্য মূলতঃ একো নাই। সেইদৰে বড়োসকলৰ চেৰজা-চিফুঙৰ তালে তালে গাভৰুহঁতে জীৱনৰ বাস্তৱ-সপোন সকলো ৰচি মধুৰ লয়লাসে প্ৰকাশ কৰে। আমাৰ বায়নৰ বোলত সূত্ৰধাৰী নট-নটুৱাই মহাভাৰত-ৰামায়ণৰ বাৰেবৰণীয়া কাহিনী গোটেইবোৰ বিচিত্ৰ নৃত্য-ভঙ্গিমাৰে প্ৰশস্ত কৰি তোলে।

ডঃ কুমাৰস্বামীয়ে লিখিছিল—চিত্ৰলেখা পৃথিৱীৰ প্ৰথমা শিল্পী। নৃত্যৰ লাস্যভাবৰ প্ৰৱৰ্তন বোলে শোণিত কুঁৱৰী উষাৰপৰাই হয়। উষাই এই ভাবৰ নৃত্য দ্বাৰকাত শিকাইছিলগৈ। নাট্যশাস্ত্ৰত প্ৰাগ-জ্যোতিষপুৰৰ বিশিষ্ট নাট্যৰূপৰ বিষয়ে উল্লেখ কৰোঁতে 'ওড্ৰমাগধী' ৰূপৰ কথা কোৱা হৈছে। প্ৰাচীন মঠ-মন্দিৰ, ৰাজকাৰেং আদিৰ বহুতো হয়তো ভুঁইকঁপ, বানপানীত ধ্বংস হৈ গ'ল। যি অৱশেষ পোৱা যায় তাত পুৰণিকলীয়া নৃত্য-ভঙ্গিমাৰ প্ৰতিমূৰ্তি ধুনীয়াকৈ দেখা যায়। খৃষ্টীয় দশম শতিকাৰ বনমালিবৰ্মাৰ দিনৰ শিলৰ মূৰ্তিত থকা দলু হাঙ্গনা চিত্ৰই অসমৰ পুৰণিকলীয়া দেৱদাসী নৃত্যৰ ঠাঁচকে প্ৰকাশ কৰে। দেওধনী নৃত্যৰ প্ৰচণ্ড ৰূপ তাণ্ডৱ নৃত্যৰ শ্ৰেণীৰ হ'লেও দেওধনীৰ অলৌকিক ক্ৰিয়া-কলাপ অসমীয়া নৃত্যৰ বৈশিষ্ট্য। হয়গ্ৰীৱ মন্দিৰৰ খোদিত মূৰ্তি চালি-নাচৰ আহিৰে গঢ় লোৱা। জয়সাগৰৰ জয়দ'লত গায়ন, নট-নটুৱাৰ ধুনীয়া মূৰ্তিবোৰ জিলিকি আছে। সচিত্ৰ ভাগৱত, বুৰঞ্জীৰ পাতত অসমৰ পুৰণিকলীয়া নৃত্যৰ চিত্ৰবোৰে অসমৰ সঙ্গীতমুখৰ ঐতিহ্যৰ কথাকে সোঁৱৰাই আছে। ৰংঘৰৰ পথাৰত তাহানি আহোম স্বৰ্গদেৱৰ আমোলত ডা-ডাঙৰীয়াৰ সমন্বিতে ৰৰকুৰি বায়নজোৰা ভাওনাই আমাৰ এই ঐতিহ্যৰ পৰম্পৰা বিজয়দৰ্পে ঘোষি আছে। আৰু আমাৰ সত্ৰ-সভা, নামঘৰ, ওজাপালি, মিৰি, বড়ো-কছাৰীৰ নাচ আৰু বিহুটিয়ে সেই পৰম্পৰাকে মানি আমাৰ সমাজত নিকপকপীয়া ৰীতিৰূপে পৰিগণিত হৈ আছে।

সেইহে আমি অসমৰ সঙ্গীতমুখৰ ঐতিহ্যৰ কথা ক'বলৈ গৈ অসমীয়া সংস্কৃতিৰ প্ৰাণস্বৰূপ শ্ৰীমন্ত শঙ্কৰদেৱৰ কথা কওঁ। অৱশ্যে তেৰাৰ

আগৰেপৰাই ঐতিহ্যৰ সূচনা। দেওধনীৰ তান্ত্ৰিক সম্পৰ্কই, ওজাপালি গীতত, মনকৰ, দুৰ্গাবৰ, সুকবি নাৰায়ণদেৱ, মাধৱকন্দলিৰ গীত আৰু পিচলৈ পীতাম্বৰ কবিৰ গীতত পুৰণি অসমীয়া বিচিত্ৰ সঙ্গীত সম্ভাৰ উপচি থকাৰ কথাই সগৌৰৱে প্ৰমাণ কৰি আছে। আনকি এইবোৰ গীতত ভাৰতীয় শাস্ত্ৰীয় ৰাগ-ৰাগিণীৰ উপৰিও মাইকৈ মাধৱকন্দলিৰ গীতত পটমঞ্জৰী, দেৱজিনী, আকাশমণ্ডলী, বায়ুমণ্ডলী আৰু পীতাম্বৰ কবিৰ গীতত বেলী, চমৰথ আদি এনে কিছুমান ৰাগিণীৰ কথা আছে যিবোৰ হয়তো এইসকলৰ নিজা উদ্ভাৱনা আৰু নহ'লে হয়তো অতি প্ৰাচীন কামৰূপীয় সুৰ, যিবোৰ কালৰ বুকুত লুকাই গ'ল। সেইদৰে ব্যাহ গোৱা ওজাৰ চালনি ৰাগ আন ক'তো পাবলৈ নাই। সুকনামী আৰু দুৰ্গাবৰী সুৰৰ মনজিনাৰূপে স্বকীয় কামৰূপী মহিমা এতিয়াও প্ৰকাশ কৰি আছে।

শ্ৰীমন্ত শঙ্কৰে বাদ্ধি দিয়া আমাৰ সংস্কৃতিৰ মেটমৰা ভঁৰালৰ চৌহদত সোমালেই অনেক সমলৰ সন্ধেদ পাওঁ। তেৰাই অঙ্কীয়া ভাঁওনাৰে অসমীয়া জাতিটোৰ প্ৰতিজনকে স্বৰূপতে গায়ক, ভাৱৰীয়া, নট-নটুৱা কৰি থৈ গ'ল। ইউৰোপৰ অভিনয়ত দৃশ্যপটৰ ব্যৱহাৰ ১৭ শতিকাতহে হয়। মহাপুৰুষে চিহ্নযাত্ৰা নাট তাৰ শ বছৰৰ আগতে ৰচি "বৈকুণ্ঠৰ চিত্ৰ পটত তুলিয়া অঙ্ক কৰিলন্ত তাৰ।" ঘোষা, কীৰ্তন, দশমৰ বিশিষ্ট ছন্দ, বিশিষ্ট সুৰ, তাল, লহৰত অসমৰ ইমূৰৰপৰা সিমূৰলৈকে প্ৰতি সন্ধিয়া যি মধুৰ লহৰ উঠে তাত বৈকুণ্ঠৰ অমিয়া নামি আহে। নিৰক্ষৰ গাঁৱলীয়া মানুহৰ মুখতো ৰায়নৰ মনত বান্ধি থোৱা নিৰ্দিষ্ট বোলবোৰত যেন সঙ্গীতৰ সকলো সূত্ৰই আখৈ ফুটাদি ফুটে। বৰগীতৰ ভকতিভৰা ভাৱ নিৰ্ভুল ৰাগ-ৰাগিণীত বান্ধি অষ্টপ্ৰহৰৰ লগত বজিতা খুৱাই এনে এটি সঙ্গীতৰ সৃষ্টি কৰিলে যাক অকলে লৈয়ে স্বকীয়া অসমীয়া "স্কুল" প্ৰতিষ্ঠা কৰিব পাৰি। পণ্ডিত পটৱৰ্ধনে ঠিক এই মৰ্মে সাৰগৰ্ভ মন্তব্য কৰিছিল। দুখৰ কথা চৰ্চাৰ অভাৱত যি সৰাকীয়ে বৰগীত শুদ্ধকৈ জানে তেওঁৰ লালিত্য প্ৰকাশৰ ক্ষমতা নাই। যাৰ কণ্ঠ মধুৰ তেওঁ বৰগীতৰ শুদ্ধ সত্তা প্ৰকাশৰ বাবে সক্ষম নহয়। হিন্দুস্থানী কৰ্ণাটকী সঙ্গীতে মূলতঃ যেনেকৈ সমপৰ্য্যায়ৰ হৈও প্ৰকাশ ভঙ্গিমা ৰীতিতহে প্ৰভেদ সূচায় আমাৰ বৰগীতেও ঠিক তেনেকৈয়ে ভাৰতীয় সঙ্গীতৰ আধাৰতে বিশিষ্ট্য ব্যঞ্জনাৰে অসমীয়া তথা কামৰূপী সত্তা নিৰূপণ কৰায়।

মণিপুৰী নৃত্যৰ প্ৰসিদ্ধি আজি জগত বিয়পা। আমি ভাবোঁ মণিপুৰী নৃত্য-ভঙ্গিমা সত্ৰীয়া নৃত্য-ভঙ্গিমাৰ ৰূপান্তৰ মাত্ৰ। মাইকৈ মণিপুৰী ৰাস ১৮ শতিকাৰপৰা আৰম্ভ হয়। খোলৰ বোল দুই শ্ৰেণীৰে



অবিকল। পদচাৰণত সামান্য মাত্ৰ পাৰ্থক্য। ওৰা, চটা, ঘূৰি দুই শাখাৰে একে বস্তু। এবিধত মণি-মুক্তা খচিত, জকমকীয়া; আনবিধত পেটাৰীত সামৰি-সুতৰি ৰখা, সোতমোচ, উকা। নটুৱা নৃত্যত খৰলুটি মৰা ঠাঁচ ভাৰতৰ আন ক'তো নাই। অলপতে মাত্ৰ চিনেমাৰ নৃত্যত এজন নৃত্যবিশাৰদে এই খৰলুটি প্ৰবৰ্তন কৰা দেখা যায়। কোনোৱে কয় তাহানি কুৰঙ্গনয়নীৰ দিনত যোৱা মৃদঙ্গীয়া গীত, গায়নৰপৰাই অসমীয়া নৃত্য-ভঙ্গিমাই মণিপুৰী ৰূপ লৈ কালক্ৰমত স্বকীয়া প্ৰসিদ্ধি লাভ কৰে।

এনে বিৰাট, বিশিষ্ট, মহান, মধুৰ ঐতিহ্যৰ অধিকাৰী হৈ আমি সঙ্গীতৰ ক্ষেত্ৰত একো কৰিব পৰা নাই। তাহানি মোৱামৰীয়া বিদ্ৰোহৰ দিন ধৰি মানৰ আক্ৰমণত জুৰুলা হৈ কোম্পানীৰ হাতলৈ দেশ যোৱাৰ পৰা অসম অসমীয়াৰ সত্তা ক'ৰবাত কেনিবা হেৰাই গ'ল। সংস্কৃতিৰ ক্ষেত্ৰত প্ৰাতঃস্মৰণীয় ঢেঁকীয়াল ফুকনে অসম দেশৰ হাঁবি গুচি ফুলনি হোৱা দিন শীঘ্ৰে ঘটাবলৈ প্ৰায় এশ বছৰৰ আগেয়েই প্ৰভুক যি প্ৰাৰ্থনা জনালে ভগৱন্তই আজিও একে সুৰৰ প্ৰাৰ্থনাকে শুনিবলগীয়া হৈ আছে। সত্ৰসমূহে সংস্কৃতিৰ পৱিত্ৰ ভেঁটিত থিতাপি লৈ ঐতিহ্য জীয়াই ৰাখিলে, ৰাখি আছে সচা; কিন্তু অসমীয়া কৃষ্টি-ৰবিৰ জেউতি বাহিৰৰ বহল পৃথিৱীখনত পেলোৱাৰ চেষ্টা কৰা নাই। প্ৰতিবন্ধক অৱশ্যে বিস্তৰ। চৰকাৰ বিদেশী। বিশ্ববিদ্যালয়, গৱেষণাগাৰ, ৰেডিঅ' ইত্যাদি অসম সীমান্তৰ বহু আঁতৰত। অধিক কি, চৰ্চাৰ প্ৰেৰণা যোগোৱা কোনো ব্যৱস্থাই নাই। সেইহে উনৈশ শতিকাৰ শেহ আৰু কুৰি শতিকাৰ প্ৰথম ভাগলৈকে অসমত গঢ় লোৱা নাট্যমঞ্চবোৰত 'চোকৰা-চুকৰী'য়ে গায় বঙালী গীত! জোনাকী যুগত অসমীয়া গীতৰ সূচনা হ'ল। সাহিত্য-ৰথী, গোহাঁইবৰুৱা, চন্দ্ৰধৰ বৰুৱা প্ৰভৃতিৰ নাটত অসমীয়া গীতে ঠাই পালে। কিন্তু অসমীয়া সঙ্গীতৰ নতুনকৈ পোন প্ৰথম পৰ্য্যালোচনা বৈজ্ঞানিক পদ্ধতিৰে প্ৰকাশ কৰি দিলে স্বনামধন্য লক্ষ্মীৰাম বৰুৱাই। পিচলৈ কীৰ্তিনাথ শৰ্মা বৰদলৈ, শ্ৰীপদ্মধৰ চলিহা, কমলানন্দ ভট্টাচাৰ্য্য প্ৰভৃতি কেইগৰাকীমান সঙ্গীতজ্ঞ সাহিত্যিকে সম্পূৰ্ণ অসমীয়া সুৰ সমন্বিতে গীত ৰচি অসমত নিভাঁজ অসমীয়া গীত-মাতৰ জোঁৱাৰ তোলে। সেই আদৰ্শৰ পূৰ্ণ পয়োভৰ হয় ৰূপকোঁৱৰৰ দ্বাৰা; নাট, অভিনয় আৰু বিশেষকৈ বোলছবি জয়মতীত। আনকি জয়মতী ছবিৰ আবহ সঙ্গীত আৰু আঁৰৰ সঙ্গীতো ৰচা হ'ল নিভাঁজ অসমীয়া সুৰ আৰু বাদ্যযন্ত্ৰৰ দ্বাৰাহে। কামৰূপী সঙ্গীতে জয়মালা পিন্ধি ওলাই আহিল শিল্পীৰ সুন্দৰ পৃথিৱীখনলৈ।

আধুনিক গীত বা সুগম সঙ্গীত নামৰ গীতসমূহত দুই এগৰাকীৰ

বাহিৰে বেচি ভাগতে কিছুমান কথা যেন কোনোবাই স্বৰ ওপৰ তল কৰি কৈ গৈছে। কথাই যদি গান হয় সুৰেৰে কৰিম কি ? সঙ্গীতৰ মৌলিক সূত্ৰ নাজানিয়ে হওক বা নামানিয়ে হওক পুৱা বেলাৰ ঊষাই মিচিকি হঁহা গীত গাওঁতে ভৈৰবীৰ ঠাইত পূৰবী ঠাঁচ সোমাই পৰিল। উন্মনা কাৰোবাৰ বেথাৰ কথা কওঁতে দীপক ৰাগৰ সঞ্চাৰ হ'ল। বিহুগীতৰ ঠাঁচত ৰক-এন্-ৰল সানিলত খিচিৰি হ'ল সচা, কিন্তু জাল চৰি যোৱাত সোৱাদ সমূলি লোপ পালে। সেইহে আমি দঢ়াই কওঁ, অসমীয়া সঙ্গীতৰ স্বকীয়া মৰ্য্যাদা অসমীয়াই নাৰাখিলে ৰাখিব কোনে ? হাজাৰ বছৰীয়া ঐতিহ্য নেওচা দিলে ভৱিষ্যতে শাওপাতৰ ভাগী হ'ব নালাগিব জানো ? ধান পাই মাগোঁ, কিন্তু ভঁৰাল খুন্দ খাই থাকোঁতে মাগন্তাজনক বুলিম কি ?

ৰাইজ, অসমীয়া গীত-মাতত নিভাঁজ অসমীয়া সত্তা জুৰি দিয়ক। বনগীত, বিহুগীত, আইনাম, বিয়ানাম, ধাইনাম আৰু বিশেষকৈ বৰ-গীতৰ বিভিন্ন ঠাঁচৰ সুৰ সংযোজনা কৰি আমাৰ গীত-মাতত স্বকীয়া অসমীয়া ৰূপ জিলিকাই তোলোঁহঁক আহক! সত্ৰীয়া নৃত্য সত্ৰতে মৰহি যাবলৈ নিদি তাত শুৱনি সাজ-পাৰ আ-অলঙ্কাৰ পিন্ধাই মাজুলীৰ মজিয়াৰপৰা বাহিৰৰ বহল পৃথিৱীখনলৈ উলিয়াই হাজাৰ চকু ৰ লগাই তোলোঁহঁক। পুৰণিক নতুন কৰিবলৈ যাওঁতে অৱশ্যে তাজমহলৰ খুটা সলাওঁতে 'মডাৰ্ণ আৰ. চি. চি. পষ্ট' দিয়াৰ চিন্তা কৰাতো মহামুৰুখালি হ'ব। ভোঁটিটো সলাব নোৱাৰি, গাঁথনিও একেই থাকিব। লিপা-পোচাৰ মা-মছলা হয়তো নতুনকৈ হ'ব আৰু অৱশ্যে চৌহদৰ ফুলনিখন চিকুণাই ঠায়ে ঠায়ে ন-ন ফুলৰ সঁচ ৰুব লাগিব।

বিন্দাদিন মহাৰাজ, কৃষ্ণ আয়াৰ, গোপীনাথ, ৰামগোপাল, উদয় শঙ্কৰে ভাৰতীয় নৃত্যানুষ্ঠানসমূহক উদ্ধাৰ কৰি পূৰ্ণপ্ৰতিষ্ঠা কৰাৰ দৰে আমাৰ ওজাপালি, দেওধনী আৰু সত্ৰীয়া নৃত্যানুষ্ঠান পুনৰুদ্ধাৰ কৰিব নোৱাৰিম কিয় ? মীৰা বাঈ, কবিৰ, সুৰদাসৰ ভজনৰ দৰে এপিনে আমাৰ বৰগীত আৰু আনপিনে বিবিধ লোকগীতৰ মৌ-সুৰীয়া ঠাঁচত আমাৰ গায়কে কামৰূপী সঙ্গীতৰ স্বকীয়া সত্তা প্ৰতিষ্ঠা কৰিব নোৱাৰিব কিয় ? লাগে মাথোঁ নিষ্ঠা। আগ্ৰহত নিষ্ঠাৰ সঞ্চাৰ, অনাদৰত বিলোপন।

সঙ্গীত বিদ্যালয়সমূহত সেই আদৰ্শত শিক্ষা দানৰ ব্যৱস্থা হোৱা বাঞ্চনীয়। অসম সঙ্গীত নাটক একাডেমীয়ে তৈয়াৰ কৰা সঙ্গীতৰ পাঠ্য-তালিকা নিশ্চয় গ্ৰহণীয়। আমাৰ গায়ক-গায়িকা, সুৰকাৰ-নৃত্যকাৰ সেই আদৰ্শেৰে অনুপ্ৰাণিত হ'ব লাগিব। কামৰূপী সঙ্গীত, নৃত্যকলা তথা লৌহিত্য কৃষ্টিৰ সমুজ্জ্বল সৌধ যুগমীয়া কৰি তুলিব লাগিব।

# শঙ্কৰী সংস্কৃতি

**যতীন্দ্ৰনাথ গোস্বামী**

সাধাৰণতে সংস্কৃতি বুলিলে সুকুমাৰ কলাকে বুজায়, কিন্তু আচলতে সংস্কৃতিয়ে মানৱ জাতিৰ চিন্তা আৰু কৰ্ম সকলোকে সামৰে। সংস্কৃতি পৰিবৰ্তনশীল আৰু ই ন ন সৃষ্টিৰ প্ৰেৰণা যোগায়। সংস্কৃতি মানৱ জীৱনৰ দাপোণ স্বৰূপ। মানুহে কি চিন্তা কৰে, কিদৰে জীৱন নিৰ্বাহ কৰে, মানুহৰ মানসিক জীৱনৰ স্তৰ কেনেকুৱা ইত্যাদিবিলাক কথা সংস্কৃতিৰ পৰা বুজিব পাৰি। সংস্কৃতি কেৱল বিদ্যাৰ সঞ্চয় নহয়, ই বিদ্যাৰ ব্যৱহাৰো। সমালোচক মেথু আৰ্ণল্ডে কৈছে যে মানুহৰ সকলো শক্তিৰ সুসামঞ্জস্য সাৰ্বিক সমন্বয়ৰ চেষ্টাই হৈছে সংস্কৃতিৰ লক্ষ্য। মানুহ হৈছে এটা সাংস্কৃতিক জীৱ। মানুহৰ ক্ৰমবিকাশৰ ইতিহাসেই মানুহৰ সংস্কৃতিৰ ৰূপান্তৰিত ইতিহাস। একোটা যুগত একোজন মহাপুৰুষে জন্ম গ্ৰহণ কৰি জাতীয় সংস্কৃতি মহীয়ান কৰি তোলাত ইন্ধন যোগায়।

উত্তৰ ভাৰতত খৃষ্টীয় চতুৰ্দশ পঞ্চদশ শতিকাত নৱ-বৈষ্ণৱ ধৰ্মৰ আন্দোলনে দেখা দিয়ে। এই প্ৰসঙ্গত পোনতে ৰামানন্দ আৰু তাৰ পিচতে কবীৰ, বল্লভাচাৰ্য্য আদিৰ নাম উল্লেখযোগ্য। পঞ্চদশ ষোড়শ শতিকাৰ মহাপুৰুষ শ্ৰীশঙ্কৰদেৱে অসমত যি নৱ-বৈষ্ণৱ ধৰ্মৰ সোঁত বোৱালে তাৰ ফলত অসমৰ জাতীয় জীৱনৰ এক বৈপ্লৱিক পৰিবৰ্তন ঘটিল। ভক্তিধৰ্মক কেন্দ্ৰ কৰি অসমৰ ধৰ্ম, সমাজ, সাহিত্য, কলা আদি বিভিন্ন ক্ষেত্ৰত মহাপুৰুষে যি বহুমুখী দান দিলে তাৰ ফলত অসমত এক নতুন যুগৰ সূচনা হ'ল। এই যুটোৰেই আমাৰ সাহিত্যত শঙ্কৰী যুগ। আমাৰ ধৰ্মজীৱন, সামাজিক জীৱন, সাহিত্য সঙ্গীত, আদি সংস্কৃতিৰ যাই উপাদান-বোৰৰ ওপৰত মহাপুৰুষ শঙ্কৰদেৱৰ প্ৰভাৱ অপৰিসীম। এক শঙ্কৰী সংস্কৃতিয়েই অসমীয়া সংস্কৃতিৰ বৰঘৰ পোহৰ কৰিছে আৰু ইয়াকে লৈ আজি আমি গৌৰৱ অনুভৱ কৰিছোঁহঁক।

মহাপুৰুষ শ্ৰীশঙ্কৰদেৱে যি সময়ত জন্ম গ্ৰহণ কৰিছিল সেই সময়ত

অসম কেইবাটাও ৰাজকীয় শক্তিত বিভক্ত হৈ আছিল। পূবফালে চুটিয়া-বিলাকে, দক্ষিণ-পূবে কছাৰীবিলাকে, চুটিয়াৰ পশ্চিমফালে বাৰভূঞাসকলে, পশ্চিমফালে কমতা ৰাজ্যৰ কোচসকলে আৰু ব্ৰহ্মপুত্ৰ উপত্যকাত আহোম-সকলে ৰাজত্ব কৰিছিল। এনে ৰাজনৈতিক অৰিয়া-অৰিৰ সময়ত শ্ৰীশঙ্কৰ-দেৱ আবিৰ্ভাৱ হৈ সকলো সম্প্ৰদায়কে সামৰা এটা ধৰ্ম আৰু এটা উমৈহতীয়া জাতীয় ভাষাৰে জাতীয় ঐক্য সাধন কৰি সৰ্বভাৰতীয় মহাজাতীয় চৈতন্যৰ লগত অসমৰ জাতীয় জীৱনৰ ঐক্যভাব স্থাপন কৰে।

মহাপুৰুষ শ্ৰীশঙ্কৰদেৱে ভাগৱত পুৰাণৰপৰা সৎসঙ্গ, গীতাৰপৰা এক-শৰণ আৰু পদ্মপুৰাণৰ সহস্ৰ নামখণ্ডৰপৰা নামধৰ্ম লৈ অসম, কামৰূপ আৰু কোচবেহাৰত যি ভক্তিধৰ্ম তথা একশৰণ নামধৰ্ম প্ৰচাৰ কৰিলে তাৰ ফলত নানান ধৰ্ম, নানান আচাৰ পদ্ধতি, নানান জাতি-উপজাতি আৰু ভাষা আদিৰে বহুধা বিভক্ত হৈ থকা অসমৰ জনসাধাৰণ এডাল সূতাৰে গ্ৰথিত হৈ বৃহৎ অসমীয়া জাতি গঠিত হ'ল। শ্ৰীশঙ্কৰদেৱৰ আধ্যাত্মিক দান প্ৰসঙ্গত ডঃ বাণীকান্ত কাকতিৰ ভাষাৰে ক'ব পাৰি যে "বিৰাট পুৰুষৰ আদৰ্শ উদ্ধাৰ কৰি নিষ্কামভাৱে তাৰ উপা-সনা কৰি, কেনেকৈ সকলো কামনাৰ নিবৃত্তি সাধন কৰি, মুকুতি পথত আগুৱাব পাৰি, তাৰ সন্ধান অসমীয়া সমাজক মহাপুৰুষে দান কৰে। সেই বাটৰপৰা কৰ্মৰ বিভীষিকা আৰু সামাজিক শ্ৰেণী ভেদৰ ব্যৱধানৰ কুঁৱলী আঁতৰাই সকলোকে ভয় নোহোৱাকৈ খোজ কাঢ়িবৰ জন্মগত অধিকাৰ মহাপুৰুষে দান কৰে।" শ্ৰীমদ্ভগবদ্গীতাৰ 'দাস্য ভক্তি আৰু হনুমন্তীকাস্থাৰ ওপৰত' প্ৰতিষ্ঠিত একশৰণ ধৰ্মই শ্ৰীশঙ্কৰদেৱৰ মত। "যি কামৰূপত একালত দলগত বিভিন্ন পূজা-পাতল আৰু বৌদ্ধ তান্ত্ৰিক পদ্ধতিৰ ব্যভিচাৰী পন্থা বিৰাজমান আছিল সেই দেশৰে ধৰ্ম সংস্কাৰকৰ শিক্ষা পদ্ধতিৰ যোগেদি উপনিষদৰ একেশ্বৰবাদীৰ মত প্ৰতিধ্বনিত হৈ উঠিছিল।" তেওঁ ৰাম আৰু কৃষ্ণৰ ভিতৰত কোনো প্ৰভেদ কৰা নাছিল, কিয়নো দুয়ো এক ব্ৰহ্মৰ চিহ্নস্বৰূপ।

শ্ৰীশঙ্কৰদেৱে নামধৰ্মৰ উপদেশাৱলীক স্থায়ী ভেঁটিৰ ওপৰত প্ৰতিষ্ঠিত কৰিবৰ কাৰণে এক ধৰ্ম-সাহিত্যৰ সৃষ্টি কৰিলে। ভাগৱতৰ প্ৰথম, দ্বিতীয়, দশম (আদি), একাদশ আৰু দ্বাদশ স্কন্ধ অনুবাদ কৰাৰ উপৰিও তেৰাৰ ধৰ্মমতৰ বোল দি ভাগৱত আৰু পুৰাণৰপৰা কিছুমান কাহিনী সংগ্ৰহ কৰি পাঠকৰ আগত দাঙি ধৰিলে। এইখনেই হ'ল কীৰ্তন-ঘোষা যি অসমীয়াৰ মৌ-চাক স্বৰূপ আৰু যিখনি পুথিয়ে আমাৰ জাতীয় জীৱনৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰিছে। এই পুথিতেই সংক্ষেপে শ্ৰীশঙ্কৰদেৱৰ প্ৰায় সকলোখিনি ধৰ্মমত পোৱা যায়। তেৰাৰ বৰগীত ৰচনাৱলী আমাৰ শিৰৰ ভূষণস্বৰূপ। নৱ-বৈষ্ণৱ ধৰ্ম বৰগীত আৰু নাটে বিশেষভাৱে সহায় কৰে আৰু নামঘৰবোৰেই ধৰ্ম প্ৰচাৰ, লোকৰঞ্জন আৰু লোকসংগ্ৰহৰ কেন্দ্ৰ। শঙ্কৰী সংস্কৃতিৰ উৎকৃষ্ট নিদৰ্শন হৈছে এই গীত আৰু নাটবোৰ। 'জাতীয় উদ্বোধনৰ ভাব প্ৰচাৰ কৰাত' গীত আৰু নাট তথা ভাওনাৰ স্থান সকলোৰে ওপৰত।



নৱ-বৈষ্ণৱ আন্দোলনৰ ফলত ভাৰতৰ বিভিন্ন প্ৰদেশৰ দৰে অসমতো গীতি-কবিতা বা লিৰিকৰ জন্ম হয়। শ্ৰীকৃষ্ণৰ জীৱন আৰু কাৰ্য্য-কলাপক কেন্দ্ৰ কৰি আৰু ভক্তিৰ পৱিত্ৰতাক প্ৰস্ফুটিত কৰি শ্ৰীশঙ্কৰদেৱে ভালেখিনি লোকপ্ৰিয় ধৰ্মসঙ্গীত ৰচনা কৰিলে। এই বৰগীতেই আমাৰ ধ্ৰুপদ বা ক্লাছিকেল সঙ্গীত। বিষয়-বস্তুৰ মহত্ত্ব, ৰচনাভঙ্গীৰ সৌন্দৰ্য্য, সুৰৰ গাম্ভীৰ্য্য আৰু প্ৰকাশৰ সংযমে বৰগীতক অন্যান্য গীতৰপৰা পৃথক কৰিছে। ইয়াৰ ভাষা ব্ৰজাৱলী। এই খিনিতে উনুকিয়াব পাৰি যে উৰিষ্যা আৰু বঙ্গদেশৰ কৃষ্ণলীলা-বিষয়ক গীতবোৰ ব্ৰজাৱলী ভাষাত ৰচিত হৈছিল। বৰগীতত শ্ৰীকৃষ্ণৰ 'বিশাল পুৰুষত্ব ফুটি' ওলাইছে। গীতবোৰত শান্ত, বাৎসল্য আৰু দাস্য ভাবৰ প্ৰাধান্য দেখা যায়। অতি প্ৰাচীন কালৰেপৰা কামৰূপত সঙ্গীত আদি কলাৰ সূক্ষ্ম চৰ্চা থাকিলেও শ্ৰীশঙ্কৰদেৱৰ বৰগীতে শাস্ত্ৰীয় সঙ্গীতৰ এটা নতুন অধ্যায়ৰ সূচনা কৰিলে। প্ৰাক্‌বৈষ্ণৱ কবি হৰিহৰ বিপ্ৰৰ বব্ৰুবাহনৰ যুদ্ধ বাদ্যত ঢাক, ঢোল, ভেৰী, টোকাৰী, বীণা, কৰতাল, ডম্বৰু, খুমুচি আদি আৰু মাধৱ কন্দলিৰ ৰামায়ণত নট-নটীৰ উল্লেখ থকাৰ উপৰিও বাঁহী, ঢোল, ডগৰ, ঝাময, ভেমচ, মৰ্দল, ভেমচি, খুমুচি আদি বাদ্যযন্ত্ৰৰ উল্লেখ আছে। বৈষ্ণৱ যুগৰ অবৈষ্ণৱ কবি দুৰ্গাবৰ কায়স্থৰ গীতি ৰামায়ণ আৰু মনসা-গীতত ৰাগ-সঙ্গীতৰ উল্লেখ আছে। সঙ্গীত শাস্ত্ৰৰ বিধান মতে বৰগীতবোৰ পূৰ্ণ পৰ্য্যায়ৰ গীত; কিন্তু নাটৰ আটাইবোৰ গীত পূৰ্ণ পৰ্য্যায়ৰ নহয়। শ্ৰীশঙ্কৰদেৱৰ বৰগীত আৰু নাটৰ গীতত ৰাগৰ উল্লেখ আছে। মহাপুৰুষদ্বয়ৰ বৰগীতত কেৱল ৰাগৰ উল্লেখ আছে, ৰাগিণীৰ উল্লেখ নাই। শ্ৰীশঙ্কদেৱৰ সঙ্গীতৰ ওপৰত হিন্দুস্থানী বা উত্তৰ ভাৰতীয় আৰু কানাড়ী আৰু আশোৱাৰী তথা দক্ষিণ ভাৰতীয় সঙ্গীতৰ প্ৰভাৱ কিমান দূৰ পৰিছে সেইটো সঙ্গীতবিদ-সকলৰ বিচাৰৰ কথা। হয়তো মহাপুৰুষে সুদীৰ্ঘ বাৰ বছৰ তীৰ্থ ভ্ৰমণ কৰি যি অভিজ্ঞতা লাভ কৰিলে তাৰ ফলত বৰগীতত শাস্ত্ৰীয় সঙ্গীতৰ প্ৰভাৱ পৰিব পাৰে। শ্ৰীশঙ্কৰদেৱ বিৰচিত গীতবোৰে কেনেকৈ ঘাই

যাই শিষ্যসকলক তেওঁৰ ওচৰলৈ আকৰ্ষণ কৰি আনিছিল তাক চৰিত পুথিত পোৱা যায়। যি নৱ-বৈষ্ণৱ ধৰ্মৰ আন্দোলন গোটেই উত্তৰ ভাৰতত যি খলক লগাইছিল, শ্ৰীশঙ্কৰদেৱ আৰু শ্ৰীমাধৱদেৱৰ বৰগীতবোৰো সেই খলকৰ প্ৰতিধ্বনি মাথোন। সাহিত্য কলা আৰু সঙ্গীত কলা উভয় দিকৰপৰা বৰগীতৰ এক বিশেষ আবেদন আছে। খোল, তাল, মৃদং আদিৰে গোৱা বৰগীত আৰু অঙ্কৰ গীতত অসমীয়া সঙ্গীতৰ পূৰ্ণ যৌৱনৰ পৰোভৱ।

শ্ৰীশঙ্কৰদেৱৰ নাট্য সাহিত্যই ভাৰতীয় সাহিত্য আৰু কলাৰ ক্ষেত্ৰত এক বৈশিষ্ট্যপূৰ্ণ স্থান লাভ কৰিছে। তেওঁৱেই নাট ৰচনাৰ আদৰ্শ দেখুৱাই অভিনয়, নৃত্য আদি সাধাৰণৰ সম্পত্তি কৰি গ'ল। মহাপুৰুষৰ পূৰ্বে এই দেশত ওজাপালি, পুতলা নাচ আদি নাটকীয় গুণ বিশিষ্ট অনুষ্ঠানৰ প্ৰচলন আছিল। এইবোৰক ভিত্তি কৰি সংস্কৃত নাটকৰ আহিত স্বকীয় প্ৰতিভাৰে শ্ৰীশঙ্কৰদেৱে যি নাট ৰচনা কৰিলে সি আমাৰ সাহিত্যৰ এক অমূল্য সম্পদ। অঙ্কীয়া নাট আৰু ভাওনা অসমীয়া সংস্কৃতিলৈ মহাপুৰুষৰ এক অভিনৱ অৱদান। প্ৰথমবাৰ তীৰ্থৰপৰা ঘূৰি আহি শ্ৰীশঙ্কৰদেৱে বৰদোৱাত সংলাপবিহীন আঙ্গিক অভিনয় চিহ্নযাত্ৰা ভাওনা কৰে। এই ভাওনাৰ বাবে গুৰুজনে সাত বৈকুণ্ঠৰ চিত্ৰ তুলাপাতত হেঙুল-হাইতাল বোলাই ছগৰাকী লক্ষ্মীসহ সাত বৈকুণ্ঠৰ প্ৰৱেশ দেখুৱাইছিল।

> "হিঙ্গুল হয়তাল তেতিক্ষণে আনিলন্ত।
> যত্ন কৰি পটে বৈকুণ্ঠক লিখিলন্ত ॥
>
> সাতো বৈকুণ্ঠৰ সাত লিখিলা ঈশ্বৰ।
> থানে থানে লিখিলন্ত দীঘি সৰোবৰ ॥"
>
> (শঙ্কৰ চৰিত : ৰামচৰণ ঠাকুৰ)

এই চিহ্নযাত্ৰাৰ অভিনয়ে অসমীয়া সঙ্গীত, নাট আৰু চিত্ৰকলাৰ এটা নতুন অধ্যায়ৰ সূচনা কৰিলে। থলুৱা- নৃত্য-সঙ্গীত (যেনে, পুতলা-নাচ, ওজাপালি, দেওধনী নাচ ইত্যাদি) আৰু তীৰ্থ ভ্ৰমণত লাভ কৰা অভিজ্ঞতাক সমলস্বৰূপে লৈ সংস্কৃত নাট্যশাস্ত্ৰৰ আহিত শ্ৰীশঙ্কৰদেৱে এক শ্ৰেণীৰ নাট ৰচনা কৰিলে আৰু এই নাটৰ নিৰ্মাণ-কৌশল প্ৰকৃততে অভিনৱ। নান্দী, সূত্ৰধাৰ, প্ৰৰোচনা, প্ৰস্তাৱনা, শ্লোক আৰু মুক্তিমঙ্গল সংস্কৃত নাট্যশাস্ত্ৰৰ অনুসৃত হ'লেও মহাপুৰুষৰ যাদু-স্পৰ্শত ব্ৰজাৱলী



ভাষাই এনে সুন্দৰ আৰু সুঠাম গঢ় লৈছে যাৰ দ্বাৰা এই ভক্তিপ্ৰধান নাটে জনসাধাৰণৰ হৃদয় জয় কৰিব পাৰিছে। গীত, শ্লোক আৰু পৰাৰৰ ব্যৱহাৰ, সূত্ৰধাৰৰ অভিনৱ কল্পনা, লয়যুক্ত গদ্যৰ ব্যৱহাৰ আৰু ব্ৰজাৱলী ভাষাৰ প্ৰয়োগ অঙ্কীয়া নাটক সংস্কৃত বা অন্যান্য নাটকৰপৰা পৃথক কৰিছে। জনসাধাৰণৰ লোকৰুচি আৰু স্থানীয় আৱশ্যকতালৈ লক্ষ্য ৰাখি শ্ৰীশঙ্কৰদেৱে পত্নী-প্ৰসাদ, কালি-দমন, কেলি-গোপাল, পাৰিজাত হৰণ, ৰুক্মিণী হৰণ আৰু ৰাম-বিজয় নাট ৰচনা কৰে। 'শ্ৰীকৃষ্ণ চৰিত্ৰকেই কেন্দ্ৰ কৰি' অসমীয়া বৈষ্ণৱ সাহিত্য ৰতি আছে আৰু নাট-সমূহৰ ক্ষেত্ৰতো এই কথাই প্ৰযোজ্য। কিন্তু ৰাম-বিজয় নাটত ৰামৰ কথা কওঁতে শ্ৰীকৃষ্ণৰ ৰূপটো মহাপুৰুষৰ দৃষ্টিৰ আঁৰ হোৱা নাই। পত্নী-প্ৰসাদ, কালি-দমন, কেলি-গোপাল আৰু ৰুক্মিণী হৰণৰ বিষয়-বস্তু ভাগৱতৰ দশম স্কন্ধৰপৰা লোৱা হৈছে, পাৰিজাত-হৰণ নাটৰ বিষয়-বস্তু বিষ্ণুপুৰাণ আৰু হৰিবংশৰপৰা আৰু ৰাম-বিজয় নাটৰ বিষয়-বস্তু আদিকাণ্ড ৰামায়ণৰ-পৰা লোৱা হৈছে। ধৰ্মভাৱ উদ্ৰেক কৰিবৰ কাৰণে শ্ৰীশঙ্কৰদেৱে সংস্কৃত নাটকৰ দৰে অঙ্কীয়া নাটত বিভিন্ন ৰস জাগ্ৰত কৰিছে। পত্নী-প্ৰসাদত অদ্ভুত ৰস, কালি-দমনত ঘাইকৈ ভয়ানক আৰু কৰুণ ৰস, কেলি-গোপালত শৃঙ্গাৰাত্মক ভক্তিৰস, পাৰিজাত-হৰণ, ৰুক্মিণী হৰণ আৰু ৰাম-বিজয় নাটত শৃঙ্গাৰাত্মক ভক্তিৰস,—এইদৰে বিভিন্ন ৰসৰ সঞ্চাৰ হৈছে। অঙ্কীয়া নাট অভিনয়, সঙ্গীত আৰু সাহিত্য এই তিনিটাৰ অপূৰ্ব সংমিশ্ৰণ। অঙ্কীয়া নাট ৰচনাৰ দৰেই ভাওনাও বৈশিষ্ট্যপূৰ্ণ। ডঃ বিৰিঞ্চিকুমাৰ বৰুৱাই মন্তব্য কৰিছে, "ভাওনা গুৰু-গোসাঁইৰ ধৰ্ম-উপদেশৰ বেদী, সাহিত্য-চৰ্চাৰ চ'ৰা আৰু নৃত্য, গীত, বাদ্যৰ অনুশীলন ক্ষেত্ৰ। পুৰণিৰ ওপৰতে নতুনৰ পাতনি অসমীয়া জাতীয় জীৱনৰ বহুখিনি আনন্দ উৎসৱ, চিন্তাধাৰা ভাওনা অনুষ্ঠানৰ মাজতে সন্নিহিত হৈ আছে। এই অনুষ্ঠানৰ সংস্কাৰ, উন্নতি আৰু উপলব্ধিৰ ওপৰতে অসমীয়াৰ সাংস্কৃতিক জীৱনৰ ভৱিষ্যত নিৰ্ভৰ কৰিছে।" অসমৰ ভাওনাৰ লগত উত্তৰ ভাৰতৰ লোক নাট্যা-নুষ্ঠানতকৈ দক্ষিণ ভাৰতৰ লোক-নাট্যানুষ্ঠানৰ অধিক সাদৃশ্য পৰিলক্ষিত হয়। কেৰলৰ কথাকলি, কৰ্ণাটকৰ যক্ষগান, তামিলৰ (তাঞ্জোৰ) ভাগৱত মেল-নাটক, গুজৰাটৰ ভৱাই আদিৰ লগত কোনো কোনো বিষয়ত সাদৃশ্য পৰিলক্ষিত হয়। যেনে যক্ষগানত পাত্ৰ প্ৰৱেশ কৰোঁতে দুজনে আঁৰীয়া ধৰি আগবঢ়াই নিয়ে আৰু পাত্ৰৰ প্ৰতি দৰ্শকৰ দৃষ্টি আকৰ্ষণ কৰে, তাঞ্জোৰৰ ভাগৱত মেল-নাটকত গ্ৰন্থিকে শ্লোক পাঠ কৰাৰ লগে লগে তেওঁৰ লগৰীয়া গায়ন দুজনে প্ৰৱেশৰ গীত গায় আৰু গীতৰ চেৱে চেৱে নৃত্য কৰি

ভাৱৰীয়াই প্ৰৱেশ কৰে, ইত্যাদি । কেৱলৰ কথক নৃত্যৰ মুখাৰ লগত ভাওনাৰ মুখাৰ গঢ় বহুত দূৰ মিলে। মুঠৰ উপৰত মৌ-মাখিয়ে ফুলৰ মৌ সংগ্ৰহ কৰি মৌ-কোহ সজাৰ দৰে শ্ৰীশঙ্কৰদেৱেও সুদীৰ্ঘ তীৰ্থ-ভ্ৰমণৰ অভিজ্ঞতাৰপৰা ভাওনাৰ ৰীতিটো প্ৰচলন কৰে।

অসমীয়া নাট আৰু ভাওনাৰ লগত চিত্ৰকলা আৰু মূৰ্তিকলাৰ ওচৰ সম্বন্ধ। চিহ্ন-যাত্ৰাৰ অভিনয় প্ৰসঙ্গত শ্ৰীশঙ্কৰদেৱে বৈকুণ্ঠৰ পট আঁকাৰ কথা ওপৰত উল্লেখ কৰা হৈছে। মহাপুৰুষৰ সময়ত চিত্ৰকলাই কেনে প্ৰসাৰতা লাভ কৰিছিল তাক বৈকুণ্ঠৰ পট আঁকা প্ৰসঙ্গৰ এটা কথালৈ আঙুলিয়াব পাৰি। শ্ৰীশঙ্কৰদেৱে চিহ্ন-যাত্ৰাৰ পটখন আঁকি প্ৰায় শেষ কৰিছে কিন্তু কল্পতৰু বৃক্ষজোপা ঠিক ঠাইত বহুৱাব নোৱাৰি খেঁতামেজা খাইছে।

"কল্পতৰু যেহেন দিবাক নজানন্ত।
অবাক স্বৰূপে দুয়োজন ৰহিলন্ত॥"১৩৭৪(ৰামচৰণ ঠাকুৰ)

এনেতে তেৰাৰ গৃহদাসী চন্দৰী বুঢ়ীয়ে হাতত মাৰ্জনী লৈ সেই ঠাইত উপস্থিত হৈ পটখন চাই বুলিলে, "দেখো ডেকাগিৰী কল্পতৰু বৃক্ষ নাই।" তাই হাতত মাৰ্জনী লৈ দেখুৱাই ক'লে, "ঐত লাগে ডেকাগিৰী সিটো বৃক্ষৰ।" তেতিয়া শ্ৰীশঙ্কৰদেৱে বুঢ়ীক ক'লে,

"আসিয়া এঠাক আই বৰ কৈলি কাম।
তঞ্চি হেন উপকাৰী আৰো ক'ত পাম॥" (ৰামচৰণ ঠাকুৰ)

মহাৰাজ নৰনাৰায়ণক বৃন্দাবনৰ আভাস দিবৰ কাৰণে শ্ৰীশঙ্কৰদেৱে পাটবাউসীত তাঁতীৰ হতুৱাই পটসহ বৃন্দাবনীয়া কাপোৰ বোৱাৰ আখ্যানতো অসমৰ প্ৰাচীন চিত্ৰকলাৰ নিদৰ্শন পাব পাৰি।

ভাৱৰীয়াৰ সাজ-পাৰ, মুখা আদিত চিত্ৰ আৰু মূৰ্তিৰ প্ৰভাৱ মন কৰিব লগীয়া। নামঘৰৰ সিংহাসন, গৰুড় পক্ষী, পদুমফুলৰ প্ৰতীক আদিত চিন আৰু মূৰ্তিৰ ব্যৱহাৰ দেখা যায়। কামৰূপৰ চিত্ৰ আৰু মূৰ্তিকলাৰ ওপৰত দক্ষিণ ভাৰতীয় চিত্ৰ আৰু মূৰ্তিকলাৰ প্ৰভাৱ কিমান দূৰ পৰিছে সেইটো শিল্পীসকলৰ আলোচনাৰ বিষয়। কিন্তু সেই কালত চিত্ৰকলাই বিকাশৰ যথেষ্ট সুবিধা পোৱা নাছিল আৰু ৰজাঘৰীয়া পৃষ্ঠপোষকতাৰ অভাৱ হৈছিল যেন লাগে। তথাপি আজিকোপতি সত্ৰসমূহে এই চাৰু-কলা জীয়াই ৰাখিছে। নামঘৰ নামধৰ্মৰ কেন্দ্ৰ হ'লেও ই জাতীয়



জীৱনৰ প্ৰাণ-কেন্দ্ৰ স্বৰূপ। এই নামঘৰকেই অসমীয়া 'জাতীয় সংস্কৃতিৰ' যাদুঘৰ বুলিব পাৰি। আমাৰ সামাজিক, ধাৰ্মিক আৰু সাংস্কৃতিক জীৱনত নামঘৰৰ বৰঙনি উল্লেখযোগ্য। নামঘৰৰ কাৰ্য্যাৱলীৰ মাজেদি গণতান্ত্ৰিক চিন্তাধাৰা প্ৰকাশ পাইছে। আমাৰ সত্ৰানুষ্ঠানৰ লগত বৌদ্ধ মঠৰ কিছু সাদৃশ্য পৰিলক্ষিত হয়। সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাই এই প্ৰসঙ্গত মন্তব্য কৰিছে, "নামঘৰত মণিকূট সাজি সত্ৰপাতি নাম-কীৰ্তন কৰি থাকি ধৰ্ম-প্ৰচাৰ কৰাটোও তেওঁ পশ্চিমত আৰু বেহাৰত আগৰ কালত প্ৰচলিত বৌদ্ধ বিহাৰৰপৰা পোৱাটো অনুমান হয়।" নামঘৰৰ 'টুপ' শব্দটো স্তূপ' শব্দৰপৰা আৰু মণিকূট শব্দটো 'সুবৰ্ণ' বঙ্গগৃহৰপৰা আহিব পাৰে। নাৰীক শৰণ নিদিয়া কথাটোৱে বুদ্ধদেৱে নাৰীক সংঘত স্থান নিদিয়াৰ কথাৰহে ইঙ্গিত দিয়ে।

অসমৰ গ্ৰাম্য জীৱনৰ সাংস্কৃতিক ৰুচিবোধৰ পৰিপুষ্টি সাধনত নামঘৰৰ পৰিকল্পনা বৈশিষ্ট্যপূৰ্ণ। এই নামঘৰে যিদৰে জাতীয় ঐক্য সাধন কৰিছে সেইদৰে ই জনসাধাৰণৰ কলাসুলভ জীৱন-চেতনাৰ সঞ্চাৰ কৰি জাতীয় জীৱনত সঞ্জীৱনী সুধা ঢালিছে। নামঘৰে সুস্থিৰ প্ৰগতি-মূলক সামাজিক জীৱনৰ স্বাক্ষৰ বহন কৰে। মহাপুৰুষে যিদৰে নৃত্য, গীত আৰু সংলাপেৰে নাটবোৰ সম্পূৰ্ণ কৰিলে সেইদৰে নামঘৰ স্থাপন কৰি তেৰাই অসমীয়া জাতীয় ৰঙ্গমঞ্চ বা ৰঙ্গালয়ৰ সূচনা কৰিলে। সেই কাৰণে নামঘৰক জাতীয় ৰঙ্গমঞ্চ বা ভাওনা ঘৰ বোলে। এই নামঘৰ আমাৰ কীৰ্তন-ঘৰ আৰু প্ৰেক্ষাগৃহ। ভাওনাৰ লগত সম্বন্ধ থকা গায়ন-বায়ন, ঢুলীয়া-খুলীয়া, নটুৱা-সূত্ৰধাৰ আদিৰ বাছনিৰ ক্ষেত্ৰত পাৰ্গত লোকসকলকহে বিষয়-বাব দিয়া হয়। ভাৱৰীয়াৰ ক্ষেত্ৰটো একে কথাই প্ৰযোজ্য। গাঁৱৰ ল'ৰাবিলাকক এই নামঘৰতেই নৃত্য-গীত-বাদ্যৰ শিক্ষা দিয়া হয়। এইদৰে নামঘৰবোৰে ভাওনা, নৃত্য-গীত আদি চাৰুশিল্পৰ উৎকৰ্ষ সাধন কৰি আমাৰ সামাজিক জীৱনত অৱসৰ বিনোদনৰ কাৰণে বিচিত্ৰ সমল যোগাইছে। ইয়াৰ উপৰি নামঘৰবোৰ আমাৰ বিচাৰালয়ো। অসমৰ সত্ৰ আৰু সত্ৰৰ নামঘৰে অসমৰ প্ৰাচীন কলা-কৃষ্টি ৰক্ষা কৰি আহিছে।

সামৰণিত প্ৰতিমাৰ খনিকৰ চন্দ্ৰকুমাৰ আগৰৱালাৰ ভাষাৰে ক'ব পাৰি, "সাহিত্যৰ গুৰু শঙ্কৰ, সাহিত্য ৰাজ্যৰ ৰজা শঙ্কৰ, সমাজ গঢ়োঁতা শঙ্কৰ, সমাজৰ নেতা শঙ্কৰ।" মুঠৰ ওপৰত অসমৰ কলা-সংস্কৃতিৰ গুৰু শ্ৰীমন্ত-শঙ্কৰদেৱে ধৰ্ম, সমাজ, সাহিত্য, সঙ্গীত আদি বিভিন্ন ক্ষেত্ৰত বহুমূলীয়া অৱদান দি আমাৰ জাতীয় জীৱনক উন্নত আৰু মহীয়ান কৰিছে।

# অসমৰ পুতলা-নৃত্য আৰু ঢুলীয়াৰ ভাও

শশী শৰ্মা

পুতলা-নৃত্য আৰু ঢুলীয়াৰ ভাও দুটা অতি প্ৰাচীন অসমীয়া সাংস্কৃতিক অনুষ্ঠান। এই অনুষ্ঠান দুটিও সৌন্দৰ্য্যপিপাসু মানৱ মনৰেই সঙ্গীতময় পৰিস্ফুৰণ। শব্দ-স্পৰ্শ-ৰূপ-ৰস-গন্ধময় বিশ্বজগতৰ সৌন্দৰ্য্য বাশিয়ে বিমুগ্ধ কৰি তোলা মানৱাত্মাই বিকাশ লাভ কৰে সঙ্গীত, সাহিত্য, চিত্ৰ, ভাস্কৰ্য্য আৰু স্থপতি কলাৰ মাধ্যমত। চৌষষ্ঠি কলাৰ ভিতৰত সঙ্গীত, সাহিত্য, চিত্ৰ, ভাস্কৰ্য্য আৰু স্থপতি কলাক সুকুমাৰ বা ললিত কলা বুলি অভিহিত কৰা হয়, কাৰণ ইহঁতৰ মাজেদিহে মানৱাত্মাই মূৰ্তৰূপ লভিব পাৰে।

পুতলা-নৃত্য আৰু ঢুলীয়াৰ ভাও সঙ্গীতানুষ্ঠান। সঙ্গীতজ্ঞসকলে কোৱাৰ দৰে পুতলা আৰু ঢুলীয়াতো নৃত্য, গীত আৰু নাটকীয় মুদ্ৰাৰ সংমিশ্ৰণ ঘটিছে। সত্ৰীয়া নৃত্য, ওজাপালি নৃত্য, কথাকলি-নৃত্য, ভাৰত নাট্যম্ আদি সঙ্গীতানুষ্ঠানতো নৃত্য, গীত আৰু মুদ্ৰাৰ সংমিশ্ৰণ ঘটিছে। অন্যান্য শাস্ত্ৰীয় সঙ্গীতানুষ্ঠানৰ সদৃশ হোৱা হেতুকে পুতলা-নৃত্য আৰু ঢুলীয়াৰ ভাওকো উচ্চাঙ্গ সঙ্গীতানুষ্ঠান হিচাবে অভিহিত কৰিব পাৰি। এই অনুষ্ঠান দুটিৰ বিষয়ে ভিন্ ভিন্ আলোচনা দাঙি ধৰিলে সকলো কথা সুস্পষ্ট হ'ব।

## পুতলাৰ উৎপত্তি আৰু বিকাশ

পুতলাৰ উৎপত্তিৰ সঠিক কাল নিৰ্ণয় কৰা সম্ভৱপৰ নহয়। কিন্তু সমগ্ৰ পৃথিৱীতে ইয়াৰ প্ৰচলন আৰু সমাদৰৰ কথা লক্ষ্য কৰিলে ইয়াক অতি প্ৰাচীনতম সাংস্কৃতিক অনুষ্ঠান বুলি সহজে নিৰ্ণয় কৰিব পাৰি। পুতলা আন্তৰ্জাতিক সাংস্কৃতিক সম্পদ। ভাৰতবৰ্ষত পুতলা-নৃত্যৰ প্ৰচলন অতি



প্ৰাচীন। মহাভাৰতৰ বনপৰ্ব আৰু উদ্যোগ পৰ্বত পুতলা-নৃত্যৰ [১] উল্লেখ আছে। কথাসৰিৎ সাগৰ, কামসূত্ৰ আদি গ্ৰন্থতো পুতলা-নৃত্যৰ উল্লেখ আছে। 'দ্বাত্ৰিংশৎ পুত্তলিকা' এই গ্ৰন্থখনৰ নামটোৱেই প্ৰাচীন ভাৰতবৰ্ষত পুতলা-নৃত্য কিমান জনপ্ৰিয় সাংস্কৃতিক অনুষ্ঠান আছিল তাৰ সুন্দৰ নিদৰ্শন দাঙি ধৰে। জাৰ্মান পণ্ডিত ডঃ পিশ্চেলৰ মতে ভাৰতবৰ্ষৰ সংস্কৃত নাটকৰ উৎপত্তিৰ মূলতে পুতলা-নৃত্য [২]। ভাৰতীয় বিশ্বাস অনুসৰি পুতলাৰ উৎপত্তি প্ৰাচীন ভাৰতীয় ৰাজ্য 'পাঞ্চাল'। আৰু সেয়ে হেনো পুতলাক সংস্কৃতত পাঞ্চালিকাও বোলা হয়। পাঞ্চাল এখন অতি প্ৰাচীন আৰ্য্য-ৰাজ্য। সম্ভৱতঃ খৃঃ পূঃ কেইবাশ বছৰ আগতে পাঞ্চাল ৰাজ্য গঠিত হৈছিল। পাঞ্চালৰ লগত পুতলাৰ উৎপত্তি জড়িত থকা বুলি অনুমান কৰা জনবিশ্বাসলৈ লক্ষ্য কৰিলে ভাৰতত পুতলাৰ উৎপত্তিও অতি প্ৰাচীন বুলি ধাৰণা হয়।

ভূমধ্যসাগৰৰ পাৰৰ ৰাজ্যবিলাকতো অতি প্ৰাচীন কালৰপৰা পুতলাৰ প্ৰচলন থকাৰ প্ৰমাণ আছে। গ্ৰীক দাৰ্শনিক পণ্ডিতসকলে আৰু ইজিপ্তৰ ফেৰাওসকলে পুতলাক সমাদৰ কৰাৰ সাক্ষ্য আছে। খানি উলিওৱা মামীবিলাকৰ লগতো হেনো ভালেমান পুতলা পোৱা গৈছে। অতি প্ৰাচীন কালৰপৰা সেইবোৰ দেশত পুতলাৰ প্ৰচলন আৰু সমাদৰ থকাৰে ই উৎকৃষ্ট নিদৰ্শন।

ভাৰতবৰ্ষৰ দৰে ইউৰোপৰ বিভিন্ন দেশতো পুতলা-নাচৰ দলবিলাকে পুতলা-নৃত্য প্ৰদৰ্শন কৰি ফুৰিছিল। অৱশ্যে আমাৰ দেশত পুতলা-নাচৰ প্ৰাচীনতম কোনো ইতিহাস নথকাৰ দৰে ইউৰোপৰো এই বিষয়ক কোনো প্ৰাচীন ইতিহাস নাই। কিন্তু ১৬ শ শতিকাৰপৰা ইটালীয় পুতলা-নাচৰ দলবোৰে সমগ্ৰ ইউৰোপত পুতলা-নাচ প্ৰদৰ্শন কৰি ফুৰাৰ উল্লেখ আছে। ১৭শ আৰু ১৮শ শতিকাৰ ইউৰোপত হেনো পুতলা-নাচৰ দলবিলাকে ৰাজকীয় পৃষ্ঠপোষকতা লাভ কৰিছিল। ১৮শ শতিকাৰ পাৱেল থিয়েটাৰ (Powell's Theatre) আৰু ১৯শ শতিকাৰ মেৰিমোৰৰ (Lord Marymore) পুতলা-থিয়েটাৰৰ কথা হেনো ইংৰাজ জাতিয়ে আজিও পাহৰিব পৰা নাই। আমাৰ দেশত অঙ্কীয়া ভাওনাৰ সহায়ত ধৰ্মপ্ৰচাৰ কৰিবলৈ লোৱাৰ দৰে ইউৰোপত হেনো ধৰ্মপ্ৰচাৰৰ কাৰণে ধৰ্মযাজকসকলে পুতলা-নাচৰ আশ্ৰয় লৈছিল। ১৯শ শতিকাৰ শেষাৰ্ধলৈকে

---

[১] মহাভাৰত : বনপৰ্ব ৩।৩০।২৬, উদ্যোগপৰ্ব ৫।৩৯।১

[২] Indian Theatre, by C. B. Gupta, Page II.

সমগ্ৰ ইউৰোপত পুতলা-নাচ বা পুতলা-থিয়েটাৰৰ অতুলনীয় সমাদৰ থকাৰ উল্লেখ আছে।[৩]

অসমতো অতি প্ৰাচীন কালৰপৰা পুতলা-নাচৰ প্ৰচলন আছিল বুলি অনুমান কৰিব পাৰি। শঙ্কৰদেৱে দশমৰ ৰাসলীলা প্ৰসঙ্গত উল্লেখ কৰিছে—

ভকতৰ পদে দেখাই মনুষ্য চেষ্টাক।
গোপীক নচান্ত যেন ছায়াপুতলাক ॥
—(আদি দশম : ১২৯০)।

ই অসমত পুতলা-নাচ প্ৰচলনৰ প্ৰাচীনত্ব প্ৰমাণ কৰে। ১৫শ শতিকাৰ শেষ ভাগত শঙ্কৰদেৱৰ হাতত অসমীয়া অঙ্কীয়া নাটে জন্ম লাভ কৰে। আমাৰ অঙ্কীয়া নাটৰ সমালোচকসকলৰ মতে অঙ্কীয়া নাটৰ মূল ভেঁটি পুতলা-নাচ। সেয়ে অসমতো পুতলা-নাচৰ প্ৰচলন অতি প্ৰাচীন বুলি অনুমান কৰিব পাৰি।

## পুতলাৰ শ্ৰেণী বিভাগ

দেখাত পুতলা চাৰি প্ৰকাৰৰ হ'লেও সাধাৰণতে 'কাঠ-পুতলা' যাক ইউৰোপত 'মেৰিওনেট' (Marionett's) বোলে তেনে পুতলাৰ প্ৰচলন সমগ্ৰ পৃথিৱীতেই সৰ্বাধিক। ভাৰতবৰ্ষৰ সৰহভাগ পুতলাৰ দলে এই কাঠ-পুতলা বা মেৰিওনেট পুতলাকেই নচুৱায়। কাঠ-পুতলাৰ উপৰিও 'হাত-পুতলা' ( Hands or Gloves ) ; মাৰি-পুতলা ( Rod Puppets ) আৰু ছাঁ-পুতলা ( Shadow Puppets) আদিৰ প্ৰচলনো আছে। অৱশ্যে হাত-পুতলা আৰু মাৰি বা শলি-পুতলা কেৱল ল'ৰা-ছোৱালীৰ খেল-ধেমালিৰ ক্ষেত্ৰতেই ব্যৱহাৰ কৰা হয়। দক্ষিণ-ভাৰত আৰু ইউৰোপতো মেৰিওনেট আৰু ছাঁ-পুতলাৰ নৃত্যহে প্ৰদৰ্শন কৰা হয়। সাম্প্ৰতিক অসমত কেৱল মেৰিওনেট-পুতলা-নৃত্যৰহে প্ৰচলন আছে। শঙ্কৰদেৱৰ ৰচনাত—

ভকতৰ পদে দেখাই মনুষ্য চেষ্টাক।
গোপীক নচান্ত যেন ছায়াপুতলাক ॥
—(আদি দশম : ১২৯০)

[৩] Chamber's Encyclopaedia : Puppet Drama.



উল্লেখ থকালৈ লক্ষ্য কৰি প্ৰাচীন অসমত ছাঁ-পুতলাৰ প্ৰচলন আছিল বুলি ভবাৰ যুক্তি আছে।

আগতে সকলোবিলাক পুতলা কাঠ, বাঁহ, কপাহ, তুলা, কাপোৰ আদিৰ সংযোগত কৰা হৈছিল। কিন্তু আজি বিজ্ঞানৰ যুগত প্লাষ্টিক, চেলুলইড আৰু টিন, লো আদিৰ সংযোগতো পুতলা তৈয়াৰ কৰা হৈছে। ল'ৰা-ছোৱালীৰ খেল-ধেমালিৰ কাৰণে তৈয়াৰী পুতলাবিলাক প্লাষ্টিকৰ দ্বাৰা নিৰ্মাণ কৰা আজি প্ৰচলিত ৰীতি।

অসমত মেৰিওনেট ( কাঠ-পুতলা ) কুঁহিলাৰ সহায়ত গঢ়া হয়। কুঁহিলাত কাপোৰ, ৰাংপাতা আদি মেচিয়াই দি তাৰ ওপৰত হেঙুল-হাইতাল সানি পুতলাৰ মৰ্য্যাদা অনুসৰি আ-অলঙ্কাৰ কানি-কাপোৰ পিন্ধোৱা হয়। পুতলাবিলাকত চকু, কাণ, নাক, হাত, ভৰি আদিও সুন্দৰকৈ সংযোগ কৰা হয়। আৱশ্যক অনুসৰি ধনু-কাঁড়, গদা আদিও পুতলাৰ হাতত তুলি দিয়া হয়। এইবিলাকেৰে পুতলা-বীৰ যুদ্ধত প্ৰবৃত্ত হোৱা দেখা যায়। এই পুতলাবিলাক পুতলা-দলৰ মানুহেই সাজে। অসমত নচুওৱা মেৰিওনেট পুতলা ২॥ ফুট ৩ ফুটলৈকে ওখ থকা দেখা যায়। নচুওৱাৰ কাৰণে পুতলাৰ বিভিন্ন অঙ্গত ক'লা ৰঙৰ সূতাৰ জৰী সংযোগ কৰি ৰখা হয়। মানুহ, দেৱতা, যক্ষ, ৰক্ষ, অসুৰ আদিৰ দৰে বিভিন্ন জন্তুৰ পুতলাও সজাই নচুওৱা হয়। দাক্ষিণাত্যত এনে মেৰিওনেট বা কাঠ-পুতলাক 'বোম্মা লাটম' বোলা হয় আৰু সমগ্ৰ পৃথিৱীতেই ইয়াক সূতাৰ জৰীৰ সহায়ত সূত্ৰধাৰে আঁৰকাপোৰৰ আঁৰত থাকি নচুৱায়। ছাঁ-পুতলাৰ কাৰণে তৈয়াৰী পুতলাবিলাক হেনো অস্বচ্ছ আৰু চেপেটা। পিচফালৰপৰা শলিৰে পৰ্দাত ছাঁ পেলোৱা হয় আৰু দৰ্শক মণ্ডলীয়ে কেৱল ছাঁটোহে দেখিবলৈ পায়। দাক্ষিণাত্যত এইবিধ পুতলাক 'পাৱাকুঠু' বোলে। মহীশূৰত হেনো এনে পুতলা-নৃত্যক 'থগালু বোম্বে' আৰু অন্ধ্ৰত 'থলু বোম্বা লাটম' [৪] বোলা হয়। আধুনিক অসমত এনে ছাঁ-পুতলা নৃত্যৰ প্ৰচলন নাই।

## পুতলা-নাচৰ কলা-কৌশল

পুতলা-নাচ একপ্ৰকাৰ নাট্যানুষ্ঠানহে। যাত্ৰা, ভাওনা, অপেৰা বা থিয়েটাৰত নাটক অভিনয় কৰাৰ দৰে পুতলা-নাচতো অভিনয় আছে। অৱশ্যে পুতলা-নাচৰ অভিনেতা অভিনেত্ৰী হয় পুতলাবিলাক আৰু ইয়াত

[৪] Drama in Rural India, by J. C. Mathur.

কোনো লিখিত নাটক নাথাকে। পুৰাণ বা মহাকাব্যৰ কাহিনীহে ৰূপায়িত কৰা হয়। দক্ষিণ ভাৰত আৰু ৰাজস্থানৰ পুতলাৰ দলে বুৰঞ্জীমূলক কাহিনীও অভিনয় কৰে। ইউৰোপত ধৰ্মীয় কাহিনী আৰু সাময়িক প্ৰসঙ্গবিলাক ৰূপায়িত কৰাৰ উল্লেখো আছে। সাম্প্ৰতিক অসমত প্ৰচলিত পুতলাৰ দলবিলাকে সাধাৰণতে মহাকাব্য ৰামায়ণৰপৰা সীতা-হৰণ, লঙ্কা দাহ, ৰাৱণ-বধ প্ৰভৃতি আখ্যানহে ৰূপায়িত কৰে।

অসমত একোটা পুতলা-নাচৰ দলত ৬।৭ জনকৈ মানুহ থাকে। নাচৰ কাৰণে এখন সৰুকৈ মঞ্চ সজোৱা হয়। মঞ্চৰ পিচফালে এখন ক'লা আঁৰকাপোৰ স্থিৰভাৱে টানি ৰখা হয়। এই আঁৰকাপোৰৰ আঁৰত থাকে পুতলা নচুওৱা সূত্ৰধাৰ। সূত্ৰধাৰক সমজুৱা দৰ্শক বৃন্দই নেদেখে। তেওঁৰ মুখত থাকে এটা পেঁপা ; এই পেঁপাৰে পুতলাৰ মাত মাতে আৰু হাতেৰে পুতলা নচুৱাই। আৱশ্যক অনুসৰি সূত্ৰধাৰে একে সময়তে ৪।৫ টাকৈ পুতলা উলিয়ায়, সিহঁতৰ মাত মাতে, হাতত ধনু-কাঁড় বা গদা আদি দি যুদ্ধও কৰায়। পুতলাই যেতিয়াই যিটো ভঙ্গী কৰে সেই-ভঙ্গীৰ লগত সম্পৰ্ক ৰক্ষা কৰি সূত্ৰধাৰে পেঁপাৰে কথাও কয়, সেই কথা পুতলাই কোৱা যেনহে অনুমান হয়। সেয়ে নহয়, পুতলাক কন্দুওৱা হঁহুওৱাও হয়।

পুতলা-নৃত্য বা অভিনয় আৰম্ভ কৰা হয় পূৰ্ববঙ্গ বা 'গুৰুঘাঁত' অনুষ্ঠানেৰে। নামনি অসমত পূৰ্ববঙ্গক সাধাৰণতে 'গুৰুঘাঁত' বোলা হয়। পুতলা-নাচত গায়ন-বায়নৰ দল আছে। এওঁলোকে মঞ্চৰ বাহিৰত দৰ্শক আৰু মঞ্চৰ মাজত থিতাপি লয়। এওঁলোকৰ ভিতৰত মুখিয়াল জনক 'বায়ন' বোলা হয়। এওঁ অঙ্কীয়া-নাটৰ সূত্ৰধাৰৰ সদৃশ্য গীত-পদ-বাদ্য বিশাৰদ ; এওঁ পুতলা-অভিনয়ৰ আখ্যান ভাগৰ আঁত ধৰোঁতাও। এওঁ মঞ্চ পৰিচালক, দৰ্শক আৰু অভিনয়ৰ মাজত সম্পৰ্কৰক্ষী আৰু নৃত্য-গীত বিশাৰদ ব্যক্তি।

পুতলা নাচতো প্ৰৰোচনা আৰু প্ৰস্তাৱনা আছে, ই প্ৰায় সংস্কৃত বা অঙ্কীয়া নাটৰ সদৃশ। অঙ্কীয়া নাটত শ্লোক আৰু অঙ্কৰ গীতৰ মাজেদি নাট্য-কাহিনীয়ে প্ৰকাশ লাভ কৰাৰ দৰে পুতলা-নাচতো গায়ন-বায়নৰ গীতৰ মাজেদি অভিনয়ৰ কাহিনী ভাগে বিকাশ লাভ কৰে। অৱশ্যে অঙ্কীয়া নাটৰ দৰে পুতলা-নাচতো চৰিত্ৰবিলাকৰ বচন বা কথোপকথনো আছে, —যদিও কথা কয় পুতলাৰ হকে সূত্ৰধাৰে, কিন্তু পুতলাই কোৱা যেনেই লাগে। অঙ্কীয়া-নাটৰ দৰে গীত আৰু কথোপকথনৰ মাজেদি পুতলা-অভিনয় আগবাঢ়ে পৰিণতিৰ ফালে। অন্যান্য সহীন নাটকৰ দৰে



পুতলা-অভিনয়তো কাৰ্য্যৰ ওপৰত গুৰুত্ব নিদিয়া নহয়। এইফালৰপৰা পুতলা-নাচ সুন্দৰ নাট্যাভিনয়।

কামৰূপী ঢুলীয়াৰ ভাৱৰীয়া বা চাৰ্কাচ পাৰ্টিৰ 'ক্লাউন'ৰ দৰে পুতলা-নাচতো পুতলা-ভাৱৰীয়া আছে। এই চৰিত্ৰটোৱে বাহিৰত থকা বায়নৰ লগত কথা পাতি বেছ হাঁহিৰ খুন্‌পাকৰ সৃষ্টি কৰে। ভাৱৰীয়াৰ কথা-বতৰাৰ নাট্য-কাহিনীৰ লগত সম্পৰ্ক থাকিলেও প্ৰায়েই আঁত হেৰুৱাই সাময়িক সমাজৰ মাজত প্ৰৱেশ কৰি হাঁহি-কৌতুকৰ সহায়ত সমাজ-সমালোচনাত প্ৰবৃত্ত হয়। সাধাৰণতে এই হাঁহি-ধেমালিপূৰ্ণ ৰং-ৰহইচ সৰল-সহজ, ব্যঙ্গৰ চিটিকনি নাই বুলিবই পাৰি। কিন্তু ই লৌকিক আৰু প্ৰায়েই গ্ৰাম্যতাপূৰ্ণ। গ্ৰাম্য শৃঙ্গাৰ ৰসযুক্ত বৰ্ণনাই প্ৰায়েই প্ৰাধান্য লাভ কৰা দেখা যায়। অতি প্ৰাচীন কালৰপৰা এনে আদি বা শৃঙ্গাৰ ৰসাত্মক পুতলা-নাচক 'পাঞ্চালিকা বিনোদ' আখ্যাৰে অভিহিত কৰি অহা হৈছে।[৫]

পুতলা-অভিনয়ৰ মাজেদি বীৰ, হাস্য, শৃঙ্গাৰ, কৰুণ, বীভৎস প্ৰভৃতি নৱৰসৰ উদ্ৰেক কৰাৰ সফল প্ৰচেষ্টা আছে। কিন্তু হাস্যৰসৰ অৱতাৰ-ণাতহে অধিক গুৰুত্ব আৰোপ কৰা হয়। অৱশ্যে হাস্যৰস প্ৰায়েই বীভৎস ৰসলৈ ৰূপান্তৰিত হোৱা দেখা যায়। সূত্ৰধাৰ আৰু বায়নজন সুদক্ষ হ'লে ৰসভঙ্গৰ আশঙ্কা প্ৰায়েই নাথাকে। সাধাৰণ নাট্যাভিনয়ত স্বাভাৱিক পৰিবেশৰ সৃষ্টিৰ কাৰণে বিভিন্ন দৃশ্যত বিভিন্ন পৰিৱেশ সৃষ্টি কৰাৰ দৰে পুতলাৰ অভিনয়তো তাকেই কৰা হয়। ৰজা-মহাৰজা, বা বৰ বৰ বিষয়াসকলক বহিবলৈ আসন দিওৱাৰ ব্যৱস্থাও পুতলা-নাচত আছে। এই সকলো-বোৰ কাৰ্য্য কৰোৱা হয় পুতলাৰ দ্বাৰাইহে। গতিকে পুতলা-নাচত ৰসভঙ্গ হোৱাৰ আশঙ্কা নাথাকে। পুতলা-নাচত বেছ মনোমুগ্ধ কৰা স্বাভাৱিক পৰিৱেশৰ সৃষ্টি কৰিব পৰা হয়। পুতলা-অভিনয়ৰ গীতৰ মূৰ্চ্ছনা, নৃত্যৰ লীলায়িত গতি, চৰিত্ৰবিলাকৰ বিভিন্ন ভাবযুক্ত বচন আৰু কাৰ্য্যাৱলী আৰু হাঁহিৰ খুন্‌পাকে যথাৰ্থতে সৰল সহজ দৰ্শক আৰু শ্ৰোতামণ্ডলীক মন্ত্ৰমুগ্ধ কৰি ৰাখে। অঙ্কীয়া-নাটৰ দৰে নৃত্য আৰু গীত পুতলা-নাচৰ দুটি অবিচ্ছেদ্য অঙ্গ। নৃত্য আৰু গীতৰ মাজতেই পুতলাৰ প্ৰৱেশ আৰু প্ৰস্থানো ঘটুওৱা হয়।

---

৫ The Popularity of Puppets is indicated by the erotic game known as the imitation of Puppets where the world for Puppet ( Pancali ) suggest that the home of the Puppet play in India was the Pancala country. —Keith : Sanskrit Drama, Page 53.

### বৰ্তমান যুগত পুতলাৰ সমাদৰ

আমাৰ দেশত এই শতিকাৰ ৫ম দশকলৈ পুতলাৰ সমাদৰ অটুট আছিল। ইউৰোপতো ১৯শ শতিকাৰ শেষ ভাগলৈকে পুতলাৰ অপৰিসীম সমাদৰ আছিল। ১৯শ শতিকাৰ শেষ ভাগৰপৰা আৰু বিশেষকৈ বিংশ শতিকাৰ প্ৰাৰম্ভৰ লগে লগে বৈজ্ঞানিক আবিষ্কাৰসমূহে দ্ৰুত গতিত সামাজিক বিশ্বাস আৰু ৰুচিৰ ক্ষেত্ৰত পৰিবৰ্তন সাধিলে। যোৱা ২য় মহাযুদ্ধৰ লগে লগে ভাৰততো পাশ্চাত্যৰ অভূতপূৰ্ব প্ৰভাৱ পৰিলক্ষিত হ'ল। আজি ভাৰতীয় চিন্তা, ৰুচি আৰু সংস্কৃতিৰ ক্ষেত্ৰত এটা বিৰাট বিজাতৰীয়া প্ৰভাৱ সকলো ক্ষেত্ৰতে বৰ্তমান। পুৰণি গীত-মাত-নাট আদিৰ প্ৰতি আমাৰ দৃষ্টিৰ সম্পূৰ্ণ পৰিবৰ্তন ঘটিল। আজি চিনেমা-টেলিভিচনৰ যুগত কেৱল পুতলাই নহয়, মঞ্চ-অভিনয় আদিৰ প্ৰতিও আমাৰ সমাদৰ টুটিছে। সেয়ে পুতলা-নাচৰ দল আদিও আজি নোহোৱা হ'ব ধৰিছে। আগতে নামনি অসমৰ নলবাৰী অঞ্চলতে কেইবাটাও প্ৰখ্যাত পুতলা-নচুওৱা দল আছিল। গাঁৱলীয়া বিয়া, সবাহ আৰু অন্যান্য সৰু-সুৰা উৎসৱাদিত প্ৰায়েই পুতলা-নাচ অনুষ্ঠিত হোৱা এটা ৰীতিত পৰিণত হৈছিল। আজি শিক্ষিতসকলক পাশ্চাত্যৰ প্ৰতি আকৰ্ষিত কৰি আঁতৰাই নিয়াৰ দৰে সাধাৰণ শ্ৰেণীৰ ৰাইজে আৰ্থিক অভাৱৰ তাড়নাত কোঙা হৈ পৰিও অভিলাস থাকিলেও পুতলাৰ দলক সমাদৰ জনাব নোৱাৰাত পৰিছে। আৰ্থিক দুৰৱস্থাই পুতলা-জীৱীসকলকো সেই বৃত্তি পৰিহাৰ কৰি অন্য ব্যৱসায়ত নামিবলৈ বাধ্য কৰিছে। ৬।৭ জনীয়া দল এটাই মাথোন ২০।২৫ টকাত এনিশা পুতলা নচুওৱা আজি বিংশ শতিকাৰ সপ্তম দশকত বাস্তৱ দৃষ্টিৰ ফালৰপৰা সম্ভৱপৰ নহয়। ধনাঢ্য নহ'লে আজিৰ সমাজত মানুহৰ স্থান নাই। পুতলা-জীৱীসকলো এই সমাজৰেই মানুহ, তেওঁলোকেও শিল্প-সাধনাৰ লগে লগে অন্যান্য মানুহৰ দৰে স্বচ্ছলতাৰে জীৱন নিৰ্বাহ কৰিব বিচাৰে। তেনে জীৱন নিৰ্বাহত ব্যাঘাত পৰা হেতুকে আজি বহুতে এনেহেন সুন্দৰ মনোমুগ্ধকৰ সঙ্গীতানুষ্ঠান পৰিহাৰ কৰিলে। পুতলা-নাচৰ দল আজি তেনেই টুটি গৈছে।

### অন্যান্য সাংস্কৃতিক অনুষ্ঠানৰ ওপৰত পুতলাৰ প্ৰভাৱ

পুতলা-নাচ ভাৰতীয় নাট্য-সাহিত্যৰ পূৰ্বপুৰুষ। জাৰ্মান পণ্ডিত ডঃ পিশ্চেলেও এই মত সমৰ্থন কৰিছে।[৬] অসমীয়া অঙ্কীয়া-নাট সম্পূৰ্ণ-

[৬] Indian Theatre, by C. B. Gupta, P. 11



ৰূপে পুতলা-নাচৰ ওপৰত প্ৰতিষ্ঠিত ; যদিও জঁকাটো সংস্কৃত নাটকৰ অনুকৰণত ৰচিত আচলতে আত্মা পুতলা-নাচহে। অসমীয়া ওজাপালি-নৃত্যও সম্ভৱতঃ পুতলা-নাচৰ এটা পৰিবৰ্ধিত ৰূপহে। পাচালী-সাহিত্য 'পাঞ্চালিকা'ৰপৰা উদ্ভৱ হোৱা বুলি ধৰি ললে পাচালী-সাহিত্যৰ মূলো পুতলা।

আধুনিক পৃথিৱীৰ 'কেৰিকেচাৰ' আৰু 'কাৰ্টুন'ৰ মূলো পুতলা। আজিৰ পৃথিৱীত 'কেৰিকেচাৰ' আৰু 'কাৰ্টুন'ৰ অসীম প্ৰভাৱ ; ই সমাজ-সংস্কাৰৰ অতিশয় শক্তিশালী আহিলা। আজি 'কেৰিকেচাৰ' আৰু 'কাৰ্টুনে' মানৱতাৰ যি মহৎ কল্যাণ সাধন কৰিছে, আগৰ দিনত পুতলাইয়ো তাকেই কৰিছিল। সেয়ে পুতলা-নাচ আমাৰ কাৰণে অবিস্মৰণীয় সাংস্কৃতিক অনুষ্ঠান।

### ঢোলৰ উৎপত্তি আৰু বিকাশ

সম্ভৱতঃ অতি প্ৰাচীন কালত প্ৰাকৃতিক-ৰাষ্ট্ৰীয়জীৱন (Nature of State) আৰম্ভ হোৱাৰ লগে লগে ঢোলৰ উৎপত্তি হ'ল। মানৱ সমাজৰ ক্ৰমবিকাশৰ বুৰঞ্জীত ইটো ফৈদে সিটো ফৈদক মাৰি শক্তিশালী হোৱাৰ কাৰণে যুদ্ধ ঘোষণা কৰিছিল আৰু তেনে ক্ষেত্ৰত ঢোল বজোৱা হৈছিল। ঢোলৰ শব্দই কেৱল যুদ্ধ-ঘোষণা কৰাতেই যে সহায় কৰিছিল তেনে নহয়, ৰণুৱা-সকলক উৎসাহিত কৰিও তুলিছিল, আজিও কৰে। আজিও আফ্ৰিকাৰ গহীন অৰণ্যবাসীসকলে হেনো তেনেকৈ ঢোল বজাই বজাই বিপদৰ আগজাননী দি যুজলৈ সাজু হয়। আমাৰ দেশৰ কোনো কোনো জনজাতীয় লোকৰ মাজতো এনে ৰীতিৰ আজিও প্ৰচলন আছে।

অথৰ্ববেদৰ দুন্দুভি সূক্তত এনেদৰে কোৱা আছে—

> উচ্চৈৰ্ঘোষো দুন্দুভিঃ সত্বনায়ন্  
> ৱানস্পত্যঃ সংভৃত উস্ৰিয়াভিঃ।  
> ৱাচং ক্ষুনুৱানো দময়ন্ত্ সপত্নান্  
> সিংহ ইৱ জেষ্যন্নভি তংস্তনাহি ॥[৭]

এই সূক্তই অতি প্ৰাচীন কালতে চামৰা লগোৱা কাঠৰ ঢোলৰ যে আমাৰ দেশত প্ৰচলন আছিল আৰু তাক যে যুদ্ধ ক্ষেত্ৰত ৰণুৱাসকলক উৎসাহিত কৰিবলৈ বজোৱা হৈছিল তাৰ প্ৰমাণ কৰে।

[৭] অথৰ্ববেদ দুন্দুভি সূক্ত ৫।২০।১

ভৰত ঋষিৰ নাট্যশাস্ত্ৰ অন্ততঃ খৃঃ পূঃ ৩য় শতিকাৰ আগতে ৰচিত বুলি মানি লোৱা হৈছে। সেই সময়ত যে ঢোল এবিধ অতি সুন্দৰ বাদ্য-যন্ত্ৰ হিচাবে পৰিগণিত হৈছিল আৰু ঢোলৰ যে ব্যাপক প্ৰচলন আছিল তাৰ প্ৰমাণ নাট্যশাস্ত্ৰই দিয়ে।[৮] নাট্যশাস্ত্ৰৰ ৫ম অধ্যায়ৰ পূৰ্ববঙ্গ বৰ্ণনা প্ৰসঙ্গতো ঢোল আদি বাদ্যযন্ত্ৰৰ প্ৰচলনৰ উল্লেখ আছে। আমাৰ দেশৰ দৰে পৃথিৱীৰ অন্যান্য দেশতো বিভিন্ন ধৰণৰ ঢোলৰ প্ৰয়োগ অতি প্ৰাচীন কালৰপৰাই আছে।[৯] আমাৰ অসম দেশৰো উজনি-নামনি, পৰ্বত-ভৈয়াম সকলো ঠাইতে বাদ্যযন্ত্ৰ হিচাবে ঢোলৰ প্ৰয়োগ আছে। আৰু সাধাৰণতে নৃত্যৰ ক্ষেত্ৰত, সামাজিক উৎসৱ আদিত আৰু দেৱ-দেৱীৰ পূজাতো ঢোল বজোৱা হয়। ঢোল ভাৰতবৰ্ষত মাঙ্গল্য দেৱ-বাদ্য; ই উৎসাহ-উদ্দীপনা প্ৰদায়ক।

কিন্তু নামনি অসমৰ সদৃশ 'ঢুলীয়াৰ ভাও' সম্ভৱতঃ পৃথিৱীৰ আন ক'তো নাই। নামনি অসমৰো কামৰূপ জিলা ঢুলীয়াৰ ভাওৰ কাৰণে বিখ্যাত,—ঢুলীয়া বুলিলেই কামৰূপী ঢুলীয়াৰ ভাওৰ কথা সাধাৰণতে আমাৰ মনলৈ আহে। পুতলা-নাচতকৈও নামনি অসমত ঢুলীয়াৰ ভাও অধিক জনপ্ৰিয় সাংস্কৃতিক অনুষ্ঠান আছিল। অৱশ্যে পুতলা-নাচ য'তে ত'তে অনুষ্ঠিত হ'বও পাৰে, কিন্তু ঢুলীয়াৰ ভাও সাধাৰণতে ডাঙৰ ডাঙৰ সামাজিক অনুষ্ঠানবিলাকতহে অনুষ্ঠিত হৈছিল। গাঁৱলীয়া ৰবসবাহ-উৎসৱ, দ'ল, ভঠেলি আদিত ঢুলীয়াৰ ভাও অনুষ্ঠিত হোৱা এটা প্ৰচলিত ৰীতিত পৰিণত হৈছিল।[১০] ঢুলীয়া-নাচত ইয়াৰ উৎপত্তিৰ বিষয়ে নাম গায়, এই নাম অনুসৰি ঢুলীয়া-নাচৰ উৎপত্তিও সঙ্গীত বা নাটকৰ দৰে অলৌকিক,—ইও ব্ৰহ্মাৰপৰাহে হেনো উদ্ভৱ হ'ল। ঢোলক পৱিত্ৰ দেৱ-বাদ্য হিচাবে গণ্য কৰাৰ দৰে ঢুলীয়াৰ ভাওকো পৱিত্ৰ সঙ্গীতানুষ্ঠান হিচাবেই ৰাইজে গ্ৰহণ কৰিছিল,—যেনেকৈ কৰা হয় অসমীয়া গায়ন-বায়নক।

## ঢুলীয়াৰ কলা-কৌশল

সংস্কৃত নাটক বা অসমীয়া অঙ্কীয়া ভাওনাৰ দৰে ঢুলীয়া-নাচ বা ঢুলীয়াৰ ভাও আৰম্ভ হয় পূৰ্ববঙ্গৰে। অৱশ্যে নামনি অসমত ইয়াক 'গুৰুঘাঁত' বুলিহে জনা যায়। ঢুলীয়াৰ ভাওৰ 'গুৰুঘাঁত' অবিকল নাট্যশাস্ত্ৰত বৰ্ণিত পূৰ্ববঙ্গৰ সদৃশ। 'গুৰুঘাঁত'ৰ সময়ত বিভিন্ন ধৰণৰ তাল-মানযুক্ত ঢোলৰ বাজনা গীতৰ লগত প্ৰদৰ্শন কৰা হয়। সৰুৰপৰা ডাঙৰলৈ বিভিন্ন আকাৰৰ ঢোল লৈ ঢুলীয়াই ঢোল বজায়। গুৰিত থাকে তালুৱৈ আৰু নামুৱৈসকল। তাল আৰু নামৰ চেঁৱে চেঁৱে ঢুলীয়াই নাচি-নাচি ঢোল বজায়। ঢোলৰ গুৰু-গম্ভীৰ ধ্বনি আৰু গীত-পদৰ মূৰ্ছনাই ৰভাথলী নিনাদিত কৰি তোলে, দৰ্শকমণ্ডলীয়ে এই সময়ত লাভ কৰে এক বিস্ময়-মিশ্ৰিত পুলকৰ শিহৰণ। সংস্কৃত নাটক বা অসমীয়া অঙ্কীয়া-নাটৰ পূৰ্ববঙ্গই দৰ্শকমণ্ডলীৰ নাট্যোৎকণ্ঠা বঢ়োৱাৰ দৰে ঢুলীয়াৰ গুৰুঘাঁততেও অজানিতে দৰ্শকমণ্ডলীৰ মন হৰণ কৰে। পূৰ্ববঙ্গৰ দৰেই ঢুলীয়াৰ গুৰু-ঘাঁত এক পৱিত্ৰ দৈৱিক অনুষ্ঠান।

গুৰুঘাঁতৰ পিচত আৰম্ভ হয় লৌকিক অনুষ্ঠানসমূহ,—যেনে, খোৰ বা কুষ্টি আৰু ভাওনা। চাৰ্কাচ পাৰ্টিৰ কুষ্টিৰ দৰে ঢুলীয়াৰ খোৰ আৰু অন্যান্য কুষ্টি অতিশয় চমকপ্ৰদ। আচলতে কোনো কোনো ঢুলীয়াৰ দলৰ কুষ্টি চাৰ্কাচৰ সদৃশ হৈ উঠিছিল। অতি সাধাৰণ অশিক্ষিত আৰু প্ৰশিক্ষণহীন ঢুলীয়াহঁতে প্ৰদৰ্শন কৰা মনোমুগ্ধকৰ এই কুষ্টিবোৰ দেখিলে বিস্মিত নহৈ নোৱাৰি। এই খোৰ আৰু কুষ্টি প্ৰদৰ্শন কৰাত সময়ো লাগে যথেষ্ট বেচি।

ঢুলীয়া-নাচৰ শেষৰ অনুষ্ঠান 'ভাওনা'। ঢুলীয়াৰ ভাওনা সম্পূৰ্ণৰূপে কেৰিকেচাৰ ধৰ্মী। সমসাময়িক সমাজৰ বিভিন্ন দিশ বা সমস্যা হাঁহি-ধেমালি আৰু কোনো কোনো ক্ষেত্ৰত ব্যঙ্গৰ সহায়ত ৰূপায়িত কৰা ঢুলী-য়াৰ ভাওৰ মুখ্য কথা। প্ৰাক্-স্বাধীনতা যুগত ঢুলীয়াৰ দলে স্বাধীনতা যুজৰ ভাও দেখুৱাই জনতাক দেশ-প্ৰেমত উদ্বুদ্ধ কৰাৰ কথা আজিও বয়সিয়াল মাত্ৰেই পাহৰিব পৰা নাই। তেনেকৈ দেশ স্বাধীন হোৱাৰ পাচত গণতন্ত্ৰৰ নামত কৰা নেতৃমণ্ডলীৰ অগণতান্ত্ৰিক কাৰ্য্য-কলাপ তথা উদ্ভণ্ডালিও নিৰ্ভিকভাৱে ৰূপায়িত কৰি প্ৰচলিত শাসন ব্যৱস্থাৰ সমালোচনা কৰিবলৈও ঢুলীয়াৰ দলে কুণ্ঠাবোধ কৰা নাই। এনেদৰে ঢুলীয়াৰ দলে বিভিন্ন সাময়িক সামাজিক সমস্যা ৰূপায়িত কৰি আহি আছে। এনে ভাওনা সম্পূৰ্ণৰূপে লৌকিক। ঢুলীয়াৰ ভাওনাৰ ওপৰত অঙ্কীয়া-নাটৰ ভাওনাৰ প্ৰভাৱ নাই, কাৰণ অঙ্কীয়া-নাট ধৰ্মৰ ভেঁটিত প্ৰতিষ্ঠিত, অঙ্কীয়া-নাটৰ মূলভাৱ অলৌকিক; কিন্তু ঢুলীয়া লৌকিক আৰু বাস্তৱধৰ্মী।

ঢুলীয়াৰ ভাওত কোনো লিখিত নাটকৰ ভাওনা কৰা নহয়, ই অলি-খিত,—মৌখিক। কিন্তু ইয়াৰ যুগধৰ্ম আৰু সাময়িক সমস্যাৰ লগত



---

[৮] নাট্যশাস্ত্ৰ : ৪ৰ্থ অধ্যায় : ৩০।৩৫

[৯] Chamber's Encyclopaedia, Drum.

[১০] ৰজনীকান্ত বৰদলৈৰ দন্দুৱা দ্ৰোহ উপন্যাসৰ কামৰূপী ঢুলীয়াৰ ভাও দ্ৰষ্টব্য।

গভীৰ সম্পৰ্ক। প্ৰাক্-স্বাধীনতা কালৰ স্বাধীনতা আন্দোলন বা স্বাধীনোত্তৰ কালৰ ভাৰতীয় শাসন আৰু শাসকসকলক ব্যঙ্গ আৰু হাঁহি-কৌতুকৰ সহায়ত ৰূপায়িত কৰাৰ দৰে পাশ্চাত্য শিক্ষা আৰু সভ্যতাৰ দ্বাৰা উদ্বুদ্ধ হৈ শিক্ষা-সভ্যতাৰ নামত কোনো কোনো যুৱকে কৰা উদ্ভণ্ডালিৰ কথাও ঢুলীয়াইঁতৰ চকুৰপৰা আঁতৰি থাকিব পৰা নাই। সেয়ে নহয়, চীন আৰু পাকিস্তানে পৱিত্ৰ ভাৰতভূমিৰ ওপৰত কৰা অপ্ৰৰোচিত আক্ৰমণৰ কাহিনী আমাৰ ঢুলীয়াই ৰূপায়িত কৰি তুলিছে।

চাৰ্কাচ পাৰ্টিৰ 'ক্লাউন'ৰ দৰে ঢুলীয়াত থাকে ভাৱৰীয়া। এই ভাৱৰীয়া জন হাঁহি-কৌতুকৰ প্ৰধান কাৰণ। তেওঁ ধেমেলীয়া কথা, প্ৰকাশভঙ্গী আৰু দেহৰ বিভিন্ন অঙ্গী-ভঙ্গীৰ সহায়তো দৰ্শকমণ্ডলীক হঁহুৱায়। আৱশ্যক অনুসৰি বিভিন্ন ভাও দিবলৈ নাট্যাভিনয়ৰ দৰে ঢুলীয়াৰ ভাৱতো বিভিন্ন সাজ-পাৰ লোৱাৰ ৰীতি আছে। যক্ষ, ৰক্ষ, দানৱ, অসুৰ, বানৰ প্ৰভৃতি চৰিত্ৰ ৰূপায়ণৰ কাৰণে আৱশ্যকীয় মুখা পিন্ধাৰ ৰীতিও ঢুলীয়াৰ ভাৱত আছে। 'মুখা' ঢুলীয়াৰ ভাৱৰ গাম্ভীৰ্য্য আৰু আকৰ্ষণ বঢ়োৱাৰ প্ৰধান সহায়ক।

ঢুলীয়াৰ ভাৱত গ্ৰাম্যতা আছে সচা, কিন্তু ই প্ৰায়েই অশ্লীলতা বিবৰ্জিত। ভাৱৰীয়াৰ ভাও বহুপৰিমাণে মাৰ্জিত আৰু সুৰুচিসম্পন্ন; ই হাঁহি-কৌতুকৰে পৰিপূৰ্ণ নামনি অসমৰ এটি অতি জনপ্ৰিয় সাংস্কৃতিক সঙ্গীতানুষ্ঠান।

## ঢুলীয়াৰ ওপৰত সম্ভাব্য প্ৰভাৱ

ঢোল আন্তৰ্জাতিক বাদ্যযন্ত্ৰ, কিন্তু ঢুলীয়াৰ ভাও সম্ভৱতঃ প্ৰধানকৈ নামনি অসমতহে প্ৰচলিত। ঢুলীয়া-নাচ আৰু ভাও গভীৰভাৱে লক্ষ্য কৰিলে পুতলা-নাচৰ লগত ইয়াৰ অতিশয় ঘনিষ্ঠ সম্পৰ্ক দেখা যায়। পুতলা-নাচৰ গুৰুঘাঁত, অভিনয়, হাঁহি-কৌতুকৰ লগত ঢুলীয়াৰ গুৰুঘাঁত, ভাওনা আৰু হাঁহি-ধেমালিৰ অতিশয় গভীৰ সম্পৰ্ক আছে। ঢুলীয়াই খৰ মৰা আৰু কুষ্টি প্ৰদৰ্শন কৰাৰ দৰে পুতলা-নাচতো সাধাৰণতে পুতলা-ভাৱৰীয়াই কৰে। গতিকে নামনি অসমৰ ঢুলীয়া-নাচ আৰু ঢুলীয়াৰ ভাও পুতলা-নাচৰ উন্নত অৱস্থান বুলি অভিহিত কৰিব পাৰি। অসমৰ ঝুমুৰ-নৃত্য, দেউধা-দেউধনী-নৃত্য, বিহু-নৃত্য প্ৰভৃতি নৃত্যত চেঁও ধৰি ধৰি ঢুলীয়াই ঢোল বজাই সচা, কিন্তু এইবিলাক অনুষ্ঠান নামনি অসমৰ ঢুলীয়াৰ নাচ আৰু ভাৱৰপৰা সম্পূৰ্ণ সুকীয়া।



## ঢুলীয়া নাচৰ সমাদৰ আৰু প্ৰভাৱ

এসময়ত নামনি অসমৰ গাঁৱলীয়া অঞ্চলত ঢুলীয়াৰ ভাও এটি চিত্তাকৰ্ষক জনপ্ৰিয় সঙ্গীতানুষ্ঠানৰূপে বিবেচিত হৈছিল আৰু কমেও ২৫।৩০ জন মানুহেৰে গঠিত ঢুলীয়াৰ দলটোৱে কেৱল নাচ আৰু ভাও প্ৰদৰ্শন কৰিয়েই জীৱিকা উপাৰ্জন কৰিবলৈও সমৰ্থ হৈছিল। ঢুলীয়াৰ ভাৱৰ কেৰিকেচাৰধৰ্মিতা আৰু সমাজ জীৱনৰ চলন্ত টীকা-টীপ্পনিৰ কাৰণে জনসমাজত ইয়াৰ অতুলনীয় প্ৰভাৱ আছিল। অসমীয়া অঙ্কীয়া ভাওনাই নহয়, নামনি অসমৰ বায়ন পাৰ্টিৰ ওপৰতো ঢুলীয়াৰ প্ৰভাৱ আছিল বুলি অনুমান কৰিব পাৰি। অঙ্কীয়া-ভাওনাৰ মুখা ঢুলীয়াৰ ভাৱৰপৰা গ্ৰহণ কৰা। ঢুলীয়াৰ ভাও অঙ্কীয়া-নাট আৰু খুলীয়া দল বা পাৰ্টিৰো পূৰ্বপুৰুষ।

## সামৰণি

পুতলা-নাচ আৰু ঢুলীয়াৰ ভাও অসমৰ দুটা অতি প্ৰাচীন জনপ্ৰিয় সাংস্কৃতিক সঙ্গীতানুষ্ঠান। কিন্তু আজি দেশ স্বাধীন হোৱাৰ পাচত দুয়োটা অনুষ্ঠানেই বিলুপ্তিৰ পথত। এই প্ৰাচীনতম সাংস্কৃতিক অনুষ্ঠানৰ লগত নিবিড়ভাৱে লাগি থকা লোকসকলৰ আজি স্বাধীন ভাৰতবৰ্ষত ধন আৰু মান দুয়োটাই নাই। অসমীয়া সঙ্গীতানুষ্ঠানৰ পৰম্পৰা গঢ়ি তোলাতো এই দুটা অনুষ্ঠানৰ প্ৰভাৱ অতুলনীয়। 'কেৰিকেচাৰিষ্ট' আৰু 'কাৰ্টুনিষ্ট'সকলকো পতলা-নাচ আৰু ঢুলীয়াৰ প্ৰভাৱেই অনুপ্ৰাণিত কৰিছে। শিশুৰ বিকাশৰ ক্ষেত্ৰত আজিও পুতলা-নাচৰ প্ৰয়োজন সমানেই অটুট। অথচ এনে শাস্ত্ৰীয় সঙ্গীতানুষ্ঠান দুটি আজি অৱজ্ঞা প্ৰাপ্ত আৰু অৱহেলিত। ই অত্যন্ত শোক আৰু পৰিতাপৰ বিষয়। আমাৰ গণতান্ত্ৰিক সমাজ ব্যৱস্থাই এনেহেন অতুলনীয় সাংস্কৃতিক অনুষ্ঠানসমূহক আৰু তাৰ লগত নিবিড়ভাৱে জড়িত থকা নাগৰিকসকলক শক্তিশালী আৰু সম্ভ্ৰান্তৰূপে জীয়াই ৰখাৰ উপযুক্ত ব্যৱস্থা লোৱা উচিত। অতীতৰ ওপৰত প্ৰতিষ্ঠিত হ'ব নোৱাৰিলে ব্যক্তিৰ দৰে সমাজ বা ৰাষ্ট্ৰও শক্তিহীন হৈ পৰা স্বাভাৱিক। অতীতলৈ আমি ওভতি যাব নিবিচাৰোঁ, কিন্তু গৌৰৱমণ্ডিত অতীতক শ্ৰদ্ধাৰে সোঁৱৰা বা তেনে অতীতৰ ওপৰত প্ৰতিষ্ঠিত হ'বলৈ সচেষ্ট হোৱা যিকোনো সংস্কৃতি-সম্পন্ন ব্যক্তি আৰু সমাজৰ কৰ্তব্য।

# বিহুগীতত অসমীয়া জীৱনৰ চিত্ৰ

ডঃ বিৰিঞ্চিকুমাৰ বৰুৱা

জাতিৰ সংস্কৃতি আৰু সাহিত্যৰ দৃষ্টিত ভৌগোলিক অৱস্থিতিয়ে কিদৰে সহায় কৰে সেই কথা W. Schimdtএ "The Culture—Historical Method of Ethnology নামৰ গ্ৰন্থত বিশ্লেষণ কৰিছে । সকলো জাতিৰ ধৰ্ম-কৰ্ম, ধ্যান-ধাৰণা, ৰীতি-নীতি, আচাৰ-ব্যৱহাৰ, শিল্প-সাহিত্য, সমাজ-ব্যৱস্থা, দেহৰ গঠন ভৌগোলিক অৱস্থাৰ ওপৰত ভালেখিনি নিৰ্ভৰ কৰে । অতুল সৌন্দৰ্য্য-মণ্ডিত বিস্ময়-বিজড়িত অত্যুচ্চ হিমালয় পৰ্বতবাজিয়ে বৈদিক ধৰ্ম আৰু সাহিত্যৰ সৃষ্টিত বিশেষভাৱে প্ৰেৰণা যোগাইছিল । সেইদৰে বহল লুইতৰ পাৰ, শ্যামল পৰ্বতমালা, চকু জুৰোৱা ধাননি পথাৰে সৰ্বভাৰতীয় পটভূমিত অসমীয়া জাতিৰ স্বকীয়া বৈশিষ্ট্য গঢ়িবলৈ সমৰ্থ হৈছে । কেৱল আমাৰ জাতীয় কানন-কবিতাসমূহেই নহয়, পুৰণি সাধু-কথা, প্ৰবচন, লোক-গীত, কিম্বদন্তি—এই সকলোৰেই জন্মনীড় হৈছে অসমৰ প্ৰকৃতি আৰু ভূগোল । অসমীয়া ভাষাৰ ওপৰতো প্ৰকৃতিৰ চাপ নপৰাকৈ থকা নাই । সংস্কৃতৰ ভালেমান কঠিন ধ্বনি অসমীয়াত কোমল ধ্বনিলৈ পৰিৱৰ্তন হোৱাৰ মূলতো প্ৰকৃতিৰ প্ৰভাৱ পৰিলক্ষিত হৈছে । অসমীয়া ধ্বন্যাত্মক শব্দৰ ভালেখিনি মাধুৰ্য্য প্ৰকৃতিৰ অনুকৰণত গঢ়ি উঠিছে ।

অসমৰ জলবায়ু অতি শীত অথবা অসহ্য তাপৰপৰা আঁতৰত । অসমীয়া মানুহে সেইকাৰণে বছৰৰ বাৰ মাহতে পথাৰে-পৰ্বতে, নৈয়ে-বিলে, হাবিয়ে-বননিয়ে জীৱন নিৰ্বাহৰ নানা কাৰ্য্যত সহজভাৱে ওলাই-সোমাই ফুৰিব পাৰে । বাৰমাহী গীতত বৰ্ণোৱাৰ দৰে প্ৰতি ঋতুৱেই অসমৰ প্ৰকৃতিক নতুন আভৰণেৰে অলঙ্কৃত কৰে । সেয়েহে উন্মুক্ত প্ৰকৃতিত মুকলি-মূৰীয়াভাৱে বিহাৰ সম্ভৱ আৰু অসমীয়া মানুহৰ প্ৰাণত ঋতুৱে ঋতুৱে নতুন উৎসাহ নতুন উদ্দীপনা, নৱীন কল্পনাৰ উদয় হয় । প্ৰকৃতিৰ অনুৰাগত অনুৰঞ্জিত হোৱাৰ হেতু অসমীয়া মানুহ, অহম্ ভাবৰপৰাও ভালেখিনি



মুক্ত হৈছে । প্ৰকৃতিৰ লগত আত্মীয়তাৰ সংস্পৰ্শত অহাত যুগে যুগে অসমীয়া মানুহৰ মনত বিচিত্ৰ ভাব অনুভূতিৰ জন্ম হৈছে । সেই বাঙময় প্ৰকাশৰ ফলত অসমীয়া ভাষাত অলেখ অলিখিত লোকগীত বিহুগীতৰ জন্ম । প্ৰকৃতিৰ লগত এই তদাত্ম্যৰ হেতু প্ৰকৃতিৰ সৰু-বৰ ৰমণীয়-বৰণীয়, ভয়-ভয়ঙ্কৰ সকলো ৰূপৰে সূক্ষ্ম নিৰীক্ষণ সূচল হৈছে । সেই কাৰণেই মেঘৰ গাজনি, বিজুলিৰ চমকনি, বাৰিষাৰ বাঢ়নী পানী, লুইতৰ ঢৌ, বনগীতত মনোৰম আৰু প্ৰীতিকৰ ।

দিনৰ সৰহখিনি সময় মুকলি পথাৰত, নৈৰ শীতল বুকুত, অথবা সেউজীয়া বননিত কটাবলগীয়া হোৱাত প্ৰকৃতিৰ ৰূপ-ৰস-বৰ্ণ-গন্ধ-শব্দৰ প্ৰতি অসমীয়া মানুহ সকলো মুহূৰ্ততে সচেতন । চকুৰ আনন্দ আৰু ভয়-শঙ্কা জন্মোৱা মনোৰম আৰু বিৰাট দৃশ্য, জিভাৰ আস্বাদিত মিঠা, তিতা, কেহা আস্বাদ, স্পৰ্শৰ অনুভৱ-গোচৰীয় শীত-উষ্ণ পদাৰ্থ, নাকে অনুভৱ কৰা বিবিধ গন্ধৰাজি, কাণত মধুৰ বা কৰ্কশ লগা ধ্বনি—এই সকলোবোৰেই প্ৰকৃতিৰ দান । প্ৰকৃতিৰ পৰশত স্পন্দিত হোৱা অনু-ভূতিৰ বহিঃপ্ৰকাশৰ কাৰণেই বিহুগীত অসমীয়া মানুহৰ মনৰ আৰু অসমৰ প্ৰকৃতিৰ প্ৰতিচ্ছবি হ'বলৈ সক্ষম হৈছে ।

বিহুগীতসমূহ বিশ্লেষণ কৰিলে তাত অসমৰ প্ৰকৃতিৰ প্ৰধান চাৰিটা চিত্ৰ ৰূপায়িত দেখা যায় । সেয়ে হৈছে অসমৰ নদ-নদী, গৰু-মহ চৰণীয়া উদং চাপৰি আৰু জীৱন ধাৰণত সমল যোগোৱা বহল পথাৰ, প্ৰকৃতিৰ সঞ্চয়-ভঁৰাল পৰ্বতৰাজি আৰু বিচিত্ৰ বৰ্ণ আৰু মধুৰ সঙ্গীত সৃষ্টি কৰা পশু-পক্ষীসমূহ । অসমীয়া সভ্যতা কৃষি জীৱনৰ সভ্যতা ; কৃষি-জীৱন সহজ নদীৰ পাৰত । সেইদেখি সাধাৰণ মানুহৰ প্ৰাচীন প্ৰজ্ঞাৰ ওপৰত ভেঁটি কৰি অসমীয়াত "কুল ন কুল ন নদীৰ কুল ন" প্ৰবচনৰ সৃষ্টি হৈছে । অসমীয়া সভ্যতা যুগ যুগ ধৰি লুইত ব্ৰহ্মপুত্ৰৰ পাৰতে বৰ্ধিত হৈছে । এই নদ অসমৰ অধিষ্ঠাতা দেৱতা, (উটুৱাই নিনিবা ব্ৰহ্মপুত্ৰ দেৱতা, তামোল দি মাতোঁতা নাই) । লুইতৰ পানীয়ে অসমৰ পথাৰ শ্যামল কৰাৰ উপৰিও চিৰি লুইতৰ বুকুত পাৰি দিয়েই সতী বেউলাৰ দৰে অসমীয়া জীয়ৰীয়ে অসীমৰ পথত উজাই গৈছিল । পৰশুৰাম কুণ্ডকে আৰম্ভ কৰি মাজুলীৰ চাৰি সত্ৰক বুকুত লৈ অসমীয়াৰ ধ্যান-ধাৰণাৰ তীৰ্থক্ষেত্ৰ-সমূহ লুইতৰ পাৰতে অৱস্থিত । লুইতৰ বাঢ়নী ঢল, পাৰৰ চাপৰি, কহুৱা বন, ৰূপালী বালি, বুকুৰ শিহু-ঘঁৰিয়ালে অসমীয়াৰ অনুভূতিক যুগে যুগে উদ্দীপ্ত আৰু বিস্ময়ান্বিত কৰি আহিছে । "লুইতৰে বালি, বগী ধকে ধকি, কাছই কণী পাৰে লেখি", "চিৰিপ চিৰিপ কৰি কাপোৰ ধুই আছিলোঁ

চিৰি লুইতলৈ চাই”—আদি ৰমণীয় চিত্ৰই লুইতক অধিক আকৰ্ষণীয় কৰিছে। অসমৰ শিৰা-উপশিৰা—নদী কেইখনক অসমীয়া মানুহে প্ৰাণ দি ভাল পায়। যি দেশত জলসিঞ্চনৰ ব্যৱস্থা নাই, সেই দেশত ভঁৰালৰ সঞ্চয় নদীৰ প্ৰসাদতে; বৰষুণ দেৱতাৰ কৃপাৰপৰা বঞ্চিত হ'লেও কলং, কপিলী, দিখৌ, ডিবৰু, ধনশিৰী, সোৱণশিৰীৰ করুণা-ধাৰাৰপৰা অসম বঞ্চিত নহয়। “দিখৌ নৈ এৰিব পাৰোঁ মই লাহৰী, জাঁজী নৈ এৰিব পাৰোঁ”, এইবোৰতে জাতিৰ নদী-প্ৰীতি সুন্দৰভাৱে প্ৰকাশ পাইছে।

লুইতৰ পাৰৰ চাপৰি (লুইতৰে গুৱনি ৰবেকৈ চাপৰি) আৰু বছৰি লুইতৰ পানীয়ে লুথুৰীপিঠা কৰা পথাৰ কেইখন অসমীয়াৰ অৱসৰ বিনোদনৰ ক্ৰীড়া-ভূমি আৰু জীৱন বৰ্ধনৰ প্ৰধান সমল। এই চাপৰিতে সৰুৰেপৰা গৰু-ম'হ চৰাই অসমীয়া ল'ৰা-ছোৱালীয়ে (সৰু হৈ আছিলোঁ গৰু চৰাইছিলোঁ) লুইতক ভাল পাবলৈ শিকে। যৌৱনত লুইতৰ চাপৰিৰ কঁহুৱা ফুলৰ সৌৰভে ডেকা-গাভৰুৰ “ঘৰতো নবহে মন সমনীয়া, পথাৰত নবহে মন”ৰ অৱস্থা কৰে। “ম'হ নেলি গুৱালটি চাপৰি পালেগৈ, বাটত ছিঙি খালে জবা। পিচবটি গুৱালে উকিটি মাৰিছে নুঘূৰে যঁতৰত শলা”—আদি বিহুগীতত সেই ভাৱেই প্ৰতিভাত।

অসমলৈ ম'হ শ্যামদেশৰপৰা আহিছে; শ্যাম-থাই সংস্কৃতিৰ লগত ই জড়িত। সেই সূত্ৰে অসমীয়াৰ লগতো ম'হৰ সম্বন্ধ আছে। ম'হ শক্তি, সৌন্দৰ্য্য আৰু যৌৱনৰ প্ৰতীক। বিহুগীতত তাৰ পৰিচয় আছে: “কিনো খুৱাই বঢ়ালে, মতা ম'হৰ গলধন; ওদালৰ তলতে নাকীজৰী বাটোতে ম'হ বনৰীয়া হ'ল”—ইত্যাদি।

বহল পথাৰে অসমীয়াক কেৱল জীৱনধাৰণৰ সমলকে যোগোৱা নাই, পথাৰৰ পৰশত অসমীয়া ডেকা-গাভৰুৰ অন্তৰত প্ৰেমৰো উন্মেষ হয়। ধানৰ পথাৰে মানুহৰ মনলৈ সন্তুষ্টি, সঞ্চয় আৰু সম্ভোগৰ কল্পনা আনে। মুকলি পথাৰ আদিম যুগৰেপৰা প্ৰেমৰ বেদীস্বৰূপে ব্যৱহৃত হৈ আহিছে। আদিম যুগত ডেকা-গাভৰুৰ প্ৰথম প্ৰেম, বিবাহ-মিলন, মান-অভিমান, পথাৰৰ উৰ্বৰ বুকুতে মূৰ্ত হৈ উঠিছিল। অসমীয়া ডেকা-গাভৰুৰ ধাননি পথাৰত উদয় হোৱা জীৱনৰ চলন্ত স্বৰ্ণময় মুহূৰ্তৰ অলেখ চিত্ৰ বিহুগীতত আছে—

> দকৈ পথাৰত ধান দাই আছিলোঁ
> ঘিলা চকলীয়া মুঠি।
> সকলোকে দেখোঁ লাহৰীক নেদেখোঁ
> চাপৰে ওপৰত উঠি॥



> আকৌ—দূৰতে ঐ নুৰুৰা ভূঁই ঐ মইনা
> দূৰতে ঐ নুৰুৰা ভূঁই।
> যাওঁতে বিষাব কঁকাল ঐ লাহৰী
> আহোঁতে বিষাব ভৰি॥

> অথবা— তোকে চাই বাঙলী
> বান্ধি যাওঁ ডাঙৰি ।....ইত্যাদি।

কোনো কোনো পণ্ডিতৰ মতে অসমৰ প্ৰাচীনতম অধিবাসীসকলে আদিতে পৰ্বতত বাস কৰিছিল। অসমীয়া ভাষাত থকা পৰ্বত বুজোৱা ‘পাহাৰ’, ‘তুল’ আদি দেশজ শব্দই আৰু পৰ্বতৰ ভালেমান জন্তুৰ নাম আৰ্য্য-পূৰ্ব ভাষাৰপৰা অহায়েই এই মতটি সমৰ্থন কৰে। গতিকে পৰ্বতৰ প্ৰতি অসমবাসীৰ এটি স্বাভাৱিক সম্বন্ধ আছে। মনোমুগ্ধকাৰী পৰ্বতৰ সৌন্দৰ্য্যই অসমীয়া মানুহক যুগে যুগে মুগ্ধ কৰি আহিছে। কামাখ্যা, বশিষ্ঠ, শৰণীয়া আদি ধৰ্মক্ষেত্ৰ পৰ্বতৰ ওপৰত প্ৰতিষ্ঠিত হোৱাৰ কাৰণো মন কৰিবলগীয়া। “পৰ্বতে পৰ্বতে খালোঁ নগা টেঙ্গা”, “ধনে গৈ আছে গৈ মিছিমি দেশত”, “পৰ্বতত একুৰা জুই”, আদি বিহুগীতত থকা পদবোৰে অসমীয়া মানুহৰ পৰ্বতৰ লগত পৰিচয়ৰ চিত্ৰ প্ৰকাশ কৰিছে। কৃষিৰ বাহিৰে অসমীয়া মানুহৰ অন্য উপজীৱ্য মৃগয়া। “পৰ্বতত মাৰিলোঁ নোদোকা গাহৰি”, “পৰ্বতত মাৰি যাওঁ বাঙলী হৰিণা”, পদসমূহ শাৰীৰিক ক্ৰিয়াৰ পিনৰপৰাও উল্লেখনীয়। মাকৰ কোলা শুৱনি কৰা সন্তানৰ দৰে পৰ্বত শুৱাই থকা পাহাৰৰ ভাই-ভনী সকলোৱে উল্লেখ বিহুগীতত আছে।

বনদেৱতা আৰু বৃক্ষ-পূজা এতিয়াও প্ৰচলিত। পৰ্বতীয়া ভাই-ভনীসকলৰ বাহিৰেও ভৈয়ামৰ লোকৰ মাজতো বৃক্ষপূজা নানা ৰূপত বিদ্যমান। পূজা শব্দটো আৰু পূজা প্ৰথা দুয়োটা আৰ্য্য-পূৰ্ব সংস্কৃতিৰ বুলি বৰ্তমান প্ৰতীয়মান হৈছে। হোম-প্ৰথা চলা আৰ্য্যসকলৰ মাজত পূজা-পদ্ধতি পিচৰ যুগতহে প্ৰচলন হৈছিল। সৰ্বভাৰতীয় পটভূমিত পৰিপুষ্ট হোৱা অসমীয়া সংস্কৃতিত গছ-গছনি, পত্ৰ-পুষ্প বিশেষ সমাদৃত। বিয়াত কলগছৰ বেই, পূজাত কলগছৰ মণ্ডপ, পদূলিত কলগছৰ ৰোপণ, সকলো মাঙ্গলিক কাৰ্য্যত কলপাত আমপাতৰ ব্যৱহাৰ বৃক্ষ-পূজাৰ অন্য ৰূপ। হাউলিৰ চৌদিশে বিবিধ গছ ৰোৱা, বাৰীৰ পিচ পিনে বাঁহৰ জোপা, ‘আগবাৰী শুৱনি তামোল’—এই সকলোবোৰৰ মূলতো গছৰ প্ৰতি প্ৰগাঢ় শ্ৰদ্ধায়ে ৰূপায়িত হৈছে। গছৰ ছা গৰখীয়াৰ বিশ্ৰাম বিনোদনৰ

স্থান ; ডেকা-গাভৰুৰ প্ৰেমৰ কুঞ্জ। এই সম্পৰ্কে ইঙ্গিত বিহুগীতত আছে—

আহোঁ বৰৰ তলে যাওঁ বৰৰ তলে
বৰবে চপলা পাত।
বৰৰ তলতে মোকে নোজোকাবি
ওলাব মইনা মাত ॥

"বিৰিণাৰ আগতে তামোল থৈ আহিছোঁ, হেৰা পালোঁ বুলি খাবি", "আহোঁ কেঞাবনে, যাওঁ কেঞাবনে, কেঞাবনে কাটিলে গা", "আঠিয়া কলৰে দুডালি ঠাৰি ঐ", "ছাঁ পাই তৰিলোঁ তাঁত", "হাতত ধৰি ধৰি দিহিং পাৰ হ'লোঁ, জিৰাই যাওঁ খাগৰিৰ তলত"—আদি মনোৰঞ্জক প্ৰেমৰ কাহিনী—গছ-গছনিৰ আঁৰতেই ঘটে।

ফুলৰ প্ৰতি আগ্ৰহ অসমীয়া জাতিৰ সৌন্দৰ্য্য-স্পৃহাৰ অন্য এটি নিদৰ্শন। পূজা উৎসৱত ফুলৰ ব্যৱহাৰৰ বাহিৰেও ই শৰীৰ প্ৰসাধনতো অপৰিহাৰ্য্য। ফুলৰ দৰে নিজকে ৰমণীয় কৰিবলৈ অসমীয়া ছোৱালীয়ে ফুলৰ নামেৰে নিজৰ নাম তৰে ; বিয়ানামত ফুলৰ নামেৰে পদ পূৰণ কৰে। বিহুগীতৰপৰা অসমীয়া ফুলৰ এখনি মনোমোহা তালিকা ৰচিব পাৰি। অসমীয়া মানুহে ফুলক ভাল পায় দেখিয়েই মাধৱ কন্দলি আৰু শঙ্কৰদেৱে সাধাৰণৰ মন তুষ্টিৰ কাৰণে অসংখ্য ফুলৰ বৰ্ণনাৰে তেওঁলোকৰ ৰচনাৱলী জাতিকাব কৰি গৈছে। প্ৰাচীন ভাৰতীয় শিল্প আৰু সাহিত্যত নাৰী আৰু ফুলৰ সম্বন্ধৰ বিষয়ে এটি মনোৰম আখ্যান আছে—

স্ত্ৰীণাং স্পৰ্শাৎ প্ৰিয়ঙ্গুৰ্বিকশতি
বকুলং শীধুগণ্ডুষ সেকাৎ।
পদাঘাতাদশোকস্তিলককুৰবকৌ
বীক্ষণালীঙ্গনাভ্যাম্ ॥
মন্দাৰো মৃদুবাক্যাৎ পটু-মৃদু-হসনা-.
চচম্পকো বক্ত্ৰবাতাৎ।
চূতো গীতান্নমেৰুৰ্বিকশতি চ
পুৰোনৰ্তনাৎ কৰ্ণিকাৰঃ ।

সুন্দৰী নাৰীৰ আলিঙ্গন-স্পৰ্শত পুষ্প বিকশিত হোৱা কল্পনাটো সংস্কৃত সাহিত্যত আৰ্য্য-পূৰ্ব সংস্কৃতিৰপৰা গ্ৰহণ কৰা হৈছে বুলি কোনো



কোনোৱে বিশ্বাস কৰে। এই কল্পনাৰ লগত অসমীয়া মানুহবো যে ঘনিষ্ঠ পৰিচয় ঘটিছিল তাৰ আভাস প্ৰাচীন গীতৰ বহু ঠাইত দেখা গৈছে—

ফুলৰ বাতৰি পালোঁ মই আইটি
ভৰিতে মাৰিলোঁ টিপা।
বাৰ বছৰীয়া নুফুলা ফুলেও
আপুনি ধৰিলে শিপা ॥
ফুলৰ বাতৰি পালোঁ মই মইনা
চৌপাশে মেলিলোঁ হাত।
সেউতী, মালতী, তগৰ, গুৱায়ালী
সবেও মেলিলে পাত ॥
ফুলৰ বাতৰি পালোঁ মই মইনা
মিচিকাই মাৰিলোঁ হাঁহি।
সেউতী, মালতী, তগৰ, গুৱামালী
সবেও মেলিলে পাহি ॥

প্ৰকৃতিৰ বৰ্ণ, গন্ধ আৰু শব্দৰ প্ৰতি সচেতন অসমীয়া মনৰ বিষয়ে পূৰ্বে উল্লেখ কৰা হৈছে। বিহুগীতত সন্ধিয়াৰ শিমলুফুলীয়া বৰণ, পকা ধানৰ পথাৰত দুপৰৰ ৰ'দে স্বৰ্ণময়ী কৰা দাৱনীৰ ৰূপ (বহলকৈ পথাৰত ধান দাই আছিলোঁ, হাতত সোণোৱালী কাচি), বিৰিখৰ সেউজীয়া কুমলীয়া পাতৰ বৰণৰ মনোৰম বৰ্ণনা আছে। "পানীৰ জিকমিক পানীৰে পৰুৱা", "ওপৰত উৰিলে কালিন্দী ভোঁমোৰা", "চৰাই হালধীয়া পাখি বিনন্দীয়া", "আলি ঢাকি পৰিলে হালধীয়া চৰাই"—পদবোৰে বিচিত্ৰ বৰ্ণ-গৌৰৱৰ চৰাই-পখিলাৰ দৰেই সুন্দৰ আৰু মনোমোহা অসমৰ ৰূপ প্ৰকাশ কৰিছে। নদী-নিজৰাৰ কুলু-কুলু ৰৱে, বতাহৰ ৰিব-ৰিব সুৰে অসমীয়া ডেকা-গাভৰুৰ প্ৰাণত সহজ সঙ্গীত সৃষ্টি কৰিবলৈও সমৰ্থ হৈছে। "ফেঁচাই কুৰুলিয়াই, কুহু কুহু কৰি", "কপৌটি বিনালে", "কি চৰাই বিনালে হতুলুকা", "ৰৈ নো ৰৈ কান্দিলে চুঙাৰে বাদুলি", "এৰা গছত মাতিলে জিলী"—এই সুৰৰ লহৰত অসমীয়া জীৱন স্বাভাৱিকতে গীতিধৰ্মী হৈছে।

জাতীয় সংস্কৃতি এদিনতে গঢ়ি নুঠে। যুগ যুগ ধৰি জাতিৰ যি জীৱন মন্দাকিনী বৈ গৈছে তাৰ ওপৰত নিৰ্ভৰ কৰিহে জাতিৰ সংস্কৃতিয়ে স্বকীয় ৰূপ লয়। প্ৰাচীন কালৰেপৰা যিবোৰ ক্ৰিয়া-কাৰ্য্য, অনুষ্ঠান-উৎসৱৰ মাজেদি অসমীয়াৰ জীৱন-যাত্ৰা আৰম্ভ হৈছে, সেই সকলোবোৰৰ

সঙ্গমতহে জাতীয় সংস্কৃতিৰ জন্ম। বিহুগীতসমূহত অসমীয়া জীৱনৰ বাস্তৱ আৰু চলন্ত ইতিহাস সংৰক্ষিত হৈছে। পূৰ্বেই কোৱা হৈছে যে অসমীয়া সংস্কৃতি গাঁৱলীয়া সংস্কৃতি। গাঁও আৰু গাঁৱলীয়া জীৱনক দীঘ-বাণি লৈ অসমীয়া সংস্কৃতিৰ ফুলাম গামোচা বোৱা হৈছে। প্ৰাচীন কাশী, কাঞ্চী অথবা মধ্যযুগৰ আগ্ৰা, মাদুৰাৰ দৰে নগৰ অসমত নিৰ্মাণ হোৱা নাছিল। অথবা মহাবলিপুৰম-কোনাৰ্কৰ দৰে স্থপতি শিল্পৰো প্ৰাচুৰ্য্য অসমত নাই। আমাৰ দেশ কাঠ-বাঁহ-বেত আৰু মাটিৰ দেশ। এতিয়াও অসমীয়া মানুহে কাঠ-বেত-বাঁহেৰেই ঘৰ-দুৱাৰ সাজে; নিত্য-প্ৰয়োজনীয় সা-সঁজুলি গঢ়ে। মৃণ্ময়েই আমাৰ মাঙ্গলিক আৰু পৱিত্ৰ পাত্ৰ। মাধৱ-দেৱে ডাঙৰ ঘৰ নিৰ্মাণ কৰিবলৈ নিষেধ দিয়াৰ সম্বন্ধে ৰামচৰণ ৰচিত চৰিতত আছে—

মাধৱে বোলন্ত আৰে কি কৰিবো আমি।
একখানি কথা কহো শুনিয়োক তুমি ॥
বৰ ঘৰ বৰ মেলা নকৰিবা তুমি।
নটুৱাক ননচাৱা হাক দেওঁ আমি ॥

এটি বিৰাট ঘৰৰ সলনি অসমীয়া মানুহে বৰ ঘৰ, মাৰল ঘৰ, চ'ৰা ঘৰ, ৰান্ধনি ঘৰ, গোসাঁই ঘৰ, ভঁৰাল ঘৰ, বাট চ'ৰা, গোহালি ঘৰ আদি বিভিন্ন প্ৰয়োজনৰ কাৰণে সৰু সৰু স্বকীয়া ঘৰ সাজে। কোনো কোনো জাতিৰ মানুহে একেটা চাং-ঘৰকে আহাৰ আৰু শয়নৰ নিমিত্তে ব্যৱহাৰ কৰে; চাঙৰ তলত জন্তু পোহে (ই প্ৰধানতে মঙ্গোলীয় প্ৰথা)। গৃহ-নিৰ্মাণ প্ৰথা, গৃহৰ আকাৰ, প্ৰকৃতি আৰু ভিতৰৰ আহিলা-পাতিৰ ব্যৱহাৰত দেশৰ সভ্যতা আৰু জাতিৰ মনোবৃত্তি প্ৰকাশ পায়। পূৰ্বৰ মহেঞ্জোদাৰ'ৰ আৰু আজিৰ মাৰ্কিন সভ্যতাৰ স্বৰূপ গৃহ-নিৰ্মাণৰ কৌশলত ধৰিব পাৰি। কেইবাটাও ক্ষুদ্ৰ ক্ষুদ্ৰ গৃহ-নিৰ্মাণৰ মূলত প্ৰকাশ পাইছে অসমীয়া জাতিৰ আচাৰ-নীতি, সমাজ-ব্যৱস্থা আৰু জীৱন যাপনৰ আদৰ্শ। বৃহৎ পৰিয়ালৰ সৈতে একেলগে বাস কৰাৰ হেতু অসমীয়া গৃহস্থৰ কেইবাটিও ঘৰৰ প্ৰয়োজন। মতা-তিৰোতা বিশেষে শোৱনি ঘৰ বেলেগ (এই ৰীতিৰ লগত পৰ্বতীয়া জাতিসকলৰ চাং-ঘৰ অথবা মৰঙৰ সাদৃশ্য তুলনীয়)। ল'ৰা-ছোৱালী ডাঙৰ নোহোৱালৈকে মাকৰ লগত শোৱা ব্যৱস্থা (সৰু হৈ আছিলি, মাৰৰ লগত শুইছিলি)। আলহী অতিথি আহিলে শোৱা ঠাইৰ অভাৱৰ কথাও বিহুগীতে উল্লেখ কৰিছে (কালি যে নাহিলা ভালকে কৰিলা,



শুবলৈ নাছিলে ঠাই)। ঘৰ সজা পদ্ধতি, ঘৰত ব্যৱহৃত মাৰলি, ফুল-চ'তি, কৰা-কাঠীৰ বহল বৰ্ণনা বিহুগীতত দিয়া হৈছে। অসমীয়া মানুহে অৱস্থা বিশেষে বাঁহৰ বা কাঠৰ খাট-পালেং, চাম পীৰা, ঢাৰি-পাটী (ফুলাম), তুলি-তলিচা (শিমলু-তুলাৰে তুলি), গাত লোৱা তিনি-কঠীয়া, গাৰু (মাদুলি তুলাৰে গাৰু) ব্যৱহাৰ কৰে। পহু-শিঙৰ হাঁকোটাত বস্তু আঁৰি থয়, (ধনৰ চেওমণি, বটীয়া পুৰণি, পহু-শিঙৰ হাঁকোটাত থলোঁ); ৰন্ধা-বঢ়া মাটিৰ চৰু-হাড়িত কৰে; খোৱা-লোৱাৰ পৰিবেশন কাঁহৰ কাঁহী-বাটি, পান-ধোৱাত হয়, লোটা-ঘটীৰে মুখ ধোৱে। মাটিৰ কলহ আৰু পিতলৰ গাগৰিত পানী খায়। চাকী আৰু গছাৰ বহল ব্যৱহাৰৰ উল্লেখ বিহুগীতত আছে। ঘৰৰ ভিতৰ আৰু বাহিৰত মৰণা মাৰিবলৈ আৰু ধান শুকুৱাবলৈ চোতাল থাকে। চৌহদৰ চাৰিওকাষ তামোল-পাণ, আম-কঁঠালৰ গছে শুৱনি কৰে। কোনো কোনোৱে পদূলিৰ ঢাপত তিতাফুল আৰু সিজুগছ ৰোৱাৰ উল্লেখ আছে। (তিতাফুল ফুলিলে ঢাপত; ঢাপত নুৰুৰা সিজু)।

প্ৰাচীন যুগৰেপৰা অসমীয়াৰ প্ৰধান উপজীৱ্য কৃষি আৰু এই খিনিতে অসমীয়া সংস্কৃতি সৰ্বভাৰতীয় সংস্কৃতিৰ লগত ওতপ্ৰোতভাৱে জড়িত। কৃষি সম্বন্ধীয় অসমীয়া শব্দমালা বিচাৰ কৰিলে সেই সকলোবোৰ আৰ্য্য ভাষাৰপৰা আহিছে বুলি নিসন্দেহে নিৰ্ণয় কৰিব পাৰি। কৃষি-জীৱনৰ লগত জড়িত কৃষক, খেতিয়ক (ক্ষত্ৰ+অক), হালোৱা (হাল+ৱাহক); খেতিৰ মাটিৰ লগত সম্বন্ধ থকা খেত, খেতি (ক্ষেত্ৰ), পথাৰ (প্ৰস্থাৰ), খোলা, খেল (খল্য), মথাউৰি (মন্থৰ অপূৰ); মাটিৰ পৰিমাণ আৰু গুণ বুজুৱা হালিচা (হাল+ত্য=চচ), দোন (ডোন), উখন (উষৰ); সা-সঁজুলিৰ নাম হাল, ঈহ (ঈষা), ফাল, যুঁৱলি, যোত (যোত্ৰ, যোক্ত্ৰ), বৰতি (বৰত্ৰা), ওখোন (আখান, আখন); কৃষি-কৰ্ম বুজুৱা হাল (হাল), চহ (কৃষ), সিঁচা (সিঞ্চন), সমাৰ (সম্বাকাৰ), মৰণা (মৃণস্তৰ); শস্য আৰু শাক-পাচলিৰ নাম ধান, মাহ, তিল, কুঁহিয়াৰ (কোষকাৰ), সৰিয়হ (সৰ্ষপ), লাই (ৰাজিক), চাঙ্গেৰী (চাঙ্গ), ৰাবৰি (ৰবৰটী), ভেদালি (ভদ্ৰালি), শুং (ধানৰ) আদি সংস্কৃত ভাষাৰ প্ৰসাদ।

মাক-বাপেক, ককাই-ভাই, জীয়ৰী-বোৱাৰীৰ সৈতে অসমীয়াৰ ভৰপূৰ গৃহস্থালি। অসমৰ গাঁৱৰ কোনো কোনো অঞ্চলত জোঁৱাইৰ সন্মুখত শাহুৱে মুখ দেখুৱাবৰ নিয়ম নাই। এই সম্পৰ্কৰ বিষয়ে দুই-এটি ধেমেলীয়া পদ আমাৰ বিহুগীতত পোৱা যায়—

"বাঁহৰ তলে তলে বাঁহীটো বজালোঁ
শাহুৱে শুনকহি বুলি।
শাহু আয়ে শুনিলে মিচিকাই হাঁহিলে
জোঁৱাই ধেমেলীয়া বুলি।"

সাধাৰণতে ভূঁই ৰোৱা, ধান দোৱা, মৰণা মৰা আৰু ম'হ চৰোৱা, মাছ মৰা, চিকাৰ কৰা আদি খাদ্য সংগ্ৰহৰ ( food collecting ) কাম পৰিয়ালৰ সকলোৱে মিলি-জুলি কৰাৰ প্ৰথা। তিৰোতাৰ দৈনন্দিন কাৰ্য্যাৱলীৰ ভিতৰত চোতালসৰা, উ'ই মাটিৰে ঠাই মছা (পানী আনি আনি ঘৰকে মচিলা, পথাৰৰ হাফলু মাটি), পানী অনা, ধান বনা, ভাত ৰন্ধাই প্ৰধান। ইয়াৰ ভিতৰত কেঁচা খৰিৰে ভাত ৰন্ধা ঘৰুৱা জীৱনৰ দুৰ্বহ যাতনা! (কেঁচা আমখৰি ফালিম কেনে কৰি জলাম কেনে কৰি জুই; কেঁচা খৰি বুলি আফালি সাফালি ধোঁৱাই খাব বুলি কান্দো)।

বছৰৰ পিন্ধা কাপোৰখিনি জীয়ৰী-বোৱাৰীয়ে বৈ-কাটি উলিয়ায়। ৰাতিটোৰ ভিতৰতে পাঁজী কাটি কাপোৰ বোৱাৰ উল্লেখ আছে (ৰাতি-টোৰ ভিতৰত কাটে পাঁজি-সূতা পুৱালৈ তৰিলে তাঁত)। সন্তান জন্ম দিয়াও তিৰোতাৰ প্ৰধান কৰ্তব্যৰ ভিতৰত (পুৰুষৰ বণ, তিৰিৰ বিয়ন)।

গৃহস্থালিৰ উৎসৱৰ ভিতৰত বিয়া-বাৰু প্ৰধান। ল'ৰালৈ ছোৱালী, ছোৱালীলৈ ল'ৰা খোজা-বঢ়া সাধাৰণতে মাক-বাপেকেই কৰে। বিবাহৰ কথা-বতৰা হোৱাৰ লগে লগে ৰাহি-জোৰা চাই (তোমাৰ মোৰে চাই ৰাহি-জোৰা, মাৰে বাপেৰে হেনো), বামুণ-গণকৰ হতুৱাই চোৱাই-চিতাই বিয়াৰ দিন নিৰ্ধাৰিত কৰে (বামুণক চোৱালোঁ, গণকক চোৱালোঁ, হ'ব মোৰ বহা-গত বিয়া)। বিবাহৰ বাবে বহাগ মাহটো প্ৰশস্ত। কোনো কোনো ক্ষেত্ৰত বিহুতলীৰপৰা ছোৱালী পলুৱাই অথবা বাটৰপৰা ধৰি নি পাচত ধন ভৰি বিয়া কৰোৱা হয় (বিহু মাৰি থাকোঁতে পলুৱাই নিনিবা ভৰিব লাগিব ধন)। কোনো কোনোৱে ধন লৈ ছোৱালী বিয়া দিয়ে (আয়ে বোপায়ে আলচখন পাতিছে আমাক বেচি খাবৰ মন; ধনীয়া, পিঙলা মোকে নিব খোজ, কিমান দিব পাৰ ধন? তোমাৰনো বাপেৰে লব কেইকুৰি ছাগলী বেচাবে ধন)।

কেতিয়াবা আকৌ ঔষধ-আহুদি কৰিও ছোৱালীৰ মন ঘূৰোৱা হয় (ঘৰতে বন কৰি থাকিব নোৱাৰোঁ কোনোৱাই খুৱালে কিবা)। ল'ৰা-ছোৱালী সমান জাতৰ নহ'লে বিয়া হোৱাত বিঘিনি ঘটে (তোমাৰ লগত দেহা দিলোঁ হেঁতেন, তুমি হ'লা অজাতি কুল)। ৰূপহী ছোৱালী বিয়া



কৰিবলৈ বিচাৰি বিদ্ৰূপ-হাঁহিয়াতৰ পাত্ৰ হোৱা বুঢ়াৰ গাঁৱত আকাল নাই (বুঢ়াটো বুঢ়াটো....চকুৰে নেদেখে, কাণেৰে নুশুনে, ছোৱালী বিচাৰি ফুৰ)। কানীয়ালৈ আৰু সতিনী থকালৈ বিয়া সোমাবলৈ অসমীয়া গাভৰুৰ চিৰকাল আপত্তি (কানীয়ালৈ নাযাবি, কানি দিব লাগিব, বাটি দিব লাগিব মাজি, কানি-তিতা মাৰোঁতে পিঠা দিব লাগিব, তাকো দিব লাগিব ভাঁজি; সতিনী লগলৈ যাবৰে সলনি কটনা কাটিয়ে খাওঁ।)

অসমীয়া গাঁৱলীয়া জীৱনত স্ত্ৰী-পুৰুষৰ অবাধ আৰু অসঙ্কোচ মিলন লক্ষ্য কৰিবলগীয়া। বিবাহৰ পূৰ্বে ডেকা-গাভৰুৰ মাজত হোৱা গোপন মিলনৰো বাস্তৱ চিত্ৰ বিহুগীতত আছে—

আজি গধূলি যাম ঐ মইনা
বাটৰে নঙলা খুলি।
কুকুৰে ভুকিলে ওলাই তই আহিবি
ক'ত কি দেখিছে বুলি॥

আজি গধূলিকৈ নাহিবা সোণাই
নোপোৱা পদূলিত মোক।
পৰহিলৈ গধূলি আহিবা লাহৰী
ফালি থম বেৰৰে চুক॥

আজি গধূলিকৈ আহিবা সোণাই
নোপোৱা পদূলিত মোক;
পৰহিলৈ গধূলি আহিবা লাহৰী
ফালি থম বেৰৰে চুক॥

কুকুৰা কুকুৰা অজাতি কুকুৰা
ভুকুৱাই মাৰিছে তোক;
ৰাতি নৌপুৱাওঁতেই কিয় ডাকে দিলি
ধনে এৰি যায় মোক।

বহু গীতত গাঁৱৰ ডেকাই ডেকাই আৰু গাভৰুৱে গাভৰুৱে উৎসৱ অনুষ্ঠানৰ মাজেদি সখি ( Sacramental friendship ) পতাৰ উল্লেখ আছে। এই বন্ধুত্ব বিশেষ দায়িত্বৰ; ইয়াৰ লগত ভালেমান কৰ্তব্যও

জড়িত আছে। উৎসৱ, ব্যসন, বিবাহ, গুৰুঘৰ আনকি শ্মশানতো বন্ধুৰ পালিব আৰু মানিব লগা আচাৰৰ নিৰ্দেশ আছে। নৃতাত্ত্বিকসকলৰ মতে এই বন্ধুত্ব সমাজ-সংগঠনৰ আদিম অনুষ্ঠান।

তাঁত-শাল সম্বন্ধে বিহুগীতত বিস্তৃত বৰ্ণনা আছে। সেই প্ৰসঙ্গত হাতী-দাঁতৰ মাকোৰ ব্যৱহাৰ পদ-ফাঁকি উল্লেখনীয়া। অলপ দিনৰ আগ-লৈকে অসমীয়া মানুহে ব্যৱহাৰ কৰা বসন-ভূষণ সম্পৰ্কেও বিহুগীতৰপৰা এটি সম্পূৰ্ণ চিত্ৰ আঁকিব পাৰি। সাধাৰণ মানুহে শালে-কটা চুৰিয়া, চাদৰ, চেলেং, বগা শেলৰ ম'ৰা-নেজীয়া গামোচা মূৰত মৰাৰ বৰ্ণনা আছে। মতা-তিৰোতা উভয়ে হাতত গাঁৰিফুলৰ হাঁচতি ব্যৱহাৰ কৰিছিল। হাঁচতি অসমীয়া ডেকা-গাভৰুৰ প্ৰিয় আৰু প্ৰেম নিদৰ্শনৰ প্ৰতীক (আগয়ে খুজিলোঁ গাঁৰিফুলৰ হাঁচতি; এখনি হাঁচতি খুজিব খুজিছোঁ দিয়া কি নিদিয়া বৈ)। কপাহী, এৰী, মুগা কাপোৰ ব্যৱহাৰৰ প্ৰাচুৰ্য্য আছিল। এই কথাই সমাজৰ সচ্ছল অৱস্থা সোঁৱৰায়। তিৰোতাই বিহা-মেখেলা, চেলেং-চাদৰ, গুণা-কটা খনীয়া লোৱাৰ বাহিৰেও জাৰকালিৰ কাপোৰৰ উল্লেখ আছে।

অসমীয়া তিৰোতাই বিশেষকৈ গাভৰু ছোৱালীয়ে ডিঙিত মাছৰ চকু যেন বিৰী, গেজেৰা, সোণ-পোৱালৰ মণি, কাণত পনিয়লী বাখৰ খটোৱা কেৰু, যুৰীয়া জাংফাই (জাংফাই কেৰুযোৰ, পনীয়লী বাখৰযোৰ, কাণত জিকেমিকে কৰে), হাতত খাৰু, দহো আঙুলিত আঙঠি পিন্ধিছিল। হাতত ৰঙাকৈ বিচনী, বাটত ওলালে বোৱাৰীয়ে মূৰত বিজুলী-বাঁহৰ বালিচন্দাৰ টুপ-লগোৱা জাপি (জাপি হেঙ্গুলীয়া বিজুলী বাঁহৰে দৈ) লয়। বৰষুণৰ বতৰত ওলাই সোমাই ফুৰিবলৈ বৰকচুৰ পাতৰো ব্যৱহাৰৰ উল্লেখ আছে। (বৰষুণ দিছিলে, মূৰত বৰ কচুৰ পাত)। প্ৰসাধনত হালধি, তেল, জেতুকা ব্যৱহাৰ কৰে (হাতৰে কিনো চাই থাক জিলিকে জেতুকাৰ বোল); সেন্দূৰৰ জোৰ ফোঁট মাৰে। কেশ-বিন্যাসৰ বিভিন্ন প্ৰথাৰ বৰ্ণনা পোৱা গৈছে। চুলি দীঘল কৰিবলৈ গাভৰুৱে বাঁহৰ কাকৈ আৰু হাতীদাঁতৰ ফণি (বুকুৰ নুমলীয়ে যে খুজি পঠিয়াইছে এখন হাতীদাঁতৰ ফণি) ব্যৱহাৰ কৰে। মূৰৰ বিঢ়া ওকণী লেখি মাৰি চুলিকোছা কিচ্‌কিচীয়া ক'লা কৰিবলৈ ছোৱালী সদায় তৎপৰ। (বিৰ দি মাৰি যাওঁ বিৰা ওকণী, খেপিয়াই মাৰি যাওঁ লেখি); গলধনত পৰাকৈ খোপা বান্ধে। এহাত এমুঠন বহল খোপাই আছিল সৌন্দৰ্য্যৰ আদৰ্শ (গলধনত পেলাই খোপাটি বান্ধিলা এহাত এমুঠন কৰি)। সৌন্দৰ্য্য সাধনৰ কাৰণে গাভৰুৱে খোপাত মালা আৰু ফুল পিন্ধা সম্বন্ধে ভালেমান পদ আছে। অসমীয়া মানুহৰ ফুলৰ প্ৰীতি



প্ৰাচীন অসমীয়া সাহিত্যত উল্লেখ থকা ফুলনি-বাৰি, মালিনী, মালাকাৰৰ বৰ্ণনাৰপৰাই কল্পনা কৰিব পাৰি। দুৰ্ভাগ্যবশতঃ মালিনী আৰু মালাকাৰ বৃত্তি বৰ্তমান অসমত লোপ পাইছে। পাদুকাৰ ব্যৱহাৰ সৰ্ব-জনৰ মাজত প্ৰচলিত নাছিল যদিও কোনো কোনো গীতত কাঠৰ খৰম পিন্ধাৰ উল্লেখ আছে (ভৰি ধুই পিন্ধিলে খৰম)।

অসমীয়া মানুহৰ প্ৰধান আহাৰ ভাত, শাক-পাচলি আৰু মাছ-মঙহ। মাগুৰি, আমনা, জহা আদি নানাবিধ ধান-চাউলৰ নামৰ উল্লেখ বিহু-গীতত পোৱা গৈছে। ইয়াৰ বাহিৰেও আহু শালি দুয়োবিধ ধানৰ নামো আছে; শালি ধানৰ চাউল অধিক প্ৰীতিকৰ। শালি ঘাইকৈ ভাৰতৰ পূব অঞ্চলৰ ধান; পতঞ্জলিয়ে মগধত উৎপন্ন শালিধানৰ বিশেষ প্ৰশংসা কৰি গৈছে। হিউৱেন্‌চাঙৰ জীৱনীলিখক হুইলিয়ে শালিধান কেৱল মগধতহে হৈছিল বুলি মন্তব্য কৰিছে। নলন্দাত থকা কালত হিউৱেন্-চাঙে শালি ধানৰ চাউলৰ ভাতহে খাইছিল বুলিও জানিব পৰা গৈছে। প্ৰাচীন অসমীয়া গীতত উল্লেখ থকা শালিৰ ভিতৰত অগ্নিশালি প্ৰখ্যাত। কোনো কোনো গীতত ক'লা জহা চাউলৰ সুস্বাদ আৰু সুগন্ধি ভাতৰ ইঙ্গিত আছে (আপুনি নাখায় মোলৈ সাঁচিছিলা ক'লা জহা চাউলৰ ভাত)। গৰম ভাত (ৰঢ়া ভাত) খোৱায়ে সাধাৰণ ৰীতি। কিন্তু কৰকৰা আৰু পঁইতা ভাতো প্ৰিয় (আইৰে শপনি পঁইতা-পোতনি, চাঙৰে আঠিয়া কল)। ভাজীতকৈ (ভাজী খোৱা প্ৰথা ভাৰতত অতি প্ৰাচীন; পাণিনিতো তাৰ উল্লেখ আছে) পোৰা বস্তু খোৱাৰ ব্যৱহাৰ অধিক প্ৰচলিত।

নিচুকনি-গীততো পঁইতা ভাত আৰু পোৰা মাছ খোৱা সম্বন্ধীয় পদ আছে। মাঘৰ বিহুত মেজিৰ কাষত পোৰা আলু নাখালে গৰাহ জন্ম পায় বুলি সাধাৰণৰ বিশ্বাস। জা-জলপানৰ ভিতৰত বকুলবৰা ধানৰ কৰাই, চিৰা, সান্দহ, দোৱা-ভজা চিৰা (গেলা পঁইতা নিবলৈ আহোঁতে পালোঁ দোৱা-ভজা চিৰা), বোকা চাউল আৰু পিঠাগুৰি (ভোকৰ তিনি মুঠি শুকান পিঠাগুড়ি কিনো গুৱালৰ দৈ; ধনলৈ বুলি খুন্দো পিঠা-গুৰি পৰুৱা-পিপৰাই খায়) আৰু নানা বিধ পিঠা-পনাই প্ৰধান। বোকা-চাউল আৰু পিঠাগুড়ি অসমীয়া জাতীয় আহাৰ। গৰুৰ দৈতকৈ ম'হৰ দৈ সাধাৰণ মানুহৰ প্ৰীতিকৰ খাদ্য। সৰিয়হৰ পথাৰ গাঁৱৰ মনোমুগ্ধ-কৰ ছবি। সৰিয়হ তেলৰ ব্যৱহাৰ অসমত অতি প্ৰাচীন। গছৰ গুৰিত খোৰোং কাটি তাত ঢেঁকী সুমুৱাই তেল পেৰাৰ বিশেষ প্ৰথা কোনো কোনো অঞ্চলত এতিয়াও আছে। (সৰিয়হ জনম লৈ বেটেৰি চেপালৈ কেলৈ কৰিছ ভয়)।

যোগিনী-তন্ত্রত অসমত নিৰামিষ আহাৰ আৰু সন্ন্যাস ধৰ্ম নিষেধ বুলি কোৱা হৈছে। আমাৰ অসমৰ ব্ৰাহ্মণ, বৈষ্ণৱ সকলো সম্প্ৰদায়ৰ মাজত মাছ-মাংসৰ প্ৰচলন আছে। গুৰুচৰিত পুথিত মহাপুৰুষ শঙ্কৰদেৱে আৰু মাধৱদেৱে মাছ-পুঠীৰ সুচল ঠাইতহে সত্ৰ স্থাপন কৰিছিল বুলি কোৱা হৈছে। নদীৰ কাষত মানুহৰ বসতি হোৱাৰ সিও এটি কাৰণ। হৰিণ, ছাগলী, শুকৰ, গড় (পৰ্বতত মাৰিলোঁ নোদোকা গাহৰি ভৈয়ামত মাৰিলোঁ গড়), গুই, কাছ, হাঁহ, পাৰ, কপৌ আদি বিবিধ চৰাইৰ মাংস অসমীয়াৰ প্ৰিয় খাদ্য। চৰাই-চিৰিকতি আৰু বন্য-জন্তু ধৰিবলৈ ফান্দ-চিটিকা আদি তৈয়াৰ কৰে। অসমৰ নদ-নদী, বিল-খাল মাছ-পুঠীৰে পৰিপূৰ্ণ। বিহু-গীতত শাল, শ'ল, শিঙি, চেঙ্গা, বামী, বৰালী, বালিচন্দা, এলেং, দড়িকণা, নাৰ-বাট, ৰৌ, চিতল আদি অসংখ্য মাছৰ নাম আছে। কোনো কোনো পদত গাভৰুৰ দেহৰ লাৱণ্য আৰু সৌন্দৰ্য্যৰ লগত মাছৰ তুলনা দিয়া হৈছে। এই কথাই অসমীয়া মানুহৰ মাছ-প্ৰীতিৰ পৰিচয় দিয়ে। মাছক অসমীয়া মানুহে প্ৰজননৰ প্ৰতীক আৰু মাঙ্গলিক বুলি বিশ্বাস কৰে। সেই কাৰণে কন্যাৰ ঘৰলৈ নিয়া জোৰণৰ বস্তুৰ লগত মাছ অপৰিহাৰ্য্য। গামোচা আৰু চাদৰত মাছৰ চিত্ৰ বছা হয়। প্ৰজননৰ প্ৰতীক হেতু মাছ মাৰিবলৈ যাওঁতে অসমীয়া ডেকা-গাভৰুৰ প্ৰথম প্ৰেমৰ উন্মেষ। মাছ মাৰিবৰ অনেক বুধি অসমীয়া মানুহে জানে। জাকৈ, জাল, পল, খোকা, দলঙাৰ বাহিৰেও নৈৰপৰা জান কাটি মাছ ধৰে (মাছ মাৰিবৰে অনেক কৈয়ে বুধি দীঘলী কাটিবৰ লোৱ)। মাছ আৰু কাছৰ কণীও অসমীয়াৰ প্ৰিয় খাদ্য। লুইতৰ বালিত কাছৰ কণী বিচৰা এটি আমোদী ক্ৰীড়া-কৌতুক। শাক-পাচলিৰ ভিতৰত চুকা, কচু, ঢেঁকীয়া, কেৰেলা, বাবৰি, ভেদাই লতা, খুতৰা শাকৰ বিশেষ উল্লেখ আছে। জিকা, বেঙেনা, ঔ টেঙ্গাৰো নাম পোৱা যায়। গাজ টেঙ্গা, কাহুদি-খাৱলি বিশেষ প্ৰিয় খাদ্য। অসম দেশ বহুতো টেঙ্গাৰ কাৰণে প্ৰখ্যাত। বিহুগীতত সৰব্‌ৰহী হোৱা টেঙ্গা হৈছে—জৰা, জেনেৰু, চকলা, থেকেৰা, নৰা-সুমথিৰা। ফল-মূলৰ ভিতৰত বিভিন্ন শ্ৰেণীৰ ফল, আম, কঠাল, তেঁতেলি, পনিয়ল, তিয়ঁহ-চিড়াল, বগী জামু, বগৰী, আমলখী, শিলিখাৰ উল্লেখ আছে। বগৰী, কোট-কোৰা, থেকেৰা আদি ফল-মূল শুকুৱাই ভৱিষ্যতৰ ব্যৱহাৰৰ উপযোগী কৰি ৰখাৰ বিবিধ প্ৰণালী অসমীয়া মুনিহ-তিৰোতাই জানে। এই সংৰক্ষণ প্ৰথাসমূহে জাতিৰ ব্যৱহাৰিক জীৱনৰ কৰ্মকুশলতা আৰু সঞ্চয় মনোবৃত্তিৰ পৰিচয় দিয়ে।

অসমীয়া মানুহৰ প্ৰাচীন খাদ্যৰ তালিকাত ডাইলৰ স্থান নাছিল যদিও



বিহুগীতে মাটি আৰু লেছেৰা মাহৰ ব্যৱহাৰ উল্লেখ কৰিছে। কুঁহিয়াৰৰ ভিতৰত বগী কুঁহিয়াৰৰ নাম প্ৰসিদ্ধ। তামোল-পাণৰ ব্যৱহাৰৰ বিষয়ে আগতে বহলাই আলোচনা কৰা হৈছে। তামোলৰ লগত চূণ-ধঁপাত আৰু লং-জাইফল খোৱা হয় বুলিও কেতবোৰ গীতত কোৱা হৈছে। মন কৰিবলগীয়া যে সৰ্বভাৰতীয় তামোল খোৱা প্ৰণালীৰ লগত অসমীয়াৰ তামোল কটা আৰু খোৱা প্ৰথাৰ কিছু পাৰ্থক্য আছে। অসমীয়াই কেঁচা তামোল আনকি কুমলীয়া তামোল (কুমলীয়া তামোলে কোঁচ নভৰিলে খোপাই নধৰিলে ফুল) খায়। খুৰিয়া তামোলতকৈ পাণ ভাজ কৰি খোৱাহে সাধাৰণ নিয়ম। যাৰে তাৰে হাতৰ কটা তামোল খালে জাত যোৱা প্ৰথাটোও লক্ষ্য কৰিবলগীয়া (তোমাৰ কটা তামোল নাখাওঁ লাহৰী আমাৰে মৰিব কুল)।

যান-বাহনৰ ভিতৰত নাৱৰ উল্লেখ বিহুগীতত আছে। হেঙুলীয়া নাও, পানচৈ নাও, শিমলুৰ চেঙ্গেলী নাও, চৰা-নাওৰ উল্লেখে নৌ-যানৰ প্ৰাধান্য সূচাইছে। গৰু গাড়ী, ঘোঁৰা, দোলা আৰু হাতী অন্যান্য বাহন-স্বৰূপে ব্যৱহাৰ হয়।

সামাজিক উৎসৱ-আনন্দৰ ভিতৰত বিয়া আৰু বিহুৱেই প্ৰধান। বিবাহ উৎসৱ সমজুৱাভাৱে পালন কৰা হয়। গাঁৱৰ ল'ৰা-বুঢ়া, ধনী-দুখীয়া নিৰ্বিশেষে সকলোৱে, গাঁৱৰ যি কোনো ঘৰতে বিয়া নহওক, লাগি-ভাগি দিয়ে। বিয়াৰ দিনা দৰা-কন্যাক পিন্ধিবলৈ কানি-কাপোৰ, গহনা-গাঁথৰি দি ওচৰ-চুবুৰীয়াই সহায় কৰে ( তহঁতৰ গাঁৱলৈ ছোৱালী নিদিওঁ ত্ৰ, লোকৰ ধাৰে কৰা মণি )। এঘৰৰ বিহু-উৎসৱত সমগ্ৰ গাঞৰ সহায় আৰু আনন্দ ই প্ৰকৃত সামাজিক প্ৰীতিৰ পৰিচয়। বহাগ বিহু-উৎসৱ নাচ আৰু গীতেৰে পালন কৰা হয়। বিহুনাচ আৰু বিহুগীত, বিহু-উৎসৱৰ আচাৰ-অঙ্গ বুলি অন্য প্ৰসঙ্গতে মন্তব্য কৰা হৈছে। বিহু-গীত নালাগে ভালেমান প্ৰাচীন অসমীয়া গীত-পদ মন্ত্ৰ-সাহিত্যৰ অঙ্গ। বহাগ বিহুত নৈত গৰুক গা ধুৱাবলৈ নিওঁতে গোৱা ''লাও খা, বেঙেনা খা, বছৰে বছৰে বাঢ়ি যা''—গীত অথবা ল'ৰা নিচুকাবলৈ আওৰোৱা,—''আমাৰে মইনা শুলে, বাৰীতে বগৰী ৰুলে'' নাম ফাঁকিও মন্ত্ৰৰ পৰ্য্যায়ৰহে। মন্ত্ৰৰ দৰে কোনো এক বিশেষ কাৰ্য্য সম্পন্ন কৰা এই গীতবোৰৰ মুখ্য উদ্দেশ্য।

বিহুগীত আৰু বিহুনাচ অসমীয়াৰ জাতীয় ঐতিহ্য। উভয়তে অসমীয়া জাতিৰ চাৰু-শিল্পৰ প্ৰতি স্বাভাৱিক স্পৃহা প্ৰকাশিত হৈছে। বাঁহৰ টকা, ম'হৰ শিঙৰ পেঁপা, আগলি বাঁহৰে লাহৰি গগনা, ঢোল, বীণ, টোকাৰী আদি জনসাধাৰণৰ মাজত বিশেষভাৱে প্ৰচলিত বাদ্য-যন্ত্ৰ।

অসমীয়া মানুহৰ ধ্যান-ধাৰণা আচাৰ-অনুষ্ঠান সম্বন্ধেও অ'ত ত'ত দুই চাৰিফাকি পদ সিঁচৰতি হৈ আছে। অসমীয়া জাতিৰ ধৰ্ম-বিশ্বাসৰ ইতিহাসত এই পদবোৰ বিশেষ মূল্যবান। ঈশ্বৰত পৰম আস্থা, (বিধিহৈ সৃজোঁতা, তেৱেঁ পালোঁতা, তেওঁৰ ওপৰতে ভৰ), ভাগ্যত প্ৰবল বিশ্বাসেই (কি কৰে ঈশ্বৰে, কি কৰে বিধিয়ে নিজ কপালৰ দুখ; চাৰি আঙুল কপালত বিধাতাই লিখিলে, চাচিনো গুচাব কোনে ?) অসমীয়া ধৰ্মৰ মূল। দেৱ-দেৱীৰ ভিতৰত মহাদেউ আৰু আই গোসাঁনীৰ পূজাৰ বহুল উল্লেখ পোৱা গৈছে। শিৱ পূজাত ছাগলীৰ ভোগ-বলি অসমৰ শৈৱ-ধৰ্মৰ এটি উল্লেখনীয় অঙ্গ (ছাগে কিনি আনি কাটি চৰাও মহেশ্বৰৰ ভোগ)। উমানন্দ দেৱালয়ত শিৱৰাত্ৰিত এতিয়াও ডিঙি মুছৰি ছাগলী বলি দিয়া হয় (এইটো অৱশ্যে বৈদিক নিয়ম)। ইয়াৰ বাহিৰেও বৃক্ষ আদিৰ পূজাৰ ইঙ্গিত পোৱা যায়। পুৰণি গছ মাত্ৰে শ্ৰদ্ধা আৰু ভয়ৰ স্থান। সাধাৰণতে বট, আঁহত (অশ্বত্থ), সিজু বাঁহৰ জোপাত দেৱতা-অপদেৱতা, য়খ-যখিনী বাস কৰে বুলি সাধাৰণৰ বিশ্বাস। নানা বিহু-গীতত এই বিশ্বাসে আত্মপ্ৰকাশ কৰিছে। মনৰ কামনা সিদ্ধিৰ কাৰণে দেৱ-দেৱীলৈ টোপোলা আগবঢ়োৱা সৰ্বসাধাৰণ অনুষ্ঠান (দেৱীলৈ বান্ধি যাওঁ কলাকৈ ছাগলী, দেৱতালৈ টোপোলা বান্ধো)। ঘটনাৰ সত্যাসত্য নিৰুপণ কৰিবলৈ দেৱতাক বা চন্দ্ৰ-সূৰ্য্যক সাক্ষী কৰা অথবা তেওঁলোকৰ নামত শপত গ্ৰহণ প্ৰথা প্ৰাচীন যুগৰেপৰা চলি আহিছে। গুৰু বা গুৰু-থানৰ পিনে মুখ কৰি শপত খোৱা ৰীতি এতিয়াও বিদ্যমান। প্ৰতিজ্ঞা পালনৰ কাৰণে ইজনে সিজনৰ গালৈ চায়ো শপত খায় (এইবাৰ লাহৰী মোলৈ আহিম বুলি গালৈ চাই শপত খা)। ভূত, ভৱিষ্যত, বৰ্তমান জানিবলৈ মানুহৰ মনত অনন্ত কৌতূহল। এই কাৰণে হোৰা শাস্ত্ৰ, জ্যোতিষ, প্ৰাকৃতিক দৃশ্যত গুঢ় তত্ত্ব দৰ্শন আদিম যুগৰপৰা চলি আহিছে। কুকুৰা কাটি মঙ্গল চোৱা অসমৰ এটি অভিনৱ প্ৰথা। মাটিত মঙ্গল লেখা, খৰিকাৰে মঙ্গল চোৱা আদি ভূত-ভৱিষ্য গণনাৰ অন্যান্য ৰীতি। চৰাই-চিৰিকতিৰ, বিশেষকৈ কোৱা আৰু ফেঁচাৰ মাত আৰু উৰণৰপৰাও শুভাশুভ গণনা কৰা হয় (কোৱাত কৈ বাতৰি দিলা ঐ আইটী চিলাত কৈ বাতৰি দিলা)।

বিহুগীতবোৰত অসমীয়া ডেকা-গাভৰুৰ দৈহিক বৰ্ণনাৰ চিত্ৰ পোৱা যায়। অসমীয়া মানুহৰ সৌন্দৰ্য্য-স্পৃহা, চিন্তা-ধাৰণা, আশা-আকাঙ্ক্ষাৰ ছবিও মাজে মাজে প্ৰকাশ পাইছে। সেইবোৰ বিশ্লেষণ কৰি অসমীয়া জাতীয় চৰিত্ৰৰো এটি ৰূপৰেখা আঁকিব পাৰি। প্ৰফুল্ল চিত্ত, প্ৰকৃতিৰ



মাজত সহজ আনন্দ লাভ, শিল্পী মন, জীৱন যাপনৰ সৰল পদ্ধতি, ভাগ্যত অটল বিশ্বাস, সামাজিক প্ৰীতি—এইবোৰেই অসমীয়া জাতীয় চৰিত্ৰৰ বিশিষ্ট লক্ষণ।

অন্য প্ৰসঙ্গত বিহুগীতৰ ভাষাৰ বিষয়ে আলোচনা কৰোঁতে ইয়াৰ ভাষাক অসমীয়া সাধাৰণ মানুহৰ সহজ ভাষা বুলি আখ্যা দিয়া হৈছে। সাধাৰণ মানুহৰ ভাষাত উপমা, দৃষ্টান্ত, ৰূপকৰ স্বাভাৱিক সমাবেশ হয়। বিহুগীতৰ প্ৰতিটো চিত্ৰ, প্ৰতিটো অনুভূতি সহজ সৰল উপমাৰে প্ৰকাশ কৰা হৈছে। যিবোৰ উপমা সততে ব্যৱহাৰ কৰা হৈছে সেই সমূহ অসমীয়া জাতীয় জীৱনৰ প্ৰতীক। মানুহৰ দেহৰ বৰ্ণনাত প্ৰাকৃতিক উপমা গ্ৰহণ প্ৰাচীন সাহিত্যৰ লক্ষণ। অসমীয়া বৈষ্ণৱ সাহিত্যত সেই ৰীতি গ্ৰহণ কৰা হৈছে। কিন্তু বিহুগীতৰ উপমা শাস্ত্ৰৰ ঋণ নহয়; সেইবোৰ অসমৰ প্ৰকৃতিৰ প্ৰত্যক্ষ দৰ্শনত সৃষ্টি হৈছে। পোৱালি হাতীৰ দৰে পুৰুষৰ ৰূপ, পোন বাঁহ পুলিটিৰ দৰে উচ্চতা, সৰগৰ নেজাল তৰাৰ দৰে মুখ আৰু বামী মাছৰ দৰে তিৰোতাৰ দীঘল চুলি, সৰিয়হ ফুলৰ দৰে দেহৰ লাৱণ্য আদি উপমাত এপিনে যেনেকৈ ৰচকৰ সূক্ষ্ম দৃষ্টিৰ পৰিচয় ওলাইছে আনপিনে ইয়াত অসমীয়া জাতীয়তা প্ৰকাশ পাইছে। বিৰহৰ বৰ্ণনাত দেহ হ'ল দিহিঙৰ গড়া, জালুকে পোৰাদি পোৰা, খেৰ শুকুৱাদি শুকুৱা, উপমা কেৱল মনোগ্ৰাহীয়েই নহয়, তাৰ মাজত অসমীয়াৰ গ্ৰামীন জীৱন সজীৱ হৈ উঠিছে।

বিহুগীতসমূহ ঘাইকৈ ডেকা-গাভৰুৰ প্ৰেম নিবেদনৰ গীত। সেই কাৰণে এই গীতৰ বাক্য আৰু শব্দৰাজিয়ে বিশেষ সঙ্কেতপূৰ্ণ অৰ্থ লাভ কৰিছে। ডেকা-গাভৰুৰ প্ৰেম-বিনিময়ত ব্যৱহৃত সাঙ্কেতিক ভাষা, বিশেষকৈ শান জাতিৰ মাজত প্ৰচলিত বুলি Mrs. Leslie Milne য়ে তেওঁৰ শান আৰু পালোং সম্বন্ধে লিখা পুথিত উল্লেখ কৰিছে। এজন পালোং ডেকাই কি খালা বুলি সুধিলে গাভৰুৱে 'সৰিয়হ গছৰ পাত' খালোঁ বুলি যদি উত্তৰ দিয়ে তেন্তে তাৰ অৰ্থ হয় 'তোমাৰ লগত মোৰ মেল মাৰিবৰ মন'। গাভৰুৱে সোধা সেই একে প্ৰশ্নৰ উত্তৰত যদি ডেকাই 'কপাহৰ গুটি খালোঁ' বুলি কয় তাৰ অৰ্থ হয়' 'মই তোমাক নিবলৈ আহিছোঁ'। অসমীয়া বিহুগীতত গছ, ফুল, পশু-পক্ষী, নদ-নদীৰ অসংখ্য নাম আছে। ওপৰে ওপৰে চালে এইবোৰৰ উল্লেখ অৰ্থহীন আৰু পদ পূৰণ কৰিবলৈ সংযোগ কৰা যেন লাগে। কিন্তু দেখাত অপ্ৰয়োজনীয় এই শব্দসমূহ স্বাৰ্থবোধক আৰু ইয়াৰ লগত বহুদিনীয়া জাতীয় কল্পনা ওতপ্ৰোতভাৱে জড়িত আছে।

# সংস্কৃতিৰ স্বৰূপ

## বিশ্বনাৰায়ণ শাস্ত্ৰী

সংস্কৃতিনো কি আৰু সংস্কৃতি কাক বোলে এই বিষয়ে পৰিভাষা দিয়া টান, সূত্ৰৰচনা কৰাও সহজ নহয়। সংস্কৃতি এনে এটা বস্তু যাক লক্ষণৰদ্বাৰা বুজিব পাৰি, যাৰ বিষয়ে ব্যাখ্যা কৰিবহে পাৰি।

সংস্কৃতিৰ বিষয়ে তথাপি অনেকে পৰিভাষা দিবলৈ চেষ্টা কৰিছে। এজন বিশিষ্ট লিখকে কৈছে যে পৃথিৱীত যিবিলাক অতি উত্তম কথা মানুহে জানিছে আৰু কৈছে, তাৰে সৈতে নিজৰ পৰিচয় ঘটোৱাই হ'ল সংস্কৃতি।

আন এজনে আকৌ কৈছে, সংস্কৃতি হ'ল মানুহৰ শাৰীৰিক আৰু মানসিক শক্তিৰ প্ৰশিক্ষণ দৃঢ় কৰাৰ উপায়, বিকাশ কৰাৰ উপায় আৰু তাৰপৰা উৎপন্ন হোৱা এটা অৱস্থা।

ই মন, আচাৰ আৰু ৰুচিৰ পৰিস্থিতি আৰু পৰিশুদ্ধি। সংস্কৃতি সভ্যতাৰ ভিতৰৰপৰা প্ৰকাশ হয়।

বহুজনে বহুপ্ৰকাৰে সংস্কৃতিৰ এনে সূত্ৰ কৰিবলৈ চেষ্টা কৰিছে। এনে সূত্ৰৰপৰা সংস্কৃতি কি বুজাত বিশেষ সহায় নহয়; গতিকে সংস্কৃতিৰ স্বৰূপ বুজিবলৈ অলপ বহল ব্যাখ্যা কৰা প্ৰয়োজন।

সাধাৰণতে সংস্কৃতিৰ পৰ্য্যায়বাচক শব্দৰূপে সভ্যতা শব্দ ব্যৱহাৰ কৰা হয়; কিন্তু প্ৰায়ে 'সভ্যতা আৰু সংস্কৃতি' এনেকৈ যুটীয়াভাৱেও ব্যৱহাৰ কৰা দেখা যায়। আচলতে সভ্যতা আৰু সংস্কৃতি শব্দৰ বুৎপত্তিগত অৰ্থত পাৰ্থক্য থকাৰ দৰে প্ৰয়োগতো শব্দ দুটাৰ অৰ্থৰ পাৰ্থক্য আছে।

সংস্কৃতিৰ স্বৰূপ বুজিবলৈ হ'লে প্ৰথমে সভ্যতাৰ স্বৰূপ বুজা আৱশ্যক; কিয়নো সভ্যতাৰ ভিতৰতৰপৰাই সংস্কৃতিৰ বিকাশ বুলি অনেকে কয়।

আঁতিগুৰি বিচাৰিলে দেখা যায়, সভ্যতা শব্দ সভা শব্দৰপৰা ওলাইছে। গতিকে সভ্যতাই সভাৰ কথা মনলৈ আনে। সভাৰ উপযুক্তজনেই

সভ্য আৰু তেওঁৰ আচৰণ, গুণ আদিয়েই হ'ল সভ্যতা। এইদৰে চালে সভ্যতা ব্যক্তিগত বিষয় হৈ পৰে; কিন্তু সভ্যতাই সামূহিক অৰ্থ এটাহে বুজায়।

সভ্যতা শব্দৰ অৰ্থৰ সম্প্ৰসাৰণৰ কাৰণ সভা শব্দতে সোমাই আছে। সভা সমূহৰ সমষ্টিবাচক শব্দ। গতিকে সভ্যতা শব্দত বহুত্বৰ দ্যোতনা আছে। ইয়াৰ বাহিৰেও সভাৰ এজনৰ সভাস্থ আন সকলৰ প্ৰতি আচৰণ আৰু সভাৰ সকলোৰে পৰস্পৰৰ প্ৰতি আচৰণৰ ইঙ্গিতো শব্দটোত সোমাই আছে। গতিকে সভ্যতাই সামূহিকভাৱে নিজৰ অৰ্থৰেই ব্যক্তি আৰু সমষ্টি দুয়োৰে আচৰণ আৰু গুণাগুণ বুজাব পাৰে। অৱশ্যে প্ৰয়োগ বিষয়ত সভ্যতা শব্দৰ অৰ্থ ইয়াতকৈ আৰু ব্যাপক হৈ পৰিছে।

সভাৰ স্বৰূপ বুজিবলৈ মানৱ সভ্যতাৰ আদিম অৱস্থালৈ এবাৰ ঘূৰি চাব লাগিব। মানুহ বৰ্বৰ অৱস্থাত থাকোঁতেই মানুহৰ একপ্ৰকাৰ সামূহিক জীৱনৰ বিকাশ প্ৰথমে আৰম্ভ হয়। পাচতহে ক্ৰমে পৰিয়াল আৰু ব্যক্তিৰ বিকাশ হয়।

আদিম অৱস্থাত মানুহ আৰু ইতৰ জন্তুৰ বিশেষ একো পাৰ্থক্য নাছিল। অন্যান্য জীৱ-জন্তুৰ দৰে মানুহেও পৃথিৱীৰ বুকুত নিজক জীয়াই ৰাখিবলৈ আহাৰ বিচাৰিছিল, আত্মৰক্ষা কৰিবলৈ পলাইছিল বা সন্মুখ সংগ্ৰামত প্ৰবৃত্ত হৈছিল আৰু প্ৰকৃতিৰ সহজাত প্ৰেৰণামতে বংশবৃদ্ধি কৰিছিল। আজি কালিৰ দৰেই কিছুমান জন্তু আছিল দলপাতি, কিছুমান আছিল তাকৰীয়াকৈ। ঘাঁহ খোৱা জন্তুবোৰেতো দলপাতি ফুৰিছিলেই, মাংস-ভোজী জন্তুবোৰেও দলবান্ধি চিকাৰ ধৰিছিল। জৈৱিক প্ৰকৃতিয়েই সিহঁতক চিকাৰ কৰিবলৈ প্ৰেৰণা যোগাইছিল আৰু নৈসৰ্গিক বুদ্ধিৰেই সিহঁতে চিকাৰৰ জন্তু ধৰিছিল। সিহঁতে চিকাৰ ধৰিবলৈ নিতে ন ন বুদ্ধি উলিয়াব নোৱাৰিছিল আৰু আহাৰ খোৱাৰ বিষয়তো কোনো পৰিবৰ্তনে ঠাই পোৱা নাছিল। এইবিলাক বিষয়ত হাজাৰ হাজাৰ বছৰৰ পাচতো সেই জন্তুবিলাকৰ আগৰ অৱস্থাই আছে।

মানুহো সেই যুগত পশুধৰ্মীয়েই আছিল। মানুহেও পশুৰ দৰেই আহাৰ সংগ্ৰহ, আত্মৰক্ষা আৰু বংশবিস্তাৰ কৰিছিল। এইদৰে একে স্তৰতে পশু আৰু মানুহে কোনোবা আদিম যুগত লাখ লাখ বছৰৰ আগতে জীৱনযাত্ৰা আৰম্ভ কৰিছিল যদিও, মানুহে সময়ৰ লগে লগে নিজৰ চেষ্টাৰে নিজৰ বুদ্ধিৰে আগবাঢ়ি আহিল; সকলো বিষয়তে মানুহৰ বিৰাট পৰিবৰ্তন ঘটিল। কিন্তু ইতৰ জীৱ-জন্তুৰ প্ৰকৃতিয়ে ঘটোৱা পৰিবৰ্তন খিনিৰ বাহিৰে লাখ লাখ বছৰেও একো নঘটিল। সেইবাবেই হাবিৰ



বাঘ তাহানি কালৰ দৰে আজিও নৰমাংসভোজী আৰু হিংস্ৰ; কিন্তু সেই কালৰ বনৰীয়া মানুহৰ দৰে আজি আৰু মানুহে কেঁচা মঙহ নাখায়।

অন্যান্য বিষয়ত আদিম মানুহ পশুৰ তুল্য আছিল, যদিও আজিৰ মানুহৰ দৰেই সিহঁতৰো অতিৰিক্ত এটা শক্তি আছিল—সেয়ে হৈছে চিন্তাৰ শক্তি। এই শক্তিৰ বলতে মানুহে সহজাত বুদ্ধিৰ লগত নিতে ন ন বুদ্ধি যোগ দিব পাৰিছিল। সেই বুদ্ধিৰ বলতে সময়ৰ লগে লগে আদিম মানৱে চিকাৰ কৰাৰ নতুন নতুন কৌশল উলিয়াইছিল, জীৱন ধাৰণৰ নতুন উপায় উদ্ভাৱন কৰিছিল। সেইদৰে উপায় উদ্ভাৱন কৰোঁতে কৰোঁতেই মানুহে আহি আজিৰ অৱস্থা পাইছেহি। জীৱন ধাৰণৰ নিত্যনতুন উপায় উদ্ভাৱনৰ বুৰঞ্জীয়েই মানুহৰ সভ্যতাৰো বুৰঞ্জী।

মানুহৰ অন্তৰৰ চিন্তাৰ ঠাইখিনিয়েই হ'ল শূন্য ঠাই, য'ত প্ৰকৃতিৰ সম্পূৰ্ণ ৰাজত্ব নাই—য'ত ভগৱানৰ আসন পৰা নাই। ইয়াতে মানুহৰ অলপ স্বাধীনতা আছে। মাকে থিয়দণ্ডা দিয়া ল'ৰাক যেনেকৈ খোজ চলাবলৈ এৰি দিয়ে, অলপ খুন্দা-খুন্দলি খাবলৈকে দিয়ে, ভগৱানেও ঠিক সেইদৰে মানুহক নিজৰ চিন্তাৰে, নিজৰ ইচ্ছা শক্তিৰে কাম কৰিবলৈ এৰি দিয়ে। গতিকে মানুহ আদিম যুগৰ দৰে পশু হৈ থকাও অসম্ভৱ নহয় আৰু আগবাঢ়ি উন্নত অৱস্থাও পাব পাৰে। পশুৰ এই স্বাধীনতা নাই। আদিম যুগত মানুহে চিন্তা কৰি বুদ্ধিৰ অলপ অচৰপ প্ৰয়োগ কৰিছিল। সেইবাবে মানুহে শাৰীৰিক শক্তিত নিজতকৈ অনেক গুণে ডাঙৰ আৰু বলী জন্তুও চিকাৰ কৰিব পাৰিছিল। সেই কালৰ অতিকায় জন্তুবোৰো মানুহৰ হাতত মৰা পৰিছিল আৰু মানুহে নিজকে সিহঁতৰ আক্ৰমণৰ-পৰা ৰক্ষা কৰিব পাৰিছিল। মানুহৰ এই কাৰ্য্যৰ যোগেদি বলৰ ওপৰত বুদ্ধিৰ জয়ৰ সূচনা হ'ল।

সেই যুগৰ অতিকায় জন্তুৱেই হওক, নাইবা আজিৰ যুগৰ হাতীয়েই হওক, এজন মানুহে অকলে মাৰিব নোৱাৰিছিল। মানুহে দল পাতি গৈ এইবোৰ চিকাৰ কৰিছিল। বনৰীয়া জন্তুৰ আক্ৰমণৰপৰা আত্মৰক্ষা কৰিবলৈ মানুহ থাকিব লগা হৈছিল দলপাতি; কিয়নো সেই যুগত পৃথিৱীৰ বুকুত মানুহেই আছিল আটাইতকৈ দুৰ্বল আৰু নিঃসহায় প্ৰাণী।

মানুহৰ আক্ৰমণৰপৰা আত্মৰক্ষা কৰিবলৈকো মানুহে দল বান্ধি থাকিব-লগীয়া হৈছিল, হাবিৰ ফল-মূল খোৱাৰ বিষয় লৈ, চিকাৰ কৰা ঠাইত অধিকাৰ লৈ প্ৰায়ে ইদলৰ লগত সিদলৰ যুজ-বাগৰ হৈছিল। আক্ৰমণ আৰু প্ৰতিৰোধ দুয়োটাই সামূহিক স্বাৰ্থত সামহিকভাৱে হৈছিল। এনেবোৰ

কামৰ মাজেদি তেওঁলোকৰ অন্তৰত একপ্ৰকাৰ সামূহিক বোধে ক্ৰিয়া কৰিবলৈ আৰম্ভ কৰিছিল।

ইয়াৰ বাহিৰেও একোটা দল একে লগে থকা, একে লগে চিকাৰ কৰা আৰু একে লগে খোৱা-লোৱাৰপৰা তেওঁলোকৰ পৰস্পৰৰ প্ৰতি আচৰণ আৰু কাৰ্য্য সম্পূৰ্ণ ইচ্ছামূলক নহৈ কিছু পৰিমাণে সংযত হ'ব লগা হৈছিল।

আকৌ গোটেই দলটোৱে দলৰ কৰ্ত্ৰীৰ নিৰ্দেশত (সেই যুগত দলৰ অধিপতি তিৰোতাহে আছিল) চিকাৰ কৰা, মঙহ ভাগ কৰি খোৱা, নতুন ঠাই বিচৰা আদি কামবোৰ কৰোঁতে ইটোৱে সিটোক কেতিয়াবা সহায় কৰিবলগীয়া হৈছিল, প্ৰায়ে ঈৰ্ষা কৰিলেও অনেক সময়ত অনুকম্পা দেখুৱাব লগা হৈছিল। দলৰ গৰাকিয়নীৰ আদেশৰ ওচৰত নিজৰ ইচ্ছা খৰ্ব হৈছিল আৰু সকলোৱে কোনো এক প্ৰকাৰৰ নিয়ম মানি চলিব লাগিছিল। এনেবোৰ কথাৰপৰাই সামূহিক আচৰণৰ জন্ম হৈছিল আৰু পিচৰ কালত আমি তাকে বুলিছোঁ সভ্যতা।

মানুহে ক্ৰমে বনৰীয়া জীৱনৰপৰা গাঁও পাতি, সমাজ পাতি ঘৰ-দুৱাৰ সাজি থাকিবলৈ ললে। মানুহৰ ভিতৰত সামূহিক আচৰণৰ পৰিসৰ আৰু বেচি বহল হ'ল। মানুহে নিজেই সমাজৰ বিবিধ বিধান ৰচনা কৰিলে। সভ্যতাৰো ইতিহাস আৰম্ভ হ'ল। ইয়াতেই সংস্কৃতিৰ ইতিহাসৰ পাতনি যেন দেখা যায়। আচলতে সভ্যতাৰ আৰম্ভণতে সংস্কৃতিৰ উৎপত্তি হোৱা নাই।

সংস্কৃতিৰ জন্ম বা উৎপত্তি কেতিয়া হ'ল, এই বিষয়ে আলোচনা কৰাৰ আগতে সংস্কৃতি শব্দটোৰ অৰ্থ আৰু প্ৰয়োগৰ বিষয়ে অলপ কোৱা আৱশ্যক। ইংৰাজী ভাষাৰ 'কালচাৰ' শব্দৰ প্ৰতিশব্দ ৰূপেই ভাৰতীয় ভাষাত সংস্কৃতি শব্দটোৰ সৃষ্টি হৈছে। প্ৰথমতে বিশ্বকবি ৰবীন্দ্ৰনাথ ঠাকুৰকে প্ৰমুখ্য কৰি অনেকেই 'কালচাৰ' শব্দটোকে ব্যৱহাৰ কৰিছিল। তাৰ পাচত কোনোৱে কৃষ্টি শব্দৰ প্ৰয়োগ কৰিলে। 'ভাৰতীয় কৃষ্টি', 'কৃষ্টিৰ ধাৰা' এনেভাৱে প্ৰয়োগ হ'ল। পিচলৈ লাহে লাহে কৃষ্টি শব্দৰ ঠাইত সংস্কৃতি শব্দৰহে প্ৰয়োগ হ'ল। বিশ্লেষণ কৰি চালে দেখা যায় সংস্কৃতি শব্দহে বেচি অৰ্থবাচক আৰু 'কালচাৰ' শব্দৰ সম্পূৰ্ণ ভাব ইয়ে প্ৰকাশ কৰিব পাৰে। কৃষ্টি আৰু সংস্কৃতিৰ ভিতৰত এটা সূক্ষ্ম পাৰ্থক্য আছে। কৃষ্টি হ'ল এটা জাতিয়ে কৰা সকলো কামৰে সমষ্টি আৰু সংস্কৃতি হ'ল সেই জাতিৰ চিন্তা, কল্পনা আৰু কামৰ শ্ৰেষ্ঠ অংশখিনি। ইয়াৰ প্ৰভাৱ জাতিৰ মনত থাকি যায়। সেই প্ৰভাৱে জাতিৰ জাতীয় আদৰ্শ গঢ় দিয়ে, কামত অনুপ্ৰেৰণা যোগায়।



সংস্কৃতি শব্দটো এই অৰ্থত সংস্কৃত ভাষাত নাই। আন নালাগে পুৰণি সাহিত্যত শব্দটোৰ প্ৰয়োগেই নাই। প্ৰাকৃত, পালি আৰু ভাৰতীয় আন আন প্ৰাদেশিক ভাষাতো ইয়াৰ ব্যৱহাৰ আগেয়ে দেখা নাযায়। শব্দটো নতুনকৈ গঢ়া হৈছে। ব্যুৎপত্তিৰ ফালৰপৰা সংস্কাৰ বা সংশোধন বুজায়। দাৰ্শনিক পৰিভাষাত আকৌ সংস্কাৰে কোনো বিষয়ৰ পূৰ্ব জ্ঞান বুজায়।

কেঁচা ধাতু জুইত পুৰি তপতাই খুন্দি পিটি সংস্কাৰ কৰা হয়। মলি বন্ধা খাই আপচু হৈ থকা বস্তু এটা ঘঁহি মাজি নিকা কৰা হয়। তেতিয়া সি উজ্জ্বল হৈ পৰে, তাৰ সংস্কাৰ হয়। তেতিয়াহে এইবিলাক বস্তু ব্যৱহাৰৰ উপযোগী হয়।

আদিম অৱস্থাত মানুহৰ বৈয়ক্তিক (গাইগুটীয়া) আৰু সামূহিক এই দুয়ো প্ৰকাৰৰ আচৰণ আৰু কাম দুয়োটাৰ মূলতে আছিল সহজাত প্ৰকৃতিৰ প্ৰেৰণা। জৈৱিক প্ৰকৃতিয়ে (জীয়াই থকাৰ হেঁপাহ) মানুহক কামবোৰ কৰাইছিল। অৰ্থাৎ পেটৰ ভোক গুচাবলৈ যিহকে যেনেকৈ খাব পাৰি তাকে মানুহে খাইছিল। কোনো প্ৰকাৰৰ নিয়ম-নীতি, ন্যায়-অন্যায়-বোধ, আহাৰ সংগ্ৰহ আৰু খোৱা-বোৱা বিষয়ত প্ৰথমে মানুহৰ নাছিল। সেইদৰে মানুহে প্ৰয়োজন বোধ কৰিলেই অন্যান্য প্ৰকৃতিবোৰো চৰিতাৰ্থ কৰিছিল। ইয়াকে যদি মূল বা কেঁচা ধাতু বুলি ধৰা যায়, তেনেহলে ইয়াৰ সংশোধনৰ কাৰ্য্য-কলাপেই হ'ল সংস্কাৰ আৰু তাৰপৰাই সংস্কৃতিৰ আৰম্ভ হৈছে।

মানুহে লাহে লাহে প্ৰকৃতি চৰিতাৰ্থ কৰা, নিজৰ আচৰণ খোৱা-বোৱা আদি সকলো বিষয়তে নিৰঙ্কুশ ভাব এৰি কিছুমান কৃত্ৰিম নিয়ম মানি চলিবলৈ লাগিল। অৰ্থাৎ সহজাত প্ৰবৃত্তি অনুসাৰে কাম কৰিলেও অনুচিত আৰু অপকাৰী বুলি ধাৰণা হোৱাখিনি বাদ দি উচিত আৰু উপকাৰী বুলি ভবা খিনিহে গ্ৰহণ কৰিব লাগিব। এয়ে হ'ল সহজাত প্ৰবৃত্তি অনুসাৰে কৰা আচৰণ আৰু কামক কৃত্ৰিম নিয়মেৰে ঘঁহি-মাজি চক্‌চকীয়া কৰি লোৱা। মানুহে এফালে ব্যক্তিগতভাৱে নানা উপায়েৰে শৰীৰৰ শোভা বঢ়াবলৈ চেষ্টা কৰিলে, মনৰো সংস্কাৰ সাধনত লাগিল আৰু আনহাতে সামূহিকভাৱে সামাজিক আচৰণ, ৰীতি-নীতিৰ বিষয়ত কৃত্ৰিম নিয়মৰ মাজত ক্ৰমে সোমাবলৈ ধৰিলে। ইয়াতে উৎপত্তি হ'ল সংস্কৃতিৰ। 'কাল্‌চাৰড্ পাৰ্ল' বুলিলে কৃত্ৰিম মুকুতা বুলি বুজা হয়।

আদিম মানৱ সভ্যতাৰ কোনো এটা স্তৰত উপস্থিত হোৱাৰ পাচত

সমাজৰ বিকাশ আৰম্ভ হয়। লগে লগে জীৱন ধাৰণৰ বাবেও কৃত্রিম উপায়, অর্থাৎ মানুহে নিজে কৰি লোৱা উপায়ৰ উদ্ভাৱন হয়। যেনে— আগতে হয়তো মানুহে বনৰীয়া ধানছিঙি আনিছিল, পিচলৈ মানুহে নিজেই য-ধানৰ খেতি কৰিবলৈ ধৰিলে। বনৰীয়া য-ধান আপোনা-আপুনি হোৱা প্রাকৃতিক। মানুহে খেতি কৰি উৎপাদন কৰা য-ধান কৃত্রিম (মানুহৰ ক্রিয়াৰ দ্বাৰা হোৱা)। সেই য-ধানৰ খেতি কৰিবলৈ মানুহে বহুত বস্তু নিজৰ বুদ্ধিৰে তৈয়াৰ কৰি লব লগা হ'ল। এইদৰে সকলো ফালে প্রকৃতিৰ ওপৰত মানুহৰ বুদ্ধিয়ে ৰাজত্ব বিস্তাৰ কৰিবলৈ আৰম্ভ কৰিলে।

জীৱন ধাৰণৰ এনে অৱস্থাতে মানুহৰ অন্তৰত সদায় দেখি থকাতকৈও নেদেখা কিবা এটাৰ বাবে হেঁপাহ জন্মিল। নেদেখা নুশুনা বিৰাট কিবা এটাৰ ধাৰণাৰপৰাই উপজিল ঈশ্বৰ-বিশ্বাস, ধর্মবিশ্বাস আদি বিশ্বাসবোৰ। আনহাতে সামূহিক এই বিশ্বাসৰ সমান্তৰালভাৱেই ব্যক্তি-গতভাৱে মানুহে দেহৰ তৃপ্তিৰ প্রয়াসতে মনৰ কল্পনাক বাস্তৱ ৰূপ দিয়া— নেদেখাক দেখা কৰি চকুৰ আগত দাঙি ধৰা, সূক্ষ্মক স্থূলভাৱে দেখুৱাই দিয়া হ'ল।

চিকাৰ কৰিবলৈ সজা অস্ত্র-শস্ত্রত যেতিয়া এজন মানুহে প্রয়োজনতকৈ বেচিকৈ ভাঁজ দিলে, কেইটামান আঁচ কাটিলে আৰু তাকে দেখি যেতিয়া আনবিলাকৰ মনত আনন্দ উপজিল, চকু উজ্জ্বল হৈ উঠিল; তেতিয়াই মানুহৰ সৌন্দর্য্যবোধ জন্মিল। মানুহে কলাৰ জন্ম দিলে। যেতিয়া অৱসৰ সময়ত গুহাৰ ভিতৰৰ বেৰত বনৰীয়া জন্তুৰ ছবি মানুহে আঁকিলে এঙাৰেৰে, বিবিধ ৰং বৰণেৰে, তেতিয়া মানুহৰ চিন্তা, বিশ্বাস আৰু কল্পনা সেই ছবিবোৰত প্রকাশ হ'ল। যেতিয়া চিকাৰ পোৱাৰ আনন্দত বনৰীয়া মানুহে নাচিবলৈ লাগিল, অন্তৰৰ আনন্দ মুখেদি বিবিধ শব্দেৰে প্রকাশ কৰিবলৈ ধৰিলে। বাৰে বাৰে নাচিলে আৰু গালে, নাচ আৰু গান ক্রমে মধুৰ লাগিবলৈ ধৰিলে, তেতিয়া নাচ আৰু গান এটা নিয়মৰ ভিতৰলৈ আহিল। যেতিয়া শস্যৰ গুটি সিঁচি দি মানুহে খেতি ভাল হ'বলৈ নেদেখা শক্তিক প্রার্থনা জনালে, তেতিয়াই মানুহৰ অন্তৰত নানা বিশ্বাসে খোপনি পুতিলে।

একে ঠাইতে থকা মানৱ গোষ্ঠীৰ একে প্রকাৰৰ জীৱন ধাৰণ প্রণালী, একে কাম, একে আচৰণ, একে ভাৱ, একে ভাষা, একে ধর্মবিশ্বাস আৰু আদর্শই মানৱ সংস্কৃতিৰ একো একোটা বিশিষ্ট গঢ় দিলে। অর্থাৎ সকলো মানুহৰ সাধাৰণ একে প্রাকৃতিক নিয়মকে সংস্কাৰ কৰি একো একো দল মানুহে নিজৰ বাবে আৱশ্যকীয় বুলি ভৰা কিছুমান কৃত্রিম বিধি-বিধানৰ



সৃষ্টি কৰি, সেইবোৰৰ মাজেদিয়েই জীৱন যাত্রা আৰম্ভ কৰিলে। গতিকে সংস্কৃতিৰ বিষয়ে এনেকৈ ক'লে একপ্রকাৰ স্বৰূপ কোৱা হয়ঃ যি বিলাকত প্রকৃতিৰ প্রেৰণা থাকিলেও কেৱল প্রাকৃতিক নিয়মত হোৱা নাই, কিন্তু মানুহে নিজৰ শৰীৰ আৰু মনৰ বিকাশৰ বাবে, সমাজৰ কল্যাণৰ অর্থে সৃষ্টি কৰিছে আৰু মানি লৈছে আৰু লগে লগে তাৰ বিকাশ সাধন কৰিছে; সেয়ে হ'ল সংস্কৃতি।

তেন্তে সভ্যতা আৰু সংস্কৃতিৰ প্রভেদ ক'ত বা পার্থক্য কি? সংস্কৃতি বুলিলে সভ্যতা আৰু সভ্যতা বুলিলে যদিও সংস্কৃতি বুজা যায়, তথাপি সংস্কৃতি সভ্যতাতকৈ কিছু অংশত বেলেগ। চমুকৈ সভ্যতাৰ সৈতে সংস্কৃতিৰ পার্থক্য এইদৰে ক'ব পাৰি—সভ্যতা এনে এটা বস্তু যিটো আমাৰ ওচৰত আছে, কিন্তু সংস্কৃতি এনে এটা বস্তু যিটোৱে আমাক ব্যাপি আছে।

মানুহে আদিম বনৰীয়া অৱস্থাৰপৰা ঘৰ-দুৱাৰ সাজি থাকিবলৈ শিকা, চিকাৰ কৰি খোৱাৰপৰা খেতি-বাতি কৰি জীৱন ধাৰণ কৰা, কেঁচা মঙহ খোৱাৰপৰা মছলা দি মঙহ ৰান্ধি খোৱা, শিল দলিওৱাৰ সলনি চোকা চোকা অস্ত্র-শস্ত্র ব্যৱহাৰ কৰা, খোজ কাঢ়ি হাবিয়ে হাবিয়ে ফুৰাৰ সলনি পকা আলিবাটত যান-বাহনত উঠি ফুৰা, কান্ধেৰে বস্তু কঢ়িয়াই নিয়াৰ সলনি যান-বাহনেৰে বস্তু কঢ়িওৱা—এই পৰিবর্তনবোৰেই সভ্যতা। সেইবাবে যান-বাহন, ঘৰ-দুৱাৰ, খোৱা-বোৱা, সাজ-পাৰ, আলি-পদূলি আদি বস্তুবোৰ আৰু এনেকুৱা আন স্থূল বস্তুবোৰ সংস্কৃতি নহয়; এইবোৰ সভ্যতাৰহে সামগ্রী। কিন্তু ঘৰ দুৱাৰ সজাৰ, খোৱা-বোৱাৰ আৰু সাজপাৰ পিন্ধাৰ যি কলা-কৌশল, সি হ'ল সংস্কৃতি। সেইদৰে বর্তমান যুগৰ আচৰিত আচৰিত বস্তুবোৰ প্রস্তুত কৰিবলৈ যি জ্ঞানৰ আৱশ্যক তাতো সংস্কৃতিৰ বিকাশ দেখা যায়।

সভ্যতা আৰু সংস্কৃতিৰ বিষয়ত এটা কথা মনত ৰাখিব লাগিব যে সকলো সভ্য মানুহকে সংস্কৃতি সম্পন্ন বুলিব নোৱাৰি, আকৌ সকলো সংস্কৃতিসম্পন্ন লোকেই সুসভ্য নহয়। কাৰণ এয়ে-জীৱন ধাৰণৰ অধিক সা-সুযোগ, অধিক আহিলা-পাতিৰ আহৰণ হ'ল সভ্যতাৰ চিন। আন-হাতে সভ্যতাৰ এই বস্তুবোৰ লাভ নকৰাকৈ থকা অনেক লোক সু-সংস্কৃতি-সম্পন্ন। প্রাচীন কালৰ ভাৰতীয় ঋষিসকলে জীৱন ধাৰণৰ বিশেষ উন্নত সামগ্রীৰ বাবে চেষ্টা কৰা নাছিল, প্রকৃততে তেওঁলোকে প্রাকৃতিক পৰিবেশত অতি কম আহিলা-পাতিৰে উচ্চ চিন্তা আৰু আদর্শৰে সু-সংস্কৃত জীৱন যাপন কৰিছিল। আজি কালিও এনেকুৱা বহুত জাতি আছে যি বিলাকে জীৱন যাত্রাৰ উন্নত প্রণালী ল'ব পৰা নাই; বিৰাট অট্টালিকা,

প্ৰশস্ত ৰাজপথ, উন্নত যান-বাহন প্ৰস্তুত আৰু ব্যৱহাৰ কৰিব পৰা নাই; এনেলোকক আধুনিক সভ্যতাৰ মাপকাঠিৰে জুখি সম্পূৰ্ণ সু-সভ্য বুলি কোৱা টান; কিন্তু এওঁলোক যে সু-সংস্কৃতিসম্পন্ন তাত সন্দেহ নাই। সভ্যতা আৰু সংস্কৃতিৰ এই পাৰ্থক্য মনত ৰখা আৱশ্যক।

সাধাৰণতে প্ৰায়ে দেখা যায় যে, সভ্যতাৰ প্ৰকাশৰ লগে লগে সংস্কৃতিৰো বিকাশ হয়। পৰম্পৰে পৰম্পৰৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰে। এটাই আনটোৰ ওপৰত নিৰ্ভৰ কৰে।

সৰ্বাঙ্গীন নহয় যদিও এনেকুৱা উদাহৰণেৰে বিষয়টো স্পষ্ট কৰিব পৰা হয়। মানুহে অসভ্য অৱস্থাত ৰ'দ-বৰষুণৰপৰা ৰক্ষা পাবলৈ গছৰ তলত আশ্ৰয় লৈছিল, পৰ্বতৰ গুহাত বাস কৰিছিল। তাৰ পাচত ক্ৰমে ঘৰ সাজি থাকিবলৈ শিকিলে। চমুকৈ এয়ে সভ্যতাৰ কাম অৰ্থাৎ জীৱন ধাৰণৰ উন্নত প্ৰণালী। কিন্তু যেনে তেনে ঘৰ নাসাজি এটা নিৰ্দিষ্ট ৰূপত ঘৰ সাজিবলৈ সাংস্কৃতিক ৰুচিয়ে বাট দেখুৱালে। সংস্কৃতিৰ প্ৰেৰণাত যি প্ৰণালীত ঘৰ-দুৱাৰ সজা হ'ল ই সভ্যতাৰ অঙ্গ হৈ পৰিল। সেইদৰে মানুহে নাঙঠ হৈ থকাটো প্ৰাকৃতিক নিয়ম, কাপোৰেৰে শৰীৰ ঢাকি জাৰ-জহৰপৰা ৰক্ষা পোৱা আৰু লাজ দূৰ কৰাটো হ'ল সভ্যতাৰ কাম; কিন্তু নিৰ্দিষ্ট ৰীতিত সাজ-পাৰ পিন্ধা, সাজপাৰ পিন্ধাত সৌন্দৰ্য্যবোধ হ'ল সংস্কৃতিৰ প্ৰেৰণা। সেইবাবে আদিম অৱস্থাত থকা মানুহ এতিয়াও নাঙঠ হৈ আছে, সকলো সভ্য মানুহে কাপোৰ-কানি পিন্ধে, কিন্তু সকলো সভ্য মানুহে একেধৰণেৰে সাজ-পাৰ নকৰে। নিজৰ সাংস্কৃতিক ৰুচি অনুসাৰে কৰে। কিন্তু সাংস্কৃতিক ৰুচিৰ প্ৰেৰণাৰপৰা সাজ-পাৰ পিন্ধাত দেখা দিয়া সৌন্দৰ্য্যবোধ সভ্যতাৰ অঙ্গ হৈ পৰে।

এইদৰে দেখা যায়, সভ্যতাৰ প্ৰভাৱ সংস্কৃতিৰ ওপৰত পৰে আৰু সভ্যতাও সংস্কৃতিৰদ্বাৰা প্ৰভাৱান্বিত হয়।

ই হ'ল সংস্কৃতিৰ বাহিৰৰ ফাল বা দেখা ফাল। নেদেখা ফালত ঘাইকৈ লক্ষ্য কৰিবলগীয়া কথা হ'ল প্ৰকৃতিৰ সৈতে সংস্কৃতিৰ ভেদ। আগতে কোৱা হৈছে যে আদিম অৱস্থাত মানুহ আৰু পশুৰ প্ৰবৃত্তিৰ কোনো পাৰ্থক্য নাছিল। ক্ৰমে মানুহে লোভ, মোহ, কাম, ক্ৰোধ আদি প্ৰবৃত্তিবোৰক সংযত কৰিবলৈ ধৰিলে। মানুহ প্ৰবৃত্তিৰ দাস নহৈ মানুহে প্ৰবৃত্তিক নিজৰ দাস কৰিলে। প্ৰবৃত্তিৰ সৈতে মানুহৰ অন্তৰৰ সংগ্ৰাম আৰু জয় সংস্কৃতিৰ ফল। সেইবাবে যি জাতি আৰু যিসকল লোকে এই প্ৰবৃত্তিবোৰৰ ওপৰত যিমান অধিপত্য বিস্তাৰ কৰিছে, সেই জাতি আৰু সেইসকল লোকৰ সংস্কৃতি সিমান উচ্চ খাপৰ বুলি ধৰা হয়।



গতিকে এই সিদ্ধান্ত কৰিব পাৰি যে সভ্যতাতকৈ সংস্কৃতি মহান আৰু ব্যাপক। সভ্যতাৰপৰাই সংস্কৃতিৰ জন্ম যদিও, সংস্কৃতিয়ে সভ্যতাক ব্যাপি থাকে। গাখীৰত ঘিঁউ থকাৰ দৰে, কাঠত জুই থকাৰ দৰে সংস্কৃতি সভ্যতাৰ ভিতৰত থাকে।

আন প্ৰকাৰেও সভ্যতা আৰু সংস্কৃতিৰ প্ৰভেদ দেখুৱাব পাৰি। সভ্যতাৰ উপকৰণ অতি কম সময়ৰ ভিতৰত সংগ্ৰহ কৰিব পাৰি; কিন্তু সভ্যতাৰ আহিলা-পাতিৰ যথাযথ ব্যৱহাৰৰ সাংস্কৃতিক ৰুচি সিমান সোনকালে আয়ত্ত নহয়। সেইবাবেই বহুত মানুহে আধুনিক সভ্যতাৰ আহিলা-পাতিৰে বৰ্বৰোচিত আচৰণ কৰা দেখা যায়।

কোনো সংস্কৃতিয়েই দহ-বিশ বছৰ বা চল্লিশ-পঞ্চাচ বছৰত গঢ় লোৱা নাই, লব নোৱাৰে। এটা জাতিৰ বা এটা লোক-গোষ্ঠীৰ শ-শ বছৰ জুৰি চলা আচাৰ-ব্যৱহাৰ, ৰীতি-নীতি, খোৱা-বোৱা, প্ৰেম-প্ৰীতি, মৰম-স্নেহ, হিংসা-দ্বেষ, হাঁহি-কান্দনৰ মাজেদি সংস্কৃতিয়ে গঢ় লয়; অৱশ্যে গাইগুটীয়াকৈ এইবিলাকৰ কোনো এটাই সংস্কৃতি নহয়।

আচলতে সংস্কৃতি হ'ল জীৱন যাত্ৰাৰ আদৰ্শ আৰু পথ। এই আদৰ্শই সমাজক এটা নিৰ্দিষ্ট বাটেদি লৈ যায়। সেই আদৰ্শ সমাজৰ প্ৰত্যেক কৰ্ম প্ৰচেষ্টাৰ লগত ওতপ্ৰোতভাৱে বৈ থাকে। গতিকে যিখন সমাজত আমি উপজিছোঁ আৰু যিখন সমাজত থাকি আমি ডাঙৰ-দীঘল হৈ জীয়াই আছোঁ, সেই সমাজৰ সংস্কৃতিয়েই আমাৰো সংস্কৃতি। সেই সংস্কৃতিৰ প্ৰভাৱ আমাৰ কথাত, আচৰণত আৰু কামত প্ৰতিফলিত হয়। জীয়াই থকা কালছোৱাত সেই সংস্কৃতিয়েই আমাক জীয়াই ৰাখে।

মৃত্যুৰ পাচত সেই সংস্কৃতি আমি আমাৰ ভৱিষ্যত বংশধৰসকললৈ এৰি থৈ যাওঁ। এইদৰে সংস্কৃতিৰ ধাৰা বহুত কাল চলি আহিছে। সেইদৰে চালে সংস্কৃতি গতানুগতিক আৰু নতুনত্ববিহীন হৈ পৰা যেন লাগে। কিন্তু আচলতে তেনে নহয়। জীৱনত অনেক মানুহে নতুনকৈ ধন-সম্পত্তি অৰ্জাৰ দৰে জীৱন যাত্ৰাত বহুত লোকে সংস্কাৰ সঞ্চিত কৰে। এই সঞ্চিত সংস্কাৰ পুৰণিৰ লগত যোগ হয়। এইদৰে যোগ হোৱা সংস্কাৰে ক্ৰমে পুৰণিক নতুন ৰং দিবলৈ ধৰে। সেইবাবেই কৌটিকলীয়া পুৰণি সংস্কৃতিও চিৰ নতুন হৈ থাকে। অৱশ্যে নতুন নতুন সংস্কাৰ পুৰণিৰ সৈতে সম্পূৰ্ণ মিলি যাব লাগিব আৰু নতুন সংস্কাৰে পুৰণিৰ আমূল পৰিবৰ্তন কৰিব নালাগিব। সেয়ে নহ'লেও সংস্কৃতিৰ অপমৃত্যু ঘটে। যি সংস্কৃতিয়ে এইদৰে নিতে নৱ সংস্কাৰ নিজত সামৰি লব পাৰিছে, সেই সংস্কৃতি মহীয়সী হৈ থাকে।

কেৱল খোৱা-বোৱা সাজ-পাৰ, চিত্ৰ-কবিতা আৰু ভাস্কৰ্য্য-স্থাপত্যৰ ওপৰতে সংস্কৃতিৰ প্ৰভাৱ পৰে এনে নহয়; ধৰ্মবিশ্বাস, নীতিবোধ, চিন্তা-ধাৰা আৰু দৰ্শনো সংস্কৃতিৰ দ্বাৰা প্ৰভাবান্বিত হয়। ভৱিষ্যতৰ জীৱন-যাত্ৰা সুন্দৰ, কৰ্মপ্ৰচেষ্টা মহান আৰু আদৰ্শ বিৰাট কৰাৰ প্ৰেৰণাৰ স্থল সংস্কৃতি। সেইবোৰেই সংস্কাৰৰ প্ৰভাৱ জন্ম-জন্মান্তৰতো প্ৰকাশ পায় বুলি কোৱা হয়। জন্ম প্ৰতিভা আৰু মনস্বিতা পূৰ্বজন্মৰ সংস্কাৰ বুলি জন্মান্তৰত বিশ্বাস কৰা সকলে কয়।

সভ্যতা আৰু সংস্কৃতিৰ স্বৰূপ আৰু এটা উদাহৰণেৰে দেখুৱাব পাৰি। সভ্যতা যদি এগৰাকী সুন্দৰী ৰমণী, সংস্কৃতি হ'ল সেই ৰমণীৰ ৰমণীয়তা, তেওঁৰ গোটেই শৰীৰত প্ৰকাশ হোৱা সৌন্দৰ্য্য আৰু লাৱণ্য। সৌন্দৰ্য্য আৰু লাৱণ্যৰ দৰে জাতীয় সংস্কৃতিও জাতিক আশ্ৰয় কৰি থাকে আৰু জাতিৰ মহত্ত্ব প্ৰকাশ কৰে। শৰীৰৰ সকলো অঙ্গ-প্ৰত্যঙ্গৰ সমন্বয়ত সামগ্ৰিকভাৱে শৰীৰতে লাৱণ্যৰ আভা বিয়পি থাকে, ঠিক সংস্কৃতিও জাতিৰ সকলো কৰ্মপ্ৰচেষ্টাতে বিৰাজ কৰে। অৱশ্যে লাৱণ্য যাইকৈ শাৰীৰিক, তাত আত্মিক প্ৰভাৱ অলক্ষ্যভাৱে থাকে, কিন্তু সংস্কৃতিত আত্মিক প্ৰভাৱ ইয়াতকৈ বেচি প্ৰবল।

মুঠতে সভ্যতাৰ কোনো এটা স্তৰক আশ্ৰয় কৰি সংস্কৃতিৰ বিকাশ হোৱা দেখা যায় আৰু আনহাতে সংস্কৃতিৰ দ্বাৰা সভ্যতা প্ৰাণৱন্ত আৰু উজ্জ্বল হয়। দুয়োটাৰ পূৰ্ণতাৰ বাবে পৰস্পৰৰ সহায় প্ৰয়োজন।

যাইকৈ দৈহিক সুখ-সুবিধাৰ প্ৰয়োজনত সভ্যতাৰ পাতনি আৰু মানসিক উন্নতিৰ প্ৰয়োজনত সংস্কৃতিৰ বিকাশ—এইদৰে ক'লেই সভ্যতা আৰু সংস্কৃতিৰ বিষয়ে চমুকৈ কোৱা হয়।

## সংস্কৃতিৰ বিভিন্নতা

কোনোবা অতীত যুগত পৃথিৱীৰ বুকুত বাস কৰা সকলো মানুহেই হয়তো একেদৰে জীৱন ধাৰণ কৰিছিল; গতিকে সকলো মানুহৰে সভ্যতা, সংস্কৃতি একে বা একে বিধৰ আছিল। কালক্ৰমত এটা মানৱ গোষ্ঠী আন এটা মানৱ গোষ্ঠীৰপৰা সম্পূৰ্ণ বিচ্ছিন্ন হৈ পৰিল। বেলেগ বেলেগ প্ৰাকৃতিক পৰিৱেশত তেওঁলোকে নিজৰ জীৱন যাত্ৰা আৰম্ভ কৰিলে, সেইবাবে খোৱা-বোৱা, আচাৰ-ব্যৱহাৰ বেলেগ হোৱাৰ লগতে ধৰ্মবিশ্বাস, নৈতিকতাবোধ আদিও সম্পূৰ্ণ স্বকীয়া হৈ পৰিল। হাবি-বন, নৈ-পৰ্বত জাৰ-জহ আদিয়েও বিভিন্নতা সৃষ্টি কৰাত কম সহায় কৰা নাই।



সভ্যতা-সংস্কৃতি দুয়োটাই মানুহৰ সামূহিক কৰ্মপ্ৰচেষ্টা আৰু জয়যাত্ৰাৰ চিন। তাৰ মাজত সোমাই আছে মানুহৰ সামূহিক আদান-প্ৰদান, শ্ৰদ্ধা-বিদ্বেষ, অনুৰাগ-বিৰাগ, প্ৰেম আৰু ঘৃণা। এক বিশিষ্ট সংস্কৃতিত মিত্ৰৰ যেনেকৈ অৱদান আছে, শত্ৰুৰো তেনেকৈ বৰঙনি আছে, বিজেতাৰ যিমান-খিনি প্ৰভাৱ পৰিছে, বিজিতৰো সিমানেই প্ৰভাৱ সোমাইছে; গতিকে পৃথিৱীত এনে কোনো বিশিষ্ট দেশ নাই, জাতি নাই, যি ক'ব পাৰে যে নিজৰ সংস্কৃতিৰ ওপৰত আনৰ প্ৰভাৱ পৰা নাই—আনৰপৰা সেই সংস্কৃতিয়ে একো শিকা নাই বা লোৱা নাই।

প্ৰকৃততে আদান-প্ৰদানেই সংস্কৃতিৰ স্বভাৱ। যি জাতিয়ে কেৱল সদায় দানহে কৰিছে, গ্ৰহণ কৰিব জনা নাই, সেই জাতিৰ সংস্কৃতি এদিন নহয় এদিন দেউলিয়া হৈ পৰাৰ আশঙ্কা আছে; নহ'লেওবা খালৰ বন্ধ পানীৰ দৰে মলিয়ন আৰু দুৰ্গন্ধময় হৈ পৰিব। কিন্তু যি সংস্কৃতিৰ দুৱাৰ মুকলি, তালৈ নিতৌ নতুন নতুন ভাব চিন্তা আহি ৰুচিত মলি বন্ধ নোখোৱাকৈ ৰাখে।

যুদ্ধ-বিগ্ৰহ, দেশজয়, বেপাৰ-বাণিজ্য, ধৰ্মবিস্তাৰ আদি কাৰণত একোটা নতুন চিন্তাধাৰা, ৰীতি-নীতি আদৰ্শ অতি সোনকালে আন ঠাইত সোমাই পৰে।

এইটো ঐতিহাসিক সত্য যে কোনো এটা জাতিৰ লোক সমষ্টিয়ে সৃষ্টিৰ আদিৰেপৰা একে ঠাইতে থিতাপি লাগি থকা নাই। জাৰ-জহ আদি প্ৰাকৃতিক কাৰণত, সহজতে আহাৰ পোৱা ঠাইৰ অন্বেষণত বা শত্ৰুৰ আক্ৰমণৰপৰা আত্মৰক্ষাৰ বাবে একোটা জাতি বা একোটা জনসমষ্টি ভূ-খণ্ডৰ এঠাইৰপৰা আনঠাইলৈ যাব লগা হৈছে। এনে প্ৰব্ৰজনৰ ফলত পৃথিৱীৰ এমূৰৰ এটা জাতি আহি পৃথিৱীৰ অন্য মূৰ পাইছেহি। তাতো থিতাপি লব নোৱাৰি আকৌ অন্য ঠাইলৈ গৈছে। এইদৰে বহুত জাতিয়েই যা-যাবৰ হৈ ফুৰিছিল।

মন কৰিবলগীয়া যে অনেক সময়ত এনে যা-যাবৰ জাতিয়ে নতুনকৈ ভাল ঠাই নাপাই, আগৰপৰা আন এটা জন-সমষ্টিয়ে বসতি কৰি থকা ঠাইতে বাস কৰিবলৈ লয়। তেতিয়া দুয়োজনৰ ভিতৰত প্ৰায়ে যুদ্ধ-বিগ্ৰহ হয়। যুদ্ধত জিকা দলে সেই ঠাইখিনি অধিকাৰ কৰে। হৰাদলৰ বেচি-ভাগ মানুহ যুদ্ধত মৰে, জীয়াই থকাখিনিৰ কিছুমান হয়তো কোনোবা দূৰ দেশলৈ পলাই যায়; কিছুমান বিজেতা দলৰ দাস হয়। কেতিয়াবা হয়তো দুয়োদলৰ ভিতৰত সন্ধি হয় আৰু দুয়োদলে ঠাইখন ভাগ কৰি অধিকাৰ কৰে। এনেকৈ যুদ্ধ-বিগ্ৰহ-সন্ধি হৈ সংমিশ্ৰণ ঘটাৰ ফলত এদলৰ

আচাৰ-ব্যৱহাৰ, খোৱা-থকা, ৰীতি-নীতি, খেতি-বাতিৰ প্ৰণালী, যুদ্ধ-বিগ্ৰহৰ অস্ত্ৰ-শস্ত্ৰৰ নিৰ্মাণ-কৌশল আদি আনদলে কিছু কিছু শিকি লয়। কেতিয়াবা আকৌ অজ্ঞাতসাৰেই একোটা গোষ্ঠীৰ অনেক কথা আন গোষ্ঠীৰ ভিতৰত সোমাই পৰে। এইদৰে কৃষ্টিৰ সংঘাত, সংমিশ্ৰণ আৰু সমীকৰণৰ ফলত সংস্কৃতিৰ ৰূপান্তৰ ঘটিছে আৰু পুৰণি সংস্কৃতিয়েই নৰূপ লৈ দেখা দিছে। এই প্ৰক্ৰিয়া স্মৰণাতীত কালৰপৰা চলি আহিছে আৰু আগলৈকো চলি থাকিব। পৰ্বতৰ বুকু ফালি নৈ এখন ভৈয়ামলৈ কেতিয়া বৈ আহিল কোনেও ক'ব নোৱাৰে। একোখন নৈৰ বুকুত ক'ৰপৰা কিমান জলধাৰা আহি পৰিছেহি কোৱা টান; কিন্তু সকলোবোৰ লগলাগি যেতিয়া এখন নৈ হৈ পৰে, তেতিয়া সেই নৈৰ পানীৰ সোঁতৰ এটা নিৰূপিত বেগ হয়, পানীৰ এটা স্বকীয়া ৰং হয় আৰু পানীৰ গুণাগুণো বেলেগ হয়। এনেকুৱা বেলেগ বেলেগ দুখন নৈ যেতিয়া লগলাগি সাগৰলৈ আগবাঢ়ে, তেতিয়া দুয়োখন নৈৰ পানী মিলিলেও বৰণ নিমিলে। নিজৰ স্বকীয়া বৰণ ৰাখি আগবাঢ়ি যায়। দেখিলেই বেলেগ জলধাৰা বুলি চিনিব পাৰি। বহুত দূৰ একেলগে বৈ যোৱাৰ পাচতহে চিনিব নোৱাৰা হৈ পৰে। আকৌ নৈ সাগৰত পৰাৰ পাচতো নৈৰ পানীৰ স্বকীয়া বৰণ, সোঁতৰ নিজা বেগ কিছুদূৰলৈকে থাকি যায়। নীলা জলৰাশিৰে যমুনা আৰু নিৰ্মল পানীৰ গঙ্গা প্ৰয়াগত লগ লাগিলেও দুয়োধাৰা পানী একেলগ হৈও বেলেগ বৰণেৰে অনেক দূৰ বৈ গৈছে।

মানৱ মহাসাগৰতো নানা জাতি নানা ধাৰাৰে আহি মিলিছেহি; কিন্তু দীৰ্ঘকাল বেলেগ পথেদি বোৱাৰ ফলত এটা স্বকীয়া বৈশিষ্ট্যৰ চিন থাকি গৈছে। সেই চিন দেখা যায়। ভাষাত, আচাৰ-ব্যৱহাৰত, সাজ-পাৰত, মুখৰ চেহেৰাত, ধৰ্ম-কৰ্মত, পূজ্যা-পূজ্যত, খাদ্যাখাদ্য বিচাৰত আৰু তথাকথিত কুসংস্কাৰৰ মাজত। ওপৰে ওপৰে চালে সকলো একে যেন দেখিলেও সেইবোৰৰ চিন মচ নোখোৱাকৈ অনেক কাল থাকি যায়। এই বিলাকৰপৰাই একোটা সংস্কৃতিৰ স্বৰূপ নিৰ্ণয় কৰিব পাৰি।

ধৰ্মবিশ্বাস সংস্কৃতিৰ প্ৰধান অঙ্গ। কিয়নো ধৰ্মবিশ্বাসে মানুহৰ জীৱিকা অৰ্জন, খোৱা-বোৱা, পিন্ধা-উৰাৰেপৰা সাহপিত, মৰম-স্নেহ সকলো বিষয়তে প্ৰভাৱ বিস্তাৰ কৰে। সেইবাবে একে ধৰ্মবিশ্বাস থকা মানুহৰ এইবিলাক বিষয়ত ঐক্য থকা অৰ্থাৎ সংস্কৃতি একে হোৱা স্বাভাৱিক। কিন্তু একোটা ধৰ্ম একোখন দেশত প্ৰচাৰ হোৱাৰ লগে লগে সেই দেশৰ অনেক পুৰণি কথা সেই ধৰ্ম-বিশ্বাসত সোমাই পৰে। সেইবাবেই একে ধৰ্মৰ মানুহৰ ভিতৰতো গৌণ বিষয়ত ৰুচিভেদ ৰীতিভেদ দেখা যায়।

# ভাৰতৰ আদি সংস্কৃতি

**অমলানন্দ ঘোষ**

পৃথিৱীৰ আন আন ঠাইৰ নিচিনা ভাৰততো অতি পুৰণি কালত একলাখ অথবা কেবালাখ বছৰ আগতে মানুহৰ উদ্ভৱ হৈছিল। ভাৰতত এতিয়ালৈকে শিলত পৰিণত আদি মানৱৰ অস্থি বাহিৰ হোৱা নাই। তেওঁলোকে এৰি থৈ যোৱা মোটা শিলৰ অস্ত্ৰ-পাতিয়েই আদি মানৱৰ পৰিচয় দিয়ে।

পৃথিৱীৰ জলবায়ু যেতিয়া বৰ্তমানতকৈ আৰু বেচি ভয়লগা আছিল সেই সময়ত আদি প্ৰস্তৰ যুগৰ মানুহবোৰে বসতি কৰিছিল। উচ্চ ঠাইবোৰত বহুত দিন ধৰি অত্যন্ত শীত আৰু বৰফ আছিল। তাৰ পাচত বহুদিন ধৰি সমানে গৰম আৰু শুকান বতাহ বলিছিল। ওচৰৰ সমতলত বহুদিন ধৰি অতি বৃষ্টি আৰু অনাবৃষ্টি চলিছিল। এইবোৰ কাৰণে পৃথিৱীৰ উপৰি ভাগত বিৰাট পৰিবৰ্তন আৰু স্থল ভাগৰ সালসলনি ঘটিছিল।

আদি-প্ৰস্তৰ যুগৰ অস্ত্ৰ-পাতি নদীবোৰৰ ওচৰত, পুৰণি ওখ সমতল ঠাইবোৰত, পৰিত্যক্ত নদীৰ তলিবোৰত, ডাঙৰ আৰু সৰু শিলৰ দ'মবোৰত, নদীবোৰে কটাকটি কৰা ঠাইবোৰত আৰু গুহাত পোৱা হৈছে। ভাৰতত আদি-প্ৰস্তৰ যুগৰ অস্ত্ৰ-পাতি থকা গুহা এতিয়ালৈকে আবিষ্কাৰ হোৱা নাই।

জিয়ল'জিকেল চাৰ্ভে অৱ্ ইণ্ডিয়াৰ ৰবাৰ্ট ব্ৰুচ ফুট্ চাহাবৰ দ্বাৰা ১৮৬৩ চনত মাদ্ৰাজৰ ওচৰৰ পল্লভৰম্ নামে ঠাইত ভাৰতত পোন প্ৰথমে আদি-প্ৰস্তৰ যুগৰ এটি অস্ত্ৰ আবিষ্কাৰ হয়। তাৰ পাচৰ ৭০ বছৰ অথবা তেনেকুৱা সময়ৰ ভিতৰত শোণগাঙ্গেয় সমতলৰ বাহিৰে ভাৰতৰ প্ৰায় সকলো ঠাইতে বহু সংখ্যক আদি-প্ৰস্তৰ যুগৰ অস্ত্ৰ-পাতি আবিষ্কৃত হৈছে। কিন্তু এইবোৰৰ ভূতত্ত্ববিষয়ক বিশেষত্ব সম্বন্ধে বিশেষ চেষ্টা কৰা হোৱা নাছিল।

কাশ্মীৰত ভূতত্ত্ববিদসকলে তুষাৰাৱৰোহন আৰু আন্তঃতুষাৰাৱৰোহন চিহ্ন পাইছে। এইটো সম্ভৱতঃ ইউৰোপৰ প্লেইষ্টোচিন যুগৰ সমসাময়িক; কিন্তু ইউৰোপৰ নিচিনা এইবোৰ ঠাইত আদি-প্ৰস্তৰ যুগৰ অস্ত্ৰ-পাতি নাই।

যি হওক, ডি. টেৰাৰ অভিযানৰপৰা জনা হৈছে যে সিন্ধু নদীৰ উপনদী ৰাৱালপিণ্ডি জিলাৰ চোহন নদীৰ পাৰত ওখ সমতলৰ লগত কাশ্মীৰৰ তুষাৰীয় আৰু আন্তঃতুষাৰীয় যুগৰ লগত ইয়াৰ সম্বন্ধ আছে। এইবোৰ নদীৰ পাৰৰ ওখ সমতল ঠাইত আদি-প্ৰস্তৰ যুগৰ অস্ত্ৰ-পাতি পোৱা হৈছে। চোহনৰ অস্ত্ৰটি পাথৰৰ। এফালৰ উপৰিভাগ কাটি ধাৰ কৰি বনোৱা হৈছিল। এনেকুৱা ধৰণৰ অস্ত্ৰ-পাতিবোৰক একমুখ থকা কটা-অস্ত্ৰ বোলা হয়। কিছুমান পণ্ডিতে ভাবে যে এইবোৰ পূৰ্বদেশ অৰ্থাৎ ব্ৰহ্মদেশ, জাভা আৰু চীন দেশৰপৰা ভাৰতলৈ অনা হৈছিল। অলপতে এনে-ধৰণৰ অস্ত্ৰ-পাতি বিপাশা নদীৰ উপনদী বনগঙ্গা উপত্যকাৰ কাঙ্গৰাৰ ওচৰত পোৱা হৈছে।

মাদ্ৰাজৰ ওচৰত পোৱা অস্ত্ৰ-পাতি বেলেগ ধৰণৰ। ইয়াত এটুকুৰা শিল অথবা উপলৰ দুয়োফালে কাটি কুঠাৰ, বিদাৰক, অণ্ডাকৃতি আয়ুধ ইত্যাদি বনোৱা হৈছিল। এনেকুৱা ধৰণৰ খুব কম সংখ্যক অস্ত্ৰ-পাতি চোহন অঞ্চলতো পোৱা হৈছে। এইবোৰৰ প্ৰস্তুত কৰা প্ৰণালী আৰু ধৰণ ইউৰোপ আৰু আফ্ৰিকাৰ 'এবেবভিল্লীন্' আৰু 'এছিউলিয়ান্' অস্ত্ৰ-পাতিৰ নিচিনা। গতিকে ভাৰতৰ আদি-প্ৰস্তৰ যুগৰ অস্ত্ৰ-পাতিবোৰ মোটামুটিকৈ দুই ভাগত বিভক্ত কৰা যায়—যেনে, এমুখীয়া (চোহন) আৰু দুই মুখীয়া (মাদ্ৰাজ)। এইটো স্পষ্ট যে এমুখীয়া অস্ত্ৰবোৰ সাধাৰণতে হিমালয়ৰ নামনি অঞ্চলত সীমাবদ্ধ আৰু দুমুখীয়াবোৰ আন ঠাইত বেচি পৰিমাণে অৱস্থিত যদিও ঠায়ে ঠায়ে এইবোৰৰ মিশ্ৰণ দেখা যায়। বৰ্তমানে ভাৰতত আদি-প্ৰস্তৰ যুগৰ অস্ত্ৰ-পাতি আবিষ্কাৰৰ কাৰ্য্য জোৰেৰে চলিছে। ফলতঃ শত শত অস্ত্ৰ-পাতি থকা দ'ম পঞ্জাব, ৰাজস্থান, গুজৰাট, মধ্যভাৰত, দাক্ষিণাত্য আৰু দক্ষিণ ভাৰতৰ বহু নদীৰ ভাগ আৰু পাৰৰ ওপৰত থকা সমতল ঠাইত পোৱা হৈছে।

২

মধ্য ভাৰত আৰু দাক্ষিণাত্যত আদি-প্ৰস্তৰ যুগৰ হাতকুঠাৰ, বিদাৰক ধাৰা (বৰ্তমানে প্ৰথম ভাগ বোলা হয়), পিচত আন এটি অস্ত্ৰ-পাতিৰ ধাৰা (দ্বিতীয় ভাগ) প্ৰচলন হৈছিল। পিচৰ ধাৰাটো সাধাৰণতে আকাৰত সৰু আৰু সূক্ষ্ম পাথৰেৰে তৈয়াৰী। এইবোৰৰ আকাৰো ভিন ভিন। ইয়াৰ ভিতৰত ফলা, ক্ষুৰ, বেজী, খোদাই অস্ত্ৰ ইত্যাদি। অন্ততঃ নৰ্মদাৰ পাৰৰ মহেশ্বৰত আৰু গোদাবৰীৰ উপনদী প্ৰকৰ নদীৰ পাৰৰ নেবসাত মাটিৰ স্তৰবিষয়ক প্ৰমাণ পোৱা হৈছে যে দ্বিতীয় ভাগৰ অস্ত্ৰ-পাতিবোৰ প্ৰথম ভাগৰ অস্ত্ৰ-পাতিতকৈ বহু পিচৰ কালৰ। কিয়নো দ্বিতীয় ভাগৰ অস্ত্ৰবোৰ বহু ওপৰত, একেবাৰে পৃথক দ'মৰ ভিতৰত অৱস্থিত। গতিকে দ্বিতীয় ভাগ প্ৰথম ভাগৰ ঠিক পিচৰ বংশধৰ বুলিব নোৱাৰি।



আকাৰৰ কথাটো এৰি দিলে দ্বিতীয় ভাগৰ অস্ত্ৰবোৰৰ গঠন, সূক্ষ্মাস্ত্ৰৰ ঠিক আগৰ বুলি ধৰিব পৰা যায়। আমি এতিয়া সূক্ষ্মাস্ত্ৰৰ বিষয়ে আলোচনা কৰিমহঁক।

৩

ইউৰোপ, আফ্ৰিকা আৰু পশ্চিম এচিয়াত, সূক্ষ্মাস্ত্ৰবোৰ মধ্যযুগৰ বুলি ধৰা হয়। এই যুগটো আদি-প্ৰস্তৰ যুগ আৰু নতুন প্ৰস্তৰ যুগৰ মাজত। ভাৰতত মধ্যাশ্ম যুগটো বৰ্তমানে সঠিকভাৱে নিৰ্ণয় হোৱা নাই। যি হওক, ভাৰতীয় সূক্ষ্মাস্ত্ৰবোৰক অৱস্থিতি অনুসাৰে সঠিককৈ তিনিটা বিভাগত ভাগ কৰিব পৰা যায়। প্ৰাচীনতম সূক্ষ্মাস্ত্ৰবোৰ ৰঙা বালিৰ দ'মৰ ভিতৰত পোৱা গৈছে। এই ৰঙা বালিৰ দ'মক স্থানীয়ভাৱে 'টেৰিচ' বোলা হয়। এই সূক্ষ্মাস্ত্ৰবোৰ সুদূৰ দক্ষিণত আৰু পশ্চিমবঙ্গৰ বৰ্দ্ধমান জিলাৰ বীৰভনপুৰ নামে ঠাইত পোৱা হৈছে। এইবোৰ অস্ত্ৰৰ গঠন মোটা আৰু এইবোৰৰ লগত আন কোনো বস্তু পোৱা হোৱা নাই। পৰৱৰ্তী বিভাগৰ সূক্ষ্মাস্ত্ৰবোৰ নাগাৰ্জুনিকোণ্ড আৰু গুজৰাটৰ লঙ্ঘনাজ নামে ঠাইত দেখা যায়। সেই যুগত মৃৎ শস্ত্ৰৰ প্ৰচলন আহিছিল। তৃতীয় বিভাগটো পূৰাপূৰি তাম্ৰ-প্ৰস্তৰ যুগৰ। এই বিষয়ে তলত আলোচনা কৰা হ'ল।

নৱ-প্ৰস্তৰ যুগৰ অস্ত্ৰ-পাতি বিশেষকৈ, মিহি শিলৰ কুঠাৰ, মধ্যভাৰতৰ সকলো ঠাইতে, দাক্ষিণাত্য আৰু দক্ষিণ ভাৰতত পোৱা হৈছে। এইবোৰ উত্তৰ-পূব ভাৰততো পোৱা গৈছে। সেইবোৰৰ গঠন সাধাৰণতে আন-ধৰণৰ। আগৰ তিনি ঠাইবোৰ গোলাকাৰ আৰু ডিমাৰ আকাৰৰ। আকৌ উত্তৰ-পূব অঞ্চলৰ বোৰ আয়তক্ষেত্ৰৰ আকাৰৰ। আৰু সেইবোৰৰ কিছু-মান কান্ধ থকা। সম্ভৱতঃ উত্তৰ-পূব অঞ্চলৰ অস্ত্ৰ-পাতিবোৰৰ নমুনা প্ৰাচ্য দেশৰপৰা ভাৰতলৈ আহিছিল। অকল কেইটামান নৱ-প্ৰস্তৰ যুগৰ ঠাইহে অৰ্থাৎ যিবোৰ তাম্ৰযুগৰ আগৰ যুগত, দাক্ষিণাত্যত খনন কৰা হৈছে। অলপ কেইটামান প্ৰমাণৰপৰা ধাৰণা কৰা যায় যে নৱ-প্ৰস্তৰ যুগত মোটা ক'লা অথবা ধোঁৱা ৰঙৰ মৃৎপাত্ৰৰ প্ৰচলন আছিল। সূক্ষ্মাস্ত্ৰ-বোৰো কেতিয়াবা নৱ-প্ৰস্তৰ যুগৰ দ'মৰ ভিতৰত দেখা যায়।

মধ্যভাৰত আৰু দাক্ষিণাত্যত নৱ-প্ৰস্তৰ যুগ আৰু সূক্ষ্মাস্ত্ৰ যুগৰ বস্তু-পাতি তামৰ লগতে পোৱা হৈছে। এইটো অসম্ভৱ নহয় যে নৱ-প্ৰস্তৰ যুগৰ ধাৰা তাম্ৰ-প্ৰস্তৰ যুগত দক্ষিণৰপৰা বিন্ধ্য পৰ্বতলৈকে বিস্তাৰ কৰিছিল। কিন্তু তাম্ৰ-প্ৰস্তৰ যুগৰ সভ্যতা আলোচনা কৰাৰ আগতে উত্তৰ-পূব ফাললৈ মন কৰা উচিত হ'ব।

৪

১৯২১-২২ চনত আবিষ্কৃত হোৱা হৰপ্পা সংস্কৃতিৰ কথা ওপৰত উল্লেখ কৰা হৈছে। এই আবিষ্কাৰে ভাৰতীয় সভ্যতাৰ উৎপত্তি সম্বন্ধে ধাৰণাৰ সম্পূৰ্ণ পৰিবৰ্তন ঘটাইছে। এই সভ্যতা কাংসযুগৰ (ব্ৰঞ্জযুগ)। ইয়াৰ বিশেষত্ব হৈছে পুৰা ইটাৰ ঘৰ, নিয়মিতভাৱে নগৰ পৰিকল্পনা আৰু স্বাস্থ্য সম্বন্ধীয় ব্যৱস্থা। এই ধৰণৰ ব্যৱস্থা অলপ কিছুদিন আগলৈকেও কোনোৱে নাজানিছিল। বিশেষ মন কৰিবলগীয়া বস্তুবোৰৰ ভিতৰত খড়িয়া পাথৰৰ মোহৰ। সাধাৰণতে এইবোৰত এটি জন্তুৰ আকৃতি আৰু এটি অথবা ততোধিক শাৰীলিপি—এই লিপিবোৰৰ এতিয়ালৈকে পাঠোদ্ধাৰ হোৱা নাই—কোত বনোৱা অদ্ভুত গঠনৰ ৰঙা মৃৎপাত্ৰ—এই-বোৰৰ কোনোটোও ক'লা ৰঙেৰে বিশেষ ধৰণৰ ৰঙা কৰা, চাট পাথৰৰ দীঘল ক'লা ব্ৰঞ্জৰ বস্তু, পোৱা মাটিৰ দেৱ-দেৱীৰ, মানুহৰ আৰু জীৱ-জন্তুৰ মূৰ্তি, সোণৰ বস্তু আৰু কিছু মূল্যবান পাথৰৰ মণি।

মহেঞ্জোদাৰোত সাতকালৰ আৰু হৰপ্পাত আঠকালৰ বসতি আছিল। বৰ্তমানে ইয়াৰ সময় খৃঃ পূঃ ২৫০০ পৰা ১৫০০ বুলি নিৰ্ণয় কৰা হৈছে। এই সময়তো ইৰাকৰ সভ্যতাৰ লগত সংলগ্নতাৰ ওপৰত আৰু সাধাৰণ বিচাৰৰ ওপৰত নিৰ্ভৰ কৰি নিৰ্ণয় কৰা হৈছে।

সিন্ধু প্ৰদেশ আৰু বেলুচিস্থান প্ৰদেশত অনুসন্ধান কাৰ্য্যৰ কথা আগতে উল্লেখ কৰা হৈছে। ইয়াৰ ফলত হৰপ্পা সংস্কৃতিৰ ভালেকেইটি ঠাই আবিষ্কৃত হৈছে। ১৯৩৫ চনত অম্বলা জিলাৰ কোটলা নিহাং নামে ঠাই ঠাই আবিষ্কৃত হৈছে। ১৯৪০-৪১ চনত বাহামপুৰ ষ্টেটৰ (বৰ্তমান পাকিস্তানত) সৰস্বতী নদীৰ শুকান তলিত কিছুমান ঠাই পোৱা হৈছে। ১৯৪৬ চনত হৰপ্পাত পুনৰাই খনন কাৰ্য্য চলোৱা হৈছিল। তাৰ ফলত এই সভ্যতাৰ সম্বন্ধে নতুন কথা জানিব পৰা গৈছে। ১৯৫০-৫৩ চনৰ ভিতৰত বহুলভাৱে খনোৱা হৈছে। ১৯৫৮ চনত যমুনাৰ উপনদী হিন্দন নদীৰ উপত্যকাৰ মিৰাট জিলাৰ আলমগীৰ নামে ঠাইত এই সভ্যতাৰ এটি সৰু বসতি পোৱা গৈছে।



দক্ষিণ ভাৰতত গুজৰাটৰ জালৱাদ জিলাৰ ৰংপুৰ নামে ঠাইত হৰপ্পা সংস্কৃতিৰ নিদৰ্শন আছে বুলি বহুদিন আগতে সন্দেহ কৰা হৈছিল। ১৯৫৩—৫৫ চনত এই ঠাইত নতুনকৈ খনন কাৰ্য্য চলোৱাৰ পাচত এই কথাটো সুনিশ্চিতভাৱে থিৰাং কৰা হয়। যি হওক, গুজৰাটৰ ভিতৰত আহমদাবাদ জিলাৰ তাৰাগোৱালা গাঁৱৰ লোঠাল নামে ঠাইখনেই হৰপ্পা সংস্কৃতিৰ বিশেষ উল্লেখযোগ্য ঠাই। এই ঠাইডোখৰ ১৯৫৫ চনৰপৰা আজিলৈকে বিস্তৃতভাৱে খন্দা হৈছে। এতিয়ালৈকে জনা এই সংস্কৃতিৰ সুদূৰ দক্ষিণৰ ঠাই হৈছে তাপ্তী নদীৰ মোহনাৰ ওচৰৰ 'ভাগতৰাও' নামৰ ঠাইখন।

ইয়াৰ বিস্তৃতিৰ দৈৰ্ঘ্য আৰু প্ৰস্থ পশ্চিমে আৰু উত্তৰ-দক্ষিণে প্ৰায় ৮০০ মাইল জুৰি। এই হৰপ্পা সংস্কৃতিৰ সকলো ঠাইতে একে ধৰণৰ যদিও ঠায়ে ঠায়ে অলপ বিভিন্নতা দেখা যায়। উদাহৰণস্বৰূপে, লোঠালত সাধাৰণ হৰপ্পা মৃৎপাত্ৰৰ বাহিৰেও ঈষৎ হালধীয়া ৰঙৰ, ক'লা আৰু ৰঙা ৰঙৰ মাটিৰ পাত্ৰ দেখা যায়। যি হওক, এই সংস্কৃতিৰ বিস্তৃতি মন কৰিবলগীয়া। সচাকৈয়ে এচিয়াৰ ব্ৰঞ্জযুগৰ সংস্কৃতিৰ এইটোৱেই বহু বিস্তৃত অঞ্চল। ১৯৪৬ চনৰ হৰপ্পাৰ নতুন খনন কাৰ্য্যৰ ফলত দেখা গৈছে যে, এই ঠাইৰ দ'মবোৰৰ ভিতৰত ইটাৰ চাৰিওফালে ওখ গড় আছে। ইয়াৰপৰা প্ৰমাণিত হয় যে, দ'মৰ ভিতৰত নগৰৰ প্ৰয়োজনীয় ঘৰবোৰ আছিল। গতিকে নাগৰিক জীৱন বোধহয় গণতান্ত্ৰিক নাছিল। ইয়াৰ উপৰি এটি কবৰখানা চিনাক্ত কৰা হৈছে। ইয়াৰ ভিতৰত মৃতদেহ শায়িত অৱস্থাত দেখা গৈছে।

ৰূপাৰত এই সভ্যতাৰ পোৱা ইটা, বোকা ইটা, শিলৰ দেৱালয়, খড়িয়া পাথৰৰ মোহৰ আৰু অন্যান্য বিশেষ ধৰণৰ বস্তু পোৱা গৈছে। ইয়াতো এটি কবৰখানা খনন কৰি পোৱা গৈছে।

লোঠালত হৰপ্পা সভ্যতাৰ মানুহবোৰে বোকা মাটিৰ এখন ওখ ভেঁটি সজাইছিল। সম্ভৱতঃ বানপানীৰপৰা তেওঁলোকৰ ঘৰবাৰী ৰক্ষা কৰিবৰ কাৰণে এইখন সজা হৈছিল। কিয়নো এই ঠাইডোখৰ দ' আৰু সাগৰৰ পৰা বেচি দূৰৈত নহয়। যি হওক ওখ ভেঁটিটো এক অথবা ততোধিক বাৰ পানীয়ে উটাই লৈ গৈছিল। ঘৰবোৰ সাধাৰণতে পোৱা ইটাৰ, লগতে গা-ধোৱা ঘৰ আৰু নলা—এই নলাবোৰ আলিৰ প্ৰধান নলাৰ লগত লগ লগোৱা আছিল।

যিহেতু এইটো সহজে বুজা যায় যে, হৰপ্পাৰ মানুহবোৰে নদীপথ অনুসৰণ কৰি যমুনা উপত্যকালৈ আহিছিল, এই কাৰণে অনুমান কৰা হয় যে তেওঁলোকে সাগৰেদি গুজৰাটলৈ আহিছিল।

৫

কেনেকৈ এই বিৰাট হৰপ্পাৰ সভ্যতাৰ সৃষ্টি হৈছিল জনা নাযায়—যদিও ইয়াৰ লগত ইৰাকৰ সম্বন্ধ আছে। এইটো সম্ভৱপৰ নহয় যে হৰপ্পাৰ মানুহবোৰ পশ্চিম এচিয়াৰ কোনো ঠাইৰপৰা ইয়ালৈ আহিছিল। বেলুচিস্থান আৰু পূৰ্ব হৰপ্পাৰ পূৰ্ণসভ্যতা অহাৰ আগতে বেলুচিস্থান আৰু সিন্ধু প্ৰদেশৰ কেইবা ঠাইতো তাম্ৰ-প্ৰস্তৰ যুগৰ সভ্যতা আছিল বুলি জনা যায়। সিন্ধু প্ৰদেশৰ আম্ৰিৰ কথা আগতে উল্লেখ কৰা হৈছে। বেলুচিস্থানত, কুল্লীমেহী, ৰানাতুণ্ডাই, কোৱেটা, টোগাও আৰু আন কিছুমান ঠাইত পূৰ্ব হৰপ্পা সভ্যতাৰ নিদৰ্শন পোৱা হৈছে। এইবোৰৰ কিছুমান হৰপ্পাৰ সময়লৈকে চলি আছিল। নিশ্চয় বেলুচিস্থান এখন সৰু সৰু আৰু বিচিন্ন গ্ৰাম্য সমাজৰ ঠাই আছিল। এইবোৰ সভ্যতাৰ কিছু কিছু লক্ষণ হৰপ্পা সভ্যতাৰ লগত মিল থাকিব পাৰে যদিও সেইবুলি এইবোৰৰ কোনোটোৱেই হৰপ্পাৰ উৎপত্তি স্থান বুলিব নোৱাৰি।

হৰপ্পা সভ্যতাৰ সমাপ্তি সম্বন্ধেও থিৰাংভাৱে জনা নাযায়। এই সম্বন্ধে বহু কাৰণ দৰ্শোৱা হৈছে। যেনে—বিদেশীৰ আক্ৰমণ, বানপানী আৰু মাটিৰ অনুৰ্বৰতা। কিন্তু এইবোৰ কোনোটোৱেই সঠিক কাৰণ নহয়। উত্তৰ অংশত প্ৰত্নতত্ব প্ৰমাণ তেনে নাই।

মহেঞ্জোদাৰোত দেখা যায় যে নগৰৰ শেষ কালত আগেয়েই এই সভ্যতাৰ অৱনতি ঘটিছিল; বাহিৰৰপৰাও কিছু ধ্বংসৰ কাৰণ আছিল। সিন্ধু প্ৰদেশৰ ঝুকাৰ আৰু চানহুদাৰোত আন এটি হৰপ্পাৰ পিচৰ সভ্যতাই বিস্তাৰ কৰিছিল। এই সভ্যতাক ঝুকাৰ সভ্যতা বুলি জনা যায়। ইয়াৰ লক্ষণ ঈষত হালধীয়া অথবা মাখন ৰঙৰ মৃৎপাত্ৰ। এইবোৰ আকৌ বেঙেনা বুলীয়া অথবা ৰঙা ৰঙেৰে নক্সা কৰা। এই সভ্যতা হৰপ্পা সভ্যতাৰপৰা অহা বুলি দেখুৱাবৰ একো নাই। হৰপ্পাৰ নিজস্ব এটি সভ্যতা আছিল যিটো কবৰখানা বুলি জনা যায়। এই সভ্যতা আঁচল হৰপ্পা সভ্যতাৰ ধ্বংসাৱশেষৰ ওপৰত প্ৰতিস্থিত। হৰপ্পাৰ মৃৎ-পাত্ৰৰ ৰং আৰু নক্সাৰ লগত সম্পূৰ্ণ বেলেগ ৰং আৰু বিচিত্ৰ শৰথোৱা ডাঙৰ মাটিৰ পাত্ৰবোৰেই এই সভ্যতাৰ বিশেষ পৰিচয় দিয়ে। এইবোৰ পাত্ৰৰ লগত থকা অন্যান্য পাত্ৰবোৰৰ ওপৰত ৰং কৰা আৰু চিত্ৰ কৰা আছে। হৰপ্পাবাসীসকলে এই ঠাই এৰি যোৱাৰ বহুদিন পাচত এই শৱনিখাতবোৰে ইয়াত স্থান পাইছে।

উত্তৰ সমতলত আৰু পূবফালে হৰপ্পাবাসীসকলৰ পিচত আন এটি জাতিয়ে বসতি কৰিছিল। যিসকলে 'ৰং কৰা ধোঁৱা বৰণৰ পাত্ৰ' নামে বিশেষত্ব থকা একৰকমৰ পাত্ৰ ব্যৱহাৰ কৰিছিল। এই বিষয়ে আমি অলপ পাচত কম। এই মানুহবোৰ যে হৰপ্পাবাসীসকলৰ বহুত পাচত এইবোৰ ঠাইত বসতি কৰিছিল তাৰ স্পষ্ট প্ৰমাণ আছে। গতিকে উত্তৰ ভাৰতৰ প্ৰত্নতত্বত হৰপ্পা সভ্যতা অন্ত হোৱাৰ পাচত এতিয়াও এটি ফাক ৰৈ আছে।

গুজৰাটৰ কথা অলপ বেলেগ। ইয়াত ৰংপুৰ আৰু কিছু পৰিমাণে লোঠালত হৰপ্পা আৰু ইয়াৰ পৰবৰ্তী সভ্যতাৰ ভিতৰত বহুখিনি মিল আছে। পিচৰ সভ্যতাৰ মৃৎপাত্ৰৰ কিছুমানৰ গঠন হৰপ্পাৰ নিজস্ব পাত্ৰৰ গঠনৰপৰা অনা যেন লাগে। গতিকে এইটো সম্ভৱপৰ যে এটা আনটোৰপৰা পোৱা।

হৰপ্পা সভ্যতাৰ শেষ অৱস্থা গুজৰাট অন্তৰীপৰ বহু ঠাইত দেখা যায়; যেনে ৰোজদিত। গুজৰাটৰ আকৌ আন এটি শেষ কালৰ সভ্যতা আছে—প্ৰভাচ পতনৰ সামগ্ৰীসমূহে যিটো সভ্যতাৰ পৰিচয় দিয়ে। এই সভ্যতা বৰ্তমানে গুজৰাটৰ স্থকীয়াকৈ পৰিছে।



৬

মহীশূৰ ৰাজ্যৰ ব্ৰহ্মগিৰি খনন কাৰ্যৰপৰা এটি তাম্ৰ-প্ৰস্তৰ যুগৰ সভ্যতাৰ বাহিৰ হৈছে। ধোঁৱা বৰণৰ পাত্ৰ, ক'লা ৰঙেৰে বিচিত্ৰ কৰা ৰঙা পাত্ৰ, নৱ-প্ৰস্তৰ যুগৰ অস্ত্ৰ-পাতি, সূক্ষ্মাস্ত্ৰ, চাৰ্টৰ (এবিধ শিল) দীঘল ফলি আৰু কিছুমান তামৰ বস্তুৱে এই যুগৰ পৰিচয় দিয়ে। পাচত গৱেষণাৰপৰা জনা যায় যে খৃঃ পূঃ দ্বিতীয় সহস্ৰাব্দৰ দ্বিতীয় চতুৰ্থাংশত আৰু ১ম সহস্ৰাব্দৰ প্ৰথম চতুৰ্থাংশত গোটেই দাক্ষিণাত্য আৰু মধ্য ভাৰততে তাম্ৰ-প্ৰস্তৰ যুগৰ সভ্যতাই বহুলভাৱে বিস্তাৰ কৰিছিল। এতিয়ালৈকে তলত উল্লেখিত তাম্ৰ-প্ৰস্তৰ যুগৰ ঠাইবোৰ উদ্ধাৰ কৰা হৈছে। তুঙ্গভদ্ৰা উপত্যকাৰ ব্ৰহ্মগিৰি আৰু মাস্কি, গোদাবৰী উপত্যকাৰ নাচিক, জৰৱে, নেৱমা আৰু দৈমবাদ, তাপ্তী উপত্যকাৰ বহল আৰু প্ৰকাশ, নৰ্মদা উপত্যকাৰ মহেশ্বৰ নৱদটলি আৰু ত্ৰিপৰী আৰু সম্বল উপত্যকাৰ নগ্‌দা। প্ৰত্যেক মণ্ডলৰ সভ্যতাৰ এটি নিজস্ব সভ্যতা আছে; কিন্তু কেইটামান লক্ষণ সকলো বোৰতে বিদ্যমান। যেনে—নৱ-প্ৰস্তৰ যুগৰ অস্ত্ৰ-পাতি সূক্ষ্মাস্ত্ৰ, তামৰ বস্তু, ক'লা ৰঙেৰে বিচিত্ৰ ৰঙা মাটিৰ পাত্ৰৰ ব্যৱহাৰ সকলোবোৰতে দেখা যায়। এই সভ্যতাবোৰ আৰু লগতে

পৰৱৰ্তী হৰপ্পা সভ্যতাৰ ভিতৰত আকৌ মোটামুটিভাৱে সময়ৰো সংমিশ্ৰণ দেখা যায় যদিও বা কোনো কোনো মণ্ডলত আন কেইটি মণ্ডলতকৈ এই সভ্যতা কিছু আগতে আৰম্ভ হোৱা যেন লাগে।

ৰাজস্থানৰ উদয়পুৰৰ ওচৰৰ অহৰ নামে ঠাইত বিশেষকৈ সূক্ষ্মাস্ত্ৰ আৰু চিত্ৰ থকা অথবা চিত্ৰ নথকা ক'লা ৰঙৰ আৰু ৰঙা মাটিৰ পাত্ৰবোৰে তাম্ৰ-প্ৰস্তৰ যুগৰ পৰিচয় দিয়ে।

উত্তৰৰ কিছুমান ঠাইত তাম্ৰ-প্ৰস্তৰ যুগৰ সভ্যতাৰ পাচত এটি নতুন সভ্যতা গঢ়ি উঠিছিল। এই সভ্যতাৰ ক'লা-ৰঙা পাত্ৰবোৰ ওলোতাকৈ ৰাখি পোৰা হৈছিল যাতে পাত্ৰৰ ভিতৰখন বতাহ নোপোৱাৰ কাৰণে ক'লা হয় আৰু বাহিৰৰ খোলা অংশটো ৰঙা হয়। তেতিয়া লোৰ ব্যৱহাৰ আহিছিল।

৭

ওপৰত কোৱা হৈছে যে উত্তৰৰ সমতলত হৰপ্পা সভ্যতাৰ পিচত আন এটি সভ্যতা গঢ়ি উঠিছিল। এই সভ্যতাত 'বিচিত্ৰিত ধোঁৱা বৰণৰ পাত্ৰ' নামে এবিধ পাত্ৰ ব্যৱহাৰ হৈছিল। অম্বলা জিলাৰ ৰূপাৰৰ খনন কাৰ্য্যত দেখা গৈছে যে হৰপ্পা সভ্যতাৰ শেষৰ আৰু চিত্ৰিত 'ধোঁৱা বৰণৰ পাত্ৰ'ৰ সভ্যতাৰ আৰম্ভণিৰ মাজত কিছু ফাক আছিল।

এই মাটিৰ পাত্ৰবোৰ উত্তৰ ৰাজস্থান, পঞ্জাৱ, পশ্চিম আৰু মধ্য উত্তৰ প্ৰদেশৰ বহুত ঠাইত পোৱা হৈছে। এই পাত্ৰ খান্দি উলিওৱা প্ৰধান ঠাই হৈছে মীৰাট জিলাৰ হস্তিনাপুৰ। এই ঠাইৰ এনে ধৰণৰ পাত্ৰৰ লগত মোটা ৰঙৰ পাত্ৰও পোৱা হৈছে। পিচৰ বিধ পাত্ৰৰ গঙ্গা উপত্যকাত মাজে সময়ে পোৱা তামৰ সঁজুলিবোৰৰ লগত সম্পৰ্ক আছে বুলি সন্দেহ হয়।

হস্তিনাপুৰ আৰু ৰূপাৰৰ বিচিত্ৰ ধোঁৱা বৰণৰ পাত্ৰবোৰৰ লগত ৰঙা আৰু ৰঙা-ক'লা মৃৎপাত্ৰও পোৱা হৈছে। ইয়াত পোৰা ইটা নাই। এই সভ্যতাৰ শেষৰ ফালে লোৰ প্ৰচলন হৈছিল। প্ৰবল বানপানীৰ কাৰণে হস্তিনাপুৰৰপৰা এই সভ্যতা বিলোপ হৈছিল।

বিচিত্ৰ ধোঁৱা বৰণৰ পাত্ৰৰ সভ্যতা খৃঃ পূঃ ৫ম সহস্ৰাব্দৰ প্ৰথম চতুৰ্থাংশত বিস্তাৰ কৰিছিল। যিহেতুকে ভাৰতত যেতিয়া আৰ্য্যসকল বসতি কৰে তেতিয়াৰ আৰ্য্য বসতি অঞ্চলবোৰত (পশ্চিম পঞ্জাৱত বাহিৰে —এই অঞ্চল এই উদ্দেশ্যে খন্দা নহৈছিল) আৰু যিবোৰ ঠাই প্ৰাচীন



ভাৰতীয় সাহিত্যত উল্লিখিত আছে, সেই ঠাইবোৰত এই পাত্ৰবোৰ পোৱা হৈছে। ইয়াৰ দ্বাৰা অনুমান কৰা হয় যে এই পাত্ৰবোৰ আৰ্য্যসকলে নিৰ্মাণ কৰিছিল।

৮

ভাৰতীয় প্ৰত্নতত্ত্বৰ ইয়াৰ পাচৰ সীমাৰ চিহ্ন হৈছে—'উত্তৰৰ ক'লা মিহি পাত্ৰ' নামে এবিধ পাত্ৰৰ আবিৰ্ভাৱ। এইবোৰ পাত্ৰৰ উপৰিভাগ নিমজ আৰু উজ্জ্বল। সাধাৰণতে ক'লা ৰঙৰ যদিও অন্যান্য বহু ৰকমৰ আঁচ দেখা যায়। এলাহাবাদ জিলাৰ কৌশাম্বী আৰু ৰাজঘাট বাৰানসীত এনে ধৰণৰ পাত্ৰ প্ৰচুৰ পৰিমাণে পোৱা হৈছে। গতিকে অনুমান হয় যে এইবোৰ পাত্ৰৰ উৎপত্তিস্থল মধ্য গাঙ্গেয় সমতল। ইয়াৰপৰা এইবোৰ প্ৰায় গোটেই ভাৰততে বিয়পি পৰে। উত্তৰ-পশ্চিমে তক্ষশিলা আৰু গুণ্টাৰ জিলাৰ অমৰাৱতীত এইবোৰ পোৱা হৈছে। যিহেতুকে তক্ষ-শিলাত এইবোৰ পাত্ৰ আলেক্‌জেণ্ডাৰৰ মুদ্ৰা পোৱাৰ আগৰ স্তৰত পোৱা হৈছে, তাৰ দ্বাৰা অনুমান হয় যে খৃঃ পূঃ ৫ম অথবা ৬ষ্ঠ শতিকাৰ ভিতৰত এই পাত্ৰবোৰৰ উৎপত্তি হৈছিল। পশ্চিম আৰু মধ্য ভাৰত আৰু দাক্ষি-ণাত্যৰ বহুত ঠাইত ইয়াক তাম্ৰ-স্তৰ যুগৰ ভগ্নাৱশেষৰ ওপৰত থকা দেখা যায়।

এই যুগৰ ভিতৰতে, যি যুগৰ প্ৰাৰম্ভতে বুদ্ধ আৰু মহাবীৰৰ আবিৰ্ভাৱ হৈছিল, উত্তৰাঞ্চলত কেবাখনো ডাঙৰ ডাঙৰ নগৰ গঢ়ি উঠিছিল। গৃহ নিৰ্মাণত পোৰা ইটা ব্যৱহৃত হৈছিল। লোৰ বহুল প্ৰচলন হৈছিল আৰু মুদ্ৰাৰ সৃষ্টি হৈছিল। ইয়াত কোনো সন্দেহ নাই যে এই যুগটো অতি উন্নতিশীল যুগ আছিল। এইটোৱেই আজি ঐতিহাসিক যুগৰ আগমনৰ সূচনা।

৯

দক্ষিণ ভাৰতত খৃঃ পূঃ প্ৰথম সহস্ৰাব্দৰ দ্বিতীয় চতুৰ্থাংশত সম্ভৱতঃ এই যুগৰ শেষৰ ফালে এটি নতুন সভ্যতা গঢ়ি উঠিছিল। এই সভ্যতাৰ এটি লক্ষণ হৈছে শ-পোতা প্ৰথা। এই প্ৰথাত প্ৰথমে শ-টো মুক্ত ৰখা হৈছিল। তাৰ পাচত খহি যোৱা কেইডোখৰমান হাড় শিলাখণ্ডেৰে ঘেৰ কৰি আৰু ওপৰত এখন ডাঙৰ শিলৰ পতাৰে ঢাকি কবৰ দিয়া হয়।

এই স্মৃতি চিহ্নবোৰ 'মহাশ্মীয় স্মাৰক' নামে জনা যায়। আৰু এইবোৰে যি সভ্যতাৰ পৰিচয় দিছিল তাক মহাশ্মীয় সভ্যতা বোলা হয়। এই-কবৰবোৰ ভিন ভিন অঞ্চলত ভিন ভিন ধৰণৰ আৰু কিছুমানত একেবাৰে মিল নাছিল। কিন্তু সকলোবোৰৰে কিছুমান লক্ষণ একে। উপৰোক্ত ভগ্ন কবৰবোৰৰ বাহিৰে বাকী কবৰখানাবোৰত ক'লা আৰু ৰঙা পাত্ৰ আৰু লোৰ বস্তু আছে। গতিকে মহাশ্মীয় সভ্যতা কিছুমান নতুন মানুহৰ দ্বাৰা সৃষ্টি হৈছিল। কিছুমান পণ্ডিতে এইটো দ্ৰাবিড়ী সভ্যতা বুলি ভাবে।

ব্ৰহ্মগিৰি আৰু মাস্কিত উপৰোক্ত তাম্ৰ-প্ৰস্তৰ যুগৰ সভ্যতাৰ ওপৰত মহাশ্মীয় সভ্যতা গঢ়ি উঠিছিল আৰু এই সভ্যতাৰ পিচত প্ৰথম শতিকাৰ শাতবাহনসকলৰ সমসাময়িক এটি সভ্যতা গঢ়ি উঠিছিল। শেষৰ সভ্যতাত এক ৰকমৰ বিশেষ পাত্ৰ আছিল যিবোৰৰ বং ৰঙচুৰা, মুগা বৰণীয়া আৰু বগা বৈখিক নক্সাৰে বিচিত্ৰ কৰা।

প্ৰথম শতিকাত দাক্ষিণাত্য আৰু ৰোম সাম্ৰাজ্যৰ ভিতৰত বেহা-বেপাৰৰ সম্বন্ধ আছিল। বেহা-বেপাৰৰ ফলত হাজাৰ হাজাৰ ৰোমৰ মুদ্ৰা ভাৰতত, বিশেষকৈ দক্ষিণ ভাৰতত, পোৱা হৈছে। পণ্ডিচেৰীৰ ওচৰৰ আৰিকামেদুৰ খান্দোতে এই ঠাই নিশ্চয় আগৰ বেপেকুৱা ঠাই আছিল—ভাৰতলৈ ৰপ্তানি হোৱা ৰোমৰ বহুত পাত্ৰ পোৱা হৈছে—যেনে, ৰোমৰ আৰেজ্জো নামে ঠাইত নিৰ্মাণ হোৱা আৰু কুমাৰৰ নাম চাপ মৰা থকা পাত্ৰ, বোলেট-যুক্ত মৃৎপাত্ৰ আৰু এম্ফোৰা। খৃঃ ১ম শতিকা আৰু তাৰ আগৰ ৰোমৰ চেমিয়ান পাত্ৰৰ পূৰ্বস্মৃতি, উজ্জ্বল ৰঙা পাত্ৰ ভাৰতৰ বহু ঠাইত, বিশেষকৈ পশ্চিমফালে পোৱা হৈছে।

১০

উত্তৰ আৰু মধ্য ভাৰতৰ বহু খন্দা ঠাই যেনে—ৰূপাৰ, হস্তিনাপুৰ, মথুৰা, অহিচ্ছত্ৰ, শ্ৰাবস্তি, ৰাজগিৰি, চন্দ্ৰকেতুগড়, উজ্জয়িনী ইত্যাদি ঠাইত উত্তৰফালৰ ক'লা মিহি পাত্ৰৰ, পিচৰ যুগত বাস কৰা লোকসকলৰ ভগ্নাৱশেষ পোৱা গৈছে। এই যুগবোৰৰ ৰাজত্বকাল জনা থকা ৰজা-সকলৰ মুদ্ৰা, মোহৰ আৰু শিলালিপিবোৰে এইবোৰৰ সময়লিপিৰ দ্বাৰা ঠিক কৰিব পৰা যায়। এই ঠাইবোৰত পোৱা বস্তুবোৰৰ সময় নিৰূপণ কৰাত সহায় কৰে। যদিও কিছুমান ধৰণৰ পাত্ৰ, পোৰা মাটিত কটা চিত্ৰ আৰু অন্যান্য কিছুমান বস্তু বিস্তৃতভাৱে পোৱা যায়, একত্ৰ কৰা



বস্তু যেনে—উত্তৰফালৰ ক'লা মিহি পাত্ৰ সকলোতে পোৱা নাযায় আৰু আঞ্চলিক লক্ষণবোৰ বেচিকৈ উদ্ভাসিত হৈছে।

এইবোৰৰ কিছুমান ঠাইৰ বসতি মধুযুগৰ শেষৰ ফাললৈ চলিছিল, ইয়াৰ লক্ষণ হৈছে চক্‌চকীয়া মাটিৰ পাত্ৰ।

১১

উপৰোক্ত কথাখিনি খনন কাৰ্য্যৰপৰা পোৱা ভাৰতৰ প্ৰাচীন সভ্যতাৰ চমু বিৱৰণ। আমাৰ দেশ প্ৰত্নতত্ত্ব বিষয়ত কিমানখিনি আগ বাঢ়িছে এই কথা ভালদৰে জানিবৰ কাৰণে এই বিৱৰণ দৰ্কাৰ। পঢ়ৈসকলক ভিন্ ভিন্ স্মাৰকৰ আৰু অন্যান্য পুৰণি কলীয়া বস্তু সামগ্ৰীৰ এটি ধাৰণা দিয়া এই বিৱৰণীৰ উদ্দেশ্য নহয়; কিয়নো তেনেকুৱা কৰিবলৈ হ'লে বেলেগ ধৰণৰ আলোচনা দৰ্কাৰ।*

* 'ভাৰতীয় প্ৰত্নতত্ত্ব' পুস্তিকাৰপৰা।

# ভাৰতীয় সংস্কৃতি

হেম বৰুৱা

ভাৰতীয় সংস্কতি এক বিৰাট সমন্বয়ৰ বস্তু। আৰ্য্য, অনাৰ্য্য, মঙ্গোলীয়, দ্ৰাবিড়ী—এনে তৰহৰ বিভিন্ন সংস্কতিৰ সোঁত, উপসোঁত লগলাগি ভাৰতীয় সংস্কতিৰ সাগৰ ৰচনা হৈছে। ইয়াৰ উপৰিও অতীজতে গ্ৰীক, শক, হুন আদি নানা মানৱপুঞ্জ চামে চামে ভাৰত ভূমিলৈ আহিছিল আৰু ইয়াত নিগাজীকৈ বাসভূমি বাছি লৈছিল। পুৰণি ভাৰত বুৰঞ্জী যেনেকৈ অভিযানৰ বুৰঞ্জী, তেনেকৈয়ে সমন্বয়ৰো বুৰঞ্জী। ভাষাতত্ত্ব, সামাজিক, ৰাজনৈতিক আদৰ্শ, সাহিত্য, শিল্পকলা, দৰ্শন ইত্যাদি ক্ষেত্ৰত এক বিৰাট সমন্বয়ৰ সৃষ্টি হৈছে। এই সমন্বয়ে ভাৰতীয় সংস্কতিৰ স্বৰূপ প্ৰকাশ কৰে। ভাৰতীয় সংস্কতি সমন্বয়ৰ আদৰ্শৰে জীয়াই আছে। এই সাংস্কৃতিক সমন্বয় ইমান গাঢ় হৈছিল যে ইয়াৰ বিভিন্ন ধাৰাৰ মূল ঠাৱৰ কৰাটো প্ৰায় টান হৈ পৰিছে।

ক্ৰমবৰ্ধমান শক্তিয়েই হৈছে প্ৰকৃত জীৱন-শক্তি। ক্ৰমবৰ্ধমান শক্তি ভাৰতীয় সংস্কৃতিৰ প্ৰাণ। এই কাৰণেই ভাৰতীয় সংস্কৃতি জীৱন্ত শক্তি। স্পেঙ্গলাৰৰ সভ্যতা-সংস্কৃতি সম্বন্ধীয় তথ্যই এই কাৰণেই ভাৰতীয় সংস্কৃতিৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰিব পৰা নাই। বুৰঞ্জীৰ বেলেগ বেলেগ স্তৰে ভাৰতীয় সংস্কৃতিৰ গাত একোটা আঁচোৰ মাৰি গৈছে। এই খিনিতেই আমি 'সভ্যতা' আৰু 'সংস্কৃতি'—এই শব্দৰ মাজত কিবা পাৰ্থক্য আছেনে চিন্তা কৰি চোৱা উচিত। আচলতে এই শব্দ দুটাৰ মাজত পাৰ্থক্য আছে। এটাৰ সলনি আনটো ব্যৱহাৰ কৰিব নোৱাৰি। সভ্যতাই বিশেষ এটা সামাজিক বা ৰাজনৈতিক অৱস্থা বুজায়। ই এটা সমাজ পদ্ধতি। এনে ধৰণৰ জীৱন পদ্ধতিৰ জৰিয়তে সংস্কৃত জীৱন সম্ভৱপৰ হয়। সমাজ সভ্য অৰ্থাৎ সুশৃঙ্খল নহ'লে কোনো ব্যক্তি অনুষ্ঠানৰ পক্ষে সষ্টিমূলক কাম হাতত লোৱাটো সম্ভৱপৰ নহয়। আনহাতে সংস্কৃতি হৈছে কোনো এটা জাতিৰ বা সমাজ এখনৰ জীৱন প্ৰতিভা। এটা



জাতি সুসভ্য হ'ব পাৰে। আনহাতে ইয়াৰ তেনে কোনো লেখত লব লগীয়া সাংস্কৃতিক স্তৰ নাথাকিব পাৰে। ভাষা-সাহিত্য, সুকুমাৰ কলা, দৰ্শন ইত্যাদি ক্ষেত্ৰত প্ৰকাশ পোৱা প্ৰতিভাই হৈছে জাতি বিশেষৰ সংস্কৃতিৰ মাপকাঠী। সভ্যতাই সমাজ সু-শৃঙ্খল কৰি সংস্কৃতিৰ সৃষ্টিত আৰু ৰূপ দিয়াত সহায়তা কৰে।

সংস্কৃতিৰ অবিচ্ছিন্ন ধাৰাই হৈছে ভাৰতীয় জীৱনৰ মূল সম্পদ। ইয়াৰ প্ৰবাহ বাধাহীন গতিৰ বোৱতী সুঁতি। ই অতীজৰেপৰা একেৰাহে নিৰৱচ্ছিন্নভাৱে বৈ আহিছে। সমাজৰ ওপৰত প্ৰাকৃতিক পৰিবেষ্টনৰ সাঁচ পৰাটো স্বাভাৱিক কথা। ভাৰতীয় ভৌগোলিক জীৱন বৈচিত্ৰ্যময়। এফালে পৰ্বতমালাৰ সু-উচ্চ শিখৰ; আনফালে যোজন-ব্যাপ্ত সমতল ভূমি। প্ৰাকৃতিক দৃশ্যাৱলীৰ পাৰ্থক্য, জলবায়ুৰ পাৰ্থক্য, জীৱনৰ গতি-ধাৰাৰ বৈচিত্ৰ্য ইত্যাদিৰ সমষ্টিয়েই ভাৰতীয় জীৱন। ভাৰতীয় মনে প্ৰাকৃতিক অসামঞ্জস্যক স্বীকাৰ কৰি লৈছে। এনেধৰণৰ মনস্তাত্ত্বিক প্ৰস্তুতিয়ে জীৱনৰ অসামঞ্জকো স্বীকাৰ কৰি লবলৈ বাধ্য কৰিছে। ভাৰতীয় বিশাল ভূমিখণ্ডই একালত বাহিৰৰ ন ন মানৱপুঞ্জক আহবান জনাইছিল। এচিয়াৰ চৌদিশৰপৰা অহা মানৱপুঞ্জৰ সোঁতে দেশ প্লাবিত কৰিছিল। প্ৰত্যেকেই ব্যক্তিগত প্ৰতিভা অনুসৰি সংস্কৃতি ৰচনাত বৰঙনি যোগাইছিল। পণ্ডিত ৰাহুল সংকৃত্যায়নৰ 'ক্ৰম ভল্‌গা টু গঙ্গা' নামৰ কিতাপত এই সম্বন্ধে বহল বৰ্ণনা আছে।

প্ৰাকৃতিক ব্যৱধান কাৰণেই হওক বা আন কিবা কাৰণেই হওক, যি সকল আৰ্য্যই প্ৰব্ৰজন কৰি আহি ভাৰত ভূমিত নিগাজীকৈ থাকিবলৈ ললে, সেই সকলৰ আদিম বাসভূমি মধ্য এচিয়াৰ লগত স্বাভাৱিকতে সম্বন্ধ টুটি আহিবলৈ ধৰিলে। আনকি ভাৰতবৰ্ষ আৰু আফগানিস্থানক একগোট কৰি থোৱাৰ চেষ্টাও ফলৱতী নহ'ল। একালত এই দুই অঞ্চলৰ মাজত যে সংযোগ আছিল, সেইষাৰ কথাৰ সাক্ষীস্বৰূপে আজিও কান্দাহাৰ চহৰ আছে। 'কান্দাহাৰ' ভাৰতীয় নাম। গ্ৰীকসকলে পঞ্জাৱ আৰু আফগানিস্থান একগোট কৰি থবলৈ চেষ্টা কৰিছিল। তেওঁলোকৰ এই চেষ্টা ব্যৰ্থ হৈছিল। সেইদৰে মৌৰ্য্যসকলৰ বিস্তাৰ যুগত ভাৰত আৰু কান্দাহাৰ এক কৰি থোৱাৰ প্ৰচেষ্টা চলিছিল। এই প্ৰচেষ্টাও গ্ৰীকসকলৰ চেষ্টা ব্যৰ্থ হোৱাৰ দৰেই ব্যৰ্থ হৈছিল। ভাৰতীয় সংস্কৃতি একালত সমগ্ৰ দক্ষিণ-পূৱ অঞ্চলত বিয়পি পৰিছিল। ইয়াৰ প্ৰমাণ ব্ৰহ্মদেশ, কম্বোডিয়া, ইণ্ডোনেচিয়া আদি ঠায়ে আজিও যোগায়। এই অঞ্চলসমূহত বাৰশ বছৰ জুৰি জীয়াই থকা হিন্দু-ৰাষ্ট্ৰবোৰেই ইয়াৰ প্ৰমাণ।

ভাৰতীয় সংস্কৃতিৰ প্ৰবল সোঁতে মধ্য এছিয়াৰপৰা আৰম্ভ কৰি দক্ষিণ-পূব এচিয়ালৈকে স্পৰ্শ কৰিছিল। এই অভিযান জল-পথ আৰু স্থল-পথ দুয়ো দিশৰপৰাই সাধিত হৈছিল।

সম্যক দৃষ্টিৰে চালে দেখা যায়, ভাৰত বুৰঞ্জী হৈছে ৰাজ্যৰ উত্থান-পতন ভঙা-গঢ়াৰ সবিশেষ বুৰঞ্জী। ইটোৰ পিচত সিটো মানৱ গোষ্ঠী আক্ৰমণ বা অভিযান, ইটো পৰিয়ালৰ পিচত সিটো পৰিয়ালৰ শাসনভাৰ গ্ৰহণ,—ইত্যাদি ঘটনাৰে ভাৰত বুৰঞ্জী ভাৰাক্ৰান্ত। তথাপি ভাৰতীয় সংস্কৃতিৰ মূল সুঁতি ক্ৰমবৰ্ধমান সোঁতেৰে বৈ আছিল। ই অকস্মাতে ৰাজ্য ভঙা-গঢ়াৰ হেঁচাত ৰুদ্ধ হৈ যোৱা নাছিল। এয়ে হৈছে ভাৰতীয় সংস্কৃতি আৰু ঐতিহ্যৰ বৈশিষ্ট্য। মহেঞ্জোদাৰো আৰু হৰপ্পাৰ সংস্কৃতিয়ে এটা আৰ্য্য পূৰ্ব যুগৰ কথা কয়। এই সংস্কৃতি কালৰ গৰাহত নষ্ট হৈছিল,—সচা কথা। তথাপি শুকাই চিনচাব নোহোৱা হোৱা নাছিল। মহেঞ্জো-দাৰোৰ সংস্কৃতিক অস্বীকাৰ কৰি নহয়, ইয়াৰ ওপৰত ভেঁটি কৰিহে পিচৰ যুগৰ আৰ্য্যসকলৰ নতুন সাংস্কৃতিক জীৱন গঢ়ি তুলিছিল। ইয়াৰ বুকুৰপৰা সাংস্কৃতিক ভালেখিনি সম্ভাৰ তেওঁলোকে বুটলি লৈছিল। শিৱ আৰু শক্তিপূজাৰ মূল বিচাৰি প্ৰত্নতাত্ত্বিক পণ্ডিতসকলে ইয়াৰ কায চাপিছিল; আৰু ইয়াতেই তেওঁলোকে মূল আবিস্কাৰো কৰিছিল। ধ্যানস্থ শিৱৰ কল্পনা মহেঞ্জোদাৰোৰ সাংস্কৃতিক সম্পদ। সেই সভ্যতাৰ মোহৰত ই আজিও অঙ্কিত হৈ আছে।

ভাৰতীয় সংস্কৃতি মৰ্মস্থলী সু-সংগঠিত আৰু টনকিয়াল বিধৰ আছিল। বাহিৰৰপৰা অহা অভিযানসমূহ ইয়াৰ আগত প্ৰায়েই ব্যৰ্থ হৈ গৈছিল। আনহাতে বাহিৰ-সোঁতৰ অতি কমেইহে ভাৰতীয় সংস্কৃতিৰ সৰ্বগ্ৰাসী প্ৰভাৱৰ হাত সাৰিব পাৰিছিল। উদাহৰণস্বৰূপে, ৰাজপুতসকল ভাৰত-ভূমিৰ বৰ পুৰণি অধিবাসী নহয়। আজি এইষাৰ কথা আমাৰ বহুতৰে স্মৃতিৰ অতীত হৈ পৰিছে। আৰু এই ৰাজপুতসকলেই ভাৰতীয় সংস্কৃতি ভঁৰাললৈ যে বিশেষ অৱদান যোগাইছিল,—সেই বিষয়ে সন্দেহ নাই। ৰাজপুত চিত্ৰশিল্পই ইয়াৰ উপযুক্ত প্ৰমাণ।

ভাৰত-বুৰঞ্জীত কেনেকৈ স্থানীয় আৰু বহিৰাগতৰ মাজত এটা সাংস্কৃতিক সমন্বয় গঢ়ি উঠিছিল, তাৰ প্ৰমাণো অলেখ আছে। উদাহৰণস্বৰূপে, দ্ৰাবিড় আৰু আৰ্য্য সাংস্কৃতিৰ কথা উল্লেখ কৰিব পাৰি। দ্ৰাবিড়ী সমাজত প্ৰচলিত কিছু দেৱ-দেৱীকে আৰম্ভ কৰি ধৰ্ম-পদ্ধতি বিশেষো আৰ্য্য-সমাজে গ্ৰহণ কৰিছিল। সেইদৰেই দ্ৰাবিড়ী পুৰোহিত শ্ৰেণীকো আৰ্য্য ব্ৰাহ্মণ-সমাজৰ মৰ্য্যাদা দি অন্তৰ্ভুক্ত কৰি লৈছিল। এই খিনিতেই সৰ্বপল্লি ৰাধাকৃষ্ণণে



দিয়া 'কালিয় দমন'ৰ ব্যাখ্যা মন কৰিবলগীয়া। ই আৰ্য্যই অনাৰ্য্যক সংস্কৃত কৰাৰ প্ৰতীকধৰ্মী নৃত্য। এনে উদাহৰণ আৰু বহুত আছে।

আৰ্য্যৰ বেদত দেৱী-পূজাৰ কোনো উল্লেখ নাই। শক্তিৰ প্ৰতিকৃতিৰো ক'তো উমান পোৱা নাযায়। সেই অনুপাতে বিষ্ণু আৰু শিৱৰ উল্লেখো বৰ কমেইহে পোৱা যায়। বৰ্তমান হিন্দুধৰ্মত প্ৰচলিত লিঙ্গ-পূজাও যে অনাৰ্য্য যুগৰ বস্তু, সেইষাৰ কথাও কোনো কোনো পণ্ডিতে কয়। হিন্দুৰ শ্ৰাদ্ধবিধিও অনাৰ্য্য অৱদান। অনাৰ্য্য সমাজত আজিও মৃতাত্মাৰ উপাসনা চলে। মৰিশালিত খাদ্যদ্ৰব্যকে আদি কৰি ব্যৱহাৰৰ আন বস্তু সম্ভাৰ আজিও উচৰ্গা কৰা হয়। আৰ্য্য আৰু অনাৰ্য্যৰ সমন্বয় এটা ক্ৰম-বৰ্দ্ধমান গতি-পদ্ধতিৰ জৰিয়তে সম্ভৱপৰ হৈছিল। ই হঠাতে হোৱা বস্তু নহয়। শিৱক দক্ষযজ্ঞত অৱহেলা কৰা ঘটনাটো অতি অৰ্থব্যঞ্জক। শিৱ অনাৰ্য্য দেৱতা। পাৰ্বতী আৰ্য্য সমাজৰ জীয়াৰী। আৰ্য্য সমাজত তেতিয়াও অনাৰ্য্য শিৱক সম্পূৰ্ণমতে গ্ৰহণ কৰা হোৱা নাছিল। গতিকেই তেওঁৰ প্ৰতি এই নিষ্ঠুৰ অৱহেলা। কালক্ৰমত শিৱই আৰ্য্যৰ বেদীত ঠাই পাইছিল। অনাৰ্য্য সংস্কৃতিয়ে আৰ্য্য সংস্কৃতিৰ বুকুত ঠাই পাওঁতে সময় লাগিছিল। ঠাই যে পাইছিল, সেই বিষয়ে অৱশ্যে সন্দেহ নাই। আমাৰ কামাখ্যা দেৱীৰ পূজা অৰ্চনাৰ পিনৰপৰাও এই ষাৰ কথাৰ প্ৰমাণ দিব পাৰি। কামাখ্যা আদিতে অনাৰ্য্য দেৱী। অৱশেষতহে আৰ্য্যসমাজে কালী বা দুৰ্গাৰ ৰূপান্তৰ হিচাবে ইয়াক গ্ৰহণ কৰিছিল। বৰ্তমান প্ৰচলিত কোচ ৰজাৰ ৰাজত্বৰ কালৰপৰা, ব্ৰাহ্মণ পুৰোহিত সমাজৰ আগতে ইয়াত গাৰো সমাজৰ মানুহে পূজাৰী স্বৰূপে আছিল।

বুৰঞ্জীয়ে কয়, গ্ৰীকসকলৰ হাতত মাইকেনিয়ান জাতি পৰাজিত হৈছিল যদিও তেওঁলোকে গ্ৰীকসকলৰ জীৱনলৈ ভালেখিনি পৰিবৰ্তন আনিছিল। ৰোমান সাম্ৰাজ্যবাদৰ অধীন হোৱাৰ পৰৱৰ্তী কালছোৱাত গ্ৰীকসকলৰ সংস্কৃতিৰ বিষয়েও একে কথাকে ক'ব পাৰি। ৰাজ্য জয় হৈছিল,—সচা কথা; সেই বুলি আত্মাৰ জয় হোৱা নাছিল। আনহাতে দেখা যায়, পৰাজিতৰ উচ্চ সংস্কৃতিয়ে বিজয়ীৰ জীৱন জয় কৰিছিল। ভাৰতৰ আদিম অধিবাসীসকল অভিযানকাৰী আৰ্য্যসমাজৰ হাতত পৰাজিত হৈছিল। এনেদৰেই আৰ্য্যৰ বিজয় অভিজান সাৰ্থক হৈছিল। আনহাতে সাংস্কৃতিক ক্ষেত্ৰত অনাৰ্য্যৰ কৃষ্টি-সমলে আৰ্য্যৰ ভঁৰাল বহুতখিনি চহকী কৰিছিল। ই বুৰঞ্জীসন্মত সত্য। এই সমন্বয়ৰ কাহিনী বাদ দিও, ভাৰতীয় সংস্কৃতিৰ পৰিব্যাপ্তিৰ কথাও আছে। আগতে হৈছিল যদিও প্ৰকৃতপক্ষে বৌদ্ধ ধৰ্মৰ প্ৰচাৰ-যুগকহে ভাৰতীয় সংস্কৃতিৰ বিস্তাৰ যুগ বুলিব পাৰি। কোনো

কোনো পণ্ডিতৰ মতে আনকি খ্ৰীষ্টীয় 'ছাৰমন অন্ ডি মাউণ্ট'ৰ গুৰিতো বৌদ্ধ সাহিত্যৰ প্ৰভাৱ বিয়পি আছে। আনহাতে যদিও চুফিবাদৰ মূল কোৰান-শাস্ত্ৰ বুলি ঘোষণা কৰা হয়, তথাপিও চুফিবাদ আৰু উপনিষদ দৰ্শনৰ মাজত এক অভূতপূৰ্ব মিল দেখা যায়। এনেবোৰ উদাহৰণে, ভাৰতীয় সংস্কৃতি যে প্ৰভাৱশালী সমন্বয়ৰ সম্পদ, সেইবাৰ কথাৰ প্ৰমাণ দিয়ে। এনেবোৰ কাৰণৰ বাবেই আমি ভাস্কৰ্য্য, সুকুমাৰ কলা, শিল্প, সাহিত্য, এই সকলোতে ভাৰতীয় জীৱনৰ প্ৰাণ-স্বৰূপ সমন্বয়ৰ ইঙ্গিত পাওঁ। উত্তৰভাৰতৰ দৰে দক্ষিণাত্যৰ ভাস্কৰ্য্যৰ ওপৰত বহিৰাগত প্ৰভাৱ পোনপটীয়াকৈ পৰা নাছিল। গতিকেই ইয়াৰ এটা নিজস্ব বিচাৰ-পদ্ধতি দেখিবলৈ পোৱা যায়। ই ভাৰতীয় সংস্কৃতিৰ বৈচিত্ৰ্যক ৰঙীন কৰি তুলিছে। দাক্ষিণাত্যৰ ভাস্কৰ্য্যত কোণ আৰু সৰলৰেখাৰ প্ৰাদুৰ্ভাৱ সৰহ। গঠনৰ বিশালতা হৈছে ইয়াৰ আন এটা বৈশিষ্ট্য। প্ৰত্যেকটো ভঙ্গিমাই স্বকীয়া। ইয়াত আহিৰ পুনৰাবৃত্তিৰ স্থান নাই। উদাহৰণ-স্বৰূপে কাঞ্জিভৰামৰ মন্দিৰলৈ আঙুলিয়াব পাৰি। এই মন্দিৰটোত অন্ততঃ এহাজাৰটা স্তম্ভ আছে। এটা স্তম্ভৰ আহি আনটোৰ লগত নিমিলে। এইবোৰৰ সাজ-সজ্জাৰ জাকজমকতাই আৰু প্ৰতিকৃতিৰ বিশালতাই সাধাৰণতে অন্তৰ অভিভূত কৰে।

আনহাতে উত্তৰভাৰতৰ ভাস্কৰ্য্য দাক্ষিণাত্যৰ ভাস্কৰ্য্যৰ লগত নিমিলে। উত্তৰ-ভাৰতীয় ভাস্কৰ্য্যত বৃত্ত আৰু বক্ৰৰেখাৰ প্ৰাদুৰ্ভাৱ সৰহ। এই অঞ্চলৰ মন্দিৰবোৰত ইছলামীয় ভাস্কৰ্য্যৰ ভালেখিনি প্ৰভাৱ পৰা দেখা যায়। ই আচলতে সংহতিৰ ভাস্কৰ্য্য। ইয়াৰ শোভা—সমন্বয় আৰু গঠনৰ সূক্ষ্মতাৰ জৰিয়তে প্ৰকাশ পাইছে, দক্ষিণাত্যৰ দৰে কাৰুকাৰ্য্যৰ বিশালতাৰ সহায়ত নহয়।

গঠনৰ সৰলতা আৰু সূক্ষ্মতা হৈছে ইছলামীয় ভাস্কৰ্য্যৰ মূল সম্পদ। ৰেখাৰ লগত ৰেখাৰ সমন্বয়,—ইয়াতোকৈ অনাৱশ্যকীয় আৰু একো নাথাকে। সাজ-সজ্জা থাকিলেও শিল্পকলাৰ অভাৱ নাথাকে। জ্যামিতিৰ ছবিবোৰৰ দৰে এইবোৰ সৰল। আচলতে উত্তৰভাৰতীয় ভাস্কৰ্য্য সমন্বয়ৰ বস্তু। ইয়াকে কোনো প্ৰকাৰেই সম্পূৰ্ণৰূপে ইছলামীয় বুলিব নোৱাৰি। এইবোৰৰ জৰিয়তে প্ৰচলিত হিন্দু আৰু বাহিৰৰ ইছলামীয় আদৰ্শ সন্নিবিষ্ট হৈ নতুন এক ভাৰতীয় পদ্ধতিৰ সৃষ্টি হৈছে, হিন্দু ভাস্কৰ্য্যই ইছলামীয় পদ্ধতিৰ জটিলতা হ্ৰাস কৰিছে। ইছলামীয় ভাস্কৰ্য্যই হিন্দু ভাস্কৰ্য্যক কাৰুকাৰ্য্য প্ৰদান কৰিছে। এইদৰেই নতুন এক ধাৰাৰ উৎপত্তি হৈছে। এই সমন্বয়ৰ আদৰ্শ য'তেই সফল হৈছে, ত'তই আমি



তাজমহলৰ নিচিনা অপূৰ্ব সৃষ্টি দেখিবলৈ পাইছোঁ। য'তেই হোৱা নাই, ত'তেই সমন্বয়ৰ আদৰ্শ অসাৰ্থক হৈছে। এইখিনিতেই উদাহৰণস্বৰূপে ফটেহ্পুৰ চিক্ৰি, ইটমৎদৌল্লাৰ ভাস্কৰ্য্যৰ কথা উল্লেখ কৰিব পাৰি। আনহাতে হিন্দু ভাস্কৰ্য্যৰ কলা-নিৰ্দৰ্শন কেতবোৰ ইছলামীয় অনুষ্ঠানত ব্যৱহাৰ হোৱাৰ উদাহৰণ আছে। আন কি হিন্দু ভাস্কৰ্য্যৰ কলহ আৰু পদুম-ফুল মুছলমান বাদছাহসকলৰ সমাধি-স্থানত ব্যৱহাৰ হোৱাৰো প্ৰমাণ আছে। সাংস্কৃতিক ক্ষেত্ৰত দুয়োটা সম্প্ৰদায়ৰ মন উদাৰ আছিল। এই উদাৰতাই সুকুমাৰ কলাৰ ক্ষেত্ৰত নতুন নিৰ্দৰ্শনৰ জন্ম দিছিল।

একোটা জাতি বিশেষ সুকুমাৰ কলা-সৃষ্টিৰ জৰিয়তে জীয়াই থাকে। সুকুমাৰ কলাসমূহৰ ভিতৰত সম্ভৱতঃ চিত্ৰ-শিল্পই বেচি স্থায়ী। কীট্ছে 'গ্ৰেচিয়ান্ আৰ্ন' কবিতাত ইয়াৰেই জয়গান গাইছে। ভাষা মানুহৰ সামাজিক আদান-প্ৰদানৰ বাহন। সমাজ পৰিবৰ্তনৰ লগত ইয়াৰ গতিবিধি জড়িত। একোটা গীত বা সঙ্গীতৰ ৰীতি অতি কম সময়ৰ কাৰণেহে জীয়াই থাকে। সঙ্গীতে আকাৰশূন্য ক্ষণস্থায়ী অনুভূতিৰ জন্ম দিয়ে। অন্তৰত হিল্লোল তোলাৰ সময়খিনিৰ বাহিৰে ই সৰহ সময় তিষ্ঠি নাথাকে।

চিত্ৰকলা যদিও মূলতে বিশ্বজনীন তথাপি ইয়াৰ জৰিয়তে জাতি বিশেষৰ প্ৰাণথলীৰ বহুখিনি পৰিচয় পোৱা যায়। চীনা চিত্ৰকলাই যি দৰে চীন দেশৰ পৰিচয় দিয়ে, সেইদৰে মেক্সিকোৰ চিত্ৰকলাই সেই দেশৰ চিনাকী দিয়ে। পাচিয়ান্ চিত্ৰকলাৰ সূক্ষ্মতাই জাপানী চিত্ৰ-শিল্পৰ বাহুল্যহীনতাৰ দৰেই জাতি বিশেষৰ প্ৰতিভাৰ জাননী দিয়ে। সেইদৰে অজন্তাৰ ছবিবোৰে ভাৰতীয় সংস্কৃতিৰ বৌদ্ধ-যুগৰ কথা সোঁৱৰাই দিয়ে।

অজন্তাৰ গুহাত অনন্তকালৰ বাবে শিল্পকলা সঞ্জীৱিত হৈ আছে। অঙ্কনৰ সৰলতাই এইবোৰক বিশ্বজনীন সৌৰভ দিছে। ইয়াৰ জৰিয়তে ভালেমান গতি প্ৰগতিৰ সমন্বয় উজ্জ্বল হৈ আছে। অজন্তাৰ ছবিবোৰত দুটা ভাববস্তু প্ৰকাশ পাইছে। এটা হৈছে সন্ন্যাস-জীৱন আৰু আনটো হৈছে সমূহীয়া জীৱন। দুয়োবিধি ছবি একেলগে অঙ্কিত হৈছে। দ্বিতীয় পৰ্য্যায়ৰ ছবিবোৰ হৈছে—জীৱন আনন্দৰ উচ্ছ্বাসময় চিত্ৰ। এইবোৰত ফুটি উঠিছে শক্তি, খ্যাতি, প্ৰেম আৰু যৌৱন। প্ৰথম শাৰীত আছে দয়া, ধ্যান আৰু মৌনতা। ভাববস্তুৰ পিনৰপৰা এই দুয়োবিধ ছবি একে ধৰণৰ নহয়। দুয়ো বিধতে দুখন স্বকীয়া জগত প্ৰতিফলিত হৈছে। তথাপি পৃথক যদিও, এই জগত দুখন পৃথকভাৱে অঙ্কিত হোৱা নাই। জীৱনৰ অসামঞ্জস্যক একেলগে গ্ৰহণ কৰিব পৰা শক্তিৰ সম্ভেদ এই

ছবিবোৰত আছে। প্ৰাক্ মুছলিম যুগৰ জীৱন প্ৰাচুৰ্য্যৰ কথাও অজন্তাৰ চিত্ৰসমূহত আছে। পুৰুষ, মহিলা, শিশু—বিবিধ ভঙ্গিমাত সকলোবোৰ একে ঠাইতে অঙ্কিত হৈছে। জীৱনৰ প্ৰাচুৰ্য্যই যেন শিল্পীক মতলীয়া কৰিছে। এই জীৱন প্ৰাচুৰ্য্য একে ঠাইতে ধৰি ৰাখিবলৈ তেওঁলোক উদ্‌বাউল হৈছে। ছবিবোৰৰ ভাববস্তুৰ অসামঞ্জ্যৰ মাজতে বাস্তৱৰ অখণ্ডতাৰ কথা বিস্মিত হোৱা নাই। শিল্পীৰ শিল্পজগত আৰু বাস্তৱ জীৱনৰ মাজত এক সুন্দৰ সমন্বয় স্থাপিত হৈছে। ইয়েই অজন্তাৰ চিত্ৰশিল্পৰ গৌৰৱ।

মোগল সম্ৰাট বাবৰৰ আমোলত চিত্ৰশিল্পৰ নতুন ধাৰা পোন প্ৰথমে ভাৰতত প্ৰৱেশ কৰে। এই চিত্ৰশিল্পৰ মূলতে আছিল প্ৰচুৰ ব্যক্তি-বোধ। এনে তৰহৰ ব্যক্তিবাদী আৰ্টত জন-জীৱন বা সমষ্টি-জীৱনৰ কোনো সংবাদ নাছিল। ইয়াৰ লক্ষ্য আছিল ব্যক্তিৰ জীৱন প্ৰকাশ। ইয়াৰ জন্ম হৈছিল টাইমুৰ খাঁ আৰু চেংগীজ খাঁৰ ৰাজ-দৰবাৰত; গতি-কেই যুগৰ প্ৰকৃতি অনুসৰি এই আৰ্ট ব্যক্তিবাদী আৰু কঠোৰ হ'বলৈ বাধ্য হৈছিল। ইয়াত ভাবপ্ৰৱণতা নাই; আছে বিপুল উৎসাহ, উদ্দীপনা আৰু প্ৰেৰণা। এইখিনিতে উদাহৰণস্বৰূপে আমি উৰ্দুৰ ৰোমান্টিক কাব্য সাহিত্যৰ কথা উনুকিয়াব পাৰোঁ। বিদ্যাপতিৰ "লাখ লাখ যুগ হিয়াঁ হিয়াঁ ৰাখনু"—ইত্যাদিৰ তুলনাত এনে কাব্য-সাহিত্যত ভাৱপ্ৰৱণতাৰ পৰিমাণ তাকৰ।

ব্যক্তিবাদে,—সাময়িকভাৱে হ'লেও, চিত্ৰ শিল্পত ইঙ্গিত বা সঙ্কেতৰ স্থান প্ৰায় নোহোৱা কৰিছিল। এইবোৰত ফুটি উঠিছিল বুদ্ধিৰ পৰিচয়। বাবৰৰ আমোলত বাহিৰৰ সুস্থ ব্যক্তিবাদী চিত্ৰকলাৰ লগত প্ৰচলিত চিত্ৰ-ধাৰাৰ মিলন ঘটিছিল। এই দুয়োটাৰ সংমিশ্ৰণত এটা নতুন পদ্ধতিৰ উদ্ভৱ হৈছিল। অজন্তাৰ সৰলতাৰ লগত নতুন ভাব সমস্যাৰ সংযোগ হৈছিল। এই কালৰপৰা চাবলৈ গ'লে অনুভূতিৰ প্ৰসাৰ মোগল আৰু ৰাজপুত আৰ্টৰ প্ৰধান লক্ষণ। এবিধ মূলতে আনন্দাপ্লুত,—ৰস চঞ্চল। আনবিধ ধীৰ,—মন্থৰপ্ৰাণ। এইবোৰৰ স্থবিৰতাৰ মাজতো হওঁতে লুপ্ত আনন্দধাৰা উজ্জ্বল হৈ আছে।

ভাৰতীয় উচ্চাঙ্গ দাক্ষিণাত্যৰ ভাস্কৰ্য্যকলাৰ দৰেই গাম্ভীৰ্য্যপূৰ্ণ আৰু বিচিত্ৰ। উত্তৰভাৰতৰ সঙ্গীতে এটা নতুন বস্তু আমাৰ চকুত পেলায়। গাম্ভীৰ্য্যৰ লগত ঠায়ে ঠায়ে এই সঙ্গীতত আমি এক উৰণীয়া ভাবৰ সংযোগ দেখিবলৈ পাওঁ। ইয়াকেই সুৰবস্তুৰ ওপৰত লোক-সঙ্গীতৰ প্ৰভাৱ বুলিব পাৰি।

সাধাৰণতে সকলো আৰ্টৰ মূলতে দুটা পন্থাই কাম কৰা দেখা যায়। এটাৰ উদ্দেশ্য কাৰুকাৰ্য্য আৰু জাকজমকতাৰ সৃষ্টি। আনটোৰ উদ্দেশ্য সংযম আৰু আড়ম্বৰহীনতা; এটাই বাহ্যিক আৰু দৃষ্টিমুখৰ আড়ম্বৰৰ জৰিয়তে প্ৰকাশ বিচাৰে। আনটোৱে আমাক অন্তৰ-আত্মা স্পৰ্শ কৰি অভিভূত কৰে। প্ৰথমটোৱে প্ৰায়েই বিৰাট পটভূমিৰ অৱতাৰণা কৰে; দ্বিতীয়টোৱে নকৰে। প্ৰথমটোৰ বহিৰ্জাগতিক বিস্তৃতি আছে; দ্বিতীয়টোৰ নাই।



বুৰঞ্জীয়ে কয়,—মুছলিম আৰু হিন্দুৰ প্ৰথম সংঘৰ্ষই হিন্দুৰ মনত পোনতে বিপ্লৱৰ সৃষ্টি কৰিছিল। অৱশেষত বিপ্লৱৰ পতনে তেওঁলোকৰ মনত নৈৰাশ্যৰ জন্ম দিছিল। এই নৈৰাশ্যই ক্ৰমাৎ জীৱনৰ প্ৰতি উদাসী-নতাৰ সৃষ্টি কৰিছিল। এই কাৰণেই স্বাভাৱিকতে হিন্দুৰ মনে বাস্তৱ জগতৰ কথা পাহৰি আত্মাৰ জগতলৈ গমন কৰিছিল। গতিকেই এনে এক পটভূমিত আধ্যাত্মিকতাৰ সমাদৰ বাঢ়িছিল। ইয়াৰ পৰিণতি ইমান সঙ্কীৰ্ণ স্তৰলৈ অধোগামী হৈছিল যে আন কি হিন্দুৰ অভিযান, ৰাজ্যবিস্তাৰ, যুদ্ধজয় ইত্যাদি কাহিনীও সাধুকথালৈ ৰূপান্তৰিত হৈছিল। ইয়াতোকৈ সৰহ গুৰুত্ব এইবোৰক দিয়া হোৱা নাছিল। বৰ্তমানৰ হতাশা আৰু পৰাজয়ৰ কাহিনী ঢাকি ৰাখিবলৈ ভৱিষ্যতৰ অনাগত স্বপ্নৰাজ্য গঢ়া হৈছিল। এনেদৰেই অতীন্দ্ৰিয়বাদ আৰু আধ্যাত্মিকতাৰ মোহজালে বাস্তৱ জীৱনৰ হৰা-জিকাৰ কথা তল পেলাইছিল।

আধ্যাত্মিকতাবাদে আনহাতে প্ৰাক্-মুছলিম যুগৰ হিন্দু সমাজৰ ওপৰত এটা স্বকীয়া প্ৰভাৱ বিস্তাৰ কৰিছিল। পৰম পুৰুষৰ ধ্যানে মানুহক সামাজিক অসামঞ্জস্যৰ কথাৰপৰা আঁতৰাই ৰাখিছিল। পদদলিত সৰ্ব-সাধাৰণে অদৃষ্টৰ ওপৰত আস্থা ৰাখি জীৱনৰ সকলো গ্লানি স্বীকাৰ কৰি এনেদৰে মনেগঢ়া জনসমাজৰ ওপৰত পুৰোহিত আৰু সামন্ত শ্ৰেণীৰ প্ৰভাৱ কম নাছিল। পণ্ডিত ৰাহুল সংকৃত্যায়নে ইয়াৰ আঁতিগুৰি মাৰি বৰ্ণনা দিছে। সমাজৰ অত্যাচাৰ, উৎপীড়নৰ বিপক্ষে জনসাধাৰণে কিয় মূৰ দাঙি উঠা নাছিল, ইয়াৰ উঁহ বিচাৰি সৰহ দূৰ যাব নালাগে। প্ৰত্যেক জীৱ পৰমব্ৰহ্মৰ সৃষ্টি। পৰমব্ৰহ্ম অসীম, অনন্ত; স্থান, কাল সকলোৰে অতীত। জগতখন মায়া মৰীচিকা। জীৱনটো মাথোন এটা মুহূৰ্তৰ অভিযান। অভিযান শেষ হ'লে মায়াৰ শেষ হ'ব, ইত্যাদি—এনে ধৰণৰ চিন্তাধাৰাই বৈপ্লৱিক শক্তি নিস্তেজ কৰিছিল। জীৱনৰ ওপৰত যাৰ আস্থা নাই, বিপ্লৱৰ ওপৰতো তাৰ আস্থা নাই।

ইছলামৰ সংঘাতে আমাৰ আধ্যাত্মিকতাৰ ধমনী কঁপাই তুলিছিল। পাৰ্থিৱ আৰু অপাৰ্থিৱ,—দুয়োটাৰ ওপৰত ইছলামৰ আস্থা প্ৰায় সমান। কিছু পৰিমাণে ইছলামে সামাজিক গণতন্ত্ৰৰ জন্ম দিছিল। ই অনিশ্চত ভৱিষ্যত বস্তু নহয়। এনে চিন্তাধাৰাই সামাজিক বান্ধোন ছিঙি পেলাইছিল।

সমাজৰ দৰিদ্ৰ; পদদলিত জনতাই ইয়াৰ জৰিয়তে মুক্তিৰ সন্ধান পাইছিল। সামাজিক জীৱনত ব্যক্তিৰ মুক্তি-বাণীয়ে ইছলাম ধৰ্মৰ প্ৰচাৰ দ্ৰুত কৰি তুলিছিল। ভাৰতভূমিত ইছলামৰ খৰতকীয়া প্ৰচাৰৰ ইয়ো এটা কাৰণ।

সাহিত্য-সম্পদৰ পিনৰপৰা ভাৰতীয় সংস্কৃতি বিশেষভাৱে চহকী। সাধাৰণতে পুৰণি সাহিত্য ভক্তিমূলক আছিল। ই আধ্যাত্মিক চিন্তাধাৰাৰ পিনৰপৰা সমৃদ্ধিশালী। ইও সমাজৰ বিশেষ এটা স্তৰৰ কথা কয়। পাঠান মোগল সাম্ৰাজ্যৰ অধীনত বঙ্গদেশীয় কাব্য-সাহিত্যই যথেষ্ট উৎকৰ্ষ লাভ কৰিছিল। সেইদৰে মহাৰাষ্ট্ৰৰ ভক্তিমূলক কাব্য-সাহিত্যৰো সৌৰভ বিশ্বজনীন। কবীৰ আৰু সেই সময়ৰ বৈষ্ণৱ সাহিত্যিকসকলৰ সৃষ্টিৰ সমকক্ষ সাহিত্য আজিও বিৰল। তুলসীদাসৰ 'ৰামায়ণ', শঙ্কৰদেৱৰ 'কীৰ্ত্তন', মাধৱদেৱৰ 'নামঘোষা' ইত্যাদি জাতিৰ আপুৰুগীয়া সম্পদ। বৃটিচৰ আমোলত ভাৰতীয় সাহিত্যৰ বৈচিত্ৰ্য বাঢ়িছিল; নতুন প্ৰকাশ-ভঙ্গী, সামাজিক শক্তিকেন্দ্ৰী সাহিত্য ইত্যাদিৰ আৱিৰ্ভাৱ হৈছিল। সাহিত্য বিশ্বাত্মিকাৰ পৰশত পূৰঠ আৰু সৌষ্ঠৱপূৰ্ণ হৈছিল। নিজৰ মাটিৰপৰা উঘাল খাই নপৰাকৈ বিশ্বৰ ব'দৰ বেঙনি গ্ৰহণ কৰিব পৰাটোৱেই হৈছে ভাৰতীয় সাহিত্যৰ জীৱনৰ বৈশিষ্ট্য।

আৰ্টসমূহৰ ভিতৰত ভাস্কৰ্য্য-কলাই হৈছে সমাজৰ সৌন্দৰ্য্যবোধৰ ওপৰত বেচি নিৰ্ভৰশীল। কবিয়ে ব্যক্তিগত ভাব-তৰঙ্গত উটি-বুৰি ফুৰিব পাৰে। চিত্ৰকৰে নিৰলাত সপোন ৰচি সম্পূৰ্ণতা লভিব পাৰে। ভাস্কৰ্য্য শিল্পীয়েহে কেৱল সমূহীয়া প্ৰচেষ্টা আৰু সামাজিক ভাবধাৰাৰ ওপৰত বিশেষভাৱে নিৰ্ভৰ কৰিব লগা হয়। বহুতৰ সংযোগতহে ভাস্কৰ্য্য-কলা গঢ়ি উঠা সম্ভৱ। গতিকে প্ৰত্যেকে প্ৰত্যেকজন সহযোগীৰে কম-বেচি পৰিমাণে শিল্পবোধ থকা উচিত। ইউৰোপৰ গ'থিক গীৰ্জাসমূহ, দাক্ষিণাত্যৰ শিলৰ মন্দিৰবোৰ, ছাৰাছেন্‌সকলৰ মছজিদবোৰ, এই সকলোখিনি এক সঙঘবদ্ধ শান্তিপূৰ্ণ সমাজৰ দান। শিল্প সৃষ্টিৰ ক্ষেত্ৰত সময়-জীৱনৰ দায়িত্ব কম নহয়। ইয়াৰ লগতে সামাজিক পৰিৱেশৰ দায়িত্বও আছে।

নতুন যুগৰ ভাৰতীয় সংস্কৃতি সমন্বয়ৰ বস্তু হ'ব লাগে বুলি গান্ধীজীয়ে মত প্ৰকাশ কৰিছিল। লগে লগে অতীজৰ যিখিনি সৎ আৰু সত্য বুলি সম্যক দৃষ্টিকোণৰপৰা স্বীকৃত হৈছে, তাৰে বৰ্তমানৰ সংস্কৃতিৰ ভেঁটি বান্ধিবলৈ চেষ্টা কৰাটো উচিত হ'ব। ইয়াকে কাৰ্য্যত পৰিণত কৰিবলৈ হ'লে ভাস্কৰ্য্য-কলাৰ দৰেই নতুন সংস্কৃতি যে সমূহীয়া জীৱনৰ সম্পদ হ'ব লাগিব,—সেই বিষয়ে অকণো সন্দেহ নাই। ই হ'ব সমন্বয়ৰ বস্তু; জন-সাধাৰণৰ বাছকবনীয়া সম্পত্তি—স্থান আৰু কালজয়ী শিল্প-প্ৰচেষ্টাৰ জীউলাও।